# অভিজ্ঞান

[illegible]

৫ জানুৱাৰীৰ পৰা ১০ জানুৱাৰী, ২০০৬ ইং




সম্পাদক

**শ্ৰীতৰণী কান্ত ৰায়**



**ৰত্নপীঠ মহাবিদ্যালয়**

বহলপুৰ, চাপৰ

জিলা-ধুবুৰী, অসম

পিন-৭৮৩ ৩৭১

**'ABHIGYAN'(Smritigrantha)** : A Souvenir edited by Sri Tarani Kanta Roy and Published by Dr. Provash Das, Secretary, Silver Jubilee Celebration Committee, Ratnapith College, Bahalpur, Chapar, Dist-Dhubri (Assam). Price Rs. 150.00

**ৰত্নপীঠ কলেজৰ ৰূপালী জয়ন্তী উৎসৱৰ স্মৃতি-গ্ৰন্থ (অভিজ্ঞান)ৰ সম্পাদনা সমিতি**

| | |
|---|---|
| শৰৎ চন্দ্ৰ সিংহ | ঃউপদেষ্টা |
| প্ৰসন্ন কুমাৰ দাস | ঃসভাপতি |
| তৰণী কান্ত ৰায় | ঃসম্পাদক |
| ড° ধীৰেন সিং | ঃসদস্য |
| ড° মিনতি কংস বনিক | ঃসদস্য |
| ড° প্ৰভাস দাস | ঃসদস্য |
| নিখিল সিংহ | ঃসদস্য |
| ৰীনা চক্ৰৱৰ্তী | ঃসদস্য |
| সমিৎ ৰায় | ঃসদস্য |
| ড° বৰকত উল্লাহ খান | ঃসদস্য |
| ধৰ্মেশ্বৰ বৰুৱা | ঃসদস্য |

বেটুপাত ঃ ত্ৰৈলোক্য দত্ত

ঃ মুদ্ৰণ ঃ
উৎপল হাজৰিকা
লাৱণ্য ছপাশাল
কুশল কোঁৱৰ পথ
চেনিকুঠি, গুৱাহাটী - ৭৮১০০৩






গীতাৰ নিষ্কাম কৰ্মযোগৰ আদৰ্শৰ জীৱন্ত প্ৰতীক,

এক বিৰল ৰাজনৈতিক ও সামাজিক জীৱনত নীতি-নিষ্ঠাৰ আদৰ্শৰ প্ৰতীক,

মানৱ দৰদী জননেতা, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী

আৰু

বিগত ২৫ বছৰ ধৰি ৰত্নপীঠ কলেজৰ গভৰ্ণিং ব'ডিৰ সভাপতি

সকলোৰে শ্ৰদ্ধাৰ **শৰৎ চন্দ্ৰ সিংহ** দেৱ আজি আমাৰ মাজত নাই।

তেখেতৰ বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰি অশ্ৰু অঞ্জলি যাচিছোঁ।

অভ্যৰ্থনা সমিতি

ৰত্নপীঠ কলেজ ৰূপালী জয়ন্তী

১০-০১-২০০৬






**প্ৰতিষ্ঠাপক সভাপতি ডালিম কুমাৰ মেধি**

ৰত্নপীঠ কলেজৰ প্ৰতিষ্ঠাপক সভাপতি,
চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ
প্ৰয়াত ডালিম কুমাৰ মেধিদেৱৰ সোঁৱৰণত অশ্ৰুঞ্জলি।
লগতে যিসকল বৰেণ্য আৰু কৃতী পুৰুষে ৰত্নপীঠ কলেজৰ
উন্নতি কল্পে কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি ইহলীলা সম্বৰণ
কৰিছে, সেইসকলৰ আত্মাৰ সদগতিৰ অৰ্থে ভগবানৰ ওচৰত
প্ৰাৰ্থনা জনাইছোঁ।

*G.N. Talukdar, M.Sc.*, D. Phil
Vice Chancellor
**GAUHATI UNIVERSITY**
Gopinath Bardoloi Nagar
Guwahati-781 014
Assam: India

Ph: 0361-2570412 (O)
2570408 (R)
Fax: 0361-2570133
E-mail: gntalukdar@yahoo.com

# শুভেচ্ছা বাণী

বজ্রপীঠ কলেজৰ ৰূপালী জয়ন্তী উৎসৱ উপলক্ষে এখনি স্মৃতিগ্ৰন্থ (অভিজ্ঞান) প্ৰকাশ কৰিবলৈ লোৱাৰ বাবে মোৰ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলোঁ। সমাজৰ আশা-আকাংক্ষাক সাৰ্থক কৰা আৰু বাস্তৱত ৰূপায়িত কৰিবলৈ যি আশাসুধীয়া প্ৰচেষ্টাৰ প্ৰয়োজন সেইখিনিৰ প্ৰতিশ্ৰুতিৰে বিদ্যালয়খনক আগবঢ়াই নিবৰ বাবে সকলো সংকল্পবদ্ধ হওক। বিদ্যালয়খনৰ নতুন যুগৰ সূচনা হওক।

এয়ে মোৰ আন্তৰিক শুভ কামনা।

গজেন্দ্ৰ নাথ তালুকদাৰ
উপাচাৰ্য, গুৱাহাটী বিশ্ববিদ্যালয়

স্নেহাস্পদেষু,

আমি নিঠৰুৱা কিছুমান লিখা-পঢ়া শিকা ভালপোৱালোকে ছাত্ৰ-ছাত্ৰীসকলক মানুহ কৰি গঢ়ি তুলিবলৈ ৰত্নপীঠ কলেজখন পাতিছিলোঁ। দিব নোৱাৰা সকলেও এটকা হলেও কলেজ পাতিবলৈ দান হিচাপে দিছিল। আমিও যোত্ৰহীন। কঁাহিবনৰ বেৰ দি মৰা তামোল গছৰ খুঁটাৰে এচলীয়া এটি সাজি তাতেই কলেজৰ শ্ৰেণী পাতিছিলোঁ। তাৰ আগেয়ে অ'ৰ ঘৰত ত'ৰ ঘৰত কলেজৰ ছাত্ৰক পাঠ দান দিয়া হৈছিল। এনে এক সাধাৰণ অৱস্থাৰ পৰা এক অসাধাৰণ পৰিকল্পনা কৰা হৈছিল, সেইবোৰ কলেজখনৰ বিভিন্ন প্ৰতিবেদনত আছে, পঢ়িলে জানিব পাৰিবা।

আমি মাথোঁ কল্পনা কৰিলোঁ। ৰূপ দিব নোৱাৰিলোঁ। ৰূপ দিয়া ভাৰ তোমালোকৰ ওপৰত। তোমালোক বুলি আমি যি সকলৰ কথা ভাবিছোঁ। সেই সকলৰ অধিকাংশই কিন্তু এতিয়াও জন্ম গ্ৰহণ কৰাই নাই। তোমালোকে ভৱিষ্যতৰ গৰ্ভত স্থিতি লোৱা নাই যদিও, আমি বৰ আশা কৰি এই কেইআষাৰ কথা তোমালোকলৈ লিখি অনাগত এক গৌৰৱত গৌৰৱান্বিত হৈছোঁ। কলেজৰ শতাব্দী উৎসৱ পালন কালত ৰত্নপীঠ কলেজখন কিমানৰ উৎকৰ্ষতা সাধন কৰিব পাৰিব, তাৰ এটি ৰূপৰেখা এটি গল্প আৰু এটি কবিতাত তাৰ এটি বাঙ্ময় ৰূপ দিবলৈ যত্ন কৰা হৈছে। অনামা ককাৰ চিঠি, চুটি গল্পটি আৰু ছন্দায়িত কবিতাটি আমি অতীত হোৱা সকলৰ জন্মগ্ৰহণ কৰি উদয় হোৱা বৰ্তমানৰ ওপৰত গভীৰ প্ৰত্যয়ৰ এক প্ৰতীক। তোমালোক আমাৰ নাম, আমাৰ যশ আৰু আমাৰ গৌৰৱ। তোমালোকৰ হাতত এই চিঠি যেতিয়া পৰিব, তেতিয়া আমি তোমালোকৰ পৰা বহুত দূৰত, অনন্ত আৰু অসীমৰ দিগন্তত বিলীন হৈ যাম। তোমালোকৰ লগত আমাৰ দেখা-দেখি নহ'ব। তথাপি তোমালোক আমাৰ। আমি অতীত। তোমালোক বৰ্তমান। তোমালোকৰ ভৱিষ্যতৰ বাবে তোমালোক অতীত হোৱাৰ আগেয়ে যি পাৰা কৰি যাবা।

সৰুতে আমি মটৰ গাড়ী দেখা নাছিলোঁ। তোমালোক এতিয়া অন্তৰীক্ষত বিচৰণ কৰিব পৰা হৈছা। তোমালোকক অধিক কোৱাৰ প্ৰয়োজন নাই। ইতি-

মৰম, প্ৰীতি, স্নেহ সহকাৰে-

২১ ডিচেম্বৰ, ২০০৬ তোমালোকৰ 'অনামা ককা'

## ৰত্নপীঠ কলেজ

### শতবৰ্ষ পৰে

(২০৭৮ চনত ৰত্নপীঠ কলেজৰ শতবৰ্ষ উদ্‌যাপন সভাত পাঠ কৰিবলৈ লিখিত) আৰু কলেজৰ পছিশ বছৰীয়া জয়ন্তী উপলক্ষে প্ৰকাশিত 'অভিজ্ঞান'ত সংৰক্ষিত।

।।১।।

লোকে লোকাৰণ্য
ক্ৰীড়াভূমি ধন্য
'ভাৰত শ্ৰেষ্ঠ' ক্ৰীড়া মহোৎসৱ।
কলেজ সুৰম্য
সাৰদা অৰণ্য
উজলিছে আজি কলেজ গৌৰৱ।

।।২।।

আন্তঃ ৰাজ্য প্ৰীতি,
সন্তৰণ কৃতি,
আয়োজিত আজি সাঁতোৰা সাগৰে।
পৰ্বত ভৈয়াম
সাঁতুৰিছে আহি
ৰত্নপীঠ কলেজ সাগৰ নীৰে।

।।৩।।

ভেষজ অৰণ্য
অৰ্কিড বননি
কলেজৰ সেয়া অমূল্য গৌৰৱ
আন্তঃ ৰাষ্ট্ৰ খ্যাতি
যশ-গুণ-কীৰ্তি
ৰত্নপীঠ কলেজ প্ৰীত সৌৰভ।

।।৪।।

নন্দন কানন
স্বৰগৰ পৰা
নামে 'গাৰ-ঝোৰা' নামে ঝৰ্ণা পাৰে
লোক-ৰম্য ক্ষেত্ৰ
প্ৰীতি সন্মিলন
প্ৰকৃতিৰ আঁচলৰ আঁৰে আঁৰে।

।।৫।।

আকাশৰে তৰা
দিছে আজি ধৰা

নন্দিত নিৰখি গ্ৰহ গ্ৰহান্তৰ।

অবজাৰ্ভেটাৰী
আকাশ উলঙ্ঘি

পাতিছে কলেজে 'যন্তৰ মন্তৰ।'

।।৬।।

অন্তৰীক্ষ বাণী
দম, দান, দয়া

কলেজ প্ৰতীক উৰে নিৰন্তৰে

'নজনাক জনা'
'বিদ্যাই প্ৰতিষ্ঠা'

পূৰ্ণ কৰে শূন্য শতবৰ্ষ পৰে।

৫ নবেম্বৰ, ২০০৫ অনামা ককা

---

**পাদটীকাঃ** কবিতাৰ দৰে এই কবিতাটি ২০৭৮ চনত ৰত্নপীঠ কলেজৰ শতবৰ্ষ পালন উৎসৱ সভাত পাঠ কৰিবলৈ লিখা হৈছে। তেসত্তৰ বছৰ পিছত কলেজখনে কিমান উৎকৰ্ষতা লাভ কৰিব, তাকেই কল্পনাত যেন এক সপোন ৰচিত।এই সময়ছোৱাত সময়ৰ বহুত সলনি হ'ব।সময়ান্তৰত আজি লিখা কবিতাটি পৰিবৰ্তিত অৱস্থাত পাঠ কৰাৰ অনুভৱ এটি ৰোমাঞ্চকৰ কল্পনা।কবিতাত কল্পনা কৰা বিষয় এটি **ক্ৰীড়াভূমিঃ** খেলৰ বাবে ব্যৱহাৰ কৰা গোচৰণীয়া পথাৰখনত এখন আটক-ধুনীয়া ষ্টেডিয়াম নিৰ্মাণ কৰা হৈছে। পূব পশ্চিম আৰু দক্ষিণত অৰণ্য বিনন্দিত বৃক্ষৰাজি।আধুনিক পেভেলিয়ন যুক্ত দৰ্শক গেলেৰী পৰিবেষ্টিত ৰত্নপীঠ কলেজ ক্ৰীড়াভূমিত পাৰ্বত্য উপত্যাকাৰ মাধুৰ্য উথলি উঠা যেন লাগে। আনটো হৈছে **ভেষজ অৰণ্যঃ** Herbal Plantation ঔষধি বৃক্ষৰ বননি।ব্যৱসায়িক ভিত্তিত গঢ় লৈ উঠিছে।ইয়াৰ পৰা দেশ বিদেশলৈ ঔষধি গুল্ম, লতা, বৃক্ষডাল, গছৰ বাকলি যোগান ধৰা হৈছে। আনবোৰ যথা **অৰ্কিড বননিঃ** অৰ্কিড গৱেষণা কেন্দ্ৰ এটি স্থাপন কৰা হৈছে। বিদেশী পৰ্যটক অৰ্কিড কেন্দ্ৰটি দৰ্শন কৰিবলৈ আহি থাকে। **সাঁতোৰা সাগৰঃ** সাঁতোৰ শিকোৱা ৰাজ্যিক, ৰাষ্ট্ৰীয়, আন্তৰাষ্ট্ৰীয় সন্তৰণ প্ৰতিযোগিতাৰ বাবে প্ৰতিযোগী গঢ় দিয়া আদি ব্যৱস্থা কৰা হৈছে।পৰৱৰ্তী অলিম্পিক প্ৰতিযোগিতালৈ প্ৰতিযোগী গঢ়া চেষ্টা অব্যাহত ৰখা হৈছে। **অবজাৰ্ভেটৰীঃ** আকাশৰ গ্ৰহ নক্ষত্ৰবোৰ পৰ্যবেক্ষণ কৰিবলৈ উন্নত অবজাৰ্ভেটৰী প্ৰতিষ্ঠিত হৈছে।আকাশৰ গ্ৰহ-নক্ষত্ৰ চাব পৰা ব্যৱস্থা কৰা হৈছে। **গাঁৱৰ ৰাইজে**

আকাশৰ গ্ৰহ নক্ষত্ৰবোৰ চাই বিস্ময় মানিছে। লোক ৰম্য ভূমিঃ 'গাৰ ঝোৰা' নামৰ অন্ত সলিলা গাঁৱৰ ঝোৰাৰ পাৰত লোক ৰম্য ভূমি। Picnic spot. বনভোজ প্ৰীতি মিলন ক্ষেত্ৰ। কলেজ অৰণ্যঃ কোটি টকা উৰ্দ্ধ মূল্যৰ বৃক্ষ। বহু লক্ষ টকা বছৰি আয়। স্বনিয়োজন আঁচনিঃ 'বিদ্যাই প্ৰতিষ্ঠা' নীতি বাক্য ৰূপায়ণ ইত্যাদি। উৎকৰ্ষতাঃ কলেজ সঙ্গীতঃ নজনাক জানিবলৈ.... আমি বন্তি জ্বলাওঁ, পতাকাঃ দম, দান, দয়া, অন্তৰীক্ষ বাণী, বিদ্যুতৰ চিক্‌মিকনি। নীতি বাক্যঃ বিদ্যাই প্ৰতিষ্ঠা। 'শতবৰ্ষ'ৰ অন্তত, কলেজৰ নতুন দিগন্ত উদ্ভাসিত।

**বিস্মৃতিৰ এন্ধাৰ বিদাৰি........**

১৯৭৮ চন, কলেজৰ শতবাৰ্ষিকী উৎসব। উকি মাৰ ৰে'লখন গুচি গ'ল। ৰে'ল আলিৰ তলেদি সুৰঙ্গ বাটেদি ৰত্নপীঠ কলেজলৈ যায়। সেই সুৰঙ্গ বাটেদি থৰক বৰক কৈ খোজ দি দি এজন বৃদ্ধ, লীলাৱতী তোৰণ পাৰ হৈ বৃন্দাৱতী প্ৰৱেশ দ্বাৰ পালে গৈ। আগেয়ে কলেজলৈ সোমোৱা মূল প্ৰৱেশ দ্বাৰত কোনো দ্বাৰ ৰক্ষী নাছিল। কলেজৰ ভিতৰত সম্প্ৰতি কেইবাবাৰো বোমা বিস্ফোৰণ হোৱাত কলেজৰ মূল দ্বাৰত দ্বাৰ ৰক্ষী নিয়োজিত কৰা হৈছে।

দ্বাৰ ৰক্ষী ভীম সিঙে বৃদ্ধক কলেজত সোমাব নিদিয়ে। বৃদ্ধই দ্বাৰ ৰক্ষীক টানি অনুৰোধ কৰিছে, তেওঁক সোমাব দিব লাগে। তেওঁ কলেজৰ অধ্যক্ষৰ লগত দেখা কৰিব তেওঁলোকে মৰা তামোলৰ খুঁটাৰ এচলীয়া ঘৰ, কাহিবনৰ বেৰ দি শ্ৰেণী কোঠা সজাই এইখন কলেজ আৰম্ভ কৰিছিল। এখন নিধুৱা, গো-চৰণীয়া পথাৰত কলেজখন পতা হৈছিল। অতিৰিক্ত কিছু ভূমি ৰাইজে দান দিছিল, এটকা দুটকা ৰাইজৰ বৰঙণিৰে কলেজ আৰম্ভ কৰা হৈছিল। বৃদ্ধই যিমানেই অনুৰোধ জনায়, ভীম সিং সিমানেই কঠোৰ হয়। বৃদ্ধক এটা পগলা বুলি ভাবি ধমকি দিয়ে।

এইবোৰ ইয়াত নবকিবি। বুঢ়া তই গুচি যা। মই তোক কলেজত সোমাবলৈ নিদিও।

২০৭৮ চনৰ কথা। কলেজৰ প্ৰতিষ্ঠা শতবাৰ্ষিকী উৎসব। কলেজত তেতিয়া উখল-মাখল। অধ্যাপক-অধ্যাপিকা, ছাত্ৰ-ছাত্ৰীসকলৰ বহুতে শতবাৰ্ষিকী উৎসৱ উদযাপন সমিতিৰ সদস্য। প্ৰত্যেকেই দেশী-বিদেশী গাড়ীলৈ অহা যোৱা কৰি আছে। শতবাৰ্ষিকী উৎযাপনৰ কামবোৰ উপসমিতি গঠন কৰি ভাগ কৰি দিয়া হৈছে। সকলোৱে নিজৰ নিজৰ কামত ব্যস্ত। মূল দ্বাৰত এজন বৃদ্ধ কিমান পৰ বহি আছে, কাৰো এযাৰ মাত দিবলৈ অৱকাশ নাই।

ছাত্ৰীকেইজনীমান খোজ কাঢ়ি মূলদ্বাৰ আহি পাইছিল। বৃদ্ধই লাহেকৈ উঠি থৰক বৰককৈ তেওঁলোকৰ ওচৰলৈ গৈ ক'লে-'আইহঁত। মই অধ্যক্ষৰ লগত দেখা কৰিব খোজোঁ। দ্বাৰৰক্ষীয়ে সোমাব নিদিয়ে। তোমালোকে অধ্যক্ষৰ পৰা তেওঁক দেখা কৰাৰ অনুমতি অনাই দিব পাৰিবানে?'

'বাৰু! আমি অধ্যক্ষক কম গৈ' বুলি কৈ ৰাংচালী ছাত্ৰী কেইগৰাকী চঞ্চলপদে গুচি গ'ল। কিন্তু কোনো খবৰ নাহিল। কলেজৰ উখল মাখলৰ মাজত বোধহয় তেওঁলোকৰ প্ৰতিশ্ৰুতি উৰি গ'ল।

সেই দিনাও বৃদ্ধই অধ্যক্ষৰ লগত দেখা কৰিব নোৱাৰিলে। কলেজৰ দুৱাৰমুখৰ পৰা খেদি দিলে। অলপ দূৰত থৰক বৰক কৈ থিয় হ'বলৈ খোজোতেই কলেজৰ ভিতৰ পৰা ছাত্ৰ এজনৰ গাড়ী এখন 'ভোঁ-ভোঁ কৈ তেওঁ কাষেদি যাওঁতে বৃদ্ধই ভাৰসাম্য হেৰুৱাই আলিৰ কাষত পৰি গ'ল। এগৰাকী ছাত্ৰী আহি আছিল। ল'ৰা লৰিকৈ আহি বৃদ্ধ গৰাকীক তুলি বহুৱালে। কেইবাগৰাকী ছাত্ৰ-ছাত্ৰী গোট খালে, তেওঁলোকে তেওঁক পঞ্চৱটীৰ বেঞ্চত শুৱাই দিলে। অলপ সময়ৰ মূৰত বৃদ্ধ গৰাকী উঠি বহিল। প্ৰথমে দৌৰি অহা ছাত্ৰ গৰাকী কাষতে বহি আছিলে। বৃদ্ধই সুধিলে, 'তোমাৰ নাম কি মা?'

'মাধৱী চৌধুৰী। মোক ভণ্টি বুলি মাতিব। মোক ভণ্টি বুলি মাতিলে বৰ ভাল পাওঁ।'

'কিয়?'

'ঘৰত ল'ৰা-ছোৱালীবোৰৰ ভিতৰত মই ডাঙৰ। ঘৰত কিবা এটা হ'লে, সকলোৱে মোকে জগৰীয়া কৰে। আমাৰ ভণ্টি এজনী আছে। তাই যে কিমান জগৰ লগায়। তাইক জগৰীয়া নকৰি মৰম কৰে। মই মৰম আকলুৱা।'

'ভণ্টি, ডাঙৰ হ'লে, দায়িত্ব ল'বই লাগিব। তোমাৰ ভণ্টিও ডাঙৰ হলে তোমাৰ দায়িত্ব ল'ব লাগিব। এতিয়া সৰু আছে বাবে সকলোৰে আলাসৰ লাডু।'

ইতিঃমধ্যে মাধৱীয়ে বেগৰ পৰা কমলা এটা উলিয়াই বাকলি গুচাই বৃদ্ধক খাবলৈ দিলে। 'কমলা কিয় দিছা?' বৃদ্ধই সুধিলে।

আপুনি পৰি গৈছিল, নহয়? আপোনাক পানী দিব লাগিব। পানী আনিবলৈ দিছোঁ। আনোতে অকণমান পলম হ'ব। আগেয়ে কমলাৰ ৰসকে দিছোঁ।

'ভণ্টি কোন ক্লাছত পঢ়া?' বৃদ্ধই সুধিলে।

'তৃতীয় বাৰ্ষিকীত।'

'কি বিষয়?'

'অৰ্থনীতিত মেজৰ।'

'ভাল বিষয় লৈছা ভণ্টি। অৰ্থনীতি এতিয়া বিশ্বৰ চালিকা শক্তি।'

মাধৱী চৌধুৰীৰ চকুত এক অপ্ৰত্যয় চাৱান। বৃদ্ধৰ কথা যেন মানি ল'ব পৰা নাই। ইতিঃমধ্যে পানী আহি পালে। বৃদ্ধৰ চকু মুখ ধুই পানী খাবলৈ দিলে। বৃদ্ধ কিঞ্চিত সুস্থ হৈ উঠিল।

'মোৰ ভাল নেলাগে।' মাধৱীৰ মৃদু প্ৰতিবাদ।

'কিয়?' অনুসন্ধিৎসু বৃদ্ধ মাধৱীৰ লগত অন্তৰঙ্গ আলাপৰ পাতনি মেলিলে।

দুখীয়া মানুহৰ দৰিদ্ৰতা দূৰ কৰাৰ উপায় অৰ্থনীতিত বিচাৰি পোৱা নাই। ইমান আঁচনি আৰু পৰিকল্পনাৰ মূৰতো আমাৰ গাঁওখনৰ অৰ্থনৈতিক অৱস্থা বেয়াৰ পৰা বেয়া হৈ আছে। দুখীয়া আৰু দুখীয়া, ধনী আৰু ধনী হৈছে। বৈষম্য বাঢ়িছে। শোষণ বাঢ়িছে।

বৃদ্ধ মাধুৰীৰ লগত একাত্ম হৈ পৰিল।

'ভণ্টি, তুমি অধ্যক্ষৰ লগত মোক দেখা কৰাৰ ব্যৱস্থা কৰি দিব পাৰিবা নে?'.

অধ্যক্ষৰ লগত দেখা কৰি তেওঁৰ লগত বৃদ্ধৰ সাক্ষাৎকাৰৰ বন্দোবস্ত কৰিবলৈ ওলাই গুছি গ'ল। দুঘণ্টামানৰ পিছত মাধৱী আহি জনালে।

'ককা, আজি, কালিলৈ আৰু পৰহিলৈ অধ্যক্ষ ছাৰে আপোনাৰ লগত দেখা কৰিব নোৱাৰিব। আজি আন্তৰ্জাতীয় অৰ্কিড গাৰ্ডেন সম্পৰ্কে মিটিং কৰি আছে। আবেলি নেছনেল ছুইমিং প্ৰতিযোগিতাৰ বাবে প্ৰতিনিধি নিৰ্বাচন কৰা হ'ব। কাইলৈ কোচিনৰ আয়ুৰ্বেদিক ফাৰ্ম এটাৰ লগত ঔষধি গছৰ বাকলি লতা আদি যোগান ধৰা বিষয়ক চুক্তি এখন সম্পাদন কৰা হ'ব। অতিথিসকলৰ লগত আলোচনা কৰিব লগা হোৱাত কালিলৈও সাক্ষাতৰ সময় উলিয়াব পৰা নহ'ব। পৰহিলৈ শতাব্দী উদযাপন সমিতিৰ সভা। সেইদিনাও সময় নহ'ব। তাৰ পিছ দিনা ৰবিবাৰ। ককা, আপুনি সোমবাৰে আহিব।'

ৰত্নপীঠ কলেজখন প্ৰতিষ্ঠা বিষয়ক তিনিটা বিশেষ তত্ত্ব আৰু তথ্য বিচাৰি 'ডক্টৰেট'ৰ কাৰণে তিনিজন গৱেষকে অধ্যয়ন কৰি আছে। এজনে কলেজখনৰ প্ৰাঙ্গণ আৰু পাৰ্শ্বভূমিত বননি সৃষ্টিৰ সাধন লক্ষ্য কি? দ্বিতীয় জনে কাঁহিবনৰ বেৰ দি সজা এচলীয়া শ্ৰেণী কক্ষত কলেজৰ শ্ৰেণীত পাঠদান কৰা জনশ্ৰুতি কিমান নিৰ্ভৰযোগ্য? তৃতীয় জনে কলেজখনৰ প্ৰাকৃতিক গঠন আৰু পাৰ্শ্ব-চিত্ৰপটে জনপ্ৰেৰণা কিমান উদ্ৰেক কৰিব পাৰিছে? অধ্যক্ষয়ো নতুন তথ্যৰ সন্ধান উলিয়াবলৈ তেওঁলোকক সহায় কৰি আছে। অপূৰ্ব সিংহ গ্ৰন্থাগাৰ এটা ডাঙৰ পুথিভঁৰাল। গৱেষকসকলে তাৰ পৰা বহুত সহায় পাইছে।

বৃহস্পতি, শুকুৰবাৰ আৰু শনিবাৰে মাধৱীয়ে ঠিক কৰা মতে বৃদ্ধক অধ্যক্ষৰ সাক্ষাৎ দিয়া সম্ভাৱনা নাই যদিও, বৃদ্ধই প্ৰতিদিনে যথাসময়ত কলেজৰ দ্বাৰত উপস্থিত হয়। বিভিন্ন জনক লগ পায়। নানাৰকমৰ কথা বতৰা হয়।

বৃদ্ধৰ তীক্ষ্ণ দৃষ্টি কলেজখনৰ ভিতৰ চ'ৰাত। ইতঃমধ্যে বৃদ্ধই কেইবাজাক ছাত্ৰ-ছাত্ৰীৰ লগত বন্ধুত্ব গঢ়ি তুলিছে।

তোমাৰ নাম কি? এজন ছাত্ৰৰ কাষ চাপি সুধিলে।

'ধীমান।' হাঁহি এটা মাৰি ছাত্ৰজনে উত্তৰ দিলে।

কোন শ্ৰেণীত পঢ়া? বৃদ্ধ তাৰ লগত একাত্ম হ'ব বিচাৰিছে।

'দ্বিতীয় বাৰ্ষিক।'

'ককা, তোমাৰ নাম কি?' ছাত্ৰজনে অনুসন্ধিৎসু হৈ সুধিলে।

'এৰা, ভাইটি, মোৰ নামটো যে পাহৰিলোঁ।'

'ধেৎ, নিজৰ নাম কোনোবাই পাহৰে নেকি?'

বুঢ়া হ'লে তুমিও পাহৰিবা তোমাৰ নাম। বাৰু ধীমান ভাইটি, যিখন কলেজত তুমি দ্বিতীয় বাৰ্ষিকত পঢ়িছা, সেইখন কলেজ প্ৰতিষ্ঠা সকলৰ নাম মানুহে পাহৰা নাই জানোঁ? সকলোৰে নাম সকলোৰে মনত নাথাকে। মোৰো

নাম কাৰো মনত নাই। মোৰো মনত নাই। সেয়ে স্কুলৰ বেঞ্চত, পাৰ্কৰ বেঞ্চত, ৰাজহুৱা ঠাইত আমাৰ নিজৰ নাম লিখি থ'বলৈ বিচাৰোঁ। এনেকি গছৰ গাতো আমি আমাৰ নাম লিখি ফুৰোঁ। এই কলেজখন কাঁহি বনৰ বেৰা দিয়া এচলীয়া এটাত জন্ম লাভ কৰিছিল। ধীমান, তুমি এনে কথা শুনিছানে?

'নাই শুনা।'

'আমি শুনিছো। অকল শুনাই নহয়, আমি দেখিছোঁ। অকল দেখাই নহয়, আমি কৰিছোঁও। সেইটোৱে আমাৰ নাম।'

ধীমানে একো নুবুজিলে। বৃদ্ধৰ ফালে সন্দিগ্ধ চিত্তে চাই থাকিল।

'ধীমান, ভাইটি, তোমালোকৰ কলেজখনৰ পতাকাখনত সেইটো কি চিন?' 'প্ৰতীক চিন' ধীমানৰ উত্তৰ। 'প্ৰতীক চিনটোৱে কি অৰ্থ সূচাইছে?' 'সেইটো প্ৰতীক চিন। সেয়ে তাৰ অৰ্থ?' বৃদ্ধ আৰু আগবাঢ়িল। 'কলেজ সঙ্গীত', 'নীতি বাক্য' এইবোৰৰ গভীৰতালৈ যোৱা স্পৃহা নাইকিয়া হ'ল।

বৃদ্ধাই বুজিলে, বাহ্যিক আড়ম্বৰ যিমান বাঢ়িছে, বৌদ্ধিক উৎকৰ্ষতা সিমান বঢ়া নাই। যিমানেই সম্পদ সৃষ্টি হৈছে। সিমানেই মূল্যবোধ কমি আহিছে। ধন বাঢ়িছে। মন বঢ়া নাই। সম্পদ বাঢ়িছে সামগ্ৰিক শ্ৰীবৃদ্ধি বঢ়া নাই।

গৱেষক তিনিজনে কলেজ স্থাপনৰ পৰিকল্পনা, নক্সা আৰু ৰূপায়ণৰ বিৱৰণ বিচাৰি কলেজৰ অধ্যক্ষক ব্যতিব্যস্ত কৰি তুলিছিল। অধ্যক্ষই একো সম্ভেদ দিব পৰা নাই। লাইব্ৰেৰীয়ানৰ পৰাও বিশেষ কোনো তথ্য বিচাৰি পোৱা নাই। ছাত্ৰ-ছাত্ৰীসকলক যাকে লগ পাইছে তাকেই সুধিছে এই অঞ্চলত এই কলেজৰ ইতিহাস বিশদভাৱে জনা ব্যক্তি কোনোবা আছে নেকি? হঠাতে এজন ছাত্ৰই ক'লে যে গেটৰ বাহিৰত আজি তিনিদিন ধৰি আমাৰ কলেজৰ অধ্যক্ষক লগ পাবলৈ এজন বৃদ্ধ ৰৈ আছে। কলেজত সোমাবলৈ অনুমতি পোৱা নাই। তেওঁ কলেজৰ কিবা কিবি কথা আমাৰ আগত কৈছে। তেওঁ কলেজখনৰ বহু কথা জানে?

গৱেষক তিনিজন আৰু অধ্যক্ষ আচৰিত হ'ল আৰু বৃদ্ধজনক মাতি আনিবলৈ ছাত্ৰজনক নিৰ্দেশ দিলে। লগে লগে কেইজনমান ছাত্ৰ গেটৰ বাহিৰত গৈ বৃদ্ধক কতো বিচাৰি নাপালে। বৃদ্ধজন গুচি গৈছে। মাথো তাত এখন চিঠি লিখি থৈ গৈছে।

২৩ ডিচেম্বৰ, ২০০৬ অনামা ককা

# এজন বুঢ়া আৰু এটা কবিতা

নিৰোদেন্দু ৰায়

মৌ বাহলৈ চাই আছিলোঁ। মৌ-মাখিবোৰে কিমান নিষ্ঠা একাগ্ৰতা আৰু ঐকান্তিকতাৰে মৌচাক তৈয়াৰ কৰি আছে। দূৰ দূৰন্তৰ পৰা ফুলৰ মধু সংগ্ৰহ কৰি আনি আছে। কোনো ক্লান্তি নাই। কোনো বিৰাম নাই। কোনো অধিকাৰ বিচৰা নাই। কেৱল নিয়ত কৰ্মব্যস্ত হৈ আছে। মই আবেগত অভিভূত হৈ পৰিলোঁ। ক'ব নোৱাৰাকৈ কেতিয়া এজাক চিন্তাই মোক কঢ়িয়াই লৈ গ'ল ৰত্নপীঠ কলেজৰ পঞ্চৱটীলৈ। মৌ মাখিৰ দৰে নিয়ত কৰ্ম-ব্যস্ত, শুভ্ৰ কেশ লোল-চৰ্ম, শিথিলাঙ্গ এক বৃদ্ধৰ কাষলৈ। ৰ'দ বৰষুণলৈ কোনো কেৰেপ নকৰে, কেৱল কাম। তেওঁৰ নিঃস্বাৰ্থ কৰ্ম-নিষ্ঠা, আবেগ-অনুভূতি, তেওঁৰ মনঃশক্তি, মনোবৃত্তি আৰু নিজক প্ৰচ্ছন্ন ৰখাৰ মানসিকতালৈ শ্ৰদ্ধা জনাই মই নাম প্ৰকাশৰ পৰা বিৰত থাকিলেও ৰত্নপীঠ কলেজৰ বৃক্ষলতা, গছৰ পাত লৰোৱা, বতাহে তেওঁৰ নাম নোকোৱাকৈ নেথাকে। তেওঁক লৈ মই এটি কবিতা লিখিছিলোঁ। কবিতাটি মোৰ কবিতাপুথিত কেতিয়াবাই প্ৰকাশিত হৈ গৈছে।

অভিজ্ঞান সম্পাদন সমিতিয়ে পঞ্চৱটী সম্পৰ্কে এটি প্ৰবন্ধ যুগুতাই দিবলৈ কোৱাত কিঞ্চিৎ আবেগ মিশ্ৰিত হলেও সেই কবিতাটিকে আগবঢ়ালোঁ। বট, বিল্ব, অশ্বত্থ, অশোক, আমলখী সমাবৃত, শান্ত পথিকৰ জিৰণিৰ বাবে তৰুচ্ছায়াৰ কথা আছে যদিও বৃদ্ধ কৰ্মীজনৰ কিন্তু জিৰণি নাই। কাম কৰিবৰ বাবে জীয়াই থকা নীতি অনুসৰণ কৰি গৈ আছে। কবিতাটিত কৰ্ম সংস্কৃতিৰ গৰিমা প্ৰকট কৰিবলৈ যত্ন কৰা হৈছে।

ৰত্নপীঠ কলেজৰ ৰূপালী জয়ন্তীত উলিয়াব লগা অভিজ্ঞানত কবিতাটি যে এনেদৰে ঠাই পাব, কবিতাটি ৰচনা কৰোঁতে এই কথা ভৱা হোৱা নাছিল। কবিতাটি তলত দিয়া হ'লঃ

*এজন বনুৱা*

*পথিক!*

*খন্তেক জিৰাব নে পঞ্চৱটীৰ ছাঁত?*
*শুনিবনে এষাৰ আপোন মাত?*
*সৌ যে বনুৱাজন*
*ছায়াটোৰ সতে কায়াটো লৰিছে*
*কামৰ তাগিদাত,*
*মিচিকিয়া হাঁহিৰে শুনাবহি একাষাৰ মাত*
*'মোৰ যে সময় কম'।*
*পথিক! দেখিছে নে?*
*খণ্ডাল সূৰ্যটোৰ সতে কি দৰে কৰিছে*
*'টাগ অৱ ৱাৰ'*
*সঞ্জীৱনী পায়হি নিজে ৰোৱা*
*গছৰ ছাঁত।*
*কি বৰষুণ, কি জাৰ*
*টোকৰা চৰাইৰ দৰে*
*বাৰিষাৰ আগতে*
*সাজিবলে বাহ*
*অ'ৰ ত'ৰ পৰা খেৰ কুটা*
*বুটলি আনিবলে*
*কি যে অদম্য প্ৰয়াস।*
*কত যে আশা*
*কত যে কল্পনা*
*মগজুত খেলা কৰে অষ্ট প্ৰহৰে*
*অলকা নন্দা*
*সাজিবলে নালন্দা*
*নাই বিৰক্তি, নাই ক্লান্তি*
*হাঁহি ভৰা মুখত শুনিবহি একাষাৰ মাত*
*'মোৰ যে সময় কম'*
*বাৰিষাৰ আগতে*
*সাজিব যে লাগিব বাহ।*

পঞ্চৱটী, তাৰ কৰ্মী আৰু তৎ বিষয়ক কবিতা ৰত্নপীঠ কলেজৰ ৰূপালী জয়ন্তী উপলক্ষে এইদৰে সমাবিষ্ট হোৱাত মই বৰ আনন্দিত।



**মণিৰুজ্জামান**
**প্ৰতিষ্ঠাপক সম্পাদক**



**তৰণী কান্ত ৰায়**
**প্ৰতিষ্ঠাপক অধ্যক্ষ**



**প্ৰভাস দাস, অধ্যক্ষ**



**কলেজ গভৰ্ণিংবডি**

**বাওঁফালৰ পৰা (বহি) ড° প্ৰভাস দাস (অধ্যক্ষ), প্ৰসন্ন কুমাৰ দাস, শৰৎ চন্দ্ৰ সিংহ (সভাপতি), ৰবীন চৌধুৰী, মমতাজ বেগম, বীণা চক্ৰবৰ্তী।**

**থিয় হৈ ঃ জাহানুদ্দিন আহমেদ, কন্দৰ্প বৰপূজাৰী, ঘনকান্ত নাথ, এছ এম ছাম ছুদ্দুল্লা, তৰণীকান্ত ৰায়, উদয় দাস।**

# কলেজ সঙ্গীত

আমি বন্তি জ্বলাওঁ
আমি দিশ পোহৰাওঁ
নজনাক জানিবলৈ-
আমি আগুৱাই যাওঁ।
আমি যাত্ৰী অসীমৰ
জয় চিহ্ন ভাৰতৰ-
এন্ধাৰ বিদাৰি আমি
পোহৰ উলিয়াওঁ।
অসীমলৈ এই বাট,
আছে বহু বাধা তাত,
আমি পাৰ হৈ যাওঁ
আমি বন্তি জ্বলাওঁ।

# অন্তৰ্বাক

ইতো নহে
কবিৰ কল্পনা
ই যে এক
সতেজ মনৰ
ভাব,
চিন্তা
ক্রিয়া,
অন্তৰ
নিগৰা
চিন্তন
মনন
দৰ্শন—

পাঠ
দিয়া
নিয়া।

মেঘ দ্যুতি
বিদ্যুৎ জ্যোতি 'দ'
কলেজ প্ৰতীক
নভঃ বাণী
চিৰন্তন।
নীতি বাক্য
বিদ্যাই প্ৰতিষ্ঠা
তপ নিষ্ঠা জ্ঞান
চিৰ সত্য
সনাতন।

বৃন্দগীত
নজনাক জনা
কলেজ সঙ্গীত
বন্তি জ্বলা
নন্দে
স্পন্দে
হিয়া।
এহি
ভাব
এহি
চিন্তা
এহি
ক্রিয়া।

শৰৎ চন্দ্ৰ সিংহ

 

# সম্পাদকৰ কলম



কোনো অনুষ্ঠান স্থাপন কৰি ২৫ বছৰ পূৰ্ণ হলে তাৰ অভিষেক উৎসৱ পালন কৰে। ইয়াক ৰূপালী জয়ন্তী উৎসৱ বুলি অভিহিত কৰে। ৰত্নপীঠ কলেজখনেও ১৯৭৮ চনত পাঠদান আৰম্ভ কৰি বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজেদি বহুতো সদাশয় বিদ্যোৎসাহী ব্যক্তিৰ সৎ পৰামৰ্শ, সহায়-সহযোগিতা আৰু দান-বৰঙণিৰে আগ বাঢ়ি আহি আহি আজি ২৫ বছৰ অতিক্ৰম কৰিলে। সেয়ে ৰাইজে কলেজৰ ৰূপালী জয়ন্তী উৎসৱ উদ্‌যাপন কৰিবলৈ লৈছে আৰু এই উদ্দেশ্যে এখন স্মৃতি গ্ৰন্থ প্ৰকাশ কৰিবলৈ সিদ্ধান্ত লৈছে। যিসকল উদ্যোগী ব্যক্তিৰ ঐকান্তিক প্ৰচেষ্টা, অক্লান্ত পৰিশ্ৰম আৰু অদম্য উৎসাহ উদ্দীপনাৰে কলেজখন লেখত ল'বলগীয়া কৰি গঢ়ি তুলিছে তেওঁলোকৰ গুণ-গৰিমা স্মৃতি গ্ৰন্থখনত প্ৰতিফলিত কৰিবৰ বাবে যত্ন কৰা হৈছে। কিন্তু বহুতৰে গুণ-গৰিমা যথাযথ ভাবে প্ৰকাশ নহ'বও পাৰে তাৰ বাবে প্ৰথমেই মাৰ্জনা বিচাৰিছোঁ।

**নাম-কৰণ ঃ**

স্মৃতি-গ্ৰন্থ সমিতিয়ে এক বিশেষ দৃষ্টিভঙ্গীৰে স্মৃতিগ্ৰন্থখন প্ৰস্তুত কৰিবৰ বাবে কিছুমান বিশেষ আঁচনি আৰু পৰিকল্পনা গ্ৰহণ কৰি স্মৃতিগ্ৰন্থখনৰ নাম ৰাখিলে 'অভিজ্ঞান'। অৰ্থাৎ প্ৰাচীন কালত কালিদাস ৰচিত 'অভিজ্ঞান-শকুন্তলম্' নাটকত ৰজা দুষ্মন্তই আঙুঠিটো দেখিয়েই যেনেকৈ শকুন্তলাৰ মনত পৰিছিল, স্মৃতিৰ পটত ভাঁহি উঠিছিল তপোবনৰ সৌন্দৰ্য, শান্তি আৰু সৌহাদ্য তেনেকৈ এই স্মৃতিগ্ৰন্থখন পঢ়িলেই যেন মনত পৰে কলেজৰ অতীত দিনৰ কথা, উপলব্ধি কৰিব পাৰে কেনেকৈ কলেজ কৰ্তৃপক্ষ আৰু ৰাইজে-অক্লান্ত পৰিশ্ৰম আৰু ত্যাগ স্বীকাৰ কৰি ৰত্নপীঠ কলেজখনক জাকত জিলিকা কৰি গঢ়ি তুলিছিল।

সেয়ে সিযসকল লোকৰ অৱদানত ৰত্নপীঠ কলেজখনে অঙ্কুৰণৰ পৰা বৰ্তমান অৱস্থা পাইছে, অভিজ্ঞানত তাৰেই এটি আভাস দাঙি ধৰিবলৈ যত্ন কৰা হৈছে। কলেজ স্থাপনৰ পৰা কেনেকৈ ঠাই বিচাৰি অনাই বনাই ফুৰিব লগা হৈছিল-

এই বিষয়ে অধ্যাপিকা ড° মিনতি কংসবনিকৰ লিখনিত, কলেজৰ চৌহদত থকা পৰিকল্পিত আৰু সুশোভিত বৃক্ষৰাজিৰ সৌন্দৰ্যৰ বিষয়ে নিখিল সিংহৰ লিখনিত, কলেজৰ পতাকা প্ৰতীক চিহ্নৰ অৰ্থবহতা সম্পৰ্কে অধ্যাপক কন্দৰ্প বৰপূজাৰীৰ লিখনিত আৰু কলেজ সঙ্গীত, বৃক্ষৰোপণ সঙ্গীত, মীন সৰোবৰ সঙ্গীত, পুথিভঁৰালৰ সঙ্গীতত কিদৰে দাৰ্শনিক, আধ্যাত্মিক আৰু মূল্যবোধৰ ভাৱধাৰা লুকাই আছে তাক সবিতা সিংহৰ লিখনিত সুন্দৰভাবে প্ৰকাশ পাইছে।

বিশেষকৈ সাধাৰণ বাঁহ আৰু কাশীয়া খেৰৰ এটি লিণ্টু সেড্‌ত (Lean to shed)কলেজ আৰম্ভ কৰি ৰাইজৰ দান-বৰঙণিৰে কেনেকৈ চাপৰ-শালকোচা উন্নয়ন খণ্ডৰ দ্বাৰা কলেজৰ মূল গৃহ 'উত্তৰা', বন বিভাগৰ অৱদানেৰে - 'বনানি', চাপৰ চাহ বাগিচাৰ দ্বাৰা-'সেউজী', ৰাইজৰ দান বৰঙণিৰে -'সংগৃহীতা', অনুন্নত শ্ৰেণীৰ উন্নয়ন নিগমৰ দ্বাৰা-'কলানী', প্ৰাক্তন এম পি আব্দুল হামিদৰ সাংসদ পুঁজিৰ দ্বাৰা-সঞ্চাৰ কক্ষ, প্ৰাক্তন এম পি, নুৰুল ইচলাম চাহাবৰ সাংসদ পুঁজিৰ দ্বাৰা কন্যা ভৱন (গাৰ্লচ কমন ৰূম), কিশোৰ ভৱন (মঞ্চাংশ) আৰু স্পৰ্টচ হাউচ, বঙ্গাগাঁও ৰিফাইনাৰী আৰু পেট্ৰোকেমিকেলচৰ দানেৰে বিজ্ঞান প্ৰকল্প আৰু অপূৰ্ব সিংহ ট্ৰাষ্টৰ দ্বাৰা গ্ৰন্থাগাৰ নিৰ্মাণ আৰু আচবাব কিতাপ পত্ৰ সহ গ্ৰন্থাগাৰ দান আদিৰ বিৱৰণ তেতিয়াৰ নিৰ্মাণ কমিটিৰ সভাপতি সমিত ৰায়ৰ লিখনিত কলেজ নিৰ্মাণ কাৰ্যৰ বিৱৰণ সুন্দৰভাবে প্ৰকাশ পাইছে। পৰৱৰ্তীকালত চৰকাৰ আৰু ইউ জি চিৰ অনুদানেৰে হোৱা নিৰ্মাণ কাৰ্য, 'নাক'ৰ পৰিদৰ্শন আৰু উত্তোৰণৰ উপৰিও কলেজৰ বিভিন্ন উন্নয়নমূলক কাৰ্যৰ বৰ্ণনা অভিজ্ঞানৰ পৰিশিষ্টত সুন্দৰভাবে উল্লেখ কৰা হৈছে।

অভিজ্ঞানত কলেজৰ লগত সম্পৰ্ক থকা প্ৰবন্ধ পাতিৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছে। ইয়াৰ কেইটামান প্ৰবন্ধ কলেজত অনুষ্ঠিত চেমিনাৰত আলোচিত। অৱশ্যে সমাজ, সংস্কৃতি আৰু শিক্ষা বিষয়ৰ ওপৰত গুৰুত্ব আৰোপ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য ড° দেবপ্ৰসাদ বৰুৱা, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা ড° সুৰসনা মহন্ত চৌধুৰী, Entreneurship Education, Assam ৰ প্ৰাক্তন ডিৰেক্টৰ ড° ডি ডি মালী আদি খ্যাতনামা পণ্ডিত প্ৰবৰ লেখকৰ লিখনি অভিজ্ঞানত প্ৰকাশ কৰিবলৈ পাই আমি ধন্য মানিছোঁ আৰু তেখেত সকলোলৈ আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

গ্ৰন্থখনৰ আঁচনিমতে কলেবৰ বৃদ্ধি পোৱাত অভিজ্ঞানত গল্প-কবিতা প্ৰকাশ কৰিব নোৱাৰি দুখিত। কিন্তু কলেজ সঙ্গীতৰ উপৰিও বৃক্ষৰোপণ গীত, মীন সৰোবৰৰ গীত, লাইব্ৰেৰী গীত প্ৰাসঙ্গিক ক্ৰমে অন্তৰ্ভূক্ত কৰা হৈছে। ৰত্নপীঠ কলেজৰ পদুলিত পঞ্চৱটীৰ দৃশ্য দেখি চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ নিৰোদেন্দু ৰায়ে তেখেতৰ মনৰ আবেগ প্ৰকাশ

কৰোতে এটি কবিতাও সংযোজন কৰিছে। আমি শ্ৰীৰায়ক তেখেতৰ লিখনিৰ বাবে ধন্যবাদ জনাইছোঁ। ৰত্নপীঠ কলেজৰ শতবৰ্ষৰ পিছত অৰ্থাৎ ২০৭৮ চনৰ পিছত কলেজৰ ভৱিষ্যত ৰূপ সম্পৰ্কে এজন অনামা লেখকৰ এক কল্প চিত্ৰ গল্প আৰু কবিতাৰে লিখা এখনি চিঠিও সন্নিবিষ্ট কৰা হৈছে। অনামা লেখক জনলৈ আমাৰ শত শত প্ৰণাম জনাইছোঁ।

অলপ পলমকৈ হলেও অভিজ্ঞানৰ বাবে যিসকল সদসাশয় জ্ঞানী-গুণী ব্যক্তিয়ে প্ৰবন্ধ পাতি দি সহায় কৰিছে, বিশেষকৈ ৰূপালী জয়ন্তী উপলক্ষে আলোচনাচক্ৰত সমল ব্যক্তি হিচাপে আলোচনাচক্ৰ সফল ৰূপায়ন কৰাৰ উপৰিও মূল্যবান প্ৰবন্ধ যোগান ধৰিছে তেওঁলোকৰ প্ৰতি মোৰ আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। বিশেষকৈ ৰত্নপীঠ কলেজৰ শিক্ষক, ছাত্ৰ আৰু কৰ্মচাৰীসকলে প্ৰবন্ধ পাতি আৰু বিভিন্ন ধৰণে সহায়-সহযোগিতা আগবঢ়োৱাৰ বাবে তেওঁলোকৰ শলাগ লৈছোঁ। লগতে কলেজৰ গছ-বন আদি আপদাল কৰি কলেজখন জাতিষ্কাৰ কৰি গঢ়ি তোলাৰ বাবে যোগেন নাথ, সতীশ নাথ আৰু হৰকুমাৰ ৰায়ৰ কথা সদায় মনত থাকিব। ৰত্নপীঠ কলেজৰ ৰূপালী জয়ন্তী উৎসৱ উদ্‌যাপন সমিতিৰ সমূহ সদস্য সদস্যাকে তেওঁলোকৰ আন্তৰিক সহযোগিতা আৰু অক্লান্ত পৰিশ্ৰম কৰি ৰূপালী জয়ন্তী সূচাৰুৰূপে সমাধা কৰাৰ বাবে সকলোলৈ আন্তৰিক ধন্যবাদ ও কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

অভিজ্ঞানখনি ছপাই উলিওৱাত গুৱাহাটীৰ বাণী মন্দিৰৰ স্বত্বাধিকাৰী শ্ৰীউৎপল হাজৰিকা দেৱ আৰু প্ৰেছৰ সমূহ কৰ্মকৰ্তাই কষ্ট স্বীকাৰ কৰি অতি কম সময়ত অভিজ্ঞানৰ ছপা কাম সমাধা কৰাৰ বাবে তেখেতসকলোলৈ ধন্যবাদ জনাইছোঁ। বিশেষকৈ ৰত্নপীঠ কলেজৰ কম্পিউটাৰ শিক্ষক বিদ্যুৎ তামুলী, গোবিন্দ সূত্ৰধৰ আৰু গুৱাহাটী এন চি পি অফিছৰ কম্পিউটাৰ অপাৰেটৰ শ্ৰীনাৰায়ণ শৰ্মা দেৱক কিদৰে কৃতজ্ঞতা জনাম ভাষা বিচাৰি পোৱা নাই।

ৰত্নপীঠ কলেজৰ অধ্যক্ষ ড° প্ৰভাস দাসে বিশেষ গুৰুত্ব আৰু একাগ্ৰতাৰে অভিজ্ঞানখন প্ৰকাশ কৰাৰ ক্ষেত্ৰত সহায়-সহযোগ কৰাৰ বাবেই এই কাৰ্য সফল সম্ভৱ হৈছে। ড° দাসৰ প্ৰতি কৃতজ্ঞতা থাকিল। বিশেষকৈ সকলোৰে অলক্ষিতে ভাতৃপ্ৰতীম শ্ৰীজয়ন্ত কুমাৰ সিংহই অভিজ্ঞানখন প্ৰকাশ কৰাত যাৱতীয় ফাইনেন্সৰ ব্যৱস্থা কৰাৰ বাবে আমি তেওঁক আন্তৰিক কৃতজ্ঞতা জনালোঁ। অৱশেষত অভিজ্ঞানখনি প্ৰকাশৰ ক্ষেত্ৰত জ্ঞাতে অজ্ঞাতে হোৱা সকলো ত্ৰুটিৰ বাবে মাৰ্জনা বিচাৰি প্ৰতিবেদনৰ সামৰণি কৰিলোঁ।

১০/১/২০০৬

তৰণী কান্ত ৰায়
সম্পাদক, অভিজ্ঞান



# ৰত্নপীঠ কলেজৰ প্ৰাক কথন আৰু আমাৰ লক্ষ্য

এন্ধাৰৰ পৰা পোহৰলৈ যোৱাৰ প্ৰাৰ্থনা ধ্বনিত হৈছিল উপনিষদত। এই এন্ধাৰেই হ'ল অজ্ঞানতা। আমি পোহৰ বিচাৰো। জ্ঞানৰ পোহৰ। কাৰণ জ্ঞানই আনন্দ। জীৱনৰ পথ। এন্ধাৰ হ'ল মৰনৰ পথ। জ্ঞানৰ অৰ্থই হ'ল জনা। এই জনাৰ মাধ্যমেদি জীৱনৰ পথক আকোৱালী লৈ এন্ধাৰৰ পথক বিসৰ্জ্জন দিয়া 'Pull the husk to draw the seed' - এয়াই হৈছে শিক্ষাৰ মূল কথা। 'Know thyself' নিজকে জনা । নিজক জনাৰ মাজেদি ব্যক্তিগত, দাম্পত্য, পাৰিবাৰিক, সামাজিক , ৰাষ্ট্ৰীয় তথা আন্তৰাষ্ট্ৰীয় জীৱনক জনা, বিশ্বক জনা। এনেকি 'আত্মানং বিদ্ধি'। এই বিদ্ধি বা বাচা আৰু বাঢ়াৰ বাবে জনাৰ শেষ নাই। উল্লেখিত জীৱনবোৰৰ সংহতি বজাই ৰাখি আগুৱাই যোৱাই জীৱনৰ মূল উদ্দেশ্য। এই জনাই শিক্ষা আৰু শিক্ষাই আনন্দ, জ্ঞান - 'জ্ঞানম আনন্দ', 'জ্ঞানম অমৃতম্'।

মানুহৰ এই জ্ঞানেই সম্পদ। মানৱ সম্পদ। এই মানৱ সম্পদ যি জনে গঠন কৰাত সহায় কৰে বা শিকায় তাক আমি শিক্ষক বুলি কওঁ। পূৰনি কালত শিক্ষকক গুৰু বুলি কোৱা হৈছিল। তেওঁলোক আছিল ছাত্ৰসকলৰ Friends, Philosopher আৰু Guide - ইয়াকে সাৰগত কৰি ভাৰতৰ বুকুত গুৰুকুল শিক্ষাৰ ব্যৱস্থা আছিল। ছাত্ৰ বা শিষ্যই গুৰুগৃহত বা আশ্ৰমত গৈ শিক্ষা গ্ৰহণ কৰিছিল। উপযুক্ত কৰ্ম্মমুখী শিক্ষাৰে শিক্ষিত হৈ পুৰ্ণাঙ্গ সংসাৰীৰ জ্ঞান লৈ স্নাতক হৈ গ্ৰাহস্থ্ৰমত প্ৰবেশ কৰিছিল।

সময়ৰ সোঁতত ভাৰতৰ এই শিক্ষা ব্যৱস্থাৰ ঠাইত পাশ্চাত্য শিক্ষাৰ প্ৰভাৱ পৰিল আৰু গুৰুকল শিক্ষাৰ ঠাইত আনুষ্ঠানিক শিক্ষাই গা কৰি উঠিল। এনে[illegible] ভাৰতৰ নগৰ -চহৰ, গাঁৱে-ভুঁৱে সকলোতে আনুষ্ঠানিক শিক্ষাৰ প্ৰভাৱৰে [illegible] প্ৰাইমাৰী শিক্ষাৰ পৰা আৰম্ভ কৰি উচ্চ শিক্ষাৰ প্ৰতিষ্ঠান সমূহ গঢ়ি উঠিব [illegible]।

এনে এটি সময়তে চাপৰৰ উচ্চতৰ শিক্ষাৰ শিক্ষানুষ্ঠান চাপ[illegible]ৰ মাধ্যমিক বিদ্যালয়ৰ বিদ্যানুৰাগী, বিদ্যুৎসাহী শিক্ষক সকলোৰ মাজত [illegible]পৰ বহলপুৰ অঞ্চলত আজিৰ এই ৰত্নপীঠ কলেজৰ বীজ আংকুৰিত হৈছিল আৰু তাৰ আলমলৈ আৰু কিছু চাপৰ-বহলপুৰ অঞ্চলৰ উদ্যোগীলোক ১৯৬৭ চনৰ ২১ মে তাৰিখত আবেলি ৩ বজাত প্ৰয়াত ডালিম কুমাৰ মেধিৰ সভাপতিত্বত এখন ৰাজহুৱা সভা আহবান কৰে। সেই সভাতে 'চাপৰ-বহলপুৰ কলেজ' নামাকৰণ কৰি এই অঞ্চলত এখন কলেজ পাতিবলৈ এদৎ অঞ্চলৰ ৰাইজে

আগবাঢ়ি আহিল। প্ৰথম অৱস্থাত কলেজ পতা কিমান দূৰ সম্ভৱ হ'ব সেই সম্পৰ্কে বহুতৰ মনত সংশয় আছিল। উদ্যোক্তা সকল কিন্তু বৈ নাথাকিল, আগুৱাই গ'ল। বহু বাধা বিঘিনি অতিক্ৰম কৰি, নাঁৱত উটি পাহাৰ বোৱাই , খোজ কাঢ়ি, চাইকেল মাৰি আকৌ নৈৰ পাৰ হৈ ধন সংগ্ৰহ আৰম্ভ কৰিলে। নৈ পাৰ হৈ নৈৰ পাৰত, নতুন বছৰত, ৰঙালী বিহুৰ বতৰত চম্পাৱতী নৈৰ পাৰত—

*চম্পাৱতী অই*
*তাঁতৰ শালত*
*কিনো ফুল বাছে তোৰে অই মাকো*
*ইস্কুল পাতিলো, মাদ্ৰাছা পাতিলো*
*কলেজ নে পাতিনো কেনেকৈ থাকো।* - বুলি বিহুগীত গালে।

এই চম্পাৱতী নৈৰ তটভূমিত বহলপুৰ নাথ পাৰা গাঁওত প্ৰায় ৬৪ বিঘা মাটি চৰকাৰৰ পৰা আবণ্টন লোৱা হ'ল। আমি তেতিয়া চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ। আমাৰ শিক্ষক সকলে আমাক লৈ আহি ইয়াৰ বন জঙ্গলো চাফা কৰিলে। আমাৰ বৰ আনন্দ। ইয়াত এখন কলেজ হ'ব।

এনেকৈ কলেজ স্থাপনক লৈ বহু কল্পনা, পৰিকল্পনা চলি থাকিল পূৰ্ণদমত। আৰম্ভ হ'ল ধন সংগ্ৰহ। ৰাইজে টকা-পইচায় নহয়- ধান মৰাপাট আদিও দান দিয়া আৰম্ভ কৰিলে। শকত পুঁজিৰ বাবে হাট-বজাৰো ডাকি লোৱাৰ ব্যৱস্থা কৰা হৈছিল। গুৰুত্বপূৰ্ণ কথা হৈছে আজিৰ দিনত যি দহ পইচা আমি অচল বুলি কওঁ। সেই সময়ত এই দহ পইচাই কলেজৰ পুঁজি। চাপৰ ফ্ৰেণ্ডচটুইৰিং ছিনেমা হ'লত প্ৰতিখন টিকটৰ ওপৰত দহ পইচাকৈ কলেজ কৰ বহুৱা হ'ল। ৰাইজেও এটকাৰ পৰা আৰম্ভ কৰি যি যিমান পাৰিলে কলেজ পুঁজিত দান দিয়া আৰম্ভ কৰিলে। এনেকৈ প্ৰতিষ্ঠাতা দাঁতা, পৃষ্ঠাপোষক, মাহিলী দাঁতা , অনুষ্ঠান প্ৰতিষ্ঠান বিলাকৰ পৰাও অহা বৰঙণিৰে পুজি শকত হৈ থাকিল। এই ৰাইজৰ বৰঙণিৰে ৰাইজৰ কলেজ চাপৰ বহলপুৰৰ মিলনস্থল নাথপাৰা গাঁৱত স্থাপন কৰিব পৰা যাব বুলি ৰাইজ নিশ্চিত হ'ল। সন্দেহ থকা সকলোৰ সন্দেহ আঁতৰিল।

কিন্তু কলেজৰ নামাকৰণ লৈ কিছুদিন কিছু লোকৰ মাজত মতানৈক্য চলিল। কলেজখন যিহেতু বহলপুৰ অঞ্চলত। গতিকে কলেজৰ নাম বি.চি. কলেজ হব লাগে। আকৌ কোনোবাই কৈছে কলেজৰ নাম চি . বি. কলেজেই থাকিব লাগে। এই মতানৈক্যৰ অৱসান ঘটাই ১৯৭৮ চনৰ ১৮ মে তাৰিখত চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত কলেজ পৰিচালনা কমিটিৰ স্থায়ী সভাপতি বিশ্বনাথ বাঢ়ৈ দেৱৰ অনুপস্থিতিত উপসভাপতি প্ৰয়াত ভদ্ৰেশ্বৰ দাস দেৱৰ সভাপতিত্বত এদৎ অঞ্চলৰ ৰাইজৰ সৰ্বৰ্ব সম্মতিক্ৰমে কলেজৰ নাম ৰত্নপীঠ কলেজ কৰা হয়। যি নামত নিহিত হৈ আছে প্ৰাচীন কামৰূপ ৰাজ্যৰ পশ্চিম খণ্ডৰ গৌৰৱ, ঐতিহ্য, ঐশ্বৰ্য্য, সমৃদ্ধি আৰু কলা-সংস্কৃতিৰ সুবাস। এই সভাতেই কলেজৰ প্ৰতীক, পতাকা আৰু নীতি-বাক্য (Motto) কি হব তাকো নিৰ্দ্ধাৰণ কৰা হ'ল।

অৱশ্যে ইয়াৰ আগতে কলেজ পৰিচালনা কমিটিৰ সভাপতি প্ৰয়াত ভদ্ৰেশ্বৰ দাস আৰু সম্পাদক মনিৰুৰ জামাল দেৱৰ কাৰ্য্যকালত ১৯৭৮ চনৰ ২৪ জানুৱাৰী তাৰিখত কলেজ স্থাপনৰ অনুমতি বিচাৰি গুৱাহাটী বিশ্ববিদ্যালয়ত আবেদন কৰা হৈছিল। ইতিমধ্যে ছাত্ৰ-ছাত্ৰী নামভৰ্ত্তি কৰাই বঙ্গাইগাঁও কলেজৰ মাধ্যমত পৰীক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। কলেজৰ পৰিচালনা সমিতিৰ সিদ্ধান্ত মৰ্মে ১৫/০৮/৭৮ তাৰিখত জুৰান আলী দেৱক অধ্যক্ষ আৰু মিনতি কংসবনিকক বুৰঞ্জী বিষয়ৰ প্ৰৱক্তা, শিখা শূৰক ৰাজনীতি বিজ্ঞানৰ প্ৰৱক্তা হিচাপে নিৰ্বাচন কৰা হয়। বাকী বিষয়ৰ বাবে চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ তেতিয়াৰ বিষয় শিক্ষক অৰুণ কুমাৰ দাসক অৰ্থনীতি বিষয় শিকোৱাৰ বাবে আৰু লক্ষীকান্ত ঘোষক ইংৰাজী বিষয় শিকোৱাৰ বাবে অনুৰোধ জনোৱা হ'ল। কিন্তু জুৰান আলী দেৱে গোৱালপাৰা কলেজত প্ৰৱক্তাৰূপে যোগদান কৰাৰ বাবে তৰণীকান্ত ৰায় দেৱক ইয়াৰ পিছত অধ্যক্ষ হিচাপে নিয়োজিত কৰা হয়। কলেজৰ শ্ৰেণী আনুষ্ঠানিক ভাবে ০১/৯/৭৮ তাৰিখৰ পৰা চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত আৰম্ভ কৰা হয়। ইতিমধ্যে ৩০/৯/৭৮ তাৰিখৰ কলেজ পৰিচালনা কমিটিৰ সভাত শ্ৰী তৰণীকান্ত ৰায় দেৱক অধ্যক্ষৰূপে দৃঢ়কৰণ কৰা হল। পিচলৈ সৰজেন্দু ব্ৰহ্মচৌধুৰী দেৱক অৰ্থ বিজ্ঞান বিভাগত আৰু তেখেতে যোৱাৰ পিছত ১৯৮০ চনত ৩১ ডিচেম্বৰত অৰ্থনীতি বিজ্ঞানৰ প্ৰৱক্তা হিচাপে মোক নিয়োগ কৰা হয়। ইংৰাজী বিভাগত বিলাসীপাৰা কলেজৰ ভট্টাচাৰ, ৰেখা ৰায়, সদেশ সাহা আৰু কুদ্দুছ আলী চাহাবে বহুদিন ক্লাচ কৰিছিল। তাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ধীৰেন্দ্ৰ সিঙক লৈ গৈ কলেজত ইংৰাজী বিভাগৰ প্ৰৱক্তা হিচাপে নিয়োগ কৰা হয়। কলেজৰ আৰম্ভনিতে আনছাৰ আলীক অফিচ সহায়ক আৰু বিযেশ্বৰ দাসক পিয়ন হিচাপে নিয়োজিত কৰা হৈছিল। এনেকৈ শৈশৱ কালত কলেজৰ অধ্যয়ন, অধ্যাপনা চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ কোলাত আৰম্ভ হৈ প্ৰগতি ভৱন, কংগ্ৰেছ ভৱন আৰু চাপৰ গাঁও পঞ্চায়ত অফিচৰ কোঠালীত চলিছিল। ইয়াৰ পিছত ১৯৮৪ চনৰ ১৬ আগষ্টত ৰাইজৰ কলেজ ৰাইজৰ মাটি নাথপাৰাত ৰাইজে আনুষ্ঠানিক ভাবে স্থানান্তৰিত কৰিলে।

সেই সময়ত অসমৰ বৰ প্ৰতিকুল অৱস্থা। বিদেশী খেদা আন্দোলন। নানান ধৰণৰ অপশক্তিয়ে অসমৰ সাতামপুৰুষিয়া ভাতৃত্বভাব নষ্ট কৰাৰ চেষ্টাত। এই প্ৰতিকুল অৱস্থাতো চাপৰ বহলপুৰৰ ৰাইজে মাৰ বান্ধি কলেজৰ উন্নতিৰ কামত লাগি গ'ল। আনন্দৰ বিষয় যে ইতিমধ্যে এদৎ অঞ্চলৰ ৰাইজে ১৯৭৯ চনৰ ২০ মেত কলেজৰ নিজা মাটিত বহা সাধাৰণ সভাত আমাৰ সকলোৰে নমস্য, শ্ৰদ্ধাৰ অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱক সভাপতি আৰু প্ৰয়াত কৈলাস সৰকাৰ দেৱক সম্পাদক হিচাপে লৈ সিংহ চাৰৰ নেতৃত্বত কলেজৰ কাম নৱ নতুন আঁচনিৰে কৰা আৰম্ভ কৰিলে।

সিংহ চাৰ সভাপতি হৈয়ে কলেজখন এখন পূৰ্ণাঙ্গ কলেজ কৰাৰ বাবে চৰকাৰৰ নৰমচ, বিশ্ববিদ্যালয় নৰমচ মতে শিক্ষক, কৰ্ম্মচাৰী আৰু অধ্যক্ষ নিয়োগ

কৰা আৰম্ভ কৰিলে। যদিও প্ৰতিষ্ঠাপক অধ্যক্ষৰ দ্বাৰা কলেজ এখন Deficit হয়। কি যেনিবা নহয় সেই সংশয়ৰে সুদুৰ যোৰহাটৰ পৰা হৰকান্ত গগৈ চাৰক অধ্যক্ষ ৰূপে আনি কলেজত নিয়োজিত কৰিলে। গগৈ চাৰে ০২/০১/৮৪ তাৰিখৰ নিয়োগ মতে কলেজত যোগদান কৰি প্ৰায় এটা দহক অধ্যক্ষৰূপে কলেজত থাকি গুচি যায় আৰু পুনৰ তৰণীকান্ত ৰায়েদেৱে অধ্যক্ষৰূপে কাৰ্য্যভাৰ গ্ৰহণ কৰিব লগা হয়। ইয়াৰ পিছত ৰায় চাৰে যোৱা ২০০২ চনৰ ৩১ জুলাই তাৰিখত অৱসৰ গ্ৰহণ কৰে আৰু পৰিচালনা কমিটিয়ে মোক অধ্যক্ষৰ এই গুৰু দায়িত্ব অৰ্পন কৰে।

যদিও সিংহ চাৰ ১৯৭৯ চনৰ ২০ মে তাৰিখত সভাপতিৰূপে কাৰ্য্যভাৰ গ্ৰহণ কৰিছিল কিন্তু তাৰ আগৰ পৰাই কলেজৰ নামাকৰণত, প্ৰতীক, পতাকা আৰু নীতিবাক্য নিৰ্ণয়ত প্ৰধান ভূমিকা লৈছিল। সভাপতি হোৱাৰ পিছত নিজৰ ডাঙৰ ল'ৰা প্ৰয়াত অপূৰ্ব সিংহৰ দ্বাৰা কলেজৰ কাৰিকৰী দিশৰ কামবোৰ কৰি লোৱাৰ উপৰি এখন Master plan বনাই লৈছিল। কলেজৰ গছৰোৱা, ঘৰ বনোৱা, বাগান বনোৱা, দান বৰঙণি সংগ্ৰহ কৰা ইত্যাদি কামত এতদ অঞ্চলৰ বাইজৰ উপৰিও সিংহ চাৰে বাহিৰৰ কিছু ত্যাগী , বিদ্যুৎসাহী উদ্যোগী ব্যক্তিক মৰম-চেনেহৰ আকোৱালী লৈ কলেজৰ কামত নিয়োজিত কৰিছিল। সেই সকলোৰ ভিতৰত সকলো সময়তে কলেজৰ কামত লাগি থকা চাপৰ চাহ বাগিচাৰ ম্যানেজাৰ মৃণাল বোষ, ইঞ্জিনিয়াৰ সুবোদ দে , জলসিঞ্চনৰ এচ. ডি. অ' ওয়াছিফ চাহেব, মলয় বোষ আৰু গুৱাহাটীৰ ডিজাইন কনজাৰডিয়ামৰ কৰ্ম্মীসকল আছিল অন্যতম। তেওঁলোকও নিষ্ঠাভাবে সেৱা আগবঢ়াইছিল।

ইতিমধ্যে কলেজখনে ১৯৮৫ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখত ১৯৮৩-৮৪ চনৰ পৰা স্নাতক মহলাৰ গুৱাহাটী বিশ্ব বিদ্যালয়ৰ পৰা স্বীকৃতি লাভ কৰিছিল আৰু ১৯৮৬ চনৰ ১ ফেব্ৰুৱাৰীত কলেজখন Deficit Grand aid system-ত লিপিবদ্ধ হয়। এনেকৈ কলেজখনে Society Registration Act. মতে ১৯৯৩ চনৰ ৩০ নভেম্বৰত ২০১৪ নংত Register হয় আৰু ২৯-০৫-৯৫ তাৰিখত গুৱাহাটী বিশ্ববিদ্যালয়ৰ Permanent Affiliation পায়। অসম চৰকাৰৰ পৰাও ২০০২ চনৰ ১৩ নভেম্বৰত Permanent Affiliation পোৱা হয় আৰু সেই মৰ্মে কলেজ খনে বিশ্ববিদ্যালয় মঞ্জুৰী আয়োগৰ ১৯৫৬ ৰ UGC Act. ৰ মতে 2(f) & 12 (B)- ত ২০০৩ ৰ ২৯ মে তাৰিখত লিপিবদ্ধ কৰা হয়। ইয়াৰ মাজতে National Educational Research and Development Programme তো কলেজখনক লিপিবদ্ধ কৰা হয়। NAAC ৰ মূল্যায়নৰ কামো ইতিমধ্যে সমাধা কৰা হৈছে।

চাওঁতে চাওঁতে কলেজখনে তিনি দহকত ভৰি নিদিওতে গছ গছনিৰে ভৰি পৰিল। এতিয়া কলেজখন দেখিলে অনুভৱ হয় যে, কলেজত বনানি, নে বননিত কলেজ। কাৰণ প্ৰায় পাঁচ হাজাৰ মান গছ-গছনিয়ে কলেজখন আগুৰি আছে। যিটো সময়ত চাৰিওফালে Deforestation হৈ আছে, সেই সময়ত

ৰত্নপীঠ কলেজে গছ ৰুইছে। মেঘাৰন্য, মুকলিমঞ্চ, বকুলবন , নাৰিকলনী পিচলৈ আৰু অগৰুবন, বিদ্যাবন আদিক বিজ্ঞান সন্মত ভাবে গঢ়ি তোলা হৈছে। কলেজ প্ৰবেশ দ্বাৰত পঞ্চবটি , বাটৰ কাষত দেৱদাৰু, আৰু মুকলি মঞ্চৰ নন্দন কাননে ৰবীন্দ্ৰ নাথ ঠাকুৰৰ শান্তি নিকেতনৰ কথা মনত পেলাই দিয়ে। কলেজৰ এই গছবোৰৰ , ঘৰবোৰৰ মাজে মাজে , বিভিন্ন পথৰে কলেজৰ ৬৪ বিঘা জমিত ধুনীয়াকৈ ঘূৰি ফুৰিব পৰা পথ বোৰৰ নামে বিশ্বজনীনতাৰ পৰা আমাৰ নিজা অঞ্চলৰ কথা সোঁৱৰাই দিয়ে। চাৰ আইজাক নিউটন ৰোড, ড° ৰাধাকৃষ্ণন ৰোড, ফকৰুদ্দিন আলী আহমেদ, কৃষ্ণকান্ত সন্দিকৈৰ ৰোড আৰু ৰূপনাথ ব্ৰহ্মা ৰোড আদিয়ে ইয়াৰ নিদৰ্শন। ইয়াৰ লগতে কলেজখনত আছে চাইকেল ষ্টেণ্ড, কাৰ ষ্টেণ্ড আৰু পানীৰ যোগান , একোৰগাৰ্ড ইত্যাদি। লিটল যন্ত্ৰৰ-মন্ত্ৰৰ ব্যৱস্থা আছে। যাৰ মাধ্যমত দিক নিদৰ্শন কৰিব পাৰি । ইয়াক আগুৰি আছে আৰ্য্যভট্ট স্কোয়াৰ বা ফ্লাগ স্কোৱাৰে । মীন সৰোবৰ এটি উন্নত পুখুৰী , পশ্চিম দিশত খেল পথাৰ। তাৰ পশ্চিমত বিদ্যাবন।

কলেজখনৰ আৰম্ভণিতে প্ৰশাসনীয় ভৱনটো নিৰ্মাণ কৰা হৈছিল। ইয়াৰ পিছত ৰাইজৰ, অনুষ্ঠান, প্ৰতিষ্ঠান আৰু চ ৰকাৰৰ দান বৰঙণিৰে উত্তৰা, বনানি, কল্যানী, সংগ্ৰহীতা আৰু সেউজীগৃহ নামৰ গৃহ বোৰ গঢ়ি উঠিল। প্ৰাক্তন মন্ত্ৰী কবিৰ ৰায় প্ৰধানীৰ কল্যাণ বিভাগৰ পুঁজিৰে কল্যানী গৃহ। প্ৰাক্তন সাংসদ নুৰুল ইচলাম চাহাবৰ এৰিয়া উন্নয়ণ পুঁজিৰে ক্ৰিয়াভৱন, কিশোৰ ভৱনৰ মঞ্চ আৰু কন্যা ভৱন নিৰ্মাণ কৰা হ'ল। পিছলৈ মাননীয় মুখ্যমন্ত্ৰী গঁগৈ চৰকাৰৰ বুনিয়াদ পুঁজিৰ দ্বাৰা কিশোৰ ভৱন সম্পূৰ্ণ কৰা হ'ল। প্ৰয়াত অপূৰ্ব সিংহ দেৱৰ সহ ধৰ্মিনীয়ে অধ্যক্ষৰ বাস-গৃহ বনাই দিলে। ইতি কেন্টিনৰ আত ধৰিলে বিলাসীপাৰা মহকুমা ব্ৰিকচ এচোচিয়েচনে। বিজ্ঞান ভৱন বনাই দিলে B.R.P.L. এ। Apurba Sinha Memorial Trust এ অপূৰ্ব সিং গ্ৰন্থাগাৰৰ ব্যৱস্থা কৰিলে। প্ৰাক্তন সাংসদ হামিদ চাহাবৰ উন্নয়ণ পুঁজিৰ পৰা Extention Education Centre গৃহ নিৰ্মাণ কৰা হ'ল। বৰ্তমানৰ মাননীয় সাংসদ সন্মানীয় আনোৱাৰ হুচেইন চাহাবে বাকী কামবিলাকত পুঁজিৰ যোগান দিয়ে আছে। বিধায়ক প্ৰশান্ত কুমাৰ বৰুৱা দেৱও কলেজৰ আচবাব পত্ৰ, পুনৰ নিৰ্মাণ আৰু নিৰ্মাণ কাৰ্যত বিভিন্ন ধৰণে পুঁজিৰ লগতে বিভিন্ন ধৰণে সহায় কৰিয়ে আছে। এনেকৈ অভিৰক্ষী ভৱন, ওৱাৰ্কশ্বপ ইত্যাদিৰ উপৰিও Extention Education Centre গৃহত NSS, NCC, Scout & Guide, Population Education, PGCS আৰু NAAC ৰ বাবে Internal Quality Assurance Cell গঢ়ি উঠিল। বনমন্ত্ৰী প্ৰদ্যুৎ বৰদলৈ দেৱৰ ব্যক্তিগত প্ৰচেষ্টা আৰু বৰঙণিৰে কলেজৰ পূব দিশৰ পকা বেৰখন গঢ়ি উঠিল।

এতিয়া UGC ৰ অনুদানেৰে কলেজৰ বিডিং ৰুম, মেজৰৰ ক্লাচ ৰুম আৰু উত্তৰ দিশৰ পকীবেৰ হৈআছে। গ্ৰন্থাগাৰত প্ৰায় দহ হাজাৰ কিতাপৰ উপৰিও SOUL System, Photostat, Computer, Projector, T.V., VCP, আদিৰো ব্যৱস্থা কৰা

হৈছে। গ্ৰাম্য ক্ৰিয়াৰ ব্যৱস্থা কলেজৰ জৰিয়তে কৰা হৈছে। অন্যান্য খেলৰ ব্যৱস্থাৰ উপৰিও খেলৰ বাবে জিম, বাচকেট বল আদিৰো ব্যৱস্থা আছে। ছোৱালীসকলৰ বাবে ছোৱালী হোষ্টেলৰ অনুদান বিশ্ববিদ্যালয় অনুদান আয়োগৰ পৰা পোৱা হৈছে।

ইতিমধ্যে কলেজত স্নাতকোত্তৰ শ্ৰেণী (P.G.C.S)ৰ প্ৰবৰ্তন কৰা হৈছে। নতুন বিষয় শিক্ষা, গণিত আৰু দৰ্শন বিষয় কলেজত আৰম্ভ কৰা হৈছে। আই টি এডুকেশ্বনৰো ব্যৱস্থা কৰিবলৈ প্ৰস্তুতি চলোৱা হৈছে।

এই গোটেই প্ৰক্ৰিয়াটোৰ কলেজৰ উন্নয়ণৰ গতিধাৰৰ মূলতে ৰাইজৰ সহায়-সহযোগ, ত্যাগ আৰু লগতে আমাৰ জন-নায়ক শ্ৰী শৰৎ চন্দ্ৰ সিংহ দেৱৰ নেতৃত্ব, দিহা পৰামৰ্শ আৰু শাৰিৰীক মানসিক আৰু আৰ্থিক ভাৱে উৰ্চগা কৰি দিয়া শ্ৰম আৰু কৰ্ম্ম-সংস্কৃতি। এই ৰূপালী জয়ন্তী গঢ়কা দিনতো সুদীৰ্ঘ ২৭ বছৰে তেখেতে কলেজৰ পৰিচালনা কমিটিৰ সভাপতি হৈয়ে আছে। পৃথিৱীৰ বুৰঞ্জীত এনে উদাহৰণ বিৰল। তেখেতে জীয়াই থকা লৈকে এই অঞ্চলৰ ৰাইজে তেখেতক বাদ দি যেন কলেজৰ কথা চিন্তা কৰিব নোৱাৰে। তেখেতেও আমাক বাদ দি, কলেজখনক বাদি দি যেন থাকিব নোৱাৰে। আজিৰ এই ৯৩ বছৰ বয়সতো চাপৰত থাকিলে কলেজত পুৱা ৮-০০ বজাত আহি সন্ধিয়ালৈ কলেজৰ পূৰ্ব উদ্যানত বহি বহি কলেজৰ বিভিন্ন ধৰণৰ কাম চাই, পৰিকল্পনা কৰে। এই পৰিকল্পনাত এসময়ত সহায় কৰিছিল তেখেতৰ জ্যেষ্ঠ সন্তান প্ৰয়াত অপূৰ্ব সিংহ আৰু এতিয়া কৰি আছে তেখেতৰ কনিষ্ট সন্তান জয়ন্ত সিংহই। বোৱাৰী ৰাধা আয়াৰে সুদূৰ মুম্বৈৰ পৰা আহিও সহায় কৰে। সকলোৰে এটাই Motto- কৰ্ম্মই জীৱন, কৰ্ম্মই সংস্কৃতি। আমাৰ কলেজৰ Motto- ও হৈছে 'বিদ্যাই প্ৰতিষ্ঠা'। সিংহ চাৰেও বুজাব খুজে, দেখুৱাব খুজে তেখেতৰ Friends, Philosopher আৰু Guide- ৰে আমিও যেন কৰ্ম্মৰেই, বিদ্যাৰেই প্ৰতিষ্ঠা হও। আমি যেন একো জনকৈ দেশৰ সম্পদ হও। কলেজৰ Master plan আৰু কৰ্ম্ম পদ্ধতিয়ে তাকেই সূচায়।

ইয়াৰ মাজতো আমি যেন আমাৰ লক্ষ্য পুৰণ কৰিব পৰা নাই। মন কৰিব লগীয়া কথা যে ভাৰতবৰ্ষৰ ছাত্ৰৰ সোঁত এতিয়া বিদেশলৈ বৈছে। অসমৰ ছাত্ৰৰ সোঁত বৈছে দিল্লীলৈ, মুম্বাইলৈ, পুনালৈ কাণপুৰ-বাঙ্গালোৰলৈ । আমাৰ দৰে গাঁৱৰ ছাত্ৰ-ছাত্ৰী সকলোৰ সোঁত গুৱাহাটী, বজালী, গোৱালপাৰা, ধুবুৰী আদিলৈ বৈছে। আৰ্থিক ভাৱে প্ৰতিবন্ধক বা অইন কাৰণত যি সকল প্ৰতিবন্ধিহৈ বাহিৰলৈ যাব নোৱাৰে সেই সকলৰ বাবে ৰত্নপীঠ কলেজ। ইয়াৰ মাজেদি আজি ৰত্নপীঠ কলেজে এই ৰূপালী জয়ন্তী বৰ্ষৰ মুহূৰ্তত প্ৰায় ডেৰ হেজাৰ মান স্নাতক জন্ম দিছে। সামাজিকভাৱে দায়বদ্ধ হৈ ৰত্নপীঠ কলেজে বহুতো সমস্যাৰ মাজেদি সেই সকল ছাত্ৰ-ছাত্ৰীৰ উচ্চ শিক্ষাৰ ব্যৱস্থা কৰি সামাজিক গুৰু দায়িত্ব পালন কৰি আহিছে। যিমানখিনি কৰিবলগা আছিল সিমানখিনি হয়তো এতিয়াও আমি কৰিব পৰা নাই।

আজিৰ দিনত কলেজ এখন চলোৱা বৰ কঠিন। NAAC এ কব Quality Education, Quality Infrastracturre কথা। ছাত্ৰ-ছাত্ৰীৰ চাহিদা হৈছে

নিয়োগমুখী শিক্ষা। চৰকাৰে কব Post নাই, পুঁজি নাই- ইত্যাদি । তাৰ মাজেদি আকৌ সকলো কৰিবও লাগিব। সেয়ে পৰিচালনা সমিতি , ৰাইজ -শিক্ষক আৰু অভিভাৱক সকলৰ মুৰত গধুৰ দায়িত্ব । এই অনুষ্ঠানবোৰক যুগপোযোগী কৰা । যুগৰ চাহিদাৰ লগত, সময়ৰ সমস্যাৰ সমাধান কৰি সকলো ব্যৱস্থা কৰা। কাৰণ এই যুগৰ এই শিক্ষাই যুৱক-যুৱতী সকলক সঠিক কৰ্ম্মমুখী শিক্ষা দিব পৰা নাই। চৰিত্ৰবান কৰিব পৰা নাই। সম্পদৰ সৃষ্টি কৰিব পৰা নাই। আমাৰ এই শিক্ষানুষ্ঠান বিলাক যেন নিবনুৱা সৃষ্টি কৰাৰ একো একোটা অনুষ্ঠান। আমি শিক্ষকবোৰ যেন নিবনুৱা সৃষ্টি কৰাৰ একো একোজন প্ৰশিক্ষক (Instructor)।

সেয়ে আমাৰ কলেজৰ নীতিবাক্য (Motto) - বিদ্যাই প্ৰতিষ্ঠা এই কথাই সোঁৱৰাই দিয়ে যে আমি প্ৰতিষ্ঠিত হ'ব লাগিব-বিদ্যাৰ জৰিয়তে, কৰ্ম্মমুখী শিক্ষাৰে। কলেজৰ বননি, মীন সৰোবৰ, বিদ্যাবন, নাৰ্চাৰী আৰু এতিয়া হাতত লোৱা বিভিন্ন ধৰণৰ আঁচনি আৰু কৰ্ম্মযজ্ঞই একো একোটা উদাহৰণ। আমি যদিও যথেষ্ট পৰিমাণে কৰ্ম্মমুখী শিক্ষাৰ ব্যৱস্থা কৰিব পৰা নাই কিন্তু আমাৰ লক্ষ্যই হ'ল সেই দিশত কলেজখনক লৈ যোৱা । কৰ্ম্ম সংস্কৃতি গঢ়ি তোলা। ছাত্ৰ সকলক সম্পদ কৰি গঢ়া। স্বামী বিবেকানন্দই কৈছে- 'The end of all education, all training should be man making' । শিক্ষাৰ উদ্দেশ্যই হৈছে প্ৰকৃত মানুহ গঢ়া। ইয়াৰ অৰ্থই হ'ল মনুষত্বৰ বিকাশ কৰা। এই মনুষত্বৰ বিকাশেই গঠন কৰে মানুহৰ চৰিত্ৰ। এই চৰিত্ৰই মানুহৰ শ্ৰেষ্ঠ সম্পদ। জাতিৰ সম্পদ। দেশৰ সম্পদ। সেয়ে হয়তো ভাৰত চৰকাৰে শিক্ষা বিভাগটোক মানব সম্পদ বিভাগ বুলি নামাকৰণ কৰিছে।

পিছে আজি যদি আমি আমাৰ পিচলৈ এবাৰ ঘুৰি চাওঁ তেন্তে দেখিবলৈ পাম যে আমাৰ চৰিত্ৰজনিত সম্পদ যেন হেৰুৱাই পেলাইছো। কৰ্ম সংস্কৃতিৰ ঠাইত অপসংস্কৃতিয়ে আমাক গ্ৰাস কৰিছে। আমিও আমাৰ অজ্ঞাতে এন্ধাৰৰ ফালে গৈ আছো। বিদ্যালয়ৰ সংখ্যা বাঢ়িছে। নামৰ পিছত উপাধি বাঢ়িছে। শিক্ষাৰ শিতানত যথেষ্ট খৰচ হৈছে। কিন্তু সম্পদ সেইমতে সৃষ্টি হোৱা নাই । আমি শিক্ষকসকলেও সঠিকভাবে ছাত্ৰ-ছাত্ৰীসকলৰ Friends, Philosopher আৰু Guide ও হ'ব পৰা নাই। সেয়ে আমি ৰত্নপীঠ কলেজৰ ছাত্ৰ-ছাত্ৰী , শিক্ষক , অভিভাৱক, পৰিচালনা সমিতিৰ সদস্য আৰু এই অঞ্চলৰ বিদ্যানুৰাগী ৰাইজে এই ৰূপালী জয়ন্তী উৎসৱৰ সভাস্থলিত প্ৰতিজ্ঞা বদ্ধ হও আঁহক- আমি যেন ৰত্নপীঠ কলেজৰ মাধ্যমত অগ্ৰণী ভূমিকা লৈ ছাত্ৰ-ছাত্ৰী সকলক দেশৰ একো একোজন সম্পদ (Assets) ৰূপে সৃষ্টি কৰিব পাৰো, এওঁলোক যেন দেশৰ বোজা (Liabilities) নহৈ সম্পদ (Assets) হব পাৰে।

ড° প্ৰভাস দাস
অধ্যক্ষ, ৰত্নপীঠ কলেজ

# সূচীপত্ৰ

## অসমীয়া বিভাগ

### ইতিকথা



### স্বীকৃতি কথা



### সাহিত্য সংস্কৃতি কথা

# ENGLISH SECTION

# পৰিশিষ্ট

# ৰত্নপীঠ কলেজৰ 'অঙ্কুৰণ'-এটি আলেক্ষ্য

**তৰণীকান্ত ৰায়**
*প্ৰাক্তন অধ্যক্ষ, ৰত্নপীঠ কলেজ*

১৯৭৮ চনত বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজত ৰত্নপীঠ কলেজ স্থাপিত হয়। স্থাপনৰ সময়ত কলেজৰ নাম আছিল চাপৰ-বহলপুৰ কলেজ। সংক্ষেপে চি বি কলেজ। ১৯৬৭ চনতেই চাপৰ-বহলপুৰ কলেজ স্থাপনৰ প্ৰস্তুতি চলিছিল যদিও বিশেষ কিছুমান অসুবিধাৰ বাবে অলপ দিনৰ পিছতেই কলেজৰ কাম একেবাৰে স্তব্ধ হৈছিল।

১৯৭৭ চনত মই আৰু প্ৰয়াত অৰুণ দাস দেৱে চাপৰত পুনৰ কলেজ স্থাপনৰ বাবে যোগাযোগ কৰোঁ, কিন্তু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা জানিব পাৰিলোঁ যে এই বছৰ কলেজ আৰম্ভ কৰা সময় পাৰ হৈ গৈছে। সেয়ে ১৯৭৮ চনত প্ৰয়াত পৃথ্বিষ কান্তি সিংহ, মনিৰুজ্জামান, জুবান আলি, মই আৰু আন বহুতে আগবাঢ়ি অহাত ১৯৭৮ চনত এখন ৰাজহুৱা সভা আহ্বান কৰি এই অঞ্চলৰ এখন কলেজ স্থাপনৰ বাবে এখন কমিটি গঠন কৰোঁ। সভাপতি ডালিম মেধী, সম্পাদক মনিৰুজ্জামান, সহ সম্পাদক শ্যামল তালুকদাৰ নিৰ্বাচিত হয়।

সেই সভাত কলেজৰ বাবে ৰাইজে মুক্ত হস্তে দান-বৰঙণি আগবঢ়াব বুলি আশ্বাস দিয়ে আৰু এই অঞ্চলৰ কেইগৰাকীমান ব্যক্তি আৰু চাপৰ হায়াৰ চেকেণ্ডাৰী স্কুলৰ কেইগৰাকী বিষয় শিক্ষকে অবৈতনিকভাবে শিক্ষাদান কৰিবলৈ আগবাঢ়ি অহাত কলেজ পতাৰ কামত কিছু আশাৰ ৰেঙণি দেখা দিয়ে। বিশেষকৈ চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ প্ৰয়াত ডালিম কুমাৰ মেধী দেৱে কমিটীৰ অনুৰোধ ক্ৰমে চাপৰ হায়াৰ চেকেণ্ডাৰী স্কুলৰ এটি কোঠালীত কলেজ আৰম্ভণিত পাঠদান কৰিবলৈ অনুমতি দিয়াত ১৯৭৮ চনত ১ চেপ্তেম্বৰ তাৰিখে তেতিয়াৰ অবিভক্ত গোৱালপাৰা জিলাৰ উপায়ুক্ত শ্ৰীযোগানন্দ চাংকাকতি দেৱে এক আৰম্বৰপূৰ্ণ অনুষ্ঠানৰ যোগেদি চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয় ভৱনত চাপৰ-বহলপুৰ কলেজৰ শুভাৰম্ভ কৰা হয়।

কলেজ আৰম্ভণিত মুঠ ৩৪ জন ছাত্র-ছাত্রীয়ে দুবছৰীয়া ডিগ্ৰী ক্লাচত ভৰ্তি হয় আৰু তলত উল্লেখ কৰা ব্যক্তি সকলে অবৈতনিক ভাবে অধ্যাপকৰ দায়িত্ব গ্ৰহণ কৰাত কেৱল পাঁচটা বিষয়ত পাঠদানৰ ব্যৱস্থা কৰা হয়—

১। শ্ৰীতৰণী কান্ত ৰায়, এম এ (অসমীয়া বিভাগ) অধ্যক্ষ

২। শ্ৰীমিনতিকংস বণিক, এম এ (বুৰঞ্জী) অধ্যাপিকা

৩। শ্ৰীশিখা শূৰ, এম এ (ৰাজনীতি বিজ্ঞান), অধ্যাপিকা

৪। শ্ৰীঅৰুণ দাস, এম এ (অৰ্থনীতি বিজ্ঞান), বিষয় শিক্ষক

৫। শ্ৰীলক্ষীকান্ত ঘোষ, এম এ (ইংৰাজী), বিষয় শিক্ষক

শ্ৰীঅৰুণ দাস আৰু শ্ৰীলক্ষীকান্ত ঘোষ দুয়ো চাপৰ উচ্চতৰ মাধ্যমিক স্কুলৰ বিষয় শিক্ষক আছিল। প্ৰথমতে জুৱান আলিক কমিটিয়ে অধ্যক্ষ হিচাপে মনোনীত কৰিছিল। কিন্তু তেখেতে কলেজ আৰম্ভ হোৱাৰ আগতেই গোৱালপাৰা কলেজত নিযুক্তি পাই অধ্যাপকৰ পদত যোগদান কৰে। অৱশ্যে কলেজ আৰম্ভণিত তেখেতৰ অৱদান যথেষ্ট।

কলেজৰ আৰম্ভণি যিমান মধুৰ আৰু আনন্দ দায়ক কলেজখন আগবঢ়াই নিয়াৰ দায়িত্ব আৰু কাৰ্য ক্ৰমণীকা ইমানেই গধুৰ আৰু তিক্ততাপূৰ্ণ তাক কেৱল দায়িত্বত থকাজনেহে অনুভৱ কৰিব পাৰে। কাৰণ এটাৰ পিছত এটা সমস্যাই দেখা দিয়ে। সমস্যাবোৰ হ'ল— ১। শিক্ষক ২। পৰিচালনা কমিটী ৩। পাঠদান গৃহ ৪। বিভাগীয় অনুমতি ৫। পুঁজি আৰু পুঁজি সংগ্ৰহ ৬। আচবাব আদি।

**শিক্ষকঃ** কলেজৰ বৰ্তমানে এজন শিক্ষক নিযুক্তি দিয়াৰ ক্ষেত্ৰত বাচনি কৰাই টান। কাৰণ বাচনিৰ ক্ষেত্ৰত আৰু নিযুক্তিৰ ক্ষেত্ৰত অলপ ইফাল-সিফাল হ'লেই কৰ্টৰ আশ্ৰয় লয়। নিযুক্তিৰ বাবে অসংখ্য প্ৰাৰ্থীয়ে অনুনয়-বিনয় কৰি কলেজ কৰ্তৃপক্ষক হাৰাশাস্তি কৰে। কিন্তু সেই সময়ত কলেজৰ বাবে এজন শিক্ষক পোৱাটো বৰ কষ্টকৰ আছিল। শিক্ষক এজন বিচাৰি হাবাথুৰি খাব লগা হৈছিল।

ফলত কলেজ আৰম্ভ হোৱাৰ পিছতেই সমস্যা হ'ল শিক্ষকৰ। কলেজ আৰম্ভ হোৱাৰ দুমাহ পিছতেই অৰ্থনীতি বিভাগৰ অধ্যাপক অৰুণ দাসে পদত্যাগ কৰে। কাৰণ অধ্যাপকসকলৰ মাননী নাই। কলেজ পৰিচালনা কমিটিয়ে উপায় নেপাই এমাহ পিছতেই অধ্যাপক সকলক মাহে এশ টকাকৈ মাননী দিবলৈ সিদ্ধান্ত কৰিলে। তথাপি দাস ডাঙৰীয়াই মান্তি নোহোৱাত আমি বিমোৰত পৰিলোঁ। অৰুণ দাসক আমি বুজালোঁ। সভাপতি ভদ্ৰেশ্বৰ দাস ডাঙৰীয়াও বুজালে। কিন্তু অৰুণ দাসৰ কথা হ'ল-এই মাননী এশ টকা ধাৰ্য কৰি অধ্যাপক সকলক অপমান কৰিছে। গতিকে অৰুণ দাসে কলেজত পাঠদান নকৰে।

অৰুণ দাস পদত্যাগ কৰাত শিক্ষকৰ সমস্যা হ'ল। তেতিয়া অৰ্থনীতি বিভাগত এম এ পাছ কৰা ব্যক্তি চাপৰৰ ওচৰে পাজৰে কতো নাই। বহুত ঠাইত বিচাৰি অৱশেষত বঙ্গাইগাঁও নিবাসী অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত সীতানাথ ব্ৰহ্মচৌধুৰীৰ

পুত্ৰ সৰজেন্দ্ৰ ব্ৰহ্মচৌধুৰীক পালোঁ। তেখেত এম এ (অৰ্থনীতি বিভাগ) পৰীক্ষা দিআহিছে। তেখেতে আমাৰ অনুৰোধ ৰক্ষা কৰি ৰত্নপীঠ কলেজত (চি বি কলেজ) অধ্যাপক হিচাপে যোগদান কৰিলে। কিন্তু কিছুদিন পিছত তেখেতে ভাৰত চৰকাৰৰ উচ্চ পদ লাভ কৰি কলেজ এৰি গুচি যায়। অৱশ্যে অসম আন্দোলনৰ বাবে মাজতে ভালেদিন স্কুল কলেজত পাঠদান কাৰ্যও স্থগিত আছিল। অৱশেষত ১৯৮১ চনত এম এ পাছ্ কৰাৰ আগতেই প্ৰভাস দাসক (বৰ্তমান অধ্যক্ষ) অৰ্থনীতি বিভাগৰ অধ্যাপক হিচাপে কলেজত নিয়োগ কৰা হয়।

একেদৰে ৰত্নপীঠ কলেজৰ ইংৰাজী বিভাগত পাঠদান কৰিবলৈ অধ্যাপক শ্ৰীলক্ষী ঘোষে অমান্তি হোৱাত আন এটি সমস্যাই দেখা দিয়ে। কাৰণ লক্ষী ঘোষ চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক আছিল। আমি উপায় নেপাই চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ তেতিয়াৰ উপাধ্যক্ষ প্ৰয়াত প্ৰফুল্ল দাস ছাৰক (E.T. Pass) অনুৰোধ কৰাত তেখেতে কিছুদিন ইংৰাজী বিষয়ত পাঠদান কৰে। ইয়াৰ পিছত বিলাসীপাৰা কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক ভট্টদেৱে আৰু বিজনী কলেজৰ অধ্যাপক স্বদেশ সাহাই কিছুদিন (পাৰ্ট টাইম) হিচাপে পাঠদান কৰি আমাক বৰ উপকৃত কৰিছিল। আমি তেওঁলোকৰ ওচৰত চিৰ কৃতজ্ঞ। ইয়াৰ পিছত কুদ্দুচ আলিয়ে কিছুদিন পাঠদান কৰিছিল। তেওঁ-হাওৰাঘাট কলেজলৈ গুচি যায়। পিছত ৰেখা ৰাণী ৰায়ক (এম এ পাছ্ কৰাৰ আগতে) ইংৰাজী বিভাগত অধ্যাপক হিচাপে নিয়োগ কৰা হৈছিল। তেখেতে এম এ পাছ্ কৰিয়েই কলেজ এৰি আন ঠাইলৈ গুচি যায়। অৱশেষত গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যয়নৰত ছাত্ৰ ধীৰেন সিং দেৱক অনুৰোধ কৰাত তেওঁ ১৯৮২ চনত ৰত্নপীঠ কলেজত অধ্যাপক হিচাপে যোগদান কৰে। কলেজত থাকিয়েই মিঃ সিং এম এ পাছ্ কৰে আৰু অৱশেষত ডক্টৰেট ডিগ্ৰী লাভ কৰে। ১৯৮৪ চনৰ ৩১ জুলাই তাৰিখে হৰকান্ত গগৈ অধ্যক্ষহিচাপে যোগদান কৰে। ১৯৮৬ চনত ৰত্নপীঠ কলেজ চৰকাৰৰ ঘাটি মঞ্জুৰী লাভ কৰাৰ পিছতহে বাকী শিক্ষকসকলে যোগদান কৰে।

**ৰত্নপীঠ কলেজৰ পাঠদান গৃহৰ সমস্যা ঃ** কলেজ আৰম্ভ হয় চাপৰ হায়াৰ চেকেণ্ডাৰী স্কুলৰ এটি কোঠালিত। কিন্তু সেই কোঠালিটো স্কুলৰ কামত প্ৰয়োজন হোৱাত দুমাহ পিছতেই আমি স্থান পৰিৱৰ্তন কৰি চাপৰ প্ৰগতি সংঘ ভৱনত কলেজৰ পাঠদান কেন্দ্ৰ স্থানান্তৰ কৰা হয়। কিন্তু কিছুমান বিশেষ অসুবিধাৰ বাবে কলেজৰ পাঠদানৰ স্থান তাৰ পৰা পৰিৱৰ্তন কৰি চাপৰ মণ্ডল কংগ্ৰেছ ভৱনলৈ নিয়া হয়। ইয়াত কিছুদিন থকাৰ পিছত চাপৰ ৰুৰেল পঞ্চায়ত ভৱন (বৰ্তমান চাপৰ নগৰ সমিতিৰ কাৰ্যালয়) কলেজৰ পাঠদান কৰিবলৈ লোৱা হয়। এনেকৈ ১৯৭৮ চনৰ পৰা ডলাৰ-বগৰীৰ দৰে ঘূৰি ঘূৰি ১৯৮৪ চনৰ ১৬ আগষ্ট তাৰিখে বৰ্তমান অৱস্থিত বহলপুৰ নাথপৰাৰ কলেজৰ নিজা জমিত এটি 'লিণ্টুসেডত' কলেজৰ পাঠদান কেন্দ্ৰ স্থানান্তৰিত কৰা হয়।

এইখিনিতে উল্লেখ কৰিব পাৰি যে ১৯৭৮ চনত তেতিয়াৰ অবিভক্ত গোৱালপাৰা জিলাৰ উপায়ুক্ত মাননীয় যোগানন্দ চাংকাকতি দেৱে ৰত্নপীঠ কলেজৰ শুভ উদ্বোধন কৰি কলেজৰ নামত বহলপুৰ নাথপৰাত (চাপৰ চাৰ্কোলৰ অন্তৰ্গত) প্ৰায় ৬৩ বিঘা ১ কঠা পোন্ধৰ লেচা জমি আবণ্টন দিয়ে। আমি তেখেতৰ ওচৰত চিৰ কৃতজ্ঞ।

**গুৱাহাটী বিশ্ববিদ্যালয়ৰ অনুমতি ঃ** কলেজ এখন পাতি বিশ্ববিদ্যালয়ৰ অনুমতি লাভ কৰাও এক সমস্যা। বিশ্ববিদ্যালয়ৰ অনুমতি লাভ কৰিবলৈ বহুতো স্বৰ্ত পূৰণ কৰিব লাগে। তাৰ ভিতৰত বিশেষকৈ শিক্ষক, ছাত্ৰ, গৃহ (শ্ৰেণী কোঠালী), লাইব্ৰেৰী আৰু ফাণ্ড। আমাৰ বিশেষ সমস্যা হ'ল টকাৰ। পঞ্চাচ হেজাৰ টকাৰ এটি স্থায়ী পুঁজি আৰু বিশ হেজাৰ টকাৰ পৰিচালনা পুঁজি থাকিব লাগিব। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অনুমতিৰ প্ৰয়োজনীয় ধন তেতিয়াৰ সভাপতি প্ৰয়াত ভদ্ৰেশ্বৰ দাস দেৱৰ পৰা ৫০,০০০ (পঞ্চাশ হেজাৰ) টকা ধাৰ হিচাপে লৈ কলেজ একাউণ্টত জমা দি বেঙ্কৰ পৰা এখন চাৰ্টিফিকেট লৈ গুৱাহাটী বিশ্ববিদ্যালয়লৈ আবেদন কৰা হৈছিল। কিন্তু আন কিছুমান স্বৰ্ত পূৰণ কৰিব নোৱাৰাৰ বাবে ১৯৭৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অনুমতি পোৱা নহ'ল। বহুতে হতাশ হ'ল। কলেজ হোৱাৰ আশা নাই।

পুনৰ এখন সাধাৰণ সভা আহ্বান কৰা হ'ল। নতুন কমিটি গঠন কৰা হ'ল। সভাপতি চাপৰ চাৰ্কোল বিষয়া বিশ্বনাথ বাঢ়ৈ আৰু সম্পাদক হিচাপে শ্ৰীতৰণীকান্ত ৰায়ক নিৰ্বাচন কৰোঁ। কলেজৰ কাম-কাজ খুব মন্থৰ গতিত চলিবলৈ ধৰিলে। ৰাইজৰ দান বৰঙণি বিশেষকৈ চাপৰ আৰু বহলপুৰ অঞ্চলৰ হাইস্কুল, এমই, এল পি স্কুলৰ উপৰিও চাপৰ-সৰু ডাঙৰ দোকানৰ পৰা নিয়মীয়াকৈ চাঁদা বৰঙণি আগবঢ়াইছিল। বিশেষ উল্লেখ কৰিব পাৰি যে চাপৰ চিনেমা হ'লৰ পৰা দহ পইচাৰ কুপন দি মাহিলী এটি ধন আহিছিল। তথাপি কলেজৰ আচবাব, গৃহ আৰু বিশ্ববিদ্যালয়ৰ বাবে প্ৰয়োজনীয় ধন সংগ্ৰহ কৰিব পৰা হোৱা নাছিল।

এদিন প্ৰয়াত ভদ্ৰেশ্বৰ দাস মহোদয়ে মোক মাতি এটি পৰামৰ্শ দিলে যে অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহদেৱক কলেজত জড়িত কৰিব নোৱাৰিলে চাপৰত কলেজ হোৱাৰ সম্ভাৱনা নাই। প্ৰয়াত ভদ্ৰেশ্বৰ দাস ডাঙৰীয়াকে আদি কৰি ভালেমান লোকে সিংহ দেৱক অনুৰোধ কৰিলে। ফলত ১৯৭৯ চনৰ মে মাহৰ ১৮ তাৰিখে নাথপাৰা কলেজৰ জমিত এখন সাধাৰণ সভা আহ্বান কৰা হয়। সভাত শ্ৰীশৰৎ চন্দ্ৰ সিংহ দেৱক সভাপতি, শ্ৰীভদ্ৰেশ্বৰ দাস দেৱক উপসভাপতি আৰু প্ৰয়াত কৈলাশ সৰকাৰ মহোদয়ক সম্পাদক হিচাপে নিৰ্বাচন কৰে আৰু কিছু সংখ্যক সদস্য নিৰ্বাচন কৰি এক বলিষ্ঠ কমিটী গঠন কৰে।

মাননীয় শ্ৰীশৰৎ চন্দ্ৰ সিংহ দেৱে অতি কম দিনৰ ভিতৰত ১ লাখ ৭০ হাজাৰ টকা দান-বৰঙণি সংগ্ৰহ কৰি ১৯৭৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়লৈ (তেতিয়াৰ চি বি কলেজ) ৰত্নপীঠ কলেজৰ বিভাগীয় অনুমতিৰ বাবে আবেদন কৰা হয়। ফলত গুৱাহাটী বিশ্ববিদ্যালয়ৰ

পৰিদৰ্শকে পৰিদৰ্শন কৰি ১৯৭৯ চনত চি বি কলেজলৈ (ৰত্নপীঠ) অনুমতি প্ৰদান কৰে। লগে লগে অসম চৰকাৰৰ শিক্ষা-বিভাগৰ পৰাও কলেজৰ প্ৰথম গভৰ্নিং বডীখনৰ অনুমোদন লাভ কৰে।

**ৰত্নপীঠ কলেজৰ (চি বি কলেজ) প্ৰথম গভৰ্নিং বডীৰ সদস্য সকল ঃ**

সভাপতি ঃ শ্ৰীশৰৎ চন্দ্ৰ সিংহ, প্ৰাক্তন মুখ্যমন্ত্ৰী, অসম

সম্পাদক ঃ স্বৰ্গীয় কৈলাশ চন্দ্ৰ সৰকাৰ, চাপৰ

সদস্য ঃ শ্ৰীতৰণী কান্ত ৰায়, শ্ৰীডালিম কুমাৰ মেধি, মজিবৰ ৰহমান, ভদ্ৰেশ্বৰ দাস, আহমদ হুছেইন, তাৰিণীচৰণ ৰায়, অতুল ৰায়, কালিন্দ্ৰনাথ নাথ, মানিক বিশ্মিথ।

সেই বছৰতে কলেজলৈ চৰকাৰৰ ১০০০্ টকাকৈ এড-হক গ্ৰেণ্ট মঞ্জুৰ কৰে। পিছৰ বছৰত এই মঞ্জুৰী ২০০০্ টকালৈ বৃদ্ধি কৰে।

**কলেজৰ নামকৰণ ঃ** আৰম্ভণিতে কলেজৰ নাম ৰাখে চাপৰ বহলপুৰ কলেজ। নামটো বহুতৰে কাৰণে মনপূত নাছিল। বহুদিন আগতে কলেজৰ নামকৰণ লৈ কিছু বাক-বিতণ্ডা হৈছিল। ফলত কলেজৰ আন কিবা নাম দিব পৰা যায় নেকি চিন্তা-চৰ্চাও হৈছিল। ফলত ১৮-৫-৭৯ তাৰিখে কলেজৰ ৰাজহুৱা সভা চাপৰ-বহলপুৰ কলেজৰ নামকৰণ সম্পৰ্কে আলোচনা কৰি এটি প্ৰস্তাৱ গ্ৰহণ কৰে।

'চাপৰ-বহলপুৰ কলেজৰ ক্ৰিয়াক্ষেত্ৰ অধিক বিস্তাৰ আৰু ৰাইজৰ অধিকতৰ সহযোগ কামনা কৰি প্ৰাচীন কালৰ ঐতিহ্য, ঐশ্বৰ্য্য, সমৃদ্ধি, কলা-সংস্কৃতি খ্যাতি সম্পন্ন 'ৰত্নপীঠ' নামে জনাজাত প্ৰাচীন কামৰূপ ৰাজ্যৰ পশ্চিম খণ্ডৰ গৌৰৱ সুঁৱৰি বৰ্তমান প্ৰস্তাৱিত চাপৰ-বহলপুৰ কলেজৰ নাম পৰিৱৰ্তন কৰি 'ৰত্নপীঠ কলেজ' নামেৰে নামাকৰণ কৰা হ'ল।'

(কলেজ বুলেটিনত প্ৰকাশ কৰা হৈছে)

**কলেজৰ বাবে ডেস্ক বেঞ্চ আৰু অন্যান্য আচবাব ঃ**

বৰ্তমানে ৰত্নপীঠ কলেজত ডানলোপৰ চেয়াৰ, গড্ৰেজৰ আলমীৰা আৰু অন্যান্য আচবাব ভৰ্তি হৈ আছে। কিন্তু কলেজ আৰম্ভণিত আমি এখন কাঠৰ চেয়াৰৰ বাবেও লোকৰ ওচৰত হাত পাতিব লগা হৈছিল। প্ৰথম কিছুদিন চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ কিছু সংখ্যক ডেস্ক-বেঞ্চ ব্যৱহাৰ কৰিবলৈ দিছিল। পিছত ইয়াৰ অভাৱ হোৱাত প্ৰয়াত কৈলাশ সৰকাৰ (কলেজ সম্পাদক) দেৱে নিজৰ ঘৰৰ পৰাই চেয়াৰ দুখন, টেবুল এখন আলমীৰা আৰু বেল বজাবলৈ এটি ঘণ্টা কলেজলৈ দিছিল।

ক্ৰমে ছাত্ৰ-ছাত্ৰী বাঢ়ি আহিবলৈ ধৰাত কিছুমানৰ পৰামৰ্শমতে মই, সমিত ৰায় আৰু অৰবিন্দু ৰায়ে সুদূৰ নায়েকগাঁওত (পাহাৰৰ মাজত) কাক্ৰিঘোলাত চাইকেলেৰে গৈ কম দামত ডেস্ক-বেঞ্চ সজাবলৈ দিয়া হৈছিল। কাৰণ তাত কাঠ (তক্তা) কম দামত পোৱা গৈছিল আৰু বহলপুৰৰ কাঠমিস্ত্ৰীয়ে অতি সুলভ মূল্যত কলেজৰ ডেস্ক-বেঞ্চ তৈয়াৰ

কৰি দিয়ে। এই কামৰ বাবে আমি কেইবাদিনো দিনটো চাইকেল মাৰি কষ্ট কৰি কাক্রিঘোলাত অহা-যোৱা কৰিব লগা হৈছিল। সেয়ে বহলপুৰ ৰায়ঝৰা হাইস্কুলৰ প্ৰাক্তন অধ্যক্ষ শ্ৰীসমীত ৰায় আৰু শিক্ষক অৰবিন্দু ৰায়ৰ ওচৰত চিৰ কৃতজ্ঞ।

**কলেজৰ বাবে পুঁজি সংগ্ৰহ ঃ** কলেজ আৰম্ভ হোৱাৰ লগে লগে ধনৰ প্ৰয়োজন হ'ল। কলেজ এখনত বিভিন্ন খৰচ। তদুপৰি বিভাগীয় অনুমতিৰ বাবে বহুত টকাৰ প্ৰয়োজন। সেয়ে কলেজৰ বাবে পুঁজি সংগ্ৰহ অভিযান আৰম্ভ হ'ল। কিন্তু পুঁজিৰ বাবে দান-বৰঙণি সংগ্ৰহ কৰাটো অতি টান কাম। কলেজৰ বাবে দহ পইচাৰ পৰা এশ টকালৈকে কুপনেৰে বৰঙণি সংগ্ৰহ আৰম্ভ হ'ল। চাপৰ চিনেমাহ'লৰ দৰ্শকৰ পৰাও দহ পইচাকৈ টিকেটে প্ৰতি লোৱাৰ ব্যৱস্থা হ'ল। চিনেমাহ'লৰ মালিক ভদ্ৰেশ্বৰ দাস ডাঙৰীয়াই দহ পইচাৰ কুপনৰ দ্বাৰা কলেজলৈ প্ৰতিমাহে প্ৰায় তিনিশৰ পৰা তিনিশ পঞ্চাশ টকা সংগ্ৰহ কৰি কলেজ পুঁজিলৈ জমা দিছিল। ইয়াৰ উপৰিও বিভিন্ন সৰু সৰু দোকানৰ পৰা এটকাৰ পৰা পাঁচ টকালৈ মাহিলী বৰঙণি আদায় কৰা হৈছিল। এনেকি হাইস্কুল, এম ই স্কুল আৰু এল পি শিক্ষক সকলৰ পৰাও মাহিলী চাঁদা আদায় হৈছিল। এই পইচাৰে শিক্ষকৰ মাননী আৰু কলেজৰ খৰচ চলিছিল। কিন্তু বিদেশী বহিষ্কাৰ আন্দোলন তীব্ৰতৰ হোৱাত কলেজৰ ক্লাচ বন্ধ হ'ল আৰু এই চাঁদা-বৰঙণি দিয়াও বন্ধ হ'ল। কলেজ একেবাৰে বন্ধ হোৱাৰ দৰে হ'ল।

পিছত মাননীয় শৰৎ চন্দ্ৰ সিংহ দেৱে কলেজ পৰিচালনা সমিতিৰ সভাপতি নিৰ্বাচিত হোৱাত তেখেতে কলেজৰ পুঁজি সংগ্ৰহৰ নতুন কিছু কাৰ্যপন্থা হাতত লয় আৰু ৰাইজেও এই আঁচনিত সহযোগ আগবঢ়ায়। কলেজত যিসকলে এক হাজাৰ বা ততোধিক ধন বৰঙণি হিচাপে আগ বঢ়াব তেওঁলোকক প্ৰতিষ্ঠাতা পৃষ্ঠপোষক আৰু পাঁচ শ বা ততোধিক ধন বৰঙণি হিচাপে আগবঢ়াব তেওঁলোক প্ৰতিষ্ঠাপক দাঁতা হিচাপে গণ্য হ'ব। ফলত বহুতো সদাশয় ব্যক্তিয়ে প্ৰতিষ্ঠাপক পৃষ্ঠপোষক আৰু প্ৰতিষ্ঠাপক দাঁতা হিচাপে দান আগবঢ়ালে। অতি কম দিনৰ ভিতৰত বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভ কৰিবৰ বাবে প্ৰয়োজনীয় একলাখ সত্তৰ হাজাৰ টকা সংগ্ৰহ হয়। ( পৃষ্ঠপোষক আৰু দাতাসকলৰ তালিকা পিছত ছপা কৰা হৈছে।)

কিন্তু কলেজৰ বাবে এই দান বৰঙণি আদায় কৰাটো বাস্তৱ ক্ষেত্ৰত ইমান সহজ নাছিল। প্ৰতিশ্ৰুত ধন বহুতে কিস্তি হিচাপে আদায় দিছিল। ফলত কিছু ব্যক্তিৰ ওচৰত অসংখ্যাবাৰ যাব লগা হৈছিল, বহুতৰ ওচৰত বিভিন্ন কৈফিয়ৎ দিব লগা হৈছিল। বহুতে টেঙা, তিতা কথাও শুনাইছিল। আমি কলেজৰ বাবে এই সকলো কথা নীৰৱে সহ্য কৰিব লগা হৈছিল। কলেজখনৰ বাবে আমি বিভিন্ন জনক অনুনয় বিনয় কৰিব লগা হৈছিল। কেতিয়াবা কলেজ কমিটীত পুঁজি সংগ্ৰহৰ অগ্ৰগতিলৈ চাই আমাক কিছুমানে ভৰ্ৎসনাও কৰিছিল।

আজি কলেজখন পূৰ্ণাঙ্গ ৰূপ পাইছে। আমি সকলো দাতাৰ ওচৰত কৃতজ্ঞ। মই এতিয়াও (অৱসৰ লোৱাৰ পিছতো) সেইসকল দাতাক বাটত লগ পালে মোৰ আন্তৰিক অভিবাদন জনাওঁ। তেওঁলোকৰ ওচৰত মোৰ মূৰ নত হৈ পৰে। অৱশ্যে দুই চাৰিজনে মোক প্ৰশংসাও কৰে-তেওঁলোকৰ দান-বৰঙণিৰ সৎ ব্যৱহাৰ হোৱাৰ বাবে। কলেজখনৰ উন্নতি দেখি তেওঁলোকেও 'আমাৰ কলেজ' বুলি গৰ্ব কৰে।

**কলেজৰ পৰীক্ষা আৰু কৃতিত্ব ঃ** ১৯৮০ চনত বহুত ঘাত প্ৰতিঘাতৰ মূৰত আমাৰ ছাত্ৰ-ছাত্ৰীসকল বি এ চূড়ান্ত পৰীক্ষাৰ বাবে সাজু হ'ল। পৰীক্ষা দিব লাগিব বঙ্গাইগাঁও কলেজৰ জৰিয়তে। কাৰণ ১৯৭৮ চনত কলেজে বিশ্ববিদ্যালয়ৰ অনুমতি নোপোৱাৰ বাবে ছাত্ৰ-ছাত্ৰীসকলক বঙ্গাইগাঁও কলেজৰ জৰিয়তে ৰেজিষ্ট্ৰেশন আৰু পৰীক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। বঙ্গাইগাঁও কলেজৰ অধ্যক্ষ শ্ৰীসুভাষ চক্ৰৱৰ্তী মহোদয়ে এই বিষয়ে আমাক যথেষ্ট সহায় কৰিছিল। তেওঁৰ ওচৰত আমি চিৰ কৃতজ্ঞ। কিন্তু অসম আন্দোলনৰ বাবে ১৯৮০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোনো পৰীক্ষা অনুষ্ঠিত নহ'ল। আমাৰ কলেজৰ ছাত্ৰ-ছাত্ৰীসকলেও পৰীক্ষা দিব নোৱাৰিলে। আমাৰ বৰ বেয়া লাগিল। উপায় নাই। পিছৰ বছৰত পৰীক্ষা হ'ব নে নাই দ্বিধাগ্ৰস্থ হৈ ১৯৮১ চনত পৰীক্ষাত অৱতীৰ্ণ হ'ল ১৪জন ছাত্ৰ-ছাত্ৰীয়ে। পাছ কৰিলে পাঁচ জনে। আমাৰ আনন্দৰ সীমা নাই। প্ৰথম বছৰ বি এ পাছ ছাত্ৰ-ছাত্ৰীসকল হ'ল—

১। বৰকতুল্লাহ খান (এতিয়া এম. এ, পি. এইচ. ডি আৰু ৰত্নপীঠ কলেজৰ অধ্যাপক)

২। জীয়াৰ উদ্দিন আহমেদ (বি. এ, বি. এড, প্ৰধান শিক্ষক, চোলমাৰা হাইস্কুল)

৩। সমীৰ দে (বি. এ, একাউন্‌টেন্ট ইলেকট্ৰিচিটি)

৪। টফিৰ আলী ( বি. এ, একাউনটেন্ট, ষ্টেটবেংক অৱ ইণ্ডিয়া)

৫। ছালেমা খাতুন (বি.এ, চি ডি পি অফিছাৰ, চাপৰ)

**প্ৰতিষ্ঠাপক শিক্ষক কৰ্মচাৰীৰ অৰ্থনৈতিক সমস্যা ঃ** ১৯৭৮ চনত কলেজ প্ৰতিষ্ঠাৰ দিনৰ পৰা কলেজ কাৰ্যালয়ৰ সকলো কাম আনচাৰ আলীয়ে চলাই আহিছে আৰু অভিৰক্ষী হিচাপে বিসেশ্বৰ দাসে কাম কৰিছিল। ১৯৮৪ চনত বহলপুৰ নাথপৰাত কলেজৰ নিজা জমিতকলেজ স্থানান্তৰিত হোৱাত শ্ৰীসতীশ নাথ, শ্ৰীযোগেন নাথ আৰু হৰকুমাৰ ৰায়ে অভিৰক্ষী হিচাপে যোগদান কৰে আৰু কলেজৰ কাম কাজ বাঢ়ি যোৱাত শ্ৰীফনি ৰায়ক কলেজৰ এল ডি এচিচটেন্ট হিচাপে নিয়োগ কৰে। উক্ত অভিৰক্ষী কেইজনে কলেজৰ চৌহদত গছ-গছনি ৰোৱা, যত্ন কৰা আৰু যাবতীয় কামত নিষ্ঠাৰে তদাৰক কৰাৰ ফলত কলেজৰ গছ-গছনি আৰু প্ৰাকৃতিক সৌন্দৰ্যই লোকক আকৃষ্ট কৰিব পৰা হৈছে। তেওঁলোক সঁচাকৈয়ে প্ৰশংসাৰ পাত্ৰ।

১৯৭৮ চনৰ পৰা ১৯৮৬ চনলৈকে কলেজৰ শিক্ষক আৰু কৰ্মচাৰী সকলে অতি সামান্য মাননী লৈ শ্ৰমদান কৰিছিল। সেই সময়ত অধ্যক্ষ হিচাপে শ্ৰীতৰণী কান্ত ৰায়ে

২৫০ টকা, অধ্যাপকসকল যথাক্রমে শ্রীমিনতিকংস বণিক, শ্রীশিখা শূৰ, শ্রীপ্রভাস দাস আৰু শ্রীধীৰেন সিং দেৱে ২০০ টকাকৈ, অফিছ এচিচটেণ্ট আনচাৰ আলি আৰু ফনি ৰায়ে ১৫০ টকাকৈ আৰু অভিৰক্ষী শ্রীবিশেশ্বৰ দাস, সতীশ নাথ, যোগেন নাথ আৰু হৰকুমাৰ ৰায়ে মাত্র ১০০ টকাকৈ মাহে মাননী পাইছিল। এনেকি এই মাননীখিনিও কেতিয়াবা ২/৩ মাহ পিছতহে পাইছিল। এনেকি পিছত কিছুদিন কলেজ অভিৰক্ষী তিনিজনৰ মাহিলী মাননীখিনি কলেজ গভৰ্নিং বডীৰ সভাপতি মাননীয় শ্রীশৰৎ চন্দ্র সিংহ দেৱে ব্যক্তিগত ভাবেই যোগান ধৰিছিল। যি সময়ত লগৰ অন্যান্য কলেজৰ প্ৰবক্তা, চৰকাৰী কৰ্মচাৰী সকলে যিদৰে লাহ-বিলাহত ঘৰ-বাৰী-গাড়ী আদি লৈ আনন্দ কৰিছিল সেই সময়ত ৰত্নপীঠ কলেজৰ এই সকল শিক্ষক, কৰ্মচাৰীয়ে মনৰ সকলো আশা, আকাঙ্খা আৰু দুখ পৰিহাৰ কৰি মুখত শুকান হাঁহিৰে ছাত্ৰ-ছাত্ৰীক জীৱনত প্ৰতিষ্ঠিত হ'বৰ বাবে উপদেশ আৰু শিক্ষাদান কৰিছিল। তেখেতসকলে জীৱনৰ ডেকা কালৰ এক মহামূল্যবান সময় এনেদৰেই পাৰ কৰিছিল।

অৱশ্যে দুই এজন ইয়াৰ ব্যতিক্ৰমো আছিল। অৰ্থনীতি বিভাগৰ অধ্যাপক (বৰ্তমান অধ্যক্ষ) ড° প্ৰভাস দাসে বইটামাৰী চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত যোগদান কৰি কলেজত পাৰ্ট টাইম হিচাপে কাম কৰিছিল। একেদৰে অধ্যাপক ড° ধীৰেন সিং কিছুদিনৰ বাবে শিলচৰ (লক্ষীপুৰ) চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত যোগদান কৰিছিল। ১৯৮৬ চনত কলেজ চৰকাৰী ঘাটি-মঞ্জুৰী লাভ কৰাৰ সময়ত পুনৰ কলেজলৈ ঘূৰি আহি যোগদান কৰে। এনেকি তেওঁলোক দুয়ো ১৯৮৬ চনৰ ফেব্ৰুৱাৰী মাহৰ পিছৰ কেইবামাহৰ দৰমহা (উচ্চতৰ মাধ্যমিক বিদ্যালয়ত লোৱা চৰকাৰী দৰমহাৰ ধন) চৰকাৰক ঘূৰাই দিব লগা হয়।

অৱশ্যে ৰত্নপীঠ কলেজৰ তেতিয়াৰ শিক্ষক সকলৰ মনত অদম্য উৎসাহ, পৰস্পৰ ভাতৃত্ববোধ আৰু সহযোগিতা আছিল। শ্ৰেণীত পাঠদান কৰাৰ উপৰিও কলেজ ছুটিৰ পিছতো শিক্ষক সকলে কিতাপ-বাতৰি কাকত পঢ়ি, কেৰম খেলি আৰু সামাজিক কামত আত্ম নিয়োগ কৰি দিন কটাইছিল। তেতিয়াৰ শিক্ষকসকলৰ ব্যুৎপত্তি আৰু নিষ্ঠাৰ বাবেই কলেজখনত আৰম্ভণিত ৩৪ ছাত্ৰ-ছাত্ৰীৰ পৰা বাঢ়ি গৈ ঘৰ নথকা এই কলেজখনত ৩০০ তকৈ অধিক ছাত্ৰ-ছাত্ৰী ভৰ্তি হৈছিল।

**শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ মাজত সম্পৰ্ক ঃ** সেই সময়ত শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ মাজতো এটি মধুৰ সম্পৰ্ক আছিল। শিক্ষকৰ সহযোগত অতি কম খৰচত কলেজৰ ছাত্ৰই খেল-ধেমালি, পিকনিক আৰু অন্যান্য উৎসৱ অনুষ্ঠান ইমান জাকজমকেৰে উদযাপন কৰিছিল যে এতিয়া ভাবিলেই আচৰিত যেন লাগে। জীয়াৰুদ্দিন আহমেদ এই কলেজৰ ছাত্ৰ-একতা সভাৰ প্ৰথম সাধাৰণ সম্পাদক নিৰ্বাচিত হৈছিল। তেওঁৰ নিষ্ঠা আৰু দক্ষতাৰ বাবে তেতিয়াৰ ৰত্নপীঠ কলেজৰ ছাত্ৰ-ছাত্ৰীয়ে সমাজত গুৰুত্ব আৰু সন্মান পাইছিল। কলেজত এটি পৰম্পৰাৰ সৃষ্টি হৈছিল। ইয়াৰ ফলতেই পৰৱৰ্তী কালত কলেজত এন এছ এচ, স্কাউট এণ্ড গাইড আৰু এন চি চি আদি গঠন হয়। এনেকি এন এছ এছৰ এবাৰ

ৰাজ্যিক আৰু এবাৰ সৰ্বভাৰতীয় কেম্প এই কলেজত সুখ্যাতিৰে আৰু জাকজমকেৰে অনুষ্ঠিত হৈছিল।

**কলেজৰ আঁচনি আৰু পৰিকল্পনা ঃ** ৰত্নপীঠ কলেজ স্থাপনৰ এক বিজ্ঞানভিত্তিক পৰিকল্পনা আছিল। এই পৰিকল্পনাৰ গুৰি হ'ল মাননীয় শৰৎ চন্দ্ৰ সিংহ দেৱ। তেখেতৰ পুত্ৰ যুৱ নেতা প্ৰয়াত অপূৰ্ব সিংহই বিভিন্ন ধৰণে নক্সা আঁকি আঁচনি প্ৰস্তুত কৰিছিল। কিন্তু বহুত মানুহৰ বিশ্বাস হোৱা নাছিল। দুই এজনে মন্তব্যও কৰিছিল— 'কাগজত, নক্সাত কলেজ আমি বহুত দেখিছোঁ। ক'ত কলেজ হ'ব।' কিন্তু সেইবোৰ এতিয়া বাস্তৱত পৰিণত হৈছে। ১৯৮৪ চনৰ ১৬ আগষ্ট তাৰিখে এটি 'লিণ্টু সেড'ত কলেজখন চাপৰ কৰাল পঞ্চায়তৰ গৃহৰ পৰা নাথপাৰা নিজা জমিত আনুষ্ঠানিকভাবে স্থাপন কৰাৰ পিছত কলেজৰ দ্ৰুত পৰিৱৰ্তন হয়।

তেতিয়াৰ পৰিকল্পনাবোৰ এতিয়া বাস্তৱত পৰিণত হৈছে। ৰত্নপীঠ কলেজৰ চৌহদত এতিয়া কোনোবাই প্ৰৱেশ কৰিলেই অনুভৱ কৰিব যেন ইয়াৰ শ্ৰেণী কোঠালিৰ বাহিৰত শিকিব লগা বহু কথা আছে। কলেজ প্ৰৱেশ পথত আছে 'পঞ্চৱটী! বট, আহত, বেল, আমলখী আৰু অশোক গছ। এই পাঁচজোপা মূল্যবান গছেই হ'ল পঞ্চৱটী। ই শান্তিৰ প্ৰতীক। এই শান্তি ধামত এতিয়া অসংখ্য লোকে জিৰণি লয়।

কলেজৰ মূল প্ৰৱেশ পথৰ নাম হ'ল চাৰ আইজাক নিউটন ৰোড। এই ৰোডৰ দুয়োকাষে দুশাৰী দেৱদাৰু গছে শোভা বৰ্দ্ধন কৰি অভ্যাগতক আদৰণি জনাই আছে। পথৰ আৰম্ভণিতে আছে এখন তোৰণ-নাম লীলাবতী তোৰণ আৰু কলেজৰ চৌহদত প্ৰৱেশ কৰোঁতে যিখন তোৰণ পোৱা যায় তাৰ নাম বৃন্দাৱতী তোৰণ। সোমাই পোৱা ঠাই ডোখৰ হ'ল আৰ্যভট্ট চাৰ্কাচ, মাজত দিকনিৰ্ণয় স্তম্ভ আৰু ইয়াৰ চাৰিওফালে দেৱদাৰু গছেৰে আগুৰা। কলেজৰ উত্তৰ পশ্চিম দিশত থকা গছেৰে আবৃত ঠাই ডোখৰৰ নাম মেঘাৰণ্য, মিটিং উৎসৱ উদ্‌যাপনৰ বাবে ৰ'দ নপৰাকৈ গছ আৰু পাতেৰে ছায়াবৃত ঠাইডোখৰ মঞ্চ-কানন, গছৰ তলত পঢ়াশুনা কৰিবৰ বাবে বকুলবন। একেদৰে কলেজৰ মীন সৰোবৰ, মিনি ষ্টেডিয়াম আদিয়ে ভৱিষ্যত আত্মনিৰ্ভৰশীলতাৰ জ্ঞান বিতৰণ কৰি বিজ্ঞানৰ জয়যাত্ৰাকে প্ৰকাশ কৰি আছে। একেদৰে কলেজৰ পতাকাৰ মাজত থকা বিজুলীৰ চিক্‌মিকনিৰ চিহ্ন যে জ্ঞান-বিজ্ঞানৰ উৎস সেইটো 'আমি বন্তি জ্বলাওঁ, আমি দিক পোহৰাওঁ, নজনাক জানিবলৈ আমি আগুৱাই যাওঁ'— কলেজ সঙ্গীতত সুন্দৰকৈ প্ৰকাশ পাইছে।

এনে আশা, কল্পনা আৰু উদ্দেশ্যকে সৰোগত কৰি ১৯৭৮ চনত স্থাপন কৰা কলেজখনে ১৯৮৪ চনৰ ১৬ আগষ্ট তাৰিখে বহলপুৰ নাথপাৰাৰ কলেজত নিজা জমিত ৰত্নপীঠ কলেজ স্থাপন কৰি দ্ৰুত গতিত উন্নতি লাভ কৰে। অৱশ্যে ৰত্নপীঠ কলেজৰ এই প্ৰগতি, সুখ্যাতি আৰু উদগতিৰ গুৰিয়েই হ'ল এজন মহান ব্যক্তিৰ অক্লান্ত চেষ্টা, ত্যাগ আৰু দূৰদৰ্শিতা। তেওঁ হ'ল বৰ্তমান গভৰ্নিং বডীৰ সভাপতি তথা প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহ দেৱ। ■■

# নিৰ্মীয়মান অৱস্থাত ৰত্নপীঠ কলেজ

**সমিৎ ৰায়**
*সভাপতি, নিৰ্মাণ কমিটি*

ৰত্নপীঠ কলেজ স্থাপিত হয় ১৯৭৮ চনত। সেই চনৰে চেপ্তেম্বৰ মাহৰ ১ তাৰিখৰ পৰা পাঠ দান কাৰ্য আনুষ্ঠানিকভাবে আৰম্ভ হয়। চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শ্ৰেণী কোঠাত উক্ত পাঠদান কাৰ্যৰ শুভ উদ্বোধন কৰে অবিভক্ত গোৱালপাৰা জিলাৰ জিলাধিপতি মাননীয় শ্ৰীযুত যোগানন্দ চাংকাকতী দেৱে। কেইমাহমান অতিবাহিত হোৱাৰ পিছত কিছু কাৰিকৰী অসুবিধাই দেখা দিয়াত চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ চৌহদৰ পৰা ওলাই আহি স্থানীয় ৰাজহুৱা প্ৰেক্ষাগৃহ প্ৰগতি সংঘ ভৱনত সাময়িকভাবে কলেজৰ পাঠদান চলাব লগা হয়। যিহেতু প্ৰগতি সংঘ ভৱনটো এটা ৰাজহুৱা পেক্ষাগৃহ, সদায় কিবা নহয় কিবা এখন সভা-সমিতি আদি অনুষ্ঠিত হৈয়েই থাকে। সেয়ে কলেজ কৰ্তৃপক্ষই পেক্ষাগৃহৰ গাতে লাগি থকা চাপৰ কাজিপাৰা গাঁও পঞ্চায়তৰ কাৰ্যালয় আৰু কংগ্ৰেছ ভৱনত দুয়োটা অনুষ্ঠানৰ অনুমতি সাপেক্ষে কলেজ কাৰ্যালয় আৰু পাঠদানৰ কাৰ্য কৰা হয়। যাৱতীয় সা-সৰঞ্জাম ৰাজহুৱা পেক্ষাগৃহৰ পৰা অনতি পলমে স্থানান্তৰ কৰা হয়। কলেজ কৰ্তৃপক্ষ ই সাময়িক সকাহ পালেও কলেজৰ নিজা ভূখণ্ডত কেনেকৈ কলেজ গৃহ নিৰ্মাণ কৰা যায় তাৰেই চেষ্টাতব্ৰতী হ'ল। আৰু এই চেষ্টাৰ ফলশ্ৰুতিতেই গভৰ্নিং ব'ডিৰ সম্পাদক শ্ৰীকৈলাস চন্দ্ৰ সৰকাৰদেৱে কলেজৰ নিজা মাটিত ৬০ ফুট দীঘল আৰু ২০ ফুট বহল এটা গৃহৰ নিৰ্মাণ কাৰ্য আৰম্ভ কৰে। এই নিৰ্মাণ কাৰ্য চলি থকাৰ সময়তে শ্ৰীসৰকাৰদেৱে গুৰুতৰভাবে দুৰাৰোগ্য ৰোগত আক্ৰান্ত হয় আৰু উন্নত চিকিৎসা বাবে অসমৰ বাহিৰলৈ যাব লগাত পৰে।

কথাতে কয় যে বিধিৰ লেখন নাযায় খণ্ডন এই কথাফাকি আমাৰ কলেজ পৰিচালনা সমিতিৰ সম্পাদক শ্ৰীসৰকাৰ ক্ষেত্ৰতো প্ৰযোজ্য হ'ল। ইমানবোৰ অত্যাধুনিক চিকিৎসা গ্ৰহণ কৰাৰ পিচতো তেওঁক ৰাখিব পৰা নগ'ল। তেওঁ আমাৰ মাজৰ পৰা চিৰদিনৰ বাবে

এক অজান ঠাইলৈ গুচি গ'ল। শ্ৰীসৰকাৰ দেৱ আমাৰ মাজৰ পৰা গুচি গ'ল যদিও তেওঁৰ চাৰিত্ৰিক দিশৰ এপদ বস্তু আমাৰ বাবে এৰি থৈ গ'ল সেয়া হৈছে তেওঁৰ নিষ্ঠা সততা আৰু কৰ্মোদ্যম। তেওঁৰ এৰি থৈ যোৱা বস্তু কইপদকেই অন্তিম সমল হিচাপে লৈ আমি কলেজ নিৰ্মাণৰ দিশত আগবাঢ়ি গলোঁ। কিমান সফল হৈছোঁ ৰাইজে ক'ব। এয়া আছিল ১৯৭৮ চনৰ পৰা ১৯৮৪ চনৰ মাজ ভাগৰ কথা।

গভৰ্ণিং ব'ৰ্ডৰ সম্পাদকে সৰকাৰদেৱৰ মৃত্যুৰ পিছত কলেজভূমিত তেওঁ আৰম্ভ কৰা নিৰ্মাণ কাৰ্যৰ দায়িত্ব পৰিচালনা সমিতিৰ হাত নোহোৱাকৈ যাতে চলি থাকে তাৰ বাবে নিৰ্মাণ কাৰ্য ব্যাহত নোহোৱাকৈ যাতে সমিতিয়ে পৰৱৰ্তী কালছোৱাত পৰিচালনা সমিতিৰ নিৰ্দেশত নিৰ্মাণ কাৰ্য আগুৱাই লৈ যায়। নিৰ্মাণ সমিতিৰ প্ৰাৰম্ভিক কালছোৱাত সভাপতি আছিল ডালিম কুমাৰ মেধিদেৱ। ১৯৮৪ চন, মাহটো ঠিক মনত নাই। পৰিচালনা সমিতি সিদ্ধান্ত মৰ্মে সৰকাৰে আধৰুৱা কৰ্ম খিনি সম্পূৰ্ণ কৰা আৰু পাঠদান কাৰ্য নিয়াৰিকৈ চলাই নিবলৈ এখন কৰ্ম আঁচনি প্ৰস্তুত কৰি উলিয়াই আৰু পৰিচালনা সমিতিৰ প্ৰায় ভাগ সদস্যকে একো একোটা কামৰ দায়িত্ব অৰ্পন কৰে। (তালিকাখন লিখনীৰ শেষৰ ফালে গাঠি দিয়া হ'ল)

আটাই কেইগৰাকী সদস্যই নিজ নিজ দায়িত্ব নিয়াৰিকৈ পালন কৰাত অতি কম সময়ৰ ভিতৰতে অৰ্পিত কাম সম্পন্ন কৰা হয়। কামৰ আঁচনি অনুযায়ী অগ্ৰাধিকাৰ ভিত্তিত Administrative Building সম্পূৰ্ণ কৰা আৰু এটা একচলীয়া নিৰ্মাণ কৰা। এই দুয়োটা কাম সমাপন কৰা অতীব প্ৰয়োজন হৈছিল এই বাবেই যে ছাত্ৰ-ছাত্ৰীৰ বাবে পাঠদান কোঠালি নিৰ্মাণ কৰা। একচলীয়া ঘৰ (lean-to-shed) ইয়াৰ নিৰ্মাণৰ কাহিনীবোৰ মনত পৰিলে Nostalgic হৈ পৰোঁ। (lean-to-shed)ৰ যাবতীয়া সা-সৰঞ্জাম চাপৰ বহলপুৰৰ বিভিন্ন ব্যক্তিৰ পৰা খুজি-মাগি সংগ্ৰহ কৰা হৈছিল। এক চলীয়া তৈয়াৰ কৰা বাবে প্ৰয়োজন হৈছিল মৰা তামোল গছ। আমাৰ বাবে মৰা তামোল গছ সংগ্ৰহ কৰাটো কোনো ধৰণৰ অসুবিধা হোৱা নাছিল কাৰণ সেই সময়ত চাপৰ বহলপুৰ অঞ্চলত তামোল পাণৰ বাৰীসমূহৰ কিবা অচিন ৰোগত আক্ৰান্ত হৈ গছবোৰ মৰিব ধৰিছিল। তামোল পাণ বাৰীৰ গৰাকী সকলৰ বাবে দুখ কৰিব লগা নাছিল। তামোল গছৰ খুঁটা বাহৰ Post plate আৰু Rafter purlin আৰু কাশিয়াৰ বেৰ দি একচলীয়া সাজি উলিওৱা হৈছিল। ভকতগাঁও, বহলপুৰ, নিদানি আৰু বাৰুনীতাৰাৰ পৰা সংগ্ৰহ কৰা হৈছিল বাহ। কাশীয়া সংগ্ৰহ কৰা হয় পুঠিমাৰি আৰু চৰ অঞ্চলৰ পৰা। একচলীয়া তৈয়াৰ হৈ উঠাৰ পিছত পাঠদান কাৰ্য কিছুদিনৰ বাবে কোনো ধৰণৰ ব্যাহত নোহোৱাকৈ চলি থাকিল। (lean-to-shed) ৰ সম্পূৰ্ণ প্ৰশাসনীয় ঘৰৰ কামো প্ৰায় সমাপ্তি হয়। অধ্যক্ষৰ কাৰ্যালয় আৰু কলেজৰ কাৰ্যালয়ৰ বাবে দুটা কোঠা সজাই উলিওৱা হ'ব। (lean-to-shed) তৈয়াৰ কৰি উলিয়াব পৰাত কি যে আনন্দ তৃপ্তি। সেই তৃপ্তি, সেই আনন্দ প্ৰকাশ কৰিব পৰা ভাষা আমি বিচাৰি পোৱা নাছিলো। সেয়া যেন কোনোবা এখন ৰণত জিকি অহাৰ পিছত উন্মাদনা, এনেহেন ভাব হৈছিল যেন কিবা এটা কোনেও নকৰা কাৰ্য

সমাপন কৰা হৈছে। (lean-to-shed) সজাই পৰাই পাঠদানৰ উপযোগী কৰি তোলাত যি সকল উদ্যমী যুৱকে অহৰহ হাতে কামে লাগি দিছিল সেই সকলৰ নাম লিপিবদ্ধ কৰিলে তেওঁলোক হ'ল শিক্ষক শ্ৰীসুবল ৰায়, স্কুলৰ কৰ্মচাৰী প্ৰভাস ৰায় আৰু শিক্ষক নৰেশ ৰায়। লগত আছিল কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ শ্ৰীতৰুনি কান্ত ৰায় আৰু বৌমাৰি নিবাসী শ্ৰীউত্তম ৰায়। এই সকল ব্যক্তিৰ সক্ৰিয় সহযোগত (lean-to-shed) নিৰ্মাণৰ কাম অতি সুকলমে সমাপন কৰা হয়। কাশীয়া খেৰ যোগান ধৰা ব্যক্তি দুই গৰাকীৰ এগৰাকী মেধিদেৱে। আন এগৰাকী মোঃ মজিবৰ ৰহমান, তেওঁ মাননীয় ডালিম কুমাৰ মেধিদেৱ। আন এগৰাকী মোঃ মজিবৰ ৰহমান, তেওঁ এতিয়াও কলেজখনৰ লগত জড়িত।

এইখিনিতে আন এগৰাকী ব্যক্তিৰ নাম উল্লেখ নকৰিলে লেখা অসম্পূৰ্ণ হ'ব। তেওঁ হ'ল তিসিমুদ্দিন আহমেদ। খেৰ যোগন ধৰাত তেওঁ আগভাগ লৈছিল আৰু কলেজ ভূমিত কাশীয়া অনাৰ ব্যৱস্থা সমূহো তেওঁ নিজেই কৰি দিছিল।

ইতিমধ্যে কলেজ Governing Body ৰ সভাপতি শ্ৰদ্ধেয় শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱে কলেজৰ Ground lay out ৰ ওপৰত গুৰুত্ব আৰোপ কৰি গোটেই ভূখণ্ডত আভ্যন্তৰীণ বাটপথ আৰু মূখ্য কলেজভৱন, অভিৰক্ষীৰ বাসগৃহ, Workshop গুদামঘৰ, আদিৰ Layout কৰিবলৈ সিদ্ধান্ত কৰাত সাময়িকভাবে আকৌ এবাৰ তামোল গছ সংগ্ৰহত জড়িত হ'ব লগা হৈছিল। তামোল গছৰ ৪ ফুট দীঘল খুট কটা হ'ল। জোখ-মাখ কাৰ্য সম্পূৰ্ণ হোৱাত কলেজ নিৰ্মাণৰ গোটেই আঁচনিখন দৃশ্যমান কৰিবৰ বাবে ৪ ফুটৰ খুটাবোৰ পোতা হ'ল। আচনি মৰ্ম্মে কলেজৰ মূল পাঠদান ভৱনৰ Ground lay out সম্পূৰ্ণ কৰা হয়। দ্বিতীয়তে ৰাষ্ট্ৰীয় ঘাই পথৰ পৰা কলেজৰ মূল প্ৰৱেশ পথৰ Layout, layout of Panchavati আৰ্যভট্ট স্কোৱাৰ Little jantar montor, Handique Road, Sarvapalli Radha Krishnan Road, F.A. Ahmed Road, Open air theatre আৰু R.N.Brahma Road এতিয়া এই আচনি কল্পনা হৈ থকা নাই। আচনিবোৰ এতিয়া বাস্তৱ ৰূপত প্ৰস্ফুটিত হৈ উঠিছে। আৰম্ভনী সেই তামোল গছৰ খুটাৰ ঠাইত সুশোভিত গছবোৰ সকলোকে আকৰ্ষণ কৰে। প্ৰাৰম্ভিক পৰ্যায়ত আৰ্যভট্ট স্কোৱাৰ মূল কলেজ ভৱনৰ সন্মুখ ভাগ, Open air theatre চাৰিওফালে বাহৰ Hedge আৰু কলিকতাৰ পৰা অনা আধুনিক Hedge ৰ গুটি ৰোপণ কৰা হৈছিল। সেইবোৰক আপদাল কৰিবৰ বাবে কলেজ কৰ্তৃপক্ষ যথেষ্ট কষ্টৰ সন্মুখীন হ'ব লগা হৈছিল। Hedge ৰ শাৰি বোৰক সাৰ পানী দিব লগাত পৰিছিল। আৰু এই কাম দৈনিক ৰুটিনৰ ভিতৰত অন্তৰ্ভূক্ত আছিল। বোধকৰো যতনৰ অভাৱত এইবোৰ Hadge এতিয়া নোহোৱা হৈছে। ইয়াৰ সলনি ইটা আৰু চিমেণ্টৰ দেৱাল বৰ্তমান।

কলেজৰ মূল প্ৰৱেশ পথৰ নিৰ্মাণ, আৰু দুয়োটা মূৰতে Humepipe বহুৱাই Culvert তৈয়াৰ। ৰাষ্ট্ৰীয় পথৰ এফালে ৩ জোপা আৰু আনফালে দুইজোপা বৃক্ষ ৰোপন কৰি আপডাল কৰি ডাঙৰ কৰি সুশোভন কৰি তাৰ নামাকৰণ কৰা হৈছে পঞ্চৱটী।

এতিয়া ক্লান্ত পথিকৰ দেহক শ্ৰান্ত কৰাৰ সুব্যৱস্থা কৰি দিয়া হৈছে। একেদৰে মূল প্ৰবেশ পথৰ (Sir Isac Newton Road) সুশোভিত দেওদাৰ (deoda r-pendulum) ৰোপণ কৰা হৈছিল এইবোৰ এতিয়া দৃশ্যমান অৱস্থাত। Hume pipe সংগ্ৰহ কৰা হৈছিল Irrigation department ৰ পৰা, কেৱল ট্ৰাকৰ ভাড়া আৰু কামলা খৰছ হে কলেজে বহন কৰিছিল। কলেজৰ পুজিৰ ন্যাটনি স্বত্বেও উন্নয়নমূলক কামবোৰ স্থবিৰ হোৱা নাছিল। পা-পইচাৰ কথা কৰ্ম্মী সকলে চিন্তা কৰিব নেলাগিছিল। শ্ৰমিক তথা কৰ্ম্মীসকলে বাৰুকৈ বুজিছিল আৰু জানিছিল, যে পা-পইচাৰ বন্দবস্ত হ'বই কাৰণ কলেজৰ মূল খুটি বৰ মজবুট আছিল আৰু এতিয়াও মজবুত হৈয়ে আছে। এই মজবুত খুটিৰ লাইখুটা আমাৰ কাম কৰাৰ প্ৰেৰণাৰ উৎস-চালিকা শক্তি। এই লাইখুটা আন কোনো নহয় তেখেত কলেজ খনৰ গভৰ্ণিং ব'ডিৰ সভাপতি শ্ৰদ্ধেয় শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱ। এই গৰাকী লৌহ মানৱৰ দূৰ দৃষ্টিত তেতিয়াই অৰ্থাৎ কলেজ নিৰ্মাণৰ আৰম্ভনীতেই কলেজখনৰ বৰ্তমানৰ ৰূপ ভাহি উঠিছিল। এই লৌহ মানৱেই আছিল আমাৰ পথ প্ৰদৰ্শক প্ৰেৰণাৰ উৎস উদ্দমৰ মূল। আমি যন্ত্ৰৰ নিচিনাকৈ কেৱল কাম কৰি গৈছিলোঁ।

কলেজৰ Ground lay out ৰ কাম সম্পূৰ্ণ হোৱাত মূল কলেজ গৃহ নিৰ্মাণৰ আচনি আৰম্ভ কৰা সিদ্ধান্ত লোৱা হয়। এই সিদ্ধান্তনুযায়ী মূল গৃহৰ কাম আৰম্ভ কৰা হয়। ইতিমধ্যে সাজু হৈ ওলোৱা Administrative Building ৰ নিৰ্মাণ কাৰ্য সম্পূৰ্ণ কৰা হয়। উক্ত নিৰ্মাণ কাৰ্য সম্পূৰ্ণ কৰা হয়। উক্ত নিৰ্মাণ কাৰ্যত বিৰামহীনভাৱে সহায় সহযোগ তথা নিস্বাৰ্থ ভাবে আগবাঢ়ি আহে শ্ৰীউত্তম কুমাৰ ৰায় আৰু কলেজৰ প্ৰতিস্থাপক অধ্যক্ষ শ্ৰীতৰণী কান্ত ৰায় দেৱ। আমি কলেজৰ যুৱ অৱস্থাত তেওঁলোকৰ কৰ্মদক্ষতাৰ শলাগ ল'বই লাগিব। তেওঁলোক শলাগৰ পাত্ৰ।

মূল কলেজ গৃহ নিৰ্মাণৰ লগত সংগতি ৰাখি কলেজ কৰ্ত্তৃপক্ষই আৰু তিনিটা কাম হাতত লয় সেইকেইটা হৈছে দুটা অভিৰক্ষী গৃহ (চকীদাৰ কোৱাৰ্টাৰ ) আৰু এটা Work shop/Come store নিৰ্মাণ কৰা। প্ৰায় একে সময়তে এই আটাইকেইটা গৃহ নিৰ্মাণ কৰি উলিওৱা হয়। নিৰ্মাণ কাৰ্যৰ লগত জড়িত কৰ্ম্মীসকলৰ কষ্ট হয় যদিও কামত সফল হোৱা বাবে মানসিক শান্তি আৰু তৃপ্তি লাভ কৰে।

চাপৰ শালকোচা উন্নয়ন খণ্ডৰ তৰফৰ পৰা এটা গৃহ নিৰ্মাণৰ অনুদান আগবঢ়ায়। উক্ত গৃহ নিৰ্মাণৰ কাৰ্য উন্নয়ন খণ্ডৰ নিজা তত্বাবধানতে সম্পূৰ্ণ কৰি উলিয়ায়। কলেজৰ বহুদিনীয়া অভাৱ এটা পূৰণ হয়। আগেয়ে তৈয়াৰ কৰি উলিওৱা একচলীয়া ঘৰ আৰু প্ৰয়োজন নাইকীয়া হয়। উন্নয়ন খণ্ডই সাজি উলিওৱা গৃহটো উত্তৰ দিশত অৱস্থিত হোৱা বাবে ইয়াৰ নাম ৰখা হয় 'উত্তৰা'।

অসম চৰকাৰৰ বন বিভাগৰ পৃষ্ঠপোষকতাত আন এটা কোঠালি নিৰ্মাণ কৰি উলিওৱা হয়। কলেজৰ এই অংশটো 'বনানি' নামেৰে নামাকৰণ কৰা হয়। অসম চৰকাৰৰ

বন বিভাগৰ এই বদান্যতাত অত্যন্ত কৃতজ্ঞ কলেজ কর্তৃপক্ষ। এই সময়ছোৱাৰ মাজত কলেজ পৰিচালনা সমিতি চাপৰৰ ওচৰত থকা চাপৰ চাহ বাগিচাৰ মালিক পক্ষৰ লগত এলানি আলোচনাৰ অন্তত বাগিচাৰ মালিক পক্ষক কলেজলৈ এটা গৃহ নিৰ্মাণ কৰিবৰ সা-সৰঞ্জাম যোগন ধৰিবলৈ মান্তি হয় বাগিচাৰ তদানীন্তন পাৰিচালক কৰ্ম্মদক্ষ বুদ্ধিদীপ্ত আৰু কষ্ট সহিষ্ণু কলেজৰ হিতাকাংক্ষী শ্ৰীমৃনাল কান্তি দেৱে। কোঠালি নিৰ্মাণৰ বাবে প্ৰয়োজনীয় আহিলা পাতি যোগান ধৰি আৰু নিৰ্মাণ কাৰ্যৰ তেওঁ তদাৰক কৰিছিল। কেৱল সেয়াই নহয় কলেজৰ তত্বাবধানত কলেজ চৌহদত সেউজী প্ৰকল্পৰ জৰিয়তে বনানিকৰণ কৰি সৰ্বতো প্ৰকাৰে সহায় সহযোগ আগবঢ়াইছিল। অৱশেষত চাপৰ চাহ বাগিচাৰ পৃষ্ঠপোষকতাত হেমেন্দ্ৰ চাৰু মেমোৰিয়েল হল নিৰ্মাণ কৰি উলিওৱা হয়।

আন এটি শ্ৰেণীকোঠা সাজি উলিওৱা হয়। এই কোঠালিটো ৰাইজৰ দান বৰঙণিৰ দ্বাৰা নিৰ্মাণ কৰা হয়। পাঁঠদানৰ বাবে পৰ্যাপ্ত নহয় যদিও ই কিছু পৰিমানে হলেও কলেজ কৰ্তৃপক্ষক সকাহ দিয়ে। ৰাইজৰ দান বৰঙণিৰ দ্বাৰা নিৰ্মাণ কৰা বাবে ইয়াক 'সংহিতা' নামেৰে নামাকৰণ কৰা হয়।

অসম চৰকাৰৰ Other Backward Development Corporation ৰ পৰা কলেজ গৃহ নিৰ্মাণৰ বাবে এটি অনুদান লাভ কৰা হয়। এই অনুদান লাভ এটি সৰু ঘটনাৰ ফলশ্ৰুতি। ঘটনাটো এনে ধৰণৰ এদিন হঠাতে তেতিয়াৰ অসম মন্ত্ৰীসভাৰ সদস্য, মন্ত্ৰী শ্ৰীযুত কবিৰ চন্দ্ৰ ৰায় প্ৰধানদেৱে আৰু বিধান সভাৰ সদস্য মাননীয় শ্ৰীযুত ৰুক্মিনী ৰায় দেৱ চাপৰলৈ আহে আৰু চাপৰ ডাকবঙলাত কলেজ কৰ্তৃপক্ষৰ লগত বাৰ্ত্তালাপ হয়। কলেজৰ বৰমুৰীয়া সকলে কলেজৰ প্ৰসংগ উপস্থাপন কৰাত মন্ত্ৰী ৰায় প্ৰধানদেৱে তেখেতৰ বিভাগৰ অধীনত থকা অন্যান্য পিচপৰা শ্ৰেণী উন্নয়ন পৰিষদৰ পুজিৰ পৰা এটি অনুদান আগবঢ়োৱাৰ প্ৰতিশ্ৰুতি দিয়ে। আৰু ইয়াৰ ফলশ্ৰুতিত তেওঁ আগবঢ়োৱা অনুদানেৰে 'কল্যাণী' নামেৰে আন এটি শ্ৰেণী কোঠা নিৰ্মাণ কৰা হয। কলেজ কতৃপক্ষই তেখেত দুয়োজনক চিৰদিন সুৱৰিব।

১৯৮৪ চনত কলেজত এজন বাছনিপ্ৰাপ্ত (Selected) অধ্যক্ষৰ প্ৰয়োজন হোৱাত কেবাজনো প্ৰৰ্থীৰ মাজৰ পৰা যোৰহাট নিবাসী শ্ৰীহৰকান্ত গগৈ দেৱক অধ্যক্ষ ৰূপে বাছনি কৰা হয় আৰু তেখেতে ১৯৮৪ চনৰ মাজভাগত আহি কলেজত অধ্যক্ষৰূপে যোগদান কৰে। দুৰণিৰ পৰা অহা এগৰাকী ব্যক্তিক থকামিলাৰ ব্যৱস্থা কৰিব লগা হোৱাত কলেজৰ মাটিত এটা গৃহ নিৰ্মাণ কৰাৰ অতীব প্ৰয়োজন হ'ল। শ্ৰীগগৈ দেৱক থাকিবৰ নিমিত্তে প্ৰথম অৱস্থাত ভকতগাঁও নিবাসী শ্ৰীহৰধন ৰায়ৰ ঘৰত সাময়িক ভাবে থকাৰ ব্যৱস্থা কৰা হয়। আনৰ পৰিয়ালযুক্ত ঘৰ এটাত থকা ভালেখিনি অসুবিধাই দেখা দিয়ে। সেয়ে কলেজ কৰ্তৃপক্ষই চাপৰ মণ্ডল কংগ্ৰেছ ভৱনত থকা-মিলাৰ ব্যৱস্থা গ্ৰহণাৰ্থে সিদ্ধান্ত গ্ৰহণ কৰে। কলেজ পৰিচালনা সিদ্ধান্ত মৰ্মে কংগ্ৰেছ ভৱনৰ ভিতৰত এখন Partition

Wall দি কোঠালি এটা আটোমটোকাৰিকৈ সজাই পৰাই বাসপোযোগী কৰি উলিয়াই দিয়াত অধ্যক্ষ শ্ৰীগগৈ দেৱক তাতেই থাকিবলৈ দিয়া হয়।

কিন্তু কলেজৰ আচনি মতে যিহেতু কলেজ ভূমিতেই অধ্যক্ষৰ বাসভৱন নিৰ্মাণ কৰিব লাগে সেয়ে সৰ্বপল্লী ৰাধাকৃষ্ণণ পথৰ উত্তৰে ভৱনৰ নিৰ্মাণ কাৰ্যৰ শুভাৰম্ভ কৰে। উক্ত ভৱনটোৰ নিৰ্মাণ কাৰ্য সম্পূৰ্ণ কৰা হয়, আৰু সদৌ শেষত অধ্যক্ষ শ্ৰীগগৈ দেৱ তেওঁ অধ্যক্ষ হিচাপে থাকিবলৈ লয়। কলেজৰ আচনি অনুসৰি সেই Lane টোত এশাৰী গৃহ নিৰ্মাণৰ ঠাই কৰি দিয়া হয়। আঁচনি মতে নিৰ্মাণ হ'ব লগা গৃহবোৰ Twin হব। এই Twin quarter বোৰৰ পাছফালে একোখনকৈ তামোল, নাৰিকল, তিতাচপাৰ পুলি ৰোপণ কৰা হয়। তিতাচপা মূল্যবান কাঠ এই তিতাচপা কাঠবোৰ যেতিয়া পুৰঠ হয় তেতিয়া কলেজে বহু লক্ষ টকা লাভ কৰিব পাৰিব।

কলেজ নিৰ্মাণ অৰ্থাৎ সৰ্বত ক্ষেত্ৰতে নিৰ্মাণ। কলেজ ভূমি আচলতে গোমোঠা আছিল। চৰণীয়া পথাৰ গছ-গছনিৰ নাম গোন্ধই নাছিল। বনানীকৰণ অতি প্ৰয়োজন হৈ পৰিছিল। সেই মৰ্মে এখন বৃক্ষৰোপণ আচনি প্ৰস্তুত কৰি উলিয়াই আঁচনি অনুযায়ী কলেজৰ চৌহদত বিভিন্ন প্ৰকাৰৰ পুলি সংগ্ৰহ কৰি ৰোপণৰ ব্যৱস্থা কৰা হয়। গছপুলি বোৰ ৰখাৰ বাবে কলেজৰ ভিতৰত এখন বীজতলী তৈয়াৰ কৰা হয়। বিভিন্ন গছপুলিৰ ভিতৰত তিতাচপা, শিশু, নাহৰ, আম, বকুল, আমলখি, অশোক, দেৱদাৰু আৰু ৰেইন ট্ৰি।। এই গছপুলি বোৰ গোৱালপাৰা জিলাৰ বিভিন্ন বীজতলীৰ পৰা সংগ্ৰহ কৰা হয়।

এই বিভিন্ন প্ৰকাৰৰ পুলিবোৰ বিভিন্ন ভাগত ৰোপণ কৰা হয়। পূৰ্ব দিশত পূৰ্ব্বোদ্যান, উত্তৰত 'আম্ৰকুঞ্জ,' দক্ষিণ পশ্চিম দিশত তিতাচপা ৰোপণেৰে Mini Forest ৰ সৃষ্টি, মুকলি মঞ্চৰ পাছফালে তিতাচপা ৰোপণ কৰি মঞ্চকানন নামেৰে নামাকৰণ কৰা হয়। ইয়াৰ লগতে আৰ্যভট্ট স্কোৱাৰৰ শোভাবৰ্দ্ধক দেৱদাৰু পেণ্ডুলাম ৰোপণ কৰা হয়। অধ্যক্ষৰ বাসভৱন সন্মুখত কেবাডালো বকুল পুলি ৰোপণ কৰি বকুলবন নাম দিয়া হৈছে। এই ৰোপিত পুলি আপডাল কৰিবলৈ গোবৰ সাৰৰ প্ৰয়োজন হয়। আৰু এই গোবৰে চৈবাৰী আৰু নায়ক গাঁৱৰ পৰা Truck ভাড়া কৰি কলেজ চৌহদলৈ অনা হয়। তদুপৰি চাপৰ চাহ বাগিচাৰ পৰিচালক শ্ৰীমৃনাল কান্তিবসুৱে আহি প্ৰত্যেক দিনা তেওঁৰ বাগিচাৰ দহ জনীয়া শ্ৰমিক দল সহ কলেজলৈ আহি ৰাসায়নিক সাৰ প্ৰয়োগ কৰি গছপুলিবোৰৰ দ্ৰুত বৰ্দ্ধনত সহায়ক কৰে। এই ৰাসায়নিক সাৰ আৰু গোবৰৰ সাৰ পাই কলেজৰ প্ৰকৃতিক পৰিৱেশটোকে সলনি কৰি পেলালে। বিশেষকৈ Man Hight পোৱাৰ বেলিকা কলেজখনৰ প্ৰাকৃতিক সৌন্দৰ্য ইমানেই মনোৰম হৈ পৰিছিল যেন প্ৰকৃতিৰ বুকুত কলেজ অথবা কলেজৰ বুকুত প্ৰকৃতি। আৰু বৰ্ত্তমান হৈছে বননিত কলেজ নে কলেজত বননি। আমাৰ মতে কলেজ নিৰ্মাণৰ বনানিকৰনো এটি অংগ। প্ৰকৃতাৰ্থত চৰাইৰ শুৱলা মাতত ৰাতিপুৱা কথাষাৰ কলেজ চৌহদত হে প্ৰযোজ্য হোৱা যেন অনুমান হয়। সঁচাকৈ প্ৰকৃতিৰ এই ৰূপ সৌন্দৰ্যৰ মূল খনিকৰ হৈছে এগৰাকী অতি মানৱ, তেখেত

এইখন কলেজৰ ২৭ বছৰে সভাপতিৰ আসন অলঙ্কৃত কৰা, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰদ্ধেয় শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱ। যি গৰাকী ব্যক্তিৰ গোটেই অসমত জননেতা বুলি জনাজাত। আৰু এই আপডালৰ কৃতিত্ব শ্ৰীমৃনাল কান্তি দেৱৰ।

এইখিনি সময়তে কলেজখনৰ দক্ষিনাঞ্চলত এটি ৮০ ফুট দীঘল ৪০ ফুট বহল আৰু ৮ ফুট দ পুখুৰী খন্দা হয়। পুখুৰীৰ খননকাৰ্যত জোখমাখ আদি কাৰিকৰী দিশবোৰ চোৱাচিতা কৰি, অন্যান্য যাৱতীয় পৰামৰ্শ আগবঢ়াইছিল কোকৰাঝাৰ মহকুমা পৰিষদৰ ইঞ্জিনিয়াৰ শ্ৰীযুত সুবোধ কুমাৰ দেই। নিৰ্মাণৰ প্ৰায় সকলোবোৰ দিশতেই তেওঁৰ অৱদান অনস্বিকাৰ্য। শ্ৰীসুবোধ কুমাৰ দেক আমি এৰি দিয়া নাছিলো। যিহেতু তেওঁ বিজ্ঞানৰ স্নাতক আৰু ইঞ্জিনিয়াৰিঙৰ স্নাতক ডিগ্ৰিধাৰী এজন ইঞ্জিনিয়াৰ আছিল সেই হেতুকে কলেজ কৰ্তৃপক্ষই তেওঁক ইটো-সিটো বহুতো কামত খটুৱাইছিল। কলেজৰ পুখুৰীৰ খনন কাৰ্য চলি থাকোতে মাটিৰ প্ৰায় ৫/৬ ফুট তলত এটি ব্ৰঞ্জৰ মূৰ্তি পোৱা যায়। ব্ৰঞ্জৰ মূৰ্তিটো 'কালীয়দমনৰ'। মূৰ্তিটো এতিয়াও আছে। ৰাষ্ট্ৰীয় ঘাই পথৰ দাতিত এটি সৰু মন্দিৰ নিৰ্মাণ কৰি তাতে এই মুৰ্তিটো স্থাপন কৰা হৈছে।

পৰৱৰ্তী সময়ছোৱাত গভৰ্নিং বৰ্ডিৰ সভাপতিদেৱে এটা নতুন কামত হাত দিয়ে। বিষয়তো হৈছে কলেজত বিজ্ঞান শিক্ষাৰ প্ৰবৰ্তন কৰা। বিজ্ঞান শাখা খোলাৰ আগতে বিজ্ঞান পৰীক্ষাগাৰ আৰু শ্ৰেণীকোঠাৰ নিৰ্মাণ কৰা প্ৰযোজন সেয়েহে কলেজ পৰিচালনা সমিতিৰ সভাত সভাপতিদেৱে বিষয়তো উত্থাপন কৰাত আটাইবোৰ সদস্যই একেলগে তেখেতক সমৰ্থন কৰে আৰু বিজ্ঞানৰ পৰীক্ষা গাৰ শ্ৰেণীকোঠাৰ নিৰ্মাণৰ ব্যৱস্থা কেনেদৰে লোৱা যায় এই সকলোবোৰ পৰিচালনা সমিতিয়ে সভাপতিদেৱৰ ওচৰত ন্যস্ত কৰে। পৰিচালনা সমিতিৰ সভাপতি শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱে পূজি সংগ্ৰহৰ বাবে বি. আৰ, পি, এল, কৰ্তৃপক্ষৰ লগত যোগাযোগ কৰাত বি. আৰ. পি.এলে বিজ্ঞান শিক্ষা বিস্তাৰৰ এটি আৰ্থিক অনুদান আগবঢ়ায়। এই অনুদানেৰে কলেজৰ অপূৰ্ব সিংহ গ্ৰন্থাগাৰৰ ওচৰতে এটা গৃহ নিৰ্মাণ কৰা হয়। কিন্তু ধনৰ অভাৱত পৰীক্ষাগাৰত প্ৰয়োজনীয় আহিলা পাতি ক্ৰয় কৰিব পৰা নগল। আৰু বৰ্তমান এই গৃহটোত কলা শাখাৰ বিষয়বোৰৰ পাঠদান চলি আছে। কলেজৰ পূজি যদি কেতিয়াবা টনকীয়াল হয় তেতিয়াহলে বিজ্ঞান শাখা খুলিবলৈ কলেজ কৰ্তৃপক্ষলৈ অনুৰোধ থাকিল।

নিৰ্মাণ কাৰ্য চলি থাকোতে ইটাৰ নাটনি হোৱাত চৈবাৰী চাহবাগিচাৰ সহকাৰী পৰিচালক শ্ৰীসুভাষ চন্দ্ৰ চক্ৰবৰ্তীয়ে দুই ট্ৰাক ইটা কলেজলৈ পঠাই দিছিল। লগতে ভকত গাঁও নিবাসী মনমোহন সিংহই এহাজাৰ ইটা কলেজলৈ দান কৰে। সেই ইটাৰে মুকলি মঞ্চৰ গাঁথনি কৰা হয়।

কলেজ এখনৰ এটা অবিচ্চেদ অংগ হৈছে কলেজৰ পুথিভঁৰাল । পুথিভঁৰাল নেথাকিলে এখন পূৰ্ণাংগ কলেজ বুলি ধৰি লোৱা নেযায়। লাইব্ৰেৰী বা পুথিভৰাল নেথাকিলে বিশ্ববিদ্যালয় আৰু চৰকাৰে স্বীকৃতি নিদিয়ে।

সেয়ে ৰত্নপীঠ কলেজ কৰ্তৃপক্ষই অপূৰ্ব সিংহ ট্ৰাষ্টৰ লগত যোগাযোগ ও আলোচনা বিলোচনাৰ অন্তত ট্ৰাষ্টে এটা কলেজত পুথিভঁৰাল নিৰ্মাণৰ দায়িত্ব মূৰ পাতি লয়। সেই মৰ্মে ১৯৯০ চনত কবি-সাহিত্যিক শ্ৰদ্ধেয় নৱকান্ত বৰুৱাদেৱে পুথিভঁৰালৰ আধাৰ শিলা স্থাপন কৰে। আৰু অতি কম সময়ৰ ভিতৰতে গ্ৰন্থ দান উৎসৱ অনুষ্ঠিত কৰি চাপৰ বহলপুৰ অঞ্চলৰ ৰাইজে প্ৰায় দুই হেজাৰ কিতাপ পুথিভঁৰালৰ অৰ্থে দান দিয়ে। কলেজ লাইব্ৰেৰী গৃহটোৰ নিৰ্মাণৰ কাৰ্যও কলেজৰ নিৰ্মাণ কমিটি আৰু ট্ৰাষ্টৰ প্ৰতিনিধি জয়ন্ত সিংহৰ তত্বাবধানত নিৰ্মাণ কাৰ্য সম্পূৰ্ণ কৰা হয়। পাচ লক্ষ টকা ব্যয় কৰি উক্ত গৃহটো নিৰ্মাণ কৰা হয় আৰু কবি পণ্ডিত প্ৰবৰ মাননীয় নৱকান্ত বৰুৱাদেৱে পুথিভৰালৰ দ্বাৰ উন্মোচন কৰে ১০/২/৯৪ তাৰিখত। এতিয়া প্ৰায় দহ হাজাৰ পুস্তক লাইব্ৰেৰীটোত আছে। অধ্যয়নৰত ছাত্ৰ-ছাত্ৰীৰ বৌদ্ধিক বিকাশৰ এইটো এটি কেন্দ্ৰ ৰূপে পৰিগণিত হৈছে।

ধুবুৰী লোকসভাৰ তেতিয়াৰ সদস্য নুৰুল ইছলাম চাহাবে এম. পিৰ. লোকেল এৰিয়া ডেভলপমেন্ট স্কিমৰ পৰা এটা আৰ্থিক অনুদান আগবঢ়ায়। উক্ত অনুদানৰ ধন ব্যয় কৰি কলেজৰ ছাত্ৰীসকলৰ বাবে এটি গৃহ নিৰ্মাণ কৰা হয়। সাধাৰণতে তেনেকুৱা এটি কোঠালীক ছাত্ৰীৰ জিৰণী কোঠা নামেৰে জনাজাত। কিন্তু ৰত্নপীঠ কলেজ ইয়াৰ অলপ ব্যতিক্ৰম। নকৈ সাজি উলিওৱা গৃহটোৰ নামাকৰণ কৰা হয় ‘ কন্যাভৱন’ নামেৰে। নুৰুল ইছলাম চাহাবে এই অনুদানে কলেজৰ বহুদিনিয়া অভাৱ পুৰণ কৰে বিশেষকৈ ছাত্ৰীসকলৰ।

কেৱল সেয়াই নহয় এম.পি. নুৰুল ইছলাম চাহাবে ছাত্ৰসকলৰ জিৰণী কোঠা আৰু অডিটৰিয়াম নিৰ্মাণৰ বাবে আৰু তিনিলক্ষ টকাৰ এটি অনুদান আগবঢ়ায়। এই অনুদানৰ ধন খৰছ কৰি ছাত্ৰ জীৰণী কোঠা আৰু অডিটৰিয়াম প্ৰাৰম্ভিক নিৰ্মাণ কাৰ্য সম্পূৰ্ণ কৰা হয়। পৰৱৰ্ত্তী সময়ত মুখ্যমন্ত্ৰীৰ বুনিয়াদ আচনিৰ পৰা দহ লক্ষ টকাৰে অডিটৰিয়াম কাম্চ ষ্টুডেণ্ট ইউনিয়ন হ'লৰ নিৰ্মাণ সম্পূৰ্ণ কৰা হয়। ভিতৰ চৰাৰ ডেক'ৰেচন যেনে চিলিং পোহৰ আৰু বহাৰ আচবাব আদি এতিয়াও বাকী আছে। কলেজ কৰ্তৃপক্ষই এই কাম সম্পূৰ্ণ কৰিব বুলি আমাৰ বিশ্বাস।

সাংসদ ইছলাম চাহাবে পুনঃ এটি অনুদান আগবঢ়ায়, Sports Hostel নিৰ্মাণ কৰিবৰ বাবে তেখেতৰ বিধায়ক পূজিৰ পৰা এটা অনুদান আগবঢ়ায়। সেই অনুদানেৰে কলেজৰ ক্ৰিয়া ক্ষেত্ৰৰ ওচৰতে উক্ত হোষ্টেলটো নিৰ্মাণ কৰি উলিওৱা হৈছে। যেতিয়া ক্ৰিয়া ক্ষেত্ৰখন সম্পূৰ্ণ হৈ ওলাব তেতিয়া ক্ৰিয়া সমূহক অংশ গ্ৰহণকাৰী খেলুৱৈ প্ৰতিযোগী এই হোষ্টেলত থাকিব পাৰিব।

সদৌ শেষত কলজেৰ নিৰ্মাণ কাৰ্যৰ লগত ওতঃপ্ৰতঃ ভাবে জড়িত আছিল আৰু যিসকল সদাসয় ব্যক্তিয়ে কায়িক আৰু মানসিক আৰু আৰ্থিক দিশত সহায়ৰ হাত আগবঢ়াইছিল সেই ব্যক্তি আৰু প্ৰতিষ্ঠানৰ কথা আৰু কাম উল্লেখ নকৰিলে এই প্ৰতিবেদন অসম্পূৰ্ণ হৈ থাকিব।

সেই ব্যক্তি ও প্ৰতিষ্ঠান সমূহৰ তালিকা তলত উল্লেখ কৰা হ'ল। প্ৰথমতে উল্লেখ কৰিব লাগিব ডিজাইন কনচৰটিনয়াম নামৰ প্ৰতিষ্ঠানটিৰ। কলেজৰ প্ৰায় সকলোবোৰ নক্সা এই প্ৰতিষ্ঠানটিয়ে প্ৰস্তুত কৰি দিছিল। আৰু আজিও বোধকৰো কলেজ কৰ্তৃপক্ষ এই প্ৰতিষ্ঠানটোৰ লগতে জড়িত হৈ আছে। এই প্ৰতিষ্ঠানটোৰ মূল ব্যক্তি অপূৰ্ব কুমাৰ সিংহ আজি আৰু আমাৰ মাজত নাই। তেওঁৰ কলেজখনৰ প্ৰতি যি দায়িত্ব আছিল তাক তেওঁৰ কৰ্মৰ মাজেদি ফুটাই তুলিছে তেওঁৰ কৰ্ম নৈপুন্যতা, দক্ষতা, কৰ্মশৈলিয়ে চিৰদিন নৱপ্ৰজন্মৰ মাজত থাকিব এটি উজ্বল নক্ষত্ৰ হৈ, চানেকি হৈ।

দুই গৰাকী ৰেঞ্জ ফৰেষ্ট অফিচাৰ (বন বিষয়া) শ্ৰী মুৰলীধৰ ৰায় আৰু শ্ৰী কমল কুমাৰ মেধী। কায়িক, মানসিক আৰু আৰ্থিক দিশত সহায় আৰু তেওঁলোকৰ অনুষ্ঠানৰ প্ৰতি দায়বদ্ধতা পৰিলক্ষিত হৈছিল। শ্ৰীৰায় বহলপুৰ আঞ্চলিক বনবিষয়াৰ দায়িত্বত থকা সময়ৰ কথা। কলেজত বিজুলীৰ পোহৰ লাগে। বিদ্যুত বিভাগৰ লগত যাৱতীয় আনুষ্ঠনিকতা সম্পূৰ্ণ কৰাৰ পিছত কলেজক তেওঁলোকে জনাই দিলে যে তেওঁলোকৰ খুটা নাই; কৰ্মীসকল বিমোৰত পৰিল তেতিয়া G.B.ৰ চেয়াৰমেন সিংহ চাৰে ক'লে যে ৰেঞ্জ অফিচাৰে তেওঁলোকৰ হিচাপত নথকা এডাল শালৰ খুটা দিব পাৰিব নেকি? কলেজৰ কৰ্মীসকল ৰেঞ্জ অফিচাৰ ৰায়ৰ অফিচলৈ গ'ল সকলোখিনি কথা বিৱৰি কোৱাত তেওঁ কলে যে চাব লাগিব, ক'ত বা কেনেকুৱা Seizure list নথকা বিচাৰি ড্ৰেচিং কৰি পঠাই দিম। কলেজৰ কৰ্মীসকল দ্বিতীয়বাৰ যাব লগা নহ'ল। দুই দিন পিছত তিনিযোৰা অৰ্থাৎ ছয় ডাল শালৰ খুটা তেওঁ গাড়ী এখন ভাড়া কৰি পঠাই দিছিল। কলেজ বৈদ্যুতিকৰণ হ'ল। বিজুলীপোহৰ কলেজ চৌহদত অহাত কি যে অনাবিল আনন্দ! সেই কাঠৰ খুটাবোৰ নাই. তাৰ সলনি এতিয়া আৰ চি চি পোষ্ট হৈছে। শ্ৰীমুৰলীধৰ ৰায়ৰ এটাহে উদাহৰণ উল্লেখ কৰা হ'ল। কলেজৰ পা-পইচাৰ যেতিয়াই প্ৰয়োজন হৈছিল তেতিয়াই সহায়ৰ হাত আগবঢ়াইছিল।

আনগৰাকী কমল কুমাৰ মেধি। তেওঁ তেতিয়া মানস টাইগাৰ প্ৰজেক্টৰ পাণবাৰী ৰেঞ্জৰ ৰেঞ্জ অফিচাৰ। কলেজৰ পুখুৰী খান্দোতে পুখুৰীৰ পাৰত এটা ৰেষ্ট হাউচ নিৰ্মাণ কৰা আঁচনি লৈছিল। এই আচনিমতে ৰেষ্ট হাউচ কলেজৰ কোনো অতিথি আহিলে থকা মেলা কৰাৰ সু-বন্দোবস্ত থকাকৈ নিৰ্মাণ কৰাৰ কথা আছিল। সেই প্ৰস্তাবিক ৰেষ্ট হাউচটোৰ ডেক'ৰেচনৰ দায়িত্ব কলেজে মেধিৰ ওপৰত ন্যস্ত কৰিছিল। সেই মৰ্মে তেওঁ নিজে মানাস অভয়াৰণ্যৰ পৰা নল কাটি ট্ৰেক্টৰৰ ট্ৰেইলৰত ভৰ্তি কৰি কলেজলৈ লৈ আহিছিল। পিছত পূজিৰ অভাৱত ৰেষ্ট হাউচ/গেষ্ট হাউচটো নিৰ্মাণ কৰিব পৰা নহ'ল। সেই নলৰ আটিবোৰ এতিয়াও বোধকৰো কলেজৰ কোনোবা ঠাইত পৰিত্যক্ত অৱস্থাত আছে। শ্ৰীৰায়ৰ দৰে শ্ৰীমেধিয়েও কলেজক বিভিন্ন প্ৰকাৰে নিৰ্মাণ কামত সহায় কৰিছিল। শ্ৰীমেধিও আজি কলেজৰ যৌৱন অৱস্থা দেখিবলৈ আমাৰ মাজত নাই। তেওঁৰ অকাল বিয়োগে আমাক সকলোকে ম্ৰিয়মান কৰি গ'ল। সেয়ে কথাতে কয় যে 'ভবা কথা নহয় সিদ্ধি বাটত আছে কণা বিধি'। তেওঁৰ ৰেষ্ট হাউচ/গেষ্ট হাউচৰ সপোন উত্তৰ সুৰিয়ে পূৰ্ণ কৰিলে তেওঁ বিদেহী আত্মাই শান্তি লভিব।

কলেজ ভূমি চিৰসেউজীকৈ ৰাখিবৰ বাবে যি বননিৰ সৃষ্টি কৰা হৈছিল সেই বননিখনক জাতিষ্কাৰ কৰি তুলিবলৈ এজন প্ৰকৃতিপ্ৰেমীৰ বৰ প্ৰয়োজন আছিল। সেই প্ৰয়োজন সেই অভাৱ পূৰণ কৰিছিল চাপৰ চাহ বাগিচাৰ পৰিচালক শ্ৰদ্ধেয় শ্ৰীমৃনাল কান্তি বসুৱে। এদিনাখন বাৰ্তালাপৰ সময়ত তেওঁ কৈছিল 'আপনাৰা জানেন গছ বৃক্ষই কথা বোলে' কৈছিল মই জানো গছে কথা কয়, গছে মৰম বিচাৰে মানুহৰ দৰে। আমি কৰ্মীসকল তেওঁৰ ৰসাল কথাত আপ্লুত হৈছিলো। সঁচাই গছ-গছনিৰ ভাষা তেওঁ বুজি পাইছিল। আৰু তেওঁৰ অক্লান্ত পৰিশ্ৰম আৰু যত্নত কলেজৰ গছ-গছনিয়ে কথা কোৱা আৰম্ভ কৰিছিল। গছৰ বয়সৰ বিভিন্ন সময়ত কেতিয়া কেনেধৰণৰ সাৰ প্ৰয়োগ কৰিব লাগে এই সকলোবোৰ কথা তেওঁ বুজি পাইছিল আৰু সেইধৰণে গছক আপ-ডাল কৰিছিল। যেনেকৈ খনিকৰৰ হাতৰ পৰশ পাই প্ৰতিমা প্ৰাণবন্ত হৈ উঠে বসুবাবুৰ হাতৰ আঙুলিৰ পৰশ পাই কলেজৰ বননিখন আহলাদিত হৈ উঠিছিল। এতিয়া এই কথাবোৰ সাথৰ হল। কোন মৃনাল বসু, কোন অপূৰ্ব, কোন মুৰলী, কোন কমল তেওঁলোকেতো একো কৰা নাই, আপোনা আপুনি হৈছে এই গছ গছনিবোৰ।

কলেজ নিৰ্মাণৰ পৰা সকলো ক্ষেত্ৰতে সহায় কৰা, হাতে কলমে তেনে এজন যুৱ কৰ্মী হৈছে অৰবিন্দ ৰায় বিজ্ঞানৰ ছাত্ৰ বাবেই নেকি তেওঁৰ অলপ হ'লেও টেকনিকেল নলেজ আছে। সেয়ে প্ৰতিটো আচনিৰ লগত তেওঁ জড়িত হৈ আছিল। তেওঁ এতিয়াও কলেজখনৰ লগত জড়িত হৈ আছে। প্ৰখৰ মেধাসম্পন্ন অৰবিন্দ ৰায়ক কলেজৰ একাউন্টচ্‌বোৰ লিখিব দিছিল। যিবোৰ টকা কলেজ কন্‌চষ্ট্ৰাকচনত খৰছ হৈছিল তাৰহে হিচাপ। সেই দায়িত্ব তেওঁ নিয়াৰিকৈ পালন কৰিছিল। আজিও যদি কলেজে বিচাৰে তেওঁ কিবা কামত সহায় কৰি দিব লাগে, তেওঁ বোধকৰো আপত্তি নকৰিব।

সৰ্বশেষত নিৰ্মাণৰ এই সকলোবোৰ কাম যিজনৰ নেতৃত্বত সম্পূৰ্ণ হৈছিল তেওঁ কলেজ পৰিচালনা সমিতিৰ সভাপতি সকলোৰে নমস্য, সকলোৰে শ্ৰদ্ধাৰ আৰু সকলোৰে প্ৰিয়, বিশাল ব্যক্তিত্বৰ গৰাকী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ। কলেজখন তেওঁ মানসকণ্যা। কলেজখনক পাহৰি একন্তেকো থাকিব নোৱাৰা এই বিশাল ব্যক্তিত্বৰ আজি গুনৰাজি লিখিলে মহাভাৰত হ'ব। আমি সকলোটি কলেজ কৰ্মীয়ে তেওঁ কৰিবলৈ দিয়া কাৰ্যসমূহ সংকোচহীন দ্বিধাহীনভাৱে কৰি গৈছিলোঁ। আমাৰ কোনো এটা কাম সমাধা কৰোতে ত্ৰুতি হৈছিল, আমি ভয় কৰিছিলোঁ কিজানিবা তেখেতে অসন্তুষ্ট হয়। কিন্তু আমি তেখেতৰ মুখমণ্ডলত অসন্তুষ্টিৰ কোনো চিন মোকাম পোৱা নাছিলোঁ বৰং তেখেতে আমাক উৎসাহিত কৰিছিল। নিৰ্মাণ কাৰ্য শেষ হোৱা নাই। এতিয়া কলেজখনৰ আগৰ অৱস্থা নাই।

কেচুৱা অৱস্থাৰ পৰা তুলিতালি ডাঙৰ কৰা এতিয়া যৌৱন অৱস্থা, যৌৱন কাল। এতিয়া কলেজখনে ইউ জি চিৰ পৰা অনুদান লাভ কৰে।

সেই তাহানিৰ গাৱলীয়া পৰিৱেশৰ লগত ৰজিতা খুৱাই যিবোৰ গৃহনিৰ্মাণ কৰা হৈছিল তাৰ ঠাইত হয়তোবা কেবামহলীয়া অট্টালিকা হ'ব।

ৰাইজৰ অশেষ ত্যাগৰ ফলত গঢ়ি উঠা কলেজখন যাতে ফলে-ফুলে জাতিস্কাৰ হয় তাৰেই কামনা কৰি এই প্ৰতিবেদন সামৰা হ'ল। ■■

# CONSTRUCTION OF LEAN-TO-SHED OF RATNAPITH COLLEGE

My dear,

As decided in the meeting of the promoiters of the construction works all the site of work on june 23, 1984, We should like to forward to you plan of works adopted for immidiate implimentation.

| Name of works. | Member in-charge. | Particulars of work |
|---|---|---|
| A. A lean-to shed 60' x 16'<br>(a) Structuire | Sri Samit Roy | Collection of 20 betalnut treeposts (for front row 9' and back row 8' above plinth) with bambo to be used in other perts of structure. |
| (b) Wall and cellings.<br>Cellings. | Shri D.K. medhi<br>Mvi. M. Rahman | "Kashia" grass and bamboo splits decoratively woven into devioes. Fit for walls and cellings. |
| (c) Roofing | Shri S.C. Sinhha | Required number of C.I. sheet to be arranged. |
| (d) Other materials and money. | Shri U..C. Roy<br>Shri T.K. Roy | On the advice of shri N.Roy and N. Adhikari. |
| B. Administrative Building All Construction | Shri D.K. Medhi<br>Chairman, Construction,<br>Particular member incharge<br>ShriU.C. Roy<br>Shri T.K. Roy | East room Complete with door with barrs, bamboo wall, cement plaster and whitre wash, Otyher roomss Bamboo walls cement plaster without door & winddows. |
| C. Pricipals Residence | Shri T.K.Roy<br>Shri U.C. Roy | (As planed) |
| D. Tarza or chattai. celling | Shri D.K. Meedhi<br>Shri M. Rahman | The entire celling of the Building of the Building to be complete before starting moffing works. |

| | | | |
|---|---|---|---|
| E. Collection of Bamboos. | Shri T.K. Roy<br>Sri U.C. Roy<br>Shri N. Roy<br>Shri Samit Roy & others. | Constribution from villages (to collect free of cost)<br><br>Bhakatgaon - 60,<br>Rowmari– 40,<br>Nidani – 30<br>Bahalpur – 30<br>Barunitara – 40<br>Total – 200 | |
| F. Collection of "Kashigrass" | Shri D.K. Medhi<br>Mvi. M. Rahman | Shri Medhi and Rahman are requested to collected the grass fropm the villages as contribution, If possible, if not, at concessional price. | |

With kindness regards,

Yours sincerely,
(Sarat Chandra sinha)■■

# ৰত্নালী কলেজৰ জন্মৰ পিছত ঠাই বিচাৰি অনাই বনাই ........

**ড° মিনতিকংস বণিক**
*অধ্যাপিকা, ৰত্নপীঠ কলেজ*

আজিৰ পৰা প্ৰায় ৩৮ বছৰ আগেয়ে চাপৰ অঞ্চলত কলেজ স্থাপনৰ ক্ষুদ্ৰ সংকল্প এটিয়ে এমুঠিমান উদ্যোগী লোকক উদ্বুদ্ধ কৰি তুলিছিল। ১৯৬৭ চনৰ ২১ মে'ৰ আবেলি ৩ বজাত এখন ৰাজহুৱা সভা আহ্বান কৰা হৈছিল। তাতেই এটি প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। এখন কলেজ পাতিব লাগে। উদ্দীপনাৰ অন্ত নাছিল। কিন্তু তেতিয়া আজিৰ দৰে অৱস্থা নাছিল। কলেজ পতা কিমানদূৰ সম্ভৱ হ'ব এই সম্পৰ্কে বহুতৰ মনত সন্দেহ আছিল। উদ্যোক্তাসকল কিন্তু ৰৈ নাথাকিল। বহুত বাধা-বিঘিনি অতিক্ৰম কৰি প্ৰাৰম্ভিক কাৰ্য আৰম্ভ হ'ল।

আৰম্ভ হ'ল ধন সংগ্ৰহ কাৰ্য। ধান, মৰাপাট, আদি কলেজলৈ দান বুলি সংগ্ৰহ কৰা হ'ল। বিক্ৰীলব্ধ ধনেৰে কলেজৰ বিত্তনিধি গঠিত হ'ল। তাৰ পিছত তেতিয়াৰ দিনৰ কাজিপাৰা গাঁওসভাৰ অন্তৰ্ভূক্ত হাট-বজাৰৰ পৰাও ধন সংগ্ৰহৰ ব্যৱস্থা কৰা হ'ল। কিন্তু বিশেষ কাৰণত কলেজৰ কাম-কাজ বন্ধ হৈ গ'ল। কিন্তু পুনৰ নতুন উদ্দমেৰে ১৯৭৮ চনত কলেজ স্থাপন কৰিবলৈ অনুমতি বিচাৰি বিশ্ববিদ্যালয়লৈ আবেদন কৰা হৈছিল। কিন্তু বিশ্ববিদ্যালয়ে আৰোপ কৰা চৰ্ত কেইটামান পূৰ্ণ কৰিব নোৱাৰাৰ কাৰণে অনুমতি পোৱা নগ'ল। এই চৰ্তবোৰৰ ভিতৰত মূল কথাটো আছিল— কলেজ স্থাপন কৰিবলৈ হলে ৫০ হেজাৰ টকাৰ এটি সংৰক্ষিত পুঁজি আৰু ২০ হেজাৰ টকাৰ কাৰ্য পৰিচালনা পুঁজি লাগে। ৭৫০.০০ টকা মাননি দি আবেদন কৰা হৈছিল। সেই আবেদন মঞ্জুৰ নহ'ল।

সেই কাৰণে উদ্যোক্তাসকলে নতুনকৈ ধন সংগ্ৰহ অভিযানত লাগি গ'ল। কোৱা হ'ল যে যিসকলে সহৃদয়, বিদ্যোৎসাহী সজ্জনে একেবাৰতে এহেজাৰ টকা বা ততোধিক দান আগবঢ়াব, সেইসকলক 'প্ৰতিষ্ঠাতা পৃষ্ঠপোষক' আৰু যিসকলে ৫০০.০০ টকাৰ দান আগবঢ়াব সেই সকলৰ 'প্ৰতিষ্ঠাতা দাতা' বুলি কলেজত পঞ্জীয়নভুক্ত কৰা হ'ব। ইয়াৰোপৰি কলেজৰ বিত্তীয় ভেটি শক্তিশালী কৰিবলৈ কিছু সজ্জন ব্যক্তি আৰু অনুষ্ঠান প্ৰতিষ্ঠানৰ পৰা মাহিলী দান গ্ৰহণ কৰিবলৈ নাম পঞ্জীয়নভূক্ত কৰে।

১৯৭৮ চনৰ ১ চেপ্তেম্বৰত চাপৰ বহলপুৰ কলেজ প্ৰতিষ্ঠা কৰে। আৰম্ভণিতে কলেজৰ পাঠদান কাৰ্য্য চাপৰ হায়াৰ চেকোণ্ডাৰী স্কুলত আৰম্ভ হয়, ৰাতিপুৱাৰ ভাগত। দিনৰ ভাগত স্কুলৰ ক্লাছ চলে। আদিতে কলেজখনৰ নাম আছিল চাপৰ বহলপুৰ কলেজ। প্ৰতিষ্ঠাৰ এবছৰ পিছত কাৰ্য নিৰ্বাহক কমিটিৰ সভাত চাপৰ বহলপুৰ কলেজৰ নতুন নামাকৰণৰ কথা আলোচনা কৰা হয়। কাৰণ চাপৰ আৰু বহলপুৰ অঞ্চলৰ জনসাধাৰনে তেওঁলোকৰ নিজ নিজ অঞ্চলৰ লগতহে কলেজখনৰ নাম চিহ্নিত কৰিব বিছাৰিছিল। সেয়ে কাৰ্য নিৰ্বাহক কমিটিৰ সভাত বিশদ আলোচনাৰ পিছত সাধাৰণ সভাৰ অনুমোদন সাপেক্ষে কলেজৰ নতুন নামাকৰণ হয় 'ৰত্নপীঠ'। প্ৰাচীন কালৰ ঐশ্বৰ্য্য, সমৃদ্ধি, কলা-সংস্কৃতি আৰু খ্যাতি সম্পন্ন 'ৰত্নপীঠ' নামেৰে জনাজাত প্ৰাচীন কামৰূপ ৰাজ্যৰ খণ্ডৰ গৌৰৱৰ কথা সুঁৱৰিয়েই এই নামাকৰণ কৰা হৈছিল।

শ্ৰী তৰণী কান্ত ৰায় (অসমীয়া), শ্ৰীমতী মিনতিকংস বণিক (বুৰঞ্জী), শ্ৰীমতী শিখা শূৰ (ৰাজনীতি বিজ্ঞান), অৰুণ দাস (অৰ্থনীতি) আৰু লক্ষী ঘোষক (ইংৰাজী) অধ্যাপক নিযুক্ত কৰি কলেজৰ কাম-কাজ আৰম্ভ কৰা হৈছিল। পিছত ঘোষে অধ্যাপনাৰ কাম এৰি দিয়াত বিভিন্ন সময়ত সাময়িকভাৱে প্ৰফুল্ল দাস এমাহৰ কাৰণে, শ্ৰীস্বদেশ সাহা আন এমাহৰ কাৰণে, শ্ৰী কুদ্দুছ আলি এমাহৰ কাৰণে, অধ্যাপক দীনবন্ধু ভট্ট তিনিমাহৰ কাৰণে আৰু শ্ৰীমতী ৰেখা ৰায় তিনি মাহৰ কাৰণে ইংৰাজী বিষয়ত অধ্যাপনা কৰিছিল। পিছত শ্ৰীধীৰেন্দ্ৰ সিংহক ইংৰাজীৰ অধ্যাপক নিযুক্ত কৰা হৈছিল। বৰ্তমান তেওঁ অধ্যাপনা কৰি আছে। অৰ্থনীতিৰ অধ্যাপক অৰুণ দাসে অধ্যাপনা এৰি দিয়াত তেওঁৰ ঠাইত শ্ৰীসৰোজেন্দ্ৰ ব্ৰহ্ম চৌধুৰী অধ্যাপক নিযুক্ত হৈছিল। এবছৰৰ মূৰত তেৰোঁ কাম এৰি যোৱাত শ্ৰী প্ৰভাস দাসক অৰ্থনীতি বিষয়ত অধ্যাপক নিযুক্ত কৰা হয়। বৰ্তমান তেওঁ অধ্যাপনাৰ লগতে ভাৰপ্ৰাপ্ত অধ্যক্ষৰ দায়িত্ব পালন কৰি আছে। ১৯৭৮ চনৰ ১ চেপ্তেম্বৰৰ পৰা ১৯৮৪ চনৰ ২৯ জুলাই লৈকে শ্ৰী তৰণী কান্ত ৰায় কলেজৰ অধ্যক্ষ আছিল। কিন্তু চৰকাৰী স্বীকৃতি প্ৰাপ্ত অধ্যক্ষ নিযুক্তিৰ প্ৰয়োজন হোৱাত শ্ৰীহৰকান্ত গগৈ দেৱক অধ্যক্ষ নিযুক্ত কৰা হয় আৰু তেওঁ ১৯৮৪ চনৰ ৩০ জুলাইৰ দিনা অধ্যক্ষ পদত যোগদান কৰে। আৰু শ্ৰী তৰণী কান্ত ৰায়ক উপাধ্যক্ষ পদত নিযুক্ত কৰা হয়।

প্ৰথম বছৰ বিশ্ববিদ্যালয়ে কলেজ স্থাপনৰ অনুমতি নিদিলেও তাৰ পিছৰ বছৰত ১৯৭৯ চনৰ ২৫ চেপ্তেম্বৰ তাৰিখে কলেজ পাতিবলৈ গুৱাহাটী বিশ্ববিদ্যালয়ে অনুমতি দিয়ে। উদ্যোগী সকলৰ নেৰা-নেপেৰা চেষ্টাৰ ফলত ১৯৮৫ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে ১৯৮৩-৮৪ চনৰ পৰা ৰত্নপীঠ কলেজে তিনিবছৰীয়া স্নাতক মহলালৈ বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভ কৰে।

সেই সময়ৰ গোৱালপাৰা জিলাৰ (অধিবক্ত) উপায়ুক্ত শ্ৰীযোগানন্দ চাংকাকতিয়ে বহলপুৰ নাথপাৰা ১ম খণ্ডৰ কেইবাটিও দাগত থকা ৭০ বিঘা মাটি কলেজৰ কাৰণে সংৰক্ষণৰ আদেশ দিয়ে। কলেজখন বৰ্তমান সেই মাটিত স্থাপিত হৈছে।

ৰত্নপীঠ কলেজে ১/৯/৭৯ তাৰিখে চৰকাৰৰ পৰা ১,০০০ টকাকৈ মাহিলী অনুদান লাভ কৰে। পিছৰ বছৰত সেই অনুদান ২,০০০ টকালৈ বৃদ্ধি হয়। কলেজখনে ঘাটি মঞ্জুৰী প্ৰাপ্ত নোহোৱালৈকে ২,০০০ টকা মাহিলী অনুদান লাভ কৰিছিল। ২০/২/৮১ তাৰিখে ১৯৭৯-৮০ চনত গৃহ নিৰ্মাণৰ বাবে আৰু ৩/৯/৮৩ তাৰিখে ১৯৮১-৮২ চনত গৃহ নিৰ্মাণৰ বাবে ক্ৰমে ১০,০০০ টকা আৰু ২০,০০০ টকাকৈ এককালীন অনুদান চৰকাৰৰ পৰা পোৱা গৈছিল। ১৯৮৫ চনৰ ১ জানুৱাৰী তাৰিখে অসম চৰকাৰৰ জনজাতি আৰু পিছপৰা শ্ৰেণীৰ কল্যান বিভাগে ৫০,০০০ টকাৰ এককালীন অনুদান মঞ্জুৰ কৰিছিল।

কলেজৰ নিৰ্মাণ কাৰ্য আৰম্ভ হোৱাৰ আগতে বন বিভাগে কলেজ চৌহদত ১৯৭৯ চনতে গছপুলি ৰুইছিল। ১৯৭৯ চনত আৰম্ভ হোৱা কলেজৰ নিৰ্মাণ কাৰ্য কিছুদিন চলাৰ পিছত ৰাজ্যখনত উদ্ভৱ হোৱা অশান্ত পৰিৱেশৰ কাৰণে কলেজ প্ৰায় বন্ধ হোৱাৰ উপক্ৰম হয়। ফলত ১৯৮৩ চনৰ মে মাহলৈকে কলেজৰ কাম-কাজৰ বিশেষ অগ্ৰগতি লাভ কৰা নাছিল। ১৯৮৩ চনৰ মাজভাগৰ পৰা ১৯৮৪ চনৰ মাজভাগলৈ উদ্যোগীসকলৰ নেৰানেপেৰা চেষ্টাৰ ফলতহে কলেজখন নিজ গৃহত আনিব পৰাকৈ সাজি উলিওৱা হৈছিল। অভাৱ আৰু অসুবিধা বহুতো থাকি গৈছিল, তথাপিও নিজা গৃহৰ স্বাধীনতা আৰু তৃপ্তি বেলেগ। কলেজ নিৰ্মাণৰ কাৰ্যত উদ্যোগীসকলক চৰকাৰৰ বিভিন্ন বিভাগে আৰু বিভাগীয় বিষয়াসকলে কেতিয়াবা ব্যক্তিগতভাৱে আৰু কেতিয়াবা বিভাগ হিচাপে বিশেষ বিশেষ অৱদান আগবঢ়াই আহিছে। ৰাজহ বিভাগৰ মাটি মঞ্জুৰী, সীমা নিৰ্ণয়, আদি তৈয়াৰ কৰাৰ ক্ষেত্ৰত আগবঢ়োৱা সহযোগ বিশেষভাৱে উল্লেখযোগ্য।

১৯৭৯ চনৰ ২০ মে তাৰিখে বহা ৰাজহুৱা সভাত নতুন গভৰ্ণিং বডি গঠন সম্বন্ধে আলোচনা কৰা হয় আৰু গভৰ্ণিং বডি গঠন কৰিবলৈ শিক্ষাধিকাৰলৈ প্ৰস্তাৱযোগে পৰামৰ্শ আগবঢ়োৱাত ২৩/৪/৮১ তাৰিখে শিক্ষাধিকাৰে নতুন গভৰ্ণিং বডি এখন গঠন কৰি দিয়ে। ১৯৮৫ চনলৈকে এইখন গভৰ্ণিং বডিয়ে কলেজ পৰিচালনাৰ কাৰ্য কৰিছিল। শ্ৰীশৰৎ চন্দ্ৰ সিংহ ইয়াৰ সভাপতি আৰু ঁকৈলাশ চন্দ্ৰ সৰকাৰ আছিল সম্পাদক। তেওঁ স্বৰ্গী হোৱাত ঁডালিম কুমাৰ মেধিক সম্পাদক পতা হৈছিল। সদস্যসকল আছিল শ্ৰীতৰণীকান্ত ৰায়, শ্ৰীমতী মিনতিকংস বণিক, ঁভদ্ৰেশ্বৰ দাস, মোঃ মজিবৰ ৰহমান, মোঃ আহমেদ হুচেইন, ঁতাৰিণী চৰণ ৰায়, ঁঅতুল চন্দ্ৰ ৰায়, শ্ৰী কালিন্দ্ৰনাথ নাথ আৰু শ্ৰীমানিক বিস্‌মিথ্।

আগতেই উল্লেখ কৰিছোঁ যে চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত কলেজখন উদ্বোধন কৰা হৈছিল। পিছত প্ৰগতি ভৱন আৰু মণ্ডল কংগ্ৰেছ ভৱনত কলেজৰ কাম কাজ চলিছিল। কলেজৰ নিজা মাটিলৈ স্থানান্তৰিত হৈ অহাৰ আগেয়ে দুবছৰমান চাপৰ গাঁও পঞ্চায়তৰ পুৰণি কাৰ্যালয়তেই কলেজৰ অধ্যাপনাৰ কাম চলিছিল। ১৯৪৮ চনৰ ১৬ আগষ্ট তাৰিখে ৰাইজে আনুষ্ঠানিকভাৱে কলেজখন নিজৰ ঠাইলৈ লৈ আহে।

কলেজ স্থাপনৰ যো-যা সম্পূৰ্ণ হোৱাৰ পিছত কলেজত পাঠদান কোনে কৰিব সেই প্ৰশ্নটো সন্মুখলৈ আহিল। তেতিয়া কলেজ প্ৰতিষ্ঠাৰ উদ্যোক্তাসকলে স্থিৰ কৰিলে যে স্থানীয় শিক্ষিত মানুহৰ দ্বাৰাই পাঠদানৰ কামটো সম্পন্ন কৰিব লাগিব। কাৰণ কলেজৰ পুঁজি খুবেই কম আৰু বাহিৰৰ পৰা শিক্ষক আনিলে তেওঁলোকৰ নিম্নতম প্ৰয়োজন পূৰণ কৰিব পৰাকৈ বেতন দিয়াৰ সামৰ্থও উদ্যোক্তাসকলৰ নাই। সেই সময়ত মই ব্যক্তিগত অসুবিধাৰ বাবে দুখনে কলেজৰ চাকৰি এৰি ঘৰতে আছিলোঁ। ১৯৭৮ চনৰ আগষ্ট মাহত কলেজৰ উদ্যোক্তাসকলৰ তৰফৰ পৰা এখন চিঠি পালো। তেওঁলোকে মোক নতুনকৈ স্থাপন কৰিবলৈ লোৱা কলেজখনৰ বুৰঞ্জী বিভাগত পাঠদান কৰিবলৈ সেৱাৰ মনোভাবেৰে আগবাঢ়ি আহিবলৈ অনুৰোধ জনালে। মই চাপৰৰ অধিবাসী আৰু এই অঞ্চলৰ উন্নয়নত মোৰো এটি ভূমিকা থকা উচিত। গতিকে উদ্যোগী সকলৰ অনুৰোধত সহঁাৰি দি কলেজত পাঠদান কৰিবলৈ সিদ্ধান্ত ললোঁ। ১৯৭৮ চনৰ ১ চেপ্তেম্বৰত 'চাপৰ বহলপুৰ' কলেজৰ আনুষ্ঠানিক উদ্বোধন কৰা হয়। সিদিনা ঠিক দহ বজাত মই চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত উপস্থিত হলোঁ। সেই অনুষ্ঠানত শিক্ষকসকলৰ উপৰিও অন্যান্য আৰু কেইবাজনো বিদ্যানুৰাগী ব্যক্তি উপস্থিত আছিল। তাৰোপৰি গোৱালপাৰা জিলাৰ (অবিভক্ত) উপায়ুক্তই শোভাবৰ্দ্ধন কৰিছিল। তেওঁ তাত এটি সাৰগৰ্ভ বক্তৃতা প্ৰদান কৰিছিল। তেওঁ ইমান সুন্দৰ বক্তৃতা দিছিল যে সকলো কথা মনত নাথাকিলেও এতিয়াও মোৰ তেওঁৰ সেই বক্তৃতাটোৰ কথা মনত পৰে। বিশেষকৈ প্ৰাসঙ্গিকভাৱে গীতাৰ শ্লোক উদ্ধৃত কৰাটো খুবেই মনোগ্ৰাহী হৈছিল। বিভিন্ন জনৰ ভাষণৰ পিছত লক্ষী ঘোষৰ দ্বাৰা কলেজৰ পাঠদান প্ৰক্ৰিয়াটোৰ শুভাৰম্ভ কৰা হয়।এইদৰে আনন্দ উলাহৰ মাজেৰে চাপৰ বহলপুৰৰ বাইজে কলেজ উদ্বোধন কৰে।

২ চেপ্তেম্বৰৰ পৰা নতুন কলেজৰ নিয়মীয়া পাঠদান আৰম্ভ হয়। প্ৰথমতে আমি হায়াৰ চেকেণ্ডাৰী স্কুলৰ +২ শ্ৰেণীৰ ক্লাছ হোৱা ঘৰটোতে ক্লাছ-পাতিকৰিবলৈ ধৰিলোঁ। (স্কুল কৰ্তৃপক্ষৰ অনুমতি সাপেক্ষে)। ৰাতিপুৱা ৭ বজাৰ পৰা ১০ বজালৈ। ১০-৩০ বজাৰ পৰা স্কুল আৰম্ভ হয়। কিন্তু কিছুদিন চলাৰ পিছত স্কুলৰ তৰফৰ পৰা আপত্তি উঠিবলৈ ধৰিলে এইবুলি যে +২ শ্ৰেণীৰ বিজ্ঞান শাখাৰ ক্লাছবোৰ ৰাতিপুৱ ৯ বজাত আৰম্ভ হয় আৰু তাত কলেজৰ ক্লাছ চলি থাকিলে তেওঁলোকৰ অলপ অসুবিধা হয়। এতিয়া উপায় কি। আকৌ কলেজৰ পাঠদান কাৰ্য চলাই নিবলৈ আমাক অলপ ঠাইৰ ব্যৱস্থা কৰি দিবলৈ অনুৰোধ জনালোঁ। সেইমৰ্মে স্কুলৰ পূবৰ ভেটিত থকা দীঘল শ্ৰেণীকোঠাসমূহৰ এটি শ্ৰেণীকোঠা খুলি দিয়াৰ ব্যৱস্থা হ'ল। আমি উত্তৰৰ শ্ৰেণীকোঠাএৰি পূবৰ শ্ৰেণীকোঠালৈ গুচি আহিলোঁ। আকৌ কিছুদিন নিৰ্বিঘ্নে ক্লাছ পাতি চলি থাকিল। কিন্তু লাহে লাহে ইয়াতো স্কুলৰ নানান অসুবিধাৰ কথা উঠিবলৈ আৰম্ভ কৰিলে। অৱশেষত যেতিয়া বুজা গ'ল যে কলেজৰ ক্লাছ কৰিবলৈ গৈ স্কুলখনক বাৰেকৈয়ে অসুবিধাত পেলোৱা হৈছে তেতিয়া কলেজ পৰিচালনা সমিতিয়ে কলেজৰ ক্লাছবোৰ প্ৰগতি সঙ্ঘতে চলোৱাৰ সিদ্ধান্ত কৰে।

এইদৰে জন্মৰ পিছত তিনিমাহমান চাপৰ হায়াৰ চেকোণ্ডাৰীত ক্লাছ কৰাৰ পিছত আমি প্ৰগতি সংঘলৈ উঠি আহিলোঁ।

প্ৰগতি সংঘত পাঠদান আৰম্ভ হ'ল। ইয়াত পাঠদান চলি থকা সময়ত ছাত্ৰ-ছাত্ৰীসকলক কিছু অমনোযোগী হোৱা পৰিলক্ষিত হ'ল। ক্লাছ চলি থকাৰ মাজতে ছাত্ৰ ছাত্ৰীয়ে ইজনে সিজনৰ লগত কথা-বতৰা পতা দেখা গ'ল। ঘটনাটো কি? মই আশংকা কৰিলোঁ। মই হয়তো ঠিকমতে পঢ়াব পৰা নাই। তথাপিও এদিন সুধিলোঁ। তোমালোকে ক্লাছত ইমান অমনোযোগী হৈছা কিয়? ছাত্ৰসকলে কলে যে বাইদেউ, আপোনাৰ কথাবোৰ স্পষ্টভাৱে কানত নপৰে। এই কথাটো অন্যান্য শিক্ষকসকলক জনোৱাত তেওঁলোকেও ক'লে যে তেওঁলোকৰ ক্লাছতো ছাত্ৰ-ছাত্ৰীসকলে এই একেটা অভিযোগেই কৰিছে। আকৌ লাগিল লেঠা। কি কৰা যায়! ছাত্ৰ ছাত্ৰীসকলে যদি পঢ়া ঠিকমতে বুজি নাপায়, তেনেহ'লে ফলাফল কি হ'ব? আকৌ নতুন ঠাইৰ সন্ধান। এইবাৰৰ স্থান হ'ল চাপৰৰ মণ্ডল কংগ্ৰেছ ভৱন।

মণ্ডল কংগ্ৰেছ ভৱনটো ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত আৰু চাপৰ চিনেমা হলৰ পৰৱৰ্তী ঘৰটোৱেই হ'ল মণ্ডল কংগ্ৰেছ ভৱন। তাৰপৰা কেইখোজমান আগুৱাই গ'লেই সোঁফালে ইন্সপেকচন বাংলো। সন্মুখেদি বাছ-ট্ৰাক, ঠেলা ৰিক্সা, মটৰ চাইকেল ইত্যাদিৰ অবিৰাম যাতায়ত আৰু ইয়াৰ ফলত সৃষ্ট শব্দবোৰে আমাৰ পাঠদানত কিছু অসুবিধাৰ সৃষ্টি কৰিছিল। তথাপিও আমি এইবিলাক অসুবিধাক আওকান কৰি আমাৰ কৰ্তব্য কৰি থাকিলোঁ। তেতিয়া আমাৰ মনত নতুন উদ্যম, উদ্দীপনা, কিবা এটা মহৎ কাম কৰিবলৈ ওলাইছোঁ। শিক্ষকসকলৰ পৰস্পৰৰ মাজত হৃদ্যতা, আন্তৰিকতা বিৰাজ কৰিছিল, দিনটোৰ পাঠদান কাৰ্য সম্পূৰ্ণ হোৱাৰ পিছত আমি সকলোৱে একেলগে বহি কিছু সময় গল্প গুজৰ কৰি একেলগে একাপ চাহ খাই পিছতহে ঘৰাঘৰি গৈছিলোঁ। সেই সময়খিনিত আমি এক অনাবিল আনন্দৰ আস্বাদ পাইছিলোঁ। ছাত্ৰ আৰু শিক্ষকৰ মাজত সম্পৰ্কও আছিল অতি মধুৰ। আমি সকলো ছাত্ৰ-ছাত্ৰীৰ নাম জানিছিলোঁ, চিনি পাইছিলোঁ। ছাত্ৰ-ছাত্ৰীসকলেও আমাৰ লগত নিকট সম্পৰ্ক স্থাপন কৰিছিল। লাহে লাহে কলেজত ক্লাছৰ সংখ্যা বাঢ়িল। স্নাতকৰ প্ৰথম বৰ্ষৰ পিছত আহিল দ্বিতীয় বৰ্ষ। দুটা ক্লাছ মণ্ডল কংগ্ৰেছৰ সেই সৰু ঘৰটো কৰা যায় কেনেকৈ? উপায় নাপাই কলেজ পৰিচালনা সমিতিয়ে তাতেই বাঁহৰ বেৰ দি সৰু সৰু কৈ তিনিটা কোঠা সজাই দিলে। তাতেই স্নাতকৰ দুয়োটা শ্ৰেণীৰ তিনিজন শিক্ষকে যেতিয়া একেলগে পাঠদান কৰিবলৈ আৰম্ভ কৰে তেতিয়া আমি প্ৰত্যেকেই প্ৰত্যেকৰ কথা শুনিবলৈ পাইছিলোঁ। ফলত আমাৰ পাঠদানত একাগ্ৰতা বিঘ্নিত হৈছিল। ছাত্ৰ-ছাত্ৰীসকলৰো মনযোগ বাধাগ্ৰস্ত হৈছিল কাৰণ তেওঁলোকেও আনটো শ্ৰেণীৰ পাঠদান স্পষ্টকৈ শুনিছিল। ইফালে বাহিৰত গাড়ী মটৰৰ হৰ্ন, শব্দ আছিলেই। অসুবিধা আমাৰ বহুত আছিল। কিন্তু সেই অসুবিধা সমূহ আওকান কৰি আমি আমাৰ লক্ষ্যৰ পিনে আগুৱাই গৈ থাকিলোঁ। কলেজ পৰিচালনা সমিতিয়েও আমাৰ অসুবিধাসমূহ সম্যক উপলব্ধি কৰিছিল আৰু এইবোৰ দূৰ কৰিবৰ বাবে চিন্তা-চৰ্চা কৰিছিল। সেই সময়ৰ উপায়ুক্ত শ্ৰী যোগানন্দ

চাংকাকতিৰ অনুগ্ৰহত কলেজে ৭০ বিঘা মাটি লাভ কৰিছে। সেই মাটিত ঘৰ-দুৱাৰ সজাই যাব পাৰিলে এই সমস্যাসমূহ আঁতৰ কৰিব পাৰি, কিন্তু পুঁজি কত? গতিকে ঘৰ-দুৱাৰ সজাই কলেজৰ নিজা মাটিত কলেজখন লৈ যোৱাৰ ইচ্ছাটো সদ্যহতে স্থগিত কৰি এটি বিকল্প ব্যৱস্থাৰ চেষ্টা কৰা হ'ল। সেই সময়ত প্ৰগতি সংঘৰ সোঁকাষে থকা ঘৰটো আছিল চাপৰৰ গাঁও পঞ্চায়তৰ অফিচ (কাৰ্যালয়) তাৰ সোঁকাষে থকা ঘৰটো আছিল চক্ৰবিষয়াৰ কাৰ্যালয়। ইতিমধ্যে চাপৰ ষ্টেট ট্ৰেন্সপৰ্ট ষ্টেচনৰ বিপৰীতফালে চক্ৰবিষয়াৰ কাৰ্যালয়ৰ স্থায়ী ঘৰ নিৰ্মাণৰ কাম সম্পূৰ্ণ হৈ উঠিছিল। শুনা গ'ল কিছুদিনৰ ভিতৰতে তেওঁলোকে পুৰণি কাৰ্যালয় পৰিত্যাগ কৰি নতুন কাৰ্যালয়লৈ উঠি যাব। চক্ৰ বিষয়াৰ লগত যোগাযোগ কৰাত জনা গ'ল যে তেওঁলোকৰ পৰিত্যক্ত ঘৰটোত গাঁও পঞ্চায়তৰ কাৰ্যালয়টো স্থানান্তৰিত হ'ব। তেতিয়া কলেজৰ পৰিচালনা সমিতিয়ে গাঁও পঞ্চায়তৰ পৰিত্যক্ত ঘৰটোকে কলেজৰ পাঠদান কাৰ্যৰ ব্যৱহাৰৰ বাবে অনুমতি বিচাৰি অনুৰোধ জনালোঁ। অনুমতি পোৱা গ'ল। ব্যৱস্থামতে গাঁও পঞ্চায়তৰ কাৰ্যালয় স্থানান্তৰিত হোৱাৰ পিছত আমি মণ্ডল কংগ্ৰেছ ভৱন এৰি পুৰণি গাঁও পঞ্চায়তৰ কাৰ্যালয়ত সোমালোঁ।

ইয়াত আকৌ নতুন উদ্যেমেৰে আৰম্ভ হ'ল আমাৰ ক্লাছ। ঘৰটোৰ মুঠ চাৰিটামান কোঠা থকাত ইয়াত আমি অলপ সকাহ পালোঁ। তাৰোপৰি কোঠালিৰ পাৰ্টিচনবোৰ ছিমেণ্টৰ হোৱা বাবে এটা কোঠাৰ পাঠদানৰ শব্দপ্ৰবাহ আনটো কোঠাত সিমান আঘাত নকৰিছিল। তিনিটা কোঠালিত ক্লাছ কৰিছিল শিক্ষকসকলে আৰু এচুকত এখন টেবুল চেয়াৰ লৈ কলেজৰ অফিছিয়েল কাম-কাজ কৰিছিল কলেজৰ কেৰাণী শ্ৰীআনছাৰ আলি। বৰ্তমান তেওঁ আমাৰ কলেজৰ হেড ক্লাৰ্ক। গাঁও পঞ্চায়তৰ কাৰ্যালয়লৈ স্থানান্তৰিত হোৱাৰ পিছত অলপ সুস্থিৰ অৱস্থালৈ আহি ছাত্ৰ-ছাত্ৰীসকলৰ পাঠ শিকাৰ উপৰিও খেলা-ধূলাৰ সুযোগ সুবিধাৰ কথা ভবা হ'ল। যিহেতু ব্যয়বহুল খেলাধূলাৰ সুবিধা দিয়াটো কলেজৰ পক্ষে সম্ভৱ নাছিল, সেইকাৰণে অফ্ পিৰিয়ডত ল'ৰা ছোৱালীয়ে যাতে সময় কটাব পাৰে তাৰ বাবে লুডো, দাবা, চাইনিজ চেকাৰ, কেৰম বোৰ্ড ইত্যাদি খেলৰ সঁজুলিবোৰ কিনি দিয়া হ'ল। ছাত্ৰ-ছাত্ৰীয়ে সময় সুযোগ মতে খেলবোৰ খেলে। এটা সময়ত কলেজ ছুটি হয়। ল'ৰা ছোৱালী ঘৰাঘৰি যায়। তেতিয়া আমি শিক্ষকসকলে বহোঁ গল্প গুজব কৰিবলৈ। লগতে চাহ একাপ। ল'ৰা ছোৱালীৰ খেলৰ সামগ্ৰী অহাৰ পিছত আমাৰ এই ক্লাছ পৰৱৰ্তী সময়ৰ মজলিছত লাহে লাহে কেৰম খেলাটোও অন্তৰ্ভুক্ত হৈ পৰিল। ক্লাছ শেষ হোৱাৰ পিছত চাহ একাপ খাই গল্প পাতি পাতি অলপ সময় কেৰম নেখিলিলে মনটো ভাল নালাগে।

সেই সময়ত আমাৰ কলেজলৈ যোৱাৰ প্ৰতি এটা তীব্ৰ আগ্ৰহ গঢ়ি উঠিছিল। ছাত্ৰ-ছাত্ৰীক নিষ্ঠা সহকাৰে পাঠদানৰ চেষ্টা আৰু কলেজ শেষত আমাৰ সন্মিলিত আড্ডা আৰু খেলাৰ আকৰ্ষণেই বেলেগ আছিল। কেতিয়াবা আমি বাজী ধৰিও খেলিছিলোঁ। বাজীটো আছিল এনেধৰণৰঃ খেলত যিপক্ষই হাৰিব, সেইপক্ষই সিদিনা সকলোকে চাহ খুৱাব লাগিব।

গতিকে দুয়োপক্ষই আপ্রাণ চেষ্টা কৰিছিলোঁ যাতে হাৰিব নালাগে। কাৰণ হাৰিলেইতো চাহ খুৱাব লাগিব। গাঁও পঞ্চায়তত আমাৰ কলেজ চলি থকা অৱস্থাতে এগৰাকী নতুন মহিলা চক্র বিষয়া বদলি হৈ আহিল। তেখেতৰ নাম ইন্দিৰাবতী দাস। নতুন চক্রবিষয়াৰ কাৰ্যালয়টো আৰু পুৰণি গাঁও পঞ্চায়তটো প্ৰায় মুখামুখি। নতুন কাৰ্য্যালয়ৰ পৰা আমাৰ কলেজৰ কাম-কাজবিলাক অলপ লক্ষ্য কৰিলে সকলো ধৰিব পাৰি। কিছুদিন পিছত নতুন চক্রবিষয়া গৰাকী এদিন আমাৰ কলেজলৈ আহিল আৰু আমাৰ সকলোৰে লগত চা-চিনাকি হ'ল। সেই সময়ত আমাৰ ক্লাছ শেষৰ আড্ডা আৰু খেল চলি আছিল। তেখেতে ক'লে 'মই সদায় লক্ষ্য কৰিছোঁ, এনেকুৱা সময়ত আপোনালোকে সদায় খেলে আৰু গল্প গুজৱ কৰে। চাই চাই মোৰো মাজে মাজে কামৰ বোজাবোৰ আঁতৰাই থৈ আপোনালোকৰ আড্ডাত যোগ দিবলৈ মন যায়। আমি সমস্বৰে তেওঁক আমাৰ আড্ডাত যোগ দিবলৈ আদৰণি জনালোঁ। তাৰ পিছৰ পৰা তেৰোঁ সুযোগ পালেই আমাৰ আড্ডাত আহি যোগদান কৰিছিল আনকি খেলতো আমাৰ অংশীদাৰ হৈছিল। তেওঁৰ বিভিন্ন বিষয়ত ভাল জ্ঞান আৰু অভিজ্ঞতা আছিল। তেওঁৰ পৰা শিক্ষা বিষয়ক ভালেমান গুৰুত্বপূৰ্ণ কথা আমি জানিব পাৰিছিলোঁ।

মণ্ডল কংগ্ৰেছ ভৱনত অহাৰ পিছত আমি তাত সৰস্বতী পূজা পাতিবলৈ আৰম্ভ কৰিছিলো। শিক্ষানুষ্ঠান এখনত সৰস্বতী পূজা নাপাতিলে মনটো ভাল নালাগে। ছাত্ৰ-শিক্ষক সকলোৰে পৰা চান্দা সংগ্ৰহ কৰি অনুষ্ঠুপীয়াকৈ পূজা পতা হৈছিল। সেই পূজাত সকলো সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীয়ে অংশ গ্ৰহণ কৰিছিল। যদিও এই পূজাটো মূলত ছাত্ৰ -ছাত্ৰীসকলেহে উদ্‌যাপন কৰে, কিন্তু সেই সময়ত আমি শিক্ষকসকলেও ছাত্ৰ-ছাত্ৰীৰ লগত সমানে দায়িত্ব লৈ সকলো প্ৰকাৰৰ সহযোগিতা আগবঢ়াই পূজাটো সুকলমে সমাধা কৰিবলৈ সহায় কৰিছিলোঁ। সকলোৱে জানে ১৯৭৯ চনৰ পৰা অসমত ছাত্ৰ সংগঠনৰ দ্বাৰা অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলন আৰম্ভ হৈছিল। ১৯৮১ চনলৈ সেই আন্দোলনে অসমৰ চুকে কোনে বিয়পি পৰিছিল। চাৰিওফালে এটা অশান্ত পৰিৱেশ। ইতিমধ্যে আমাৰ কলেজখন মণ্ডল কংগ্ৰেছ ভৱনৰ পৰা গাঁও পঞ্চায়তলৈ উঠি আহিছিল। ইয়াৰ মাজতে সেই চনৰ ফ্ৰেব্ৰুৱাৰী মাহত সৰস্বতী পূজাৰ যো-যা আৰম্ভ হ'ল। পূজাৰ দিনা ৰাতি পুৱাই গা-পা ধুই সাজি কাছি কলেজলৈ যাবলৈ ওলাইছোঁ। এনেতে মোৰ গৃহস্থই মোক কলে যে কলেজলৈ নোযোৱাই ভাল নেকি! কাৰণ যোৱা দুদিন মানৰ পৰা চাপৰৰ পৰিৱেশ অলপ থমথমীয়া হৈ আছিল। থুনুক-থানাককৈ শুনি আছোঁ যে চাপৰতো এটা ডাঙৰ গোণ্ডগোল হোৱাৰ আশংকা আছে। মই গৃহস্থৰ কথাত পতিয়ন লগালোঁ আৰু তেওঁক অযথা চিন্তা নকৰিবলৈ কৈ মই কলেজলৈ ওলাই গলোঁ।

কলেজলৈ গৈ ল'ৰা-ছোৱালীৰ লগত পূজাৰ যোগাৰত ব্যস্ত হৈ পৰিলোঁ। ল'ৰাবিলাকে সৰস্বতী আইৰ বেদীৰ চাৰিওফালে অলপ সজাই পৰাই তুলিবলৈ ধৰিলে। এটা সময়ত বেদী সজোৱা আৰু পূজাৰ যোগাৰ সম্পূৰ্ণ হ'ল। এতিয়া পূজাৰী আহি পূজাত বহিলেই হ'ল। তেতিয়া প্ৰায় ১০-৩০ মান বাজিছে। সিদিনা আছিল চাপৰৰ হাটবাৰ। এনেতে দেখিলোঁ

বজাৰৰ ফালৰ পৰা দলে দলে মানুহ উৰ্দ্ধস্বাসে দৌৰি ইফালে আহি আছে। তেওঁলোকৰ মুখৰ পৰা শুনিলোঁ যে পাটহাটীৰ ফালে গণ্ডগোল লাগিছে আৰু অছিৰেই এই গণ্ডগোল এইফালেও আহি পাব। গতিকে সময় থাকোঁতে নিৰাপদ স্থানলৈ যোৱাই ভাল। এতিয়া কি কৰা যায়! আমিও অলপ দুঃশ্চিন্তাত পৰিলোঁ। ইফালে মোৰ গৃহস্থই গণ্ডগোল লগা দেখি অলপ বিচলিত হৈ পৰিল। মই ঘৰত নাই। সিফালে যদি কিবা অঘটন ঘটে কি হ'ব! সেই সময়ত আমাৰ সিংহ চাৰৰ বৰপুত্ৰ ঁঅপূৰ্ব কুমাৰ সিন্হা চাপৰত উপস্থিত আছিল। তেখেতে কিছুদিনৰ পৰাই চাপৰৰ পৰিস্থিতিৰ আলেখ লেখ পৰ্য্যবেক্ষণ কৰি আছিল। এজন দায়িত্বশীল নাগৰিকৰ দৰে তেখেতে সকলো সময়তে চেষ্টা কৰিছিল যাতে চাপৰত আন্দোলনৰ পৰিপেক্ষিতত কোনো অপ্ৰীতিকৰ ঘটনা সংঘটিত নহয়। সিদিনাও তেওঁ ৰাতিপুৱা বজাৰৰ ফালে ওলাই আহিছিল। গণ্ডগোলৰ বাতৰি পাই তেওঁ ঘটনাস্থলীলৈ গুচি আহিল আৰু ঘটনাৰ বুজ লৈ অত্যন্ত দৃঢ়তাৰে আৰু সাহসিকতাৰে গণ্ডগোল সৃষ্টিকাৰী সকলৰ গতিৰোধ কৰিলে। ফলত গণ্ডগোলটো আৰু সিঁচৰিত হবলৈ নাপালে। পৰিস্থিতি অলপ সুস্থিৰলৈ অহা দেখি মোৰ গৃহস্থই বিস্তা এখন ঠিক কৰি এজন মানুহ পঠিয়াই দিলে মোক লৈ আহিবলৈ। মোক মানুহজনে ক'লে যে আপোনাক ছাৰে এইখন ৰিক্সাত উঠি ঘৰলৈ যাবলৈ কৈছে। তেতিয়া মই বাধ্য হৈ তেতিয়াৰ অধ্যক্ষ শ্ৰীতৰণী কান্ত ৰায়ৰ ওচৰত ক্ষমা খুজি ঘৰলৈ উভতিলোঁ। মনটো পৰি থাকিল কলেজৰ পূজাথলীত। পিছত শুনিছিলোঁ যে বহুত পলমকৈ নিয়ম ৰক্ষা কৰি ছাত্ৰ-ছাত্ৰীয়ে পূজা সমাপন কৰিছিল। একেদৰে আমি মহৰম আৰু ফাতেহা-ই-দোয়াজ দাহম উৎসৱ ছাত্ৰ-ছাত্ৰী, শিক্ষক সকলোৰে মিলি সুন্দৰকৈ উদ্‌যাপন কৰিছিলোঁ।

ইতিমধ্যে উনুকিওৱা হৈছে যে পূজিৰ অভাৱত কলেজৰ নিজা মাটিত ঘৰ দুৱাৰ সাজিব পৰা হোৱা নাই। তথাপিও ঠাই বিচাৰি কলেজখনৰ এই আলাই-আথানি হোৱাত কলেজ পৰিচালানা সমিতিয়ে আপ্ৰাণ চেষ্টাত লাগি গ'ল কোনোমতে কাম চলাব পৰাকৈ ঘৰ এটা নিৰ্মাণ কৰি যাতে কলেজখন নিজৰ ঠাইলৈ নিব পৰা যায়। সেইবাবে সকলোৰে ওচৰত যোনে যেনেকৈ পাৰে দান বৰঙণি বিচৰা হ'ল। কোনোবাই বাঁহ, কোনোবাই খেৰ, কোনোবাই টিনপাত, কোনোবাই কাঠ, কোনোবাই চিমেণ্ট ইত্যাদি দিলে। প্ৰাথমিক পৰ্য্যায়ত এই দান বৰঙণিৰেই কলেজৰ মাটিত ঘৰ বন্ধা কাম আৰম্ভ হ'ল। তাৰ পিছত ১৯৮১ চনত দহ হেজাৰ আৰু ১৯৮৩ চনত বিশ হেজাৰ টকা ঘৰ নিৰ্মাণৰ বাবে চৰকাৰৰ পৰা অনুদান পোৱা গ'ল। ৰাইজৰ দান বৰঙণি আৰু চৰকাৰৰ পৰা পোৱা ৩০ হেজাৰ টকাৰ অনুদাৰেৰে অৱশেষত ১৯৮৪ চনৰ আগষ্ট মাহৰ ভিতৰত চাৰিটা কোঠালীৰ এটা অসম আৰ্হিৰ ঘৰ আৰু খেৰৰ চালি, বাঁহৰ বেৰ দিয়া এটা দীঘলীয়া প্লিনট শ্বেড সাজি উলিওৱা হ'ল। ১৯৮৪ চনৰ ১৬ আগষ্ট তাৰিকে আমি মহা ধূমধামেৰে শোভাযাত্ৰা কৰি গাঁও পঞ্চায়তৰ ঘৰৰ পৰা আহি কলেজৰ নিজা গৃহত প্ৰৱেশ কৰিলোঁ। তেতিয়াৰ পৰা ক্ৰমে কলেজৰ উন্নতি হৈ বৰ্তমানৰ ৰূপ লাভ কৰিছে। ■■

# বননিত কলেজ নে কলেজত বননি

—নিখিল সিংহ

মানুহ আৰু প্ৰকৃতিৰ সম্পৰ্ক অনাদি কালৰ। মানৱ জাতিৰ উৎপত্তিৰ ইতিহাসৰ পাতনি মেলে বননিৰ বুকুত। আদিতে মানুহৰ জীৱন ধাৰণৰ সম্বল আছিল বননি। আশ্ৰয়স্থলো আছিল বননি। কৰ্ম-ধৰ্ম সকলোৰে মূল আছিল বননি। প্ৰকৃতিৰ কোলাত আশ্ৰিত মানুহৰ সংস্কৃতিৰো উন্মেষ ঘটে বননিত। মানুহৰ শিক্ষা-দীক্ষাৰ পাতনি মেলে বননিৰ মাজত। বৈদিক যুগ, মহাকাব্যৰ যুগ তথা ৰাজতন্ত্ৰৰ যুগত যি শিক্ষাৰ ইতিহাস পোৱা যায় সেই শিক্ষাৰো পাতনি হৈছিল বননিৰ মাজত। অতীতৰ ঋষি মুনিসকলৰ বননিত থকা আশ্ৰমেই আছিল শিক্ষাৰ কেন্দ্ৰ। বেদ, উপনিষদ, পুৰাণ, মহাকাব্য খ্যাত ঋষি মুনিসকলে আশ্ৰম পাতিছিল বননিত। একো একোজন ঋষি মুনিৰ আশ্ৰমত থাকি বিদ্যাৰ্থীয়ে শিক্ষা গ্ৰহণ কৰিছিল। সেয়াই আছিল গুৰুকুলাশ্ৰমৰ পৰম্পৰা। সেয়াই আছিল অতীতৰ শাস্ত্ৰ, ন্যায়, ৰাজনীতি, অৰ্থনীতি, জ্যোতিৰ্বিদ্যা আদিৰ শিক্ষাৰ ধাৰা। ধৰ্মশাস্ত্ৰ, ন্যায়শাস্ত্ৰ, জ্যোতিষশাস্ত্ৰ আদি বিষয়ত চৰ্চাকাৰী অফুৰন্ত জ্ঞানৰ ভৰালস্বৰূপ— যাজ্ঞবল্ক, বশিষ্ঠ, বিশ্বামিত্ৰ, দ্ৰোণাচাৰ্য আদি ঋষি-মুনিসকল আছিল তেতিয়াৰ শিক্ষাৰ প্ৰতিভূ স্বৰূপ। অনুৰূপভাৱে গাৰ্গী, মৈত্ৰী, অৰ্জুন, একলব্য আদিয়ে গুৰুকুলাশ্ৰমত থাকি কালজয়ী আদৰ্শ শিষ্যৰূপে খ্যাতি অৰ্জন কৰিছে। গুৰুকুলাশ্ৰমত কঠোৰ অনুশীলন, কঠোৰ সাধনা আছিল তেওঁলোকৰ একমাত্ৰ জীৱনৰ ব্ৰত। অতীতত ছপাশাল, কাগজ, পুথি নথকা যুগত কেৱল গুৰুমুখে ধৰ্মশাস্ত্ৰ, ন্যায়শাস্ত্ৰ, ৰাজনীতি আদি বিষয়ত শিক্ষা লাভ আছিল এক কঠোৰ সাধনা। সাধনাতে সিদ্ধিলাভ। নিৰ্জন বননি সাধনাৰ উৎকৃষ্ট ক্ষেত্ৰ বুলি গণ্য কৰা হয়। নিৰ্জন বননি, নদী, পৰ্বত, গছ, লতাই মানুহৰ মন প্ৰাণ পৰম জ্ঞানৰ প্ৰতি নীৰৱ সাধনাত ব্ৰতী কৰে। তাৰোপৰি নিৰ্জন বননিৰ মাজত পাৰ্থিৱ চিন্তা পৰিহাৰ হয়। পাৰ্থিৱ চিন্তা পৰিহাৰ কৰি একান্ত সাধনাত ব্ৰতী হ'লেহে সাধনাত সিদ্ধি লাভ সম্ভৱ। সেই ধ্যান ধাৰণাৰ

বশৱৰ্তী হৈয়ে ৰত্নপীঠ কলেজ স্থাপনৰ পৰিকল্পনাৰ আদিতে মানস পটত ৰচনা কৰা হৈছিল এক আদৰ্শ বননি। পঁচিশ বছৰ পূৰ্বৰ মহান কলাকাৰৰ মানসপটৰ কল্পিত মনোৰম প্ৰকৃতিৰ ছবিখন গছে পাতে সেউজীৰূপে আজি বাস্তৱ ৰূপ পাইছে। বন-উপবন, বৃক্ষ, পুষ্পই সজ্জিত ৰত্নপীঠ কলেজ আজি সেউজী আৱৰণেৰে আবৃত। সেই আৱৰণ আজি যেন কলেজখনিৰ পঁচিশ বছৰীয়া যৌৱনৰ আভৰণ।

ৰত্নপীঠ কলেজৰ বননি এক সুচিন্তিত আঁচনিৰ সু-শৃঙ্খলিত ৰূপ। বননিখন সাধাৰণ কিন্তু পৰিকল্পনা অসাধাৰণ। উক্ত পৰিকল্পনা প্ৰথমে কাগজত তাৰ পিছত ক্ষেত্ৰভূমিত কাৰ্যকৰী কৰা হৈছে। অসাধাৰণ পৰিকল্পনাৰ মনোৰম বন-উপবনক যথা-যোগ্যভাৱে নামকৰণ কৰা হৈছে। যথা— পঞ্চৱটী, আদৰণি বিথিকা, মেঘাৰণ্য, উত্তৰ বননি, বাৰী সুজলা, বাৰী সুফলা, বাৰী শ্যামলা, পূৰ্বোদ্যান, কলেজ ব্লক, উত্তৰ বননি, গোলাপবাগ, ফ্লাগ স্কোৱাৰ, মুকলি মঞ্চ, মঞ্চকানন, বকুলবন, আম্ৰকুঞ্জ, উত্তৰ প্ৰান্ত, দক্ষিণ প্ৰান্ত, পূৰ্ব প্ৰান্ত, পশ্চিম প্ৰান্ত আৰু বিদ্যাবন। উল্লেখযোগ্য যে প্ৰতিখন বন উপবনৰ বিশেষ বিশেষত্ব আছে। কলেজখনিৰ বন-উপবন আৰু তাৰ বিশেষত্বই দৰ্শনাৰ্থীক সততে আকৰ্ষণ কৰে।

শ্ৰান্ত পথিকৰ ক্লান্তি দূৰৰ অৰ্থে ৰত্নপীঠ কলেজৰ দুৱাৰ মুখত অৱস্থিত পঞ্চৱটী বন। জাতীয় ৰাজপথৰ দুয়োপাৰে ৰোপণ কৰা বট, আঁহত, বেল, অশোক, আৰু আমলখিৰ সমাহাৰে পঞ্চৱটী বন। পৰিকল্পনা অনুযায়ী আজি সঁচা-সচিকৈ শ্ৰান্ত পথিকে পঞ্চৱটীত ক্লান্তি দূৰ কৰাৰ সুবিধা পাইছে। পঞ্চৱটী অতিক্ৰমী লীলাৱতী আৰু বৃন্দাৱতী তোৰণৰ মাজভাগত অভ্যাগতক আদৰণি জনায় আদৰণি বিথিকাই। তাত ২৪ জোপা দণ্ডায়মান নিম্ন পত্ৰ বিষ্ট দেবদাৰু গছে অভ্যাগতক অভিবাদন জনাবলৈ যেন চিৰ নিয়োজিত। বৃন্দাৱতী তোৰণ পাৰ হ'লেই সন্মুখত দৃষ্ট হয় এক বিতোপন উপবন। নাম তাৰ ফ্লাগ স্কোৱাৰ। ফ্লাগ স্কোৱাৰৰ চৌপাশে শাৰী শাৰীকৈ শোভাবৰ্দ্ধন কৰিছে ৩০ জোপা নিম্নপত্ৰ বিষ্ট দেবদাৰু আৰু দুৱাৰ মুখত দুজোপা থুজাই। সেউজী গছ-গছনি, ঘৰ-দুৱাৰেৰে যি ঠাই ডোখৰ আজি ৰত্নপীঠ কলেজ প্ৰাঙ্গণ ৰূপে পৰিচিত সেই ঠাই ডোখৰ অতীতত আছিল মুকলি পথাৰ। মুকলি পথাৰত ধুমুহা-বা-মাৰলিৰ প্ৰকোপ বেছি। ধুমুহা বতাহে যাতে কলেজৰ ঘৰ-দুৱাৰৰ ক্ষতি কৰিব নোৱাৰে তাৰ বাবে কলেজৰ উত্তৰ পশ্চিম দিশত প্ৰাচীৰ সদৃশে সজোৱা হৈছে মেঘাৰণ্য। মেঘাৰণ্যত আছে ৰেইন ট্ৰি, তিতাচপা, আম আদি সুদৃঢ় বৃক্ষ। শ্ৰেণী কোঠাসমূহৰ দুৱাৰ মুখত কলেজ ব্লক। সু-শোভিত দুৱাৰমুখে আৱেশীসকলৰ চিত্ত মন প্ৰফুল্ল ৰাখে। আৱেশী ৰূপী ছাত্ৰ শিক্ষকৰ মন প্ৰাণ প্ৰফুল্ল কৰি ৰাখিবৰ বাবে কলেজ ব্লকত আছে শাৰী শাৰী নাহৰ আৰু বটল ব্ৰাছৰ শাৰী। কলেজ চৌহদত মুকলি মঞ্চ। এক বিৰল ব্যৱস্থা। সভা-সমিতি, নাচ-গান আদিৰ অৰ্থে এই মুকলি মঞ্চ প্ৰকৃতিৰ দ্বাৰা সজ্জিত। মুকলি মঞ্চৰ চৌদিশৰ অঙ্গ সজোৱা হৈছে কৃষ্ণচূড়া, ৰাধাচূড়া, কাঞ্চন আদি পুষ্প বৃক্ষৰ দ্বাৰা। দৰ্শক শ্ৰোতাক ৰদৰ পৰা ৰক্ষা কৰিবলৈ মুকলি মঞ্চৰ পুষ্প বৃক্ষসমূহে মঞ্চৰ কেউ

দিশৰ পৰা পৰস্পৰৰ মূৰ বিলাক হাউলি মঞ্চৰ ওপৰত যেন চন্দ্রতাপৰ সৃষ্টি কৰিছে। মুকলি মঞ্চৰ পিছফালে মঞ্চকানন। মঞ্চকানন প্রকৃতিৰ দ্বাৰা সঁজোৱা সা-সজ্জাৰ কোঠালি (গষ্ট্ৰংস্ক্রে দুগু)। সুদৃশ্য মঞ্চকানন মূল্যবান গছেৰে শোভিত। কলেজৰ স্নিগ্ধ, শ্যামলা, সুগন্ধি বীথিকা হ'ল বকুল বন। কলেজৰ এই বকুল বন যেন আশ্রমবাসী মুনি কন্যাৰ অবসৰ বিনোদনৰ বিচৰণ ভূমি। ছাত্র-ছাত্রীৰ অবসৰ বিনোদনৰ অৰ্থে স্নিগ্ধ, সুগন্ধি বকুল বন পৰিকল্পনাকাৰীৰ অনুপম অনুভূতিৰ স্বাক্ষৰ। বাৰী সুজলা, বাৰী সুফলা, বাৰী শ্যামলা কেৱল বনানিৰ শোভন নহয়। বাৰীসমূহ ক্ষুদ্র কিন্তু সয়ম্ভৰ আঁচনি। উক্ত বাৰীসমূহ একো একোজন অভিৰক্ষী আৰু অধ্যক্ষৰ বাসভৱনৰ লগত সংলগ্ন। উক্ত আঁচনি দেখাত আবাসিকসকলৰ সুবিধাৰ বাবে কিন্তু উক্ত আঁচনিৰ দ্বাৰা ছাত্র-ছাত্রীসকলক কৰ্মমুখী শিক্ষাদানৰ প্রয়াস কৰা হৈছে। এইদৰে পূব, পশ্চিম, উত্তৰ, দক্ষিণ প্রান্তত তিনি হাজাৰৰো অধিক মূল্যবান গছ-গছনি আছে। উল্লেখযোগ্য যে কলেজ চৌহদৰ প্রতিদাল বৃক্ষ বীথিকা পৰিকলপ্তিভাৱে ৰোপণ কৰা হৈছে, কলেজৰ শৈক্ষিক বাতাবৰণৰ অৰ্থে ৰোপণ কৰা মূল্যবান বৃক্ষৰাজি অদূৰ ভৱিষ্যতত কলেজখনিক এক বৃহৎ পৰিমাণৰ আৰ্থিক লাভ আনি দিব। কলেজৰ ছাত্র-ছাত্রী তথা ওচৰ-চুবুৰীয়া গাঁওবাসীয়ে উক্ত আৰ্থিক দিশটোৰ প্রতি লক্ষ্য ৰাখি নিজ নিজ চৌহদত মূল্যবান গছ ৰোপণৰ যাতে প্রেৰণা পায় কলেজ কর্তৃপক্ষৰ বিক্ষৰোপণ আঁচনিৰ সেয়া আন এক অন্যতম উদ্দেশ্য।

ৰত্নপীঠ কলেজ যাতে পৰ্যটকৰো আকৰ্ষণ কেন্দ্র হয় তাৰ বাবে 'বিদ্যাবন' নামৰ এক আঁচনি কাৰ্যকৰী কৰি থকা হৈছে। বিদ্যাবন কলেজৰ মিনি ষ্টেডিয়ামৰ উত্তৰত কলেজৰ দাঁতিৰে বৈ যোৱা গাৰোঝৰা নামৰ বৃহৎ নিজৰাৰ পাৰত। নয়নাভিৰাম তথা ঔষধি গছ পুলিৰে সজোৱা বিদ্যাবন অহা দুই তিনি বছৰৰ ভিতৰত এখনি দৃষ্টিনন্দন উদ্যান হৈ উঠিব।

বননিত কলেজ নে কলেজত বননি এনে ভাবৰ অৱকাশ হোৱা আজিৰ ৰত্নপীঠ কলেজ স্থাপিত হয় ১৯৭৮ চনত। ১৯৭৯ চনত ত্রিংশ বন মহোৎসব কলেজৰ নিজা মাটিত পতা হয় আৰু কলেজ প্রাঙ্গণত উপবন পতাৰ শুভাৰম্ভ হয়। বৃক্ষ বীথিকাৰে ৰত্নপীঠ কলেজক নান্দনিক ৰূপত সজোৱা প্রকৃতি প্রেমী কলাকাৰ গৰাকী হ'ল অসমৰ প্রাক্তন মুখ্যমন্ত্রী তথা কলেজৰ গভৰ্ণিং ব'ডিৰ সভাপতি শ্রী শৰৎ চন্দ্র সিংহ দেৱ। কলাকাৰ গৰাকীয়ে প্রথমে মানস পটত তাৰ পিছত কাগজত নক্সা আঁকিছে। তাৰ পিছত কলেজ পথাৰক মাপি জুখি উপবনসমূহক বিভিন্ন ভাগত ভাগ কৰিছে। উপবন আৰু কলেজৰ উপপথসমূহৰ বিভিন্ন ভাগ অনুযায়ী চাৰিওফালে আঢ়ৈ ফুট কৈ চুটি চুটি খুঁটি পুতিছে। খুঁটিবোৰক পৰস্পৰৰ মাজত ৰচিৰে সংযোগ কৰি কলাকাৰে মানস পটত ভৱিষ্যতৰ উপবনৰ কল্পনা ৰচিছে। তাৰ পিছত পৰিকল্পনা অনুযায়ী বিধে বিধে গছপুলি ৰুইছে। কলেজৰ উপবনখনিক গঢ় দিবলৈ কলাকাৰগৰাকীৰ কল্পনাৰ গভীৰতা আমি তেতিয়া সাধাৰণ, সীমিত জ্ঞানেৰে জুখিব পৰা নাছিলোঁ। তেখেতৰ উক্ত পৰিকল্পনা যে নিখুঁত আছিল আজিৰ বাস্তৱ ছবিখনে তাক স্বীকাৰ কৰে।

কলেজৰ সেউজী বননিখন আজি যেনেকৈ বাস্তৱ আজিৰ পৰা পঁচিশ বছৰ অতীতৰ কলেজৰ নিধুৱা পথাৰখন আছিল তেতিয়াৰ বাস্তৱ। সেই পঁচিশ বছৰৰ অতীত আজিও সজীৱ। এয়া যেন সৌ সিদিনা সিংহদেৱে হাতত এখন ছাতি লৈ আভৰক্ষী যোগেন, সতীশ, হৰকুমাৰ আৰু কেইজনমান বনুৱাক লৈ গছপুলি ৰুইছে, আপদাল কৰিছে। কলেজত ৰোৱা প্ৰতিডাল গছপুলি তেখেতৰ চিনাকী। প্ৰতিডাল গছপুলিৰ লগত তেখেতৰ নিবিড় সম্পৰ্ক। বৰষুণত তিতিছে, ৰ'দত ঘামিছে। সেই অবিৰাম শ্ৰম আছিল অতি গধুৰ কিন্তু তাৰ স্মৃতি অতি মধুৰ। সিংহ দেৱক গছপুলি ৰোপণত অবিৰতভাৱে সহায় কৰিছে— অধ্যক্ষ তৰণী কান্ত ৰায়, সমিত ৰায়, অৰবিন্দ ৰায় আৰু ছেগ বুজি এই নিবন্ধ লেখকে। সিংহ দেৱৰ ধৈৰ্য-সহ্যত আমি সদায় হাৰ মানিছিলোঁ। আমি ঘৰলৈ আহিছিলোঁ জিৰণী লৈছিলোঁ। কিন্তু সিংহ দেৱে দুপৰীয়া কলেজত যি পাইছিল তাকে খাইছিল। ভাগৰ, জিৰণী তেখেতৰ অভিধানত তেতিয়াও নাছিল আজিও নাই। এই ছেগতে সিংহদেৱৰ কৰ্তব্যনিষ্ঠাৰ দৃষ্টান্তৰ এদিনাৰ এটি ঘটনাৰ উল্লেখ নকৰিলে এই নিবন্ধ যেন অসম্পূৰ্ণ হ'ব। সিদিনা সিংহদেৱে অসুস্থ গাৰে গছপুলি ৰোপণৰ তদাৰক কৰিবলৈ গৈছে। দিন-মাহ আমাৰ মনত নাই কিন্তু জহকাল আছিল। অসুস্থতা বেছি হোৱাত কলেজৰ এটি কোঠালিত বেঞ্চত শুই পৰিছে। অধ্যক্ষ তৰণী কান্ত ৰায়, সমিত ৰায়ে তেখেতক নজনোৱাকৈ ডাক্তৰক খবৰদি আনিছে। ডাক্তৰজন চাপৰত নুতনকৈ আহিছিল। প্ৰাক্তন মুখ্যমন্ত্ৰীক চিকিৎসা কৰাৰ সুবিধা পালে ধন্য হ'ম বুলি অনতি বিলম্বে ডাক্তৰ আহিল। ডাক্তৰ আহি সুধিলে— ছাৰ ক'ত? তেখেত বেঞ্চত শুই আছে বুলি দেখুৱাই দিয়াত ডাক্তৰজনে তবধ মানিলে। বিশ্বাস কৰিবলৈ টান পালে। প্ৰাক্তন মুখ্যমন্ত্ৰী এগৰাকী কলেজৰ বেঞ্চত শুবনে? ডাক্তৰৰ মনৰ সংশয় সিংহদেৱে বুজিব পাৰি তেখেতৰ চিৰ নিৰ্মল হাঁহিৰে ডাক্তৰক সুধিলে, আপুনি আহিছে— মোৰ তেনে একো হোৱা নাই। আপুনি কষ্ট কৰি নাহিলেও হ'লহেঁতেন। অলপ অসুস্থ অনুভৱ কৰিছোঁ ঠিকেই কিন্তু আপোনা-আপুনি ঠিক হ'ব। কি যে মনোবল— কি যে কৰ্তব্যনিষ্ঠা। তেখেতৰ কৰ্তব্যনিষ্ঠাৰ জোখাৰে প্ৰশংসা কৰিবলৈ আমাৰ ভাষা নাই। মানুহে তেখেতক সুধিছে— আপুনি কলেজৰ বাবে ইমানকৈ লাগিছে কিয়? উত্তৰত তেখেতে কৈছিল— ৰত্নপীঠ কলেজ মোৰ মানস কন্যা। আমাৰ শ্ৰদ্ধাৰ অগ্ৰজ সিংহদেৱে অহা ১ম জানুৱাৰী ২০০৬ চনত জীৱনৰ ত্ৰিনৱৰ্তি বছৰত পদাৰ্পণ কৰিব। বয়সৰ অগ্ৰগতিয়ে শৰীৰক জুৰুলা কৰিলেও কৰ্মক্ষেত্ৰত আজিও যেন চফল ডেকা।

কলেজৰ বৃক্ষ ৰোপণ আঁচনি সফল কৰিবলৈ তথা শৈক্ষিক পৰিবেশৰ লগত ৰঞ্জিতা খুৱাই বিজ্ঞানসন্মতভাৱে বৃক্ষৰোপণ, ৰক্ষণাবেক্ষণ আৰু তদাৰক কৰিবলৈ উদ্ভিদ তথা বাগিছা সম্পৰ্কত যথোচিত প্ৰশিক্ষণপ্ৰাপ্ত চাপৰ চাহ বাগিছাৰ মেনেজাৰ মৃণাল কান্তি বোসক সভাপতি, অধ্যক্ষ তৰুনী কান্ত ৰায়ক সম্পাদক, কমলা দাস, জয়নাল বেপাৰী, নিৰোদেন্দু ৰায়, জুবান আলী, তিসিমুদ্দিন আহমেদেক সদস্য হিচাপে লৈ এখনি বৃক্ষ ৰোপণ সমিতি গঠন কৰে।

বিশেষকৈ মৃণাল কান্তি বোসৰ অভিজ্ঞতা, আন্তৰিকতাৰ বাবে গছপুলিসমূহে শ্ৰীবৃদ্ধিৰ উৎসাহী গতি পাইছিল। কলেজৰ বীথিকা পূজনীয় বোসৰ ওচৰত নিশ্চয় কৃতজ্ঞ।

প্ৰতিবছৰে কলেজত পতা ছাত্ৰ-ছাত্ৰীৰ পৰীক্ষাৰ দৰে প্ৰতিবছৰে কলেজত বৃক্ষৰোপণ যেন বান্ধি দিয়া নিয়ম। কলেজৰ প্ৰতিবছৰৰ প্ৰতিষ্ঠা দিৱসৰ মূল কাৰ্যসূচী হ'ল বৃক্ষৰোপণ। তাৰোপৰি কলেজৰ আগ্ৰহত চৰকাৰৰ সহযোগত কলেজত কেবাবাৰো বন মহোৎসৱ, সেউজী সপ্তাহ যোগে বৃক্ষৰোপণ কাৰ্যসূচী ৰূপায়ণ কৰি থকা হৈছে। উক্ত কাৰ্যসূচী ৰূপায়ণ কৰিবলৈ বন বিভাগে গছপুলি যোগান ধৰাৰ উপৰি সামাজিক বনানিকৰণৰ মুখ্য বন বিষয়া দূৰ্গা প্ৰসাদ নেওঁগ, পশ্চিম অসম সংমণ্ডলৰ বন সংৰক্ষক হেমেন চাংকাকতি, ডি, এফ, অ, পাৰ্থ সাৰথি দাস নিজে উপস্থিত থাকি গছ ৰুই কলেজক স্নেহ ধন্য কৰিছে। বন বিভাগৰ ৰেঞ্জাৰ কমল কুমাৰ মেধি, মুৰলীধৰ ৰায়ে দিব পৰা দান, অনুদান, সহযোগ কলেজৰ বৃক্ষৰোপণ আঁচনিৰ উল্লেখযোগ্য দিশ। কলেজৰ বিভিন্ন উৎসৱ, অনুষ্ঠান আদিত সময়ে সময়ে উচ্চ পদাধিকাৰী ব্যক্তি সকলক আমন্ত্ৰণ কৰা হৈছে। উক্ত ব্যক্তিসকলৰ বাবে অন্যান্য কাৰ্যসূচীতকৈ যেন তেওঁলোকৰ দ্বাৰা বৃক্ষৰোপণ কাৰ্যসূচীয়ে মুখ্য আছিল। কলেজত একোজোপাকৈ গছ পুলি ৰোপণ কৰি স্মৃতিৰ স্বাক্ষৰ ৰাখি থোৱা মহানুব সকলৰ অন্যতম হ'ল— উচ্চশিক্ষাৰ সঞ্চালক শৈলজানন্দ ভৰালী, গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য যামিনী মোহন চৌধুৰী, কলেজসমূহৰ পৰিদৰ্শক ক্ষিতীশ চন্দ্ৰ মেধি, প্ৰখ্যাত কবি তথা অপূৰ্ব সিংহ ট্ৰাষ্টৰ সভাপতি নৱকান্ত বৰুৱা, তেতিয়াৰ মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তকে ধৰি বিভিন্ন সময়ত অহা বিভিন্ন বিভাগৰ মন্ত্ৰী আদি। স্মৰ্তব্য যে কবি নৱকান্ত বৰুৱা অপূৰ্ব সিংহ ট্ৰাষ্ট লাইব্ৰেৰী মুকলি কৰিবলৈ আহি কলেজৰ পৰিকল্পিত জেউজী বন, উপবন, বাগিছা দেখি অত্যন্ত মোহিত হৈ এইদৰে উক্তি কৰে— 'ৰত্নপীঠ কলেজৰ পৰিকল্পিত সেউজী ৰূপ দেখি মই বৰ নান্দনিক অনুভৱ কৰিছোঁ। ৰত্নপীঠ কলেজ যেন অসমৰ শান্তিনিকেতন।'

ৰত্নপীঠ কলেজৰ বননি ওচৰ চুবুৰীয়া ৰাইজৰো অতি মৰমৰ। কলেজৰ বৃক্ষৰোপণ তথা ৰক্ষণাবেক্ষণত ৰাইজৰ সহযোগ অতুলনীয়। কলেজৰ গছ-গছনিৰ লগত নাথপাৰা গাঁওৰ শিক্ষক অলেশ্বৰ নাথৰ সম্পৰ্ক ইমানেই আন্তৰিক ইমানেই আবেগিক আছিল যে কলেজৰ পদূলিত তেওঁ যি জোপা গছ ৰুইছিল ২০০৫ চনত তেওঁৰ মৃত্যুৰ আগলৈ প্ৰতিবছৰে ব'হাগ মাহৰ ১ ম তাৰিখত সেই জোপা গছৰ গুৰিক ঘৰৰ পৰা পানী আনি ধুইছিল। এইদৰে ৰাইজ, ছাত্ৰ-ছাত্ৰী, কলেজৰ শিক্ষক, কৰ্তৃপক্ষৰ সহযোগত ৰত্নপীঠ কলেজৰ বননি জাকত জিলিকা হৈ উঠিছে। ৰত্নপীঠ কলেজৰ বননিৰ খ্যাতি চৌদিশে বিয়পি পৰিছে।

আজি ৰত্নপীঠ কলেজৰ পঁচিশ বছৰীয়া জয়ন্তী। এই জয়ন্তী কলেজৰ সেউজী বননিৰো পঁচিশ বছৰীয়া যৌবনৰ জয়ন্তী।■■

# ৰত্নপীঠ কলেজৰ ইতিবৃত্তৰ এটা দিশ

—ড° বৰকতুল্লা খান

*অধ্যাপক, ৰত্নপীঠ কলেজ*

মই ৰত্নপীঠ কলেজৰ প্ৰথম বৰ্ষৰ -(First Batch) ছাত্ৰ আছিলোঁ। দেখ দেখকৈ ১৯৭৮ চনৰ ৪ ছেপ্তেম্বৰৰ পৰা বৰ্তমানলৈকে কলেজখনে পঁচিশ বছৰ অতিক্ৰম কৰিলে। কলেজৰ 'ৰূপালী জয়ন্তী' উপলক্ষ্যে মই প্ৰাক্তন ছাত্ৰ হিচাপে স্মৃতি কথা লিখিব লগা হ'ল।

মই কলেজখনৰ ইতিবৃত্তৰ লগত কিছুপৰিমাণে জড়িত হৈ থকাত মোৰ বিষয়েও দুই এষাৰ লিখিব লগা হ'ল। মোৰ জন্ম বগৰীবাৰী ৰাজহ চক্ৰৰ অন্তৰ্গত বয়জেৰ আলগাৰ জয়পুৰ দক্ষিণ গাঁওত। মই সুদূৰ দক্ষিণ পাৰৰ জলেশ্বৰ উচ্চমাধ্যমিক বিদ্যালয়ৰ পৰা ১৯৭৬ প্ৰবেশিকা পৰীক্ষা পাছ কৰোঁ। চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ স্বৰ্গীয় ডালিম কুমাৰ মেধি ছাৰৰ সুনাম সৰ্বত্ৰ বিয়পি আছিল। সেয়ে, মেধি ছাৰৰ স্কুলত পঢ়িম বুলি বুকুত অদম্য আশাঁ লৈ চাপৰতেই ভৰ্তি হওঁ। ১৯৭৮ চনৰ মে' মাহত উচ্চতৰ মাধ্যমিক শ্ৰেণী পাছ কৰোঁ। পিছত, ধুবুৰীৰ বি, এন, কলেজত পঢ়িম বুলি ধুবুৰীলৈ গুচি গ'লোঁ। কিন্তু চাপৰৰ কথা পাহৰিব নোৱাৰি বি, এন কলেজত ভৰ্তি হোৱাৰ আগতেই চাপৰত থকা বন্ধু-বান্ধৱক লগ পোৱাৰ উদ্দেশ্যে আকৌ চাপৰলৈ গুচি আহিলোঁ। সিদিনা ৪ চেপ্তেম্বৰ, ১৯৭৮ আছিল। চাপৰৰ বাবে ঐতিহাসিক দিন। চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত, চাপৰত এখন কলেজ স্থাপনৰ বাবে শিক্ষানুৰাগী ৰাইজৰ সাধাৰণ সভা। মইও উক্ত সভাত উপস্থিত থাকি সভাৰ চুড়ান্ত সিদ্ধান্তৰ অপেক্ষা কৰি থাকিলোঁ। কলেজ স্থাপনৰ সিদ্ধান্ত চুড়ান্ত হ'ল। সাধাৰণ সভাই কলেজ স্থাপনৰ এখন ডাঙৰ কমিটি গঠন কৰিলে। কমিটিৰ সকলো সদস্যৰ নাম মোৰ মনত নাই কিন্তু প্ৰধান বিষয়-ববীয়াৰ নাম মনত আছে। কলেজ নিৰ্মাণৰ বাবে কমিটিৰ সভাপতি নিৰ্বাচিত হয় স্বৰ্গীয় ভদ্ৰেশ্বৰ দাস, সাদাৰণ সম্পাদক-

মনিৰুজ জামান, সম্পাদক তিনিজন-আনোৱাৰ হুছেইন (বৰ্তমান এম. পি.), শ্যামল তালুকদাৰ আৰু সমিৎ ৰায় (বহলপুৰ)। মনত পৰা সদস্যসকল হ'ল- হম্বু সিং, নিখিল দাস, স্বৰ্গীয় অৰুণ দাস, জাহান উদ্দিন আহমেদ, স্বৰ্গীয় সুৰজ জামাল, ময়জুদ্দিন সেখ, মাজম আলী (ধীৰঘাট) ইত্যাদি। জুৰান আলীক অধ্যক্ষ, আৰু শ্ৰীযুত তৰণী কান্ত ৰায় দেৱক উপাধ্যক্ষ হিচাপে নিযুক্তি দিয়াৰো সিদ্ধান্ত হয়। মোক এইখন কলেজত ভৰ্তি হোৱাৰ বাবে অৰুণ দাস ছাৰ আৰু জুৰান আলীয়ে জোৰকৈ ধৰাত মইও সিদ্ধান্ত ললোঁ। ১৯৭৮ চনৰ ৪ ছেপ্তেম্বৰৰ দিনা কলেজখন আনুষ্ঠানিক ভাৱে উদ্বোধন কৰিলে। কিন্তু সিদিনা জুৰান আলী চাহাবক অনুপস্থিত দেখিলোঁ। পিছত শুনিলো তেওঁ গোৱালপাৰা কলেজত প্ৰৱক্তাৰ চাকৰি পাইছে। সিদিনা এক উৎসৱৰ নিচিনা হৈছিল। তৰুণ ৰায় ভৰ্তি হব লগা ছাত্ৰ হিচাপে আমাক বৰ আনন্দ দিছিল।

চাপৰ উচ্চতৰৰ মাধ্যমিক বিদ্যালয়ত পুৱা ৭ বজাত শ্ৰেণী বহিছিল। প্ৰবক্তা হৈছিল - স্বৰ্গীয় অৰুণ দাস (অৰ্থনীতি), শ্ৰীমতি মিনতিকংশ বণিক (বুৰঞ্জী, শিখা শূৰ (ৰাজনীতি বিজ্ঞান), আৰু লক্ষীকান্ত ঘোষ (ইংৰাজী)। কেৰাণী- আনছাৰ আলী আৰু পিয়ন- বিশ্বেস্বৰ দাস।

বি, এ, প্ৰথম বৰ্ষ তাতেই পঢ়িলোঁ। বছৰেকীয়া পৰীক্ষা দিলোঁ চাপৰ ছোৱালী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত। দ্বিতীয় বৰ্ষত পাঠদান আৰম্ভ হ'ল- প্ৰগতি সংগ ভৱনত, কিন্তু তাতে শব্দৰ প্ৰতিধ্বনি হোৱাত আমি অধ্যক্ষক অভিযোগ দিলো। পিছত, পাঠদান কাৰ্য প্ৰগতি সংঘৰ পৰা স্থানান্তৰ কৰি চাপৰ মণ্ডল কংগ্ৰেছ ভৱনলৈ লৈ যোৱা হ'ল। সেই সময়ত অসমত, সদৌ অসম ছাত্ৰ সন্থাৰ দ্বাৰা বিদেশী বহিস্কাৰ আন্দোলন চলি আছিল। এই আন্দোলনে পাঠদান কাৰ্যৰ কিছু ক্ষতি কৰিলে যদিও অধ্যক্ষ তৰণী কান্ত ৰায় দেৱে পাঠদান কাৰ্য চলি থাকিব বুলি কোৱাত বিভিন্ন ছাত্ৰ সংগঠন সমৰ্থিত ছাত্ৰ-ছাত্ৰীয়ে শান্তি পূৰ্ণ ভাৱে পাঠদানত উপস্থিত থাকিলোঁ। মই অকলেই ৰাজনীতি বিজ্ঞান বিষয়ত অনাৰ্চ লৈ পঢ়িছিলোঁ। শিখা বাইদেউয়ে অনাৰ্চত চাৰিটাকৈ ক্লাচ লৈছিল আৰু নিজৰ ঘৰটো মোক পাঠদান কৰাইছিল। বাকী শিক্ষক বিলাকে প্ৰয়োজনত দুটাকৈ ক্লাচ লৈছিল। প্ৰায়বোৰ ছাত্ৰ-ছাত্ৰীয়ে শ্ৰেণীত উপস্থিত থাকিছিল। কিন্তু হঠাতে ইংৰাজীৰ শিক্ষক ঘোষ চাৰে পাঠ দান এৰি দিয়াত চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ উপাধ্যক্ষ স্বৰ্গীয় প্ৰফুল্ল কুমাৰ দাস ছাৰে ইংৰাজীৰ পাঠদান আৰম্ভ কৰে, কিছুদিন পিছত তেখেতেও এৰি দিয়াত ঝাউ কুৰাৰ আব্দুল কুদ্দুছ আৰু তাৰ পিছত বিলাসী পাৰা কলেজৰ ভট্টদেৱে বাছনি পৰীক্ষাৰ পিছত তিনিমাহ পাঠদান কৰে। ভট্টদেৱ ছাৰৰ তিনিমাহৰ পাঠ দানেই আমাৰ যথেষ্ট উপকৃত কৰিছিল। অৰ্থনীতিৰ শিক্ষক অৰুণ দাস দেৱেও পাঠদান কাৰ্য একেবাৰে এৰি দিয়াত বঙ্গাইগাঁওৰ শ্ৰীযুত সৰোজেন্দ্ৰ নাথ ব্ৰহ্ম চৌধুৰীয়ে অৰ্থনীতিৰ পাঠদান কৰে।

কলেজখনৰ তেতিয়াৰ নাম আছিল চি, বি (চাপৰ-বহলপুৰ) কলেজৰ পৰা পৰীক্ষা দিয়াৰ, সময়তে যথোচিত অনুমতি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা নোপোৱাত আমি বঙাইগাঁও কলেজৰ জৰিয়তে পৰীক্ষা দিব লগা হৈছিল। ১৪ জনহে পৰীক্ষাত বহিছিলোঁ। তাৰে ৫ জন ছাত্ৰ-ছাত্ৰী বি,এ পাছ কৰিছিলোঁ। মইও অৰ্নাচ সহকাৰে পাছ কৰিবলৈ সক্ষম হৈছিলোঁ ১৯৮০ চনত আমি বি, এ পৰীক্ষা দিব লগা আছিল। কিন্তু সেই সময়ত অসমত ছাত্ৰ সন্থাৰ দ্বাৰা পৰিচালিত বিদেশী বহিস্কাৰ আন্দোলনে চৰম ৰূপ লোৱাত বিশ্ব বিদ্যালয়ে পৰীক্ষা অনুষ্ঠিত কৰিব নোৱাৰিলে। ১৯৮১ চনতহে পৰীক্ষাত বহিব পাৰিছিলোঁ।

কলেজত পঢ়ি থকা অৱস্থাত (দ্বিতীয় বৰ্ষত) এটা সঙ্কটত পৰিছিলোঁ। আমাৰ অভাৱ-অভিযোগলৈ মাজে সময়ে কলেজ কমিতিৰ সভাপতি স্বৰ্গীয় দাস দেৱক ব্যক্তিগত ভাৱে লগ কৰিছিলোঁ। এদিন হঠাতে মোক মাতি নি (ছিনেমা হলত) সভাপতিয়ে কৈছিল- 'কলেজ নহয়, জীৱন নষ্ট নকৰিবি, বেলেগ কলেজত গুচি যা।' এই কথাত মই বৰ ভয় কৰিছিলোঁ। পিছত, কথাখিনি মই অধ্যক্ষ শ্ৰীযুত তৰণী কান্তৰায় দেৱক কওঁ তেখেতে বৰ সহাৰি দি কৈছিল- 'তুমি ভয় নকৰিবা। কলেজ হ'বই, তোমালোকৰ পৰীক্ষা দিয়াৰ ব্যৱস্থা কৰিমেই। তুমি পঢ়ি থাকা।' তেতিয়াহে মোৰ ভয়ৰ ভাব দূৰ হৈছিল। ভয় খোৱাৰ কাৰণো আছিল। ইতিমধ্যো কলেজ কমিতিৰ সাধাৰণ সম্পাদক মনিৰুজ্জা মানে হতাশ হৈ পদত্যাগ কৰিছিল। পিছত, কিছুদিনৰ কাৰণে সাধাৰণ সম্পাদক হিচাপে দায়িত্ব পালন কৰিছিল কৈলাস সৰকাৰ দেৱে।

১৯৮১-১৯৮৩ চনলৈকে কলেজৰ পাঠ দান কাৰ্য, তেতিয়াৰ চাপৰ পঞ্চায়তৰ কাৰ্যলয়ত চলিছিল। সেই সময়ত শ্যাসন তালুক চাপৰ কলেজৰ বিভিন্ন কামত সহযোগ কৰা দেখিছিলোঁ। ১৯৪৮ চনৰ ১৬ আগষ্ট তাৰিখে নাথপাৰা গাঁওত বৰ্ত্তমান কলেজৰ নিজা মাটিত স্থানান্তৰিত কৰে। তাতেই কলেজ পৰিচালনাৰ নতুন কমিতি এখন গঠন কৰে। সভাপতি নিৰ্বাচিত হয়- শ্ৰীযুত শৰৎচন্দ্ৰ সিংহদেৱে। আৰু সম্পাদক নিৰ্বাচিত হয়- স্বৰ্গীয় ডালিম কুমাৰ মেধি ছাৰ। সদস্য- আহমেদ হুচেইন (প্ৰাক্তন এম, পি,) স্বৰ্গীয় ভদ্ৰেশ্বৰ দাস। মজিবৰ ৰহমান, অতুল ৰায়, পুৰ্ণান্দ্ৰ ৰায়, সমিৎ ৰায়, স্বৰ্গীয় ময়জুদ্দিন সে আদি। পাঠদান কাৰ্য 'লিংটু স্বেভ' আৰ্য এক চালিয়া খেৰ বাহেৰে তৈয়াৰী অস্থায়ী ছাপৰা ঘৰত আৰম্ভ কৰা হয়।

কলেজৰ স্থায়ী ঘৰ নিৰ্মাণৰ বাবে কমিতিয়ে বিশেষকৈ সিংহ ছাৰ মেধি ছাৰ, মজিবৰ ৰহমান, আহমেদ হুচেইন অধক্ষ্য তৰণী ছাৰ, স্বৰ্গীয় তিসিমুদ্দিন আহমেদ, আৰু সমিৎৰায় দেৱে মানুহৰ ঘৰে ঘৰে দান-বৰঙণি আৰু দান বৰঙণিৰ প্ৰতিশ্ৰুতি আদায় কৰি ফুৰিছিল। মইও সিহঁতৰ পিছে পিছে যাব লগা হৈছিল। কলেজৰ স্থায়ী ঘৰৰ ভেটি স্থাপনৰ দিনা সিংহ ছাৰৰ পৰামৰ্শ আৰু আদৰ্শমতে এজন গাঁৱলীয়া

মানুহৰ দ্বাৰা কৰা হয়। ভেটি স্থাপনৰ বাবে নিৰ্বাচন কৰা হৈছিল- পুঠিমাৰীৰ স্বৰ্গীয় ইন্তাজ সৰকাৰক।

কলেজ কমিটিখন, কংগ্ৰেছ (স) ৰ লগত জড়িত মানুহক নিয়ন্ত্ৰণত অহাৰ বাবে মই মোৰ ভৱিষ্যতৰ কথা চিন্তা কৰি কলেজৰ কামত সহযোগ কৰিছিলোঁ। ১৯৮৩ চনত অসম বিধান সভা নিৰ্বাচনৰ সময়ৰ পৰা মই কংগ্ৰেছ (স) ৰ লগত জড়িত হওঁ। ইয়াৰ আগতে মই SUCI ৰ ছাত্ৰ সংগঠন DSO ৰ লগত জড়িত আছিলোঁ। কিন্তু সিংহ ছাৰৰ জীৱন ধাৰণ আৰু কৰ্মপদ্ধতি চাই গভীৰভাৱে অনুপ্ৰাণিত হৈছিলোঁ আৰু বাস্তৱ ধাৰণা এটা হৈছিল- সিংহ ছাৰ এজন প্ৰকৃত কমিউনিষ্ট আৰু এজন সচাঁ গান্ধীবাদী, এই দুয়োটা আদৰ্শৰে সমাহাৰ।

১৯৮৫ চনত মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এইখন কলেজৰ ছাত্ৰ-ছাত্ৰীৰ ভিতৰতময়েই প্ৰথম এম, এ, পাছ কৰোঁ। পঢ়ি থকা অৱস্থাতেই বন্ধৰ সময়ত আহি কলেজ গঢ়োঁতা সকলৰ লগত সহযোগ কৰোঁ। ১৯৮২ চনত জালেশ্বৰৰ পৰা ৫ জন ছাত্ৰ-ছাত্ৰী আনি কলেজ ভৰ্তি কৰাইছিলো, তেওঁলোকৰ ভিতৰত- সিৰাজুল ইছলাম, আব্দুল লতিফ, জবেদা খাতুন, মতিয়ৰ ৰহমান আদিয়ে বি, এ পাছ কৰি গৈছে। তেতিয়া আছিল মাত্ৰ স্নাতক মহলাৰ কলেজ। উচ্চতৰ মাধ্যমিক শ্ৰেণী ১৯৮৭ চনহে আৰম্ভ কৰা হৈছিল।

১৯৮৪ চনৰ শেষৰ ফালে যোৰহাটৰ হৰকান্ত গগৈ ছাৰক কলেজ পৰিচালনা সমিতিয়ে অধ্যক্ষ হিচাপে নিযুক্তি দিয়ে। আগৰ অধ্যক্ষ ৰায়দেৱে উপাধক্ষ্য হিচাপে কাম কৰিব লগা হৈছিল। কলেজ নিৰ্মাণৰ সকলো বস্তুৱেই— যেনে কাঠ, বাঁহ আদি ৰায় চাৰ আৰু সসিং চাৰে সংগ্ৰহ কৰা দেখিছিলোঁ। গোসাঁই গাঁওৰ স্বৰ্গীয় অমৃত লাল বসুমতাৰী, বোকৰাঝাৰৰ ইঞ্জিনিয়াৰ 'দেৱ' আৰু কোকোৰাঝাৰ কলেজৰ জগদীশ ব্ৰহ্ম ছাৰকো যথেষ্ট সহযোগ কৰা দেখিছোঁ।

১৯৮৫ চনত কলেজৰ পুঁথিভৰালৰ বাবে কিতাপ সংগ্ৰহৰ কাম আৰম্ভ কৰে। কিতাপবোৰ কংগ্ৰেছ (স) ৰ কাৰ্য্যালয় মণ্ডল কংগ্ৰেছ ভৱনত ৰখাৰ ব্যৱস্থা কৰে। এই ভৱনতেই অধ্যক্ষ গগৈ দেৱক অস্থায়ীভাৱে থাকিবৰ কাৰণে ভৱনৰ এটা কোঠালী সজাই দিছিল। সিংহ ছাৰে বিভিন্ন জনৰ পৰা কিতাপ সংগ্ৰহ কৰিছিল আৰু আনকো সংগ্ৰহৰ পৰামৰ্শ দিছিল। মই নিজে দায়িত্ব লৈ কাজিপথাৰ ছামছুদ্দালাৰ পৰা ৯ খন , শান্তি দেৱ পৰা ৫ খন, ঘুণীমাৰীৰ স্বৰ্গীয় মহিৰুদ্দিনৰ পৰা ১১ খন আৰু মই নিজে ৭ খন কিতাপ কলেজৰ বাবে দান সংগ্ৰহ কৰোঁ। বছৰৰ শেষৰ ফালে জমা কৰা গোটেইবোৰ কিতাপ বৰ্তমানৰ কলেজ প্ৰশাসনীয় ভৱন নিৰ্মাণৰ পিছত তালৈ স্থানান্তৰিত কৰে। সিংহ ছাৰক মানুহ মাতি দিয়া আৰু কামৰ জৰিয়তে যথেষ্ট সহায় কৰোঁ।

১৯৮৬ চনৰ ১ জানুৱাৰীত মই কলেজত প্ৰৱক্তা হিচাপে (শিখা বাইদেউ লোৱা ছুটি'পদত) আৰু ১৯৮৭ অৰ্নাচ পদৰ বিপৰীত যোগদান কৰোঁ। জুৰান আলীও কেইদিন মান পিছতেই কলেজত প্ৰৱক্তা হিচাবে যোগদান কৰে। সেই সময়ত কংগ্ৰেছ (স) ৰ বিৰোধীবোৰে সিংহ ছাৰক কলেজৰ বাবে কৰা সকলো কামৰেই তীব্ৰ সমালোচনা কৰিছিল। সমিৎছাৰ আৰু তৰণীকান্ত ৰায় ছাৰে কলেজৰ বাবে যথেষ্ট পৰিশ্ৰম কৰা দেখিছোঁ। ১৯৮৭ চনত ৰাজনীতি বিজ্ঞান আৰু অৰ্থনীতিৰ অৰ্নাচ খোলে। কিন্তু ইংৰাজী আৰু অসমীয়া বিভাগৰ অৰ্নাচৰ পাঠদান দুই বছৰ পিছতহে আৰম্ভ হয়।

স্পষ্টভাবে মনত পৰে, কলেজত শিক্ষক হিচাপে যোগদান কৰিয়েই দেখা পাওঁ, অধ্যক্ষ হৰকান্ত গগৈ দেৱে কলেজত বাচনি পৰীক্ষা শেষ হোৱাৰ লগে লগেই যোৰহাটলৈ গুচি যায়। প্ৰায় প্ৰতিবছৰেই ২ মাহ ৩ মাহ আৰু কেতিয়াবা ৪ মাহ পিছতহে কলেজলৈ আহে। গগৈ ছাৰৰ সময়ত উপাধ্যক্ষ হিচাপে তৰণী কান্ত ৰায় ছাৰ আছিল। কেইবাবাৰো বিশ্ব বিদ্যালয়ৰ তৰফৰ পৰা কলেজ পৰিদৰ্শন কৰিবলৈ আহিছিল। সেই সময়ত গগৈ ছাৰৰ অনুপস্থিতিত শ্ৰীযুত তৰণী কান্ত ৰায় ছাৰেই পৰিদৰ্শকক দাখিল কৰিছিল প্ৰয়োজনীয় নথি পত্ৰ। বিশেষভাৱে উল্লেখ কৰিব পাৰোঁ যে, কলেজ ঘাটি মঞ্জুৰিৰ নথিপত্ৰও গগৈ দেৱৰ অনুপস্থিত ৰায় ছাৰেই দাখিল কৰা দেখিছিলোঁ। হৰকান্ত গগৈ দেৱৰ অধ্যক্ষ হিচাপেহে আহিছিল। পিছতহে, বাছনিত বহি বাছনিলৈ পূৰ্ণ পৰ্যায়ৰ অধ্যক্ষ হৈছিল। ■■

# ৰত্নপীঠ কলেজৰ পতাকা, প্ৰতীক চিহ্নৰ তাৎপৰ্য

—কন্দৰ্প বৰপূজাৰী

*অধ্যাপক, ৰত্নপীঠ কলেজ*

প্ৰতিটো স্বীকৃত অনুষ্ঠান-প্ৰতিষ্ঠানৰ একোটা নিৰ্দিষ্ট প্ৰতীক চিহ্ন থাকে। এই প্ৰতীক চিহ্নটোৰ জৰিয়তে অনুষ্ঠানটোৰ নিৰ্দিষ্ট লক্ষ্য আৰু আদৰ্শ প্ৰকাশ কৰা হয়। আনহাতে বহুক্ষেত্ৰত এই প্ৰতীকি অৰ্থ ব্যঞ্জনাময় হৈও পৰে।

সেউজীয়া জ্ঞানবৃক্ষৰে আবৰা গাঁৱলীয়া পটভূমিত স্থাপিত ৰত্নপীঠ কলেজ। কলেজৰো এটা প্ৰতীক চিহ্ন নিৰ্ণীত হৈছে। সেয়া হ'ল সেউজীয়া আকাশত মেঘৰ বিদ্যুৎ চমকনি। সাধাৰণতে বাৰিষা আকাশত যেতিয়া মেঘে মেঘে সংঘৰ্ষ হয় অথবা ঠেকা খায় তেতিয়া মেঘৰ মাজত ত্বৰিত বিদ্যুৎ পোহৰৰ চমকনি দেখা যায়। এই মেঘৰ দ্যোতনাত চমকিত পোহৰক বিভিন্ন অৰ্থত আমি গ্ৰহণ কৰিব পাৰোঁ।

ৰত্নপীঠ কলেজ প্ৰতীক চিহ্ন হিচাপে উক্ত মেঘৰ আলোক বা চিক্‌মিকনিক গ্ৰহণ কৰা হৈছে। এই চমকনি আমাৰ বাবে হল জ্ঞান বা প্ৰজ্ঞাৰ প্ৰতীক। পোহৰৰ প্ৰতীক। পোহৰ জ্ঞানৰ প্ৰতীক। অমানিশাৰ এন্ধাৰ দূৰ কৰিবলৈ আমাক পোহৰ লাগে। এই পোহৰে বাহ্যিক এন্ধাৰ আঁতৰাই দিয়াৰ লগতে আমাৰ অন্তৰীক্ষৰ অজ্ঞান আন্ধাৰতা আঁতৰাই জ্ঞানৰ পোহৰেৰে আলোকিত কৰি জীৱন সাৰ্থক কৰে।

সংঘাতে নতুনৰ জন্ম দিয়ে। তেনেকৈ আমাৰ শিক্ষানুষ্ঠানত ছাত্ৰ আৰু শিক্ষকৰ এক ইতিবাচক যোগাত্মক সম্প্ৰীতি (অধ্যয়ন আৰু অধ্যাপনা)য়ে জ্ঞানৰ বিদুৎ পোহৰ সঞ্চাৰিত কৰে। এই জ্ঞান জীৱনক বুজি পোৱাৰ, প্ৰতিষ্ঠানৰ জ্ঞান। এই জ্ঞানে অকল পুথিগত জ্ঞানৰে অৰ্থ বহন কৰা নাই। শিকি বুজি পৰিপক্ক জ্ঞানৰ অভিজ্ঞতাৰে সু-নাগৰিক হিচাপে নিজক প্ৰতিষ্ঠাৰ প্ৰচেষ্টা।

আকাশী ৰঙৰ কাপোৰত মেঘৰ চমকনি অংকিত কৰি প্ৰতীক হিচাপে কলেজৰ লক্ষ্য আদৰ্শ বুজোৱা হৈছে। আকাশত মেঘৰ চমকনি-জ্ঞান, পোহৰ। আকাশ উদাৰতাৰ প্ৰতীক।

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ অমৰ নাটক 'ৰূপালীম'ৰ মৰ্মবাণী বহন কৰিছে এটি মাত্ৰ শব্দই— 'পোহৰ'। নাটকৰ নায়ক অপসংস্কৃতিয়ে গ্ৰাস কৰা মণিমুগ্ধই শেষত মানসিক দ্বন্দ্বত জৰ্জৰিত হৈ পোহৰেৰে জাতিষ্কাৰ হৈ সংস্কৃত হৈ পৰিল।

'দ' চিহ্নৰ দৰে আকাশৰ মেঘৰ বিদ্যুৎ চিক্‌মিকনিয়ে আমালৈ মনত পেলায় দিয়ে বৃহদাৰণ্যক উপনিষদৰ এটি কথালৈ। কথাটো হ'ল— দেৱতা, মানুহ আৰু অসুৰ এই তিনিও জীৱ প্ৰজাপতি ব্ৰহ্মাৰ সন্তান। তিনিও বিদ্যা অৰ্জনৰ বাবে ব্ৰহ্মচৰ্য ব্ৰত পালন কৰি প্ৰজাপতি ব্ৰহ্মাৰ আশ্ৰমত গুৰুকুল শিক্ষা লাভ কৰিছিল। শিক্ষা সমাপ্তিৰ পিছত গুৰুকুল এৰি যাবলৈ ওলাই দেৱতাই প্ৰজাপতিৰ পৰা উপদেশ বিচাৰিলে। প্ৰজাপতিয়ে একো নকৈ দীঘলীয়াকৈ 'দ' আখৰটো উচ্চাৰণ কৰিলে— দ-অ-অ।

সাধাৰণতে দেৱতাসকল কামাসক্ত পুৰুষ। দেৱতাই ব্ৰহ্মাচৰ্যৰ প্ৰভাৱত নিজৰ প্ৰকৃতিগত দোষ বুজি পাইছিল। এই বাবে প্ৰজাপতি ব্ৰহ্মাৰ দ-অ-অ আখৰৰ অৰ্থ গ্ৰহণ কৰিলে এনেদৰে দ-অ-অ- দাম্যতে। দাম্যত অৰ্থাৎ কামনা বাসনা পৰিত্যাগ কৰা। ইয়াকে বুজি দেৱতাই প্ৰজাপতিক ক'লে— 'প্ৰভু, আপোনাৰ কথাৰ অৰ্থ বুজিলোঁ।' প্ৰজাপতি কি বুজিলা বুলি সুধিলত পুনৰ ক'লে— 'আপুনি দ-অ-অ মানে 'দামত' বুজাইছে।'

প্ৰজাপতিয়ে সন্তুষ্ট হৈ দেৱতাৰ আশ্ৰমৰ পৰা বিদায় দিলে। ইয়াৰ পিছত মানুহে শিক্ষা সমাপ্তিৰ অন্তত ব্ৰহ্মাৰ পৰা উপদেশ বিচাৰিলে। প্ৰজাপতি ব্ৰহ্মাৰ একেই উত্তৰ দ-অ-অ। মানুহ স্বভাৱতে লোভী। নিজক সকলো লাগে। ব্ৰহ্মাৰ পৰা শিক্ষা লাভ কৰি মানুহে বুজিলে যে দ-অ-অ-দত্ত-দানং-কুৰুত। অৰ্থাৎ লোভ মোহ পৰিত্যাগ কৰি দান কৰিব লাগে।

দেৱতা আৰু মানুহৰ অন্তত অসুৰে আহি প্ৰজাপতিৰ পৰা উপদেশ বিচাৰিলে। অসুৰক প্ৰজাপতিয়ে একেই উপদেশ দিলে দ-অ-অ। অসুৰ সকল স্বভাৱতে অতি নিৰ্দয়। খং, ক্ৰোধ বেছি। সিহঁতে দ-অ-অ অৰ্থ কৰিলে এনেদৰে— দ-য়-ধ্বম (দয়ধ্বম)— দয়া কৰা। ক্ৰোধ ত্যাগ কৰা। প্ৰজাপতি ব্ৰহ্মাৰ তিনি শিষ্যই তেওঁৰ কথাৰ অৰ্থ নিজৰ প্ৰকৃতিগত স্বভাৱ অনুসৰি তিনি ৰকমে অৰ্থ বুজিলে। দেৱতা, মানৱ, অসুৰ সকলে প্ৰকৃতিৰ প্ৰতি ব্ৰহ্মাৰ সদ্ উপদেশ কাম, ক্ৰোধ এই তিনি ৰিপু ত্যাগ কৰা উচিত।

এই উপদেশ লৈ দেৱতা মানৱ অসুৰ গুৰুকুল আশ্ৰমৰ পৰা বিদায় ল'লে। কিন্তু আজিও ব্ৰহ্মাৰ এই সাৰুৱা উপদেশ বাণী আকাশত বৈ বৈ বাজি থাকে। বিজুলি ঢেৰেকণি মাৰিলে আকাশত 'দ' আখৰৰ বিজুলি চমকনি উঠে। ইয়ে আমাক শিকায়—

দাম্যত - দত্ত - দয়ধ্বম।

দা-ম-ত দ-ত্ত দয়-ধ্বম।

ৰত্নপীঠ কলেজৰ আকাশী পতাকাত চিহ্নিত 'দ' আখৰৰ বিজুলিৰ ব্যঞ্জনাময় প্ৰতীক অৰ্থ যিয়ে যেনেদৰে নলওক লাগে— ই আমাক জ্ঞানৰ কথা বুজাইছে। 'প্ৰজ্ঞা'ৰ কথা সোঁৱৰাই দিয়ে।■■

# 'স্মৃতিৰ মনিকোঠাত'

**—আনচাৰ আলী**
*উচ্চবৰ্গৰ সহায়ক*
*ৰত্নপীঠ কলেজ, বহলপুৰ চাপৰ*

'দিন যায় কথা ৰয়' এই ফকঁৰা যোজনা আছে। ইয়াৰ ভাব ৰত্নপীঠ কলেজৰ কাহিনীৰ লগত ৰজিতা যায়।

মই ৰত্নপীঠ কলেজৰ উচ্চবৰ্গৰ সহায়কৰ পদত কাৰ্যনিৰ্বাহ কৰি আছোঁ। গতিকে মই এইখন কলেজলৈ অহা শিক্ষক কৰ্মচাৰীৰ সকলো প্ৰকাৰৰ দুখ-সুখ আৰু বেদনাবোৰ এই মণিকোঠাত উল্লেখ কৰিবই লাগিব। হয়তো আনে ৰত্নপীঠ কলেজ ২৫ বছৰীয়া ৰূপালী জয়ন্তী সংক্ৰান্তত লিখা প্ৰবন্ধত উল্লেখ নকৰিবও পাৰে।

চাপৰ উচ্চতৰ মাধ্যমিক স্কুলৰ বিজ্ঞান শাখাত ১৯৭৮ চনত ৰত্নপীঠ কলেজৰ শ্ৰেণী আৰম্ভ হয়। এক কথাত ক'ব পৰা যায় যে অইনৰ ঘৰত স্নানৰ জন্ম হয়। ১৯৭৯ চনত এই কলেজখন গুৱাহাটী বিশ্ববিদ্যালয়ৰ অনুমোদন প্ৰাপ্ত হয়। সেই বছৰৰ পৰা অসম চৰকাৰে অনুমোদন কৰা প্ৰতি মাহে ২০০০ টকা হিচাপত কামত যোগদান কৰো লগতে এজন পিয়ন বিশেশ্বৰ দাসেও যোগদান কৰে। মই প্ৰথমতে অধ্যক্ষ হিচাপে শ্ৰীযুত তৰণী কান্ত ৰায় দেৱক লগ পাওঁ। তেতিয়া শ্ৰীযুত মনিৰুজ্জামান চাহাব, সম্পাদক আৰু প্ৰাক্তন মন্ত্ৰী আৰু বৰ্তমান সাংসদ আনোৱাৰ হুছেইন চাহাব আছিল যুগ্ম সম্পাদক। স্থায়ী কাৰ্যালয় নথকাত মনিৰুজ্জামান চাহাবৰ নিজা ঘৰত কাৰ্যালয়ৰ কাম-কাজ সম্পাদকে মোক মাতি নি কৰাইছিল বুলি মোৰ মনত আছে। কলেজে অৰ্থ সংগ্ৰহৰ কাৰণে আমন্ত্ৰণ কৰি অনা থিয়েটাৰ দল চাপৰ গান্ধী ময়দানত অনুষ্ঠিত হৈছিল। আনজনক দিছিল আন কিছুমান কাম। তথাপি ভুলে-শুদ্ধে হ'লেও তেওঁ সেই কাম পৰিচালনা কৰিছিল। আৰ্থিক অনাটনত ভুগি থকা বিৰে দা কেতিয়াবা ৰ লাগি চাই থাকিছিল। মাজে মাজে কিছুমান কথা নাজানি হুহৰাইছিল। কেতিয়াবা UGC

Scale ক SDC Scale বুলি সম্বোধন কৰিছিল। D.P.I. ক D.I. বুলি কৈ থাকিছিল পিছত হয়তো বা শুধৰণি আহিছিল। যিকি নহওক 'Somthing is better Than Nothing' তেতিয়াৰ দিনত বিনা বেতনত ইমান পৰিশ্ৰম কৰি কলেজ খন বৰ্তমানৰ পৰ্যায় পাইছে। তেতিয়াৰ সেই মূল্যৱানসেৱাখিনি কলেজৰ ইতিহাসত সোণালী আখৰেৰে লিখা থাকিব।

গুৱাহাটী বিশ্ববিদ্যালয়ে পৰীক্ষা কেন্দ্ৰ মঞ্জুৰী নিদিয়াত ১৯৮১ চনৰ পৰা ১৯৮৬ চনলৈকে বঙাইগাঁও আৰু বিলাসীপাৰা কলেজ কেন্দ্ৰত স্নাতকৰ শেষান্ত পৰীক্ষা অনুষ্ঠিত হৈছিল। ড° বৰকাতুল্লা খান প্ৰথম বেচ্‌চ্‌ৰ প্ৰথম অনাৰ্চ গ্ৰেজুৱেট। মই মাত্ৰ এজন কাৰ্যালয় সহায়ক হোৱাত কিমান যে কষ্ট কৰিব লগা হৈছিল সেইবোৰ হয়তো বহুতে বেছি বেছি কোৱা বুলি ক'ব পাৰে। বঙাইগাঁও কলেজ, বিলাসীপাৰা কলেজ গুৱাহাটীত Council অফিচ, GU অফিচ, D.P.I.অফিচ, Secretary অফিচ মাহত বহুত বাৰ যাব লগা হৈছিল। পৰীক্ষাৰ প্ৰমাণ পত্ৰ পূৰণ কৰা ফিজ্‌ লোৱা হিচাপ ৰখা বিভিন্ন ঠাইত ডাটা প্ৰেৰণ। ইয়াৰ উপৰিও বিলৰ কাম ধুবুৰীৰ পৰা অনুদান উঠোৱা ছাত্ৰ ভৰ্তিৰ কাম আদি অকলে সমাধা কৰিছিলোঁ। ইমান ব্যস্ততাতো কলেজৰ কাম ৰাখিছিলোঁ। মনত পৰে কেতিয়াবা কেতিয়াবা গুৱাহাটীত গৈ কিবা প্ৰয়োজন হোৱাত সিদিনাই ঘূৰি আহি আকৌ ৰাতিপুৱাতেই যাব লগা হৈছিল। এক কথাত ৫ জনৰ কাম ১ জনে কৰিছিলোঁ। এইক্ষেত্ৰত বঙাইগাঁও কলেজ আৰু বিলাসীপাৰা কলেজৰ শিক্ষক কৰ্মচাৰীয়ে আমাৰ এই কলেজৰ কাৰ্যালয়ৰ কামত প্ৰয়োজনীয় নথি পত্ৰ দি সহায় কৰাত তেওঁলোকলৈ অশেষ ধন্যবাদ আৰু চিৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। বিশেষকৈ বঙাইগাঁও কলেজৰ উচ্চ বৰ্গৰ সহায়ক জগদ্বীশ পাঠক দাদাই পৰীক্ষা সংক্ৰান্ত আৰু অফিচৰ বিল সংক্ৰান্তত পৰামৰ্শ দি মোক কাম কৰি যোৱাত সহায় আগবঢ়োৱাৰ কাৰণে তেখেতলৈ মই কৃতজ্ঞতা যাচিছোঁ। ১ ফেব্ৰুৱাৰী ১৯৮৬ চনত কলেজখন ঘাটি মঞ্জুৰীলৈ আহিল। কামৰ বোজা তেতিয়াৰ পৰা বাঢ়িল। ইয়াত এটা কথা উল্লেখ কৰা ভাল যে আমাৰ কলেজৰ এজন প্ৰৱক্তা ড° বৰকাতুল্লা খান আৰু কেতিয়াবা কেতিয়াবা ফনিভূষণ ৰায়ে পৰীক্ষাৰ সময়ত অশেষ সহায় আগবঢ়াই আছিল আৰু আজিলৈকে সহায় কৰে। তেওঁলোকৰ সেই বহুমূলীয়া সেৱাৰ কাৰণে তেখেত সকললৈ চিৰ কৃতজ্ঞ থাকিম।

১৯৮৪ চনত কলেজ কৰ্তৃপক্ষই শ্ৰীযুত হৰকান্ত গগৈক পূৰ্ণ পৰ্যায়ৰ অধ্যক্ষ হিচাপে নিযুক্তি দিলে আৰু ৰায় ছাৰক উপাধ্যক্ষ পদত অধিষ্ঠিত কৰিলে। গগৈ ছাৰ অধ্যক্ষ হ'লেও কাৰ্যক্ষেত্ৰত তৰণী ছাৰকে অধ্যক্ষ বুলি ভাব হৈছিল। কাৰণ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা আৰু কলেজৰ বিভিন্ন সংক্ৰান্তত পৰ্যবেক্ষণ কৰিবলৈ আহোঁতে ৰায় ছাৰেই তেখেতসকলৰ মুখা মুখি হৈছিল আৰু প্ৰমাণ-পত্ৰসমূহ তেখেতৰ চহীতে জমা দিয়া হৈছিল। আনকি উত্তীৰ্ণ হোৱাৰ প্ৰমাণ-পত্ৰসমূহত গগৈ ছাৰৰ অনুপস্থিত ৰায় ছাৰেই পঠাইছিল। ১৯৭৮ চনৰ পৰা ১৯৯১ চনলৈকে মই অকলে কাম কৰি আছিলোঁ আৰু কামৰ বোজা অনুভৱ কৰি কৰ্তিপক্ষই শ্ৰীযুত ফনী ভূষন ৰায়ক মঞ্জুৰি পদত নিযুক্তি দিলে। ১৯৮৪ চনৰ ৪ৰ্থ

বৰ্গৰ কৰ্মচাৰী ক্ৰমে সতীশ নাথ, যোগেন্দ্ৰ নাথ, আৰু হৰকুমাৰ ৰায়ক অমঞ্জুৰী পদত নিযুক্তি দিয়ে। তেওঁলোকক অফিচৰ কামত নাৰাখি কলেজ নিৰ্মাণ কাৰ্য, জংগল পৰিষ্কাৰ কৰা, সভাপতি ছাৰৰ মতে গছপুলি ৰোপণ কৰি দিয়া গছবিলাক ৰক্ষণাবেক্ষণ কৰাৰ দায়িত্বত দিছিল। ঘাটি মঞ্জুৰীৰ সময়ত কেৱল এটা নিম্নবৰ্গৰ সহায়ক আৰু এটা পিয়নৰ পদহে মঞ্জুৰী দিছে। বাকীবোৰে সামান্য মাননি গ্ৰহণ কৰি থাকিল। মই অফিচত বহুতো কাকুতি মিনতি কৰাত এটা পদ দিলে আন এটা পদ উঠাই ল'ব। সেয়ে ১৯৮৭ চনৰ ১-৩-৮৭ পৰা কাৰ্যকৰী হোৱাকৈ পদটো কলেজৰ পৰা উঠাই নি পদ এটা মঞ্জুৰী দিলে। মই কেতিয়া ক'ত অৱস্থান কৰোঁ সেই কথা কৰ্তৃপক্ষক আৰু চৰকাৰলৈ বহুতো লিখালিখি কৰাৰ পিছত অৱশেষত ৪ৰ্থ বৰ্গৰ আৰু এটা পদ মঞ্জুৰী দিলে। সেইপদ দুটা সতীশ নাথ ৪ৰ্থ শ্ৰেণী হিচাপে আৰু যোগেন্দ্ৰ নাথ হিচাপে নিয়মিত পদত নিযুক্তি হ'ল আৰু এজন হৰকুমাৰ ৰায় যিজন ১৯৮৪ চনৰ পৰা ক্লাম কৰি আছিল তেওঁ অমঞ্জুৰী পদত থাকি গ'ল। কিন্তু দুখৰ বিষয় যে এইখন কলেজৰ উপযুক্ত ঘৰ চৰকাৰী নিয়মীয়া কিতাপ আছে। কিন্তু ঘাটি মঞ্জুৰী হোৱাৰ সময়ত পদটো নিদিলে। কাম সুচাৰুৰূপে পৰিচালনা কৰাত সেই ক্ষেত্ৰত আমি বহু ৰাতিলৈকে জাগি থাকি সহযোগ কৰিছিলোঁ। আৰ্থিক অনাটনত এই দুইজনে ভুগিছিলোঁ। সেই সুযোগতে ৰত্নপীঠ কলেজৰ শ্ৰেণী যিহেতু পুৱাৰ ভাগত হৈছিল, গতিকে মই শিক্ষক হিচাপে নৱগঠিত পুঠিমাৰী চান্দিৰ পৰা হাইস্কুলত (বৰ্তমান হায়াৰ চেকেণ্ডাৰী) কিছুদিন সেৱা আগবঢ়াইছিলোঁ। এজন মাত্ৰ পিয়ন থকাত অফিচৰ কামত কিমান যে অসুবিধা ভোগ কৰিছিলোঁ তাক প্ৰকাশ কৰিব নোৱাৰি। বিভিন্ন জনে বিভিন্ন কামত পঠাইছিল গতিকে মাজে মাজে মই পিয়নৰ কামখিনিও কৰিব লগা হৈছিল। মনত পৰে তেওঁ যে কিমান চিঠি বিলাব লগা হৈছিল সেইটো কল্পনাই কৰিব নোৱাৰি। ৰাইজৰ লগত যিহেতু কলেজখন জড়িত সেইটো হ'বই বুলি আমি শান্ত্বনা লভিছিলোঁ। দিনৰ ভাগত অফিচৰ কাম কাজ সমাধা কৰি আকৌ দুজনে কলেজৰ ৰিচিপ বহী লৈ আবেলি দোকানে দোকানে শিক্ষা অনুষ্ঠান, প্ৰতিষ্ঠান, অফিচ আদিত লগ ধৰি মাহেকীয়া বৰঙণি আদায় কৰিছিলোঁ। স্থানীয় ৰাইজেও বৰঙণি দিছিল আৰু বহুতো পৰামৰ্শ আগবঢ়াইছিল। ৰাইজেও প্ৰকাশ কৰিছিল সিহঁতৰ গৌৰৱৰ কথা। সিহঁতে কৈছিল চাপৰৰ নিচিনা ঠাইত এটা কলেজ নাই বৰ লাজৰ কথা। সকলো ঠাইত আছে আমাৰ ঠাইত নাই, লাজ লাগে শুনি মই বৰ আনন্দিত হৈছিলোঁ।

এটা কথাত আচৰিত হৈছিলোঁ যে তেতিয়াৰ দিনত কাৰ্যকৰী সমিতিৰ সভাপতি হৈ থাকোঁতে এজন প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱে মোক চাপৰ I.B. ঘৰত মাতি নি হিচাপ নিকাচ কৰাইছিল। ৰিচিপ বহীবিলাকৰ এটা খতিয়ান লৈছিল।

আমাৰ বিশেশ্বৰ দাস এজন শিক্ষকৰ দাদা আছিল। মাজে মাজে ট্ৰেডিংকো অভাৰেডিক শেষ কৰি ইয়াত আহিছোঁ বুলি কৈ তাৰ খং তুলিছিলোঁ। মাজে মাজে ঘন্টা ভুল

কৰি মাৰিছিল। পৰীক্ষাৰ সময়ত দুই ঘণ্টা গ'লে তিনিঘণ্টাৰ বেল মাৰি পৰীক্ষাৰ্থীসকলক বিমোৰত পেলাইছিল। কেতিয়াবা ছিল মোহৰ ওলোটা কৰি মাৰিছিল পিছত মোক পদত উন্নতি কৰণ কৰিলে আৰু সেই হিচাপে চৰকাৰে মঞ্জুৰী দিলে।

চৰকাৰলৈ বহুতো লিখালিখি কৰাৰ পিছত অবশেষত এটা ৪ৰ্থ বৰ্গৰ আৰু এটা পদ মঞ্জুৰী দিলে। সেইপদ দুটা সতীশ নাথ ৪ৰ্থ শ্ৰেণী হিচাপে আৰু যোগেন্দ্ৰ নাথ Library Bearer হিচাপে নিয়মিত পদত নিযুক্তি হ'ল আৰু এজন হৰকুমাৰ ৰায় যিজন ১৯৮৪ চনৰ পৰা কাম কৰি থকা অমঞ্জুৰী পদত থাকি গ'ল। কিন্তু দুখৰ বিষয় যে এইখন কলেজৰ উপযুক্ত ঘৰ চৰকাৰী নিয়মীয়া কিতাপ আছে। কিন্তু ঘাটি মঞ্জুৰী হোৱাৰ সময়ত পদটো নিদিলে। Library কাম সুচাৰুৰূপে পৰিচালনা কৰাৰ বাবে উপযুক্ত Librarian আৰু Library Asstt. যথাক্ৰমে শ্ৰীযুত কৈলাশ ৰায় আৰু অমিত কুমাৰ ৰায়ে বহুদিনৰ পৰা অমঞ্জুৰী পদত সামান্য মাননীৰে কাম কৰি আছে। অইন অইন কলেজৰ অন্য শিক্ষক পদৰ তালিকাৰ লগত তুলনা কৰিলে ভাবো যে চৰকাৰে সঁচাকৈয়ে এই কলেজক মাহীমাকৰ চকুৰে চাইছে। বৰ্তমান কলেজত মাত্ৰ এটা LDA আৰু এটা UDA, দুটা ৪ৰ্থ বৰ্গৰ পদ।

কলেজ কৰ্তৃপক্ষই কলেজৰ কামৰ বোজা ১০ গুণ বাঢ়ি যোৱাত ৰাজীৱ লোচন সিংহক LDA হিচাপে অমঞ্জুৰী পদত নিযুক্তি দিয়ে।

দুখৰ বিষয় যে ২০০৮ চনত আমাৰ এজন ৪ৰ্থ শ্ৰেণীৰ পদৰ পৰা অবসৰ লোৱাত সেইঠাইত ১৯৮৪ চনৰ পৰা হৰকুমাৰ ৰায়ক কলেজ কৰ্তৃপক্ষই নিয়মিত কৰাৰ কাৰণে খৰখেদাকৈ চৰকাৰলৈ যাৱতীয় নথিপত্ৰ প্ৰেৰণ কৰিলে যদিও আজি পৰ্যন্ত চৰকাৰে মঞ্জুৰী নিদিলে। বেচেৰাই আশাৰে বাট চাই আছে।

১৯৯১ চনত শ্ৰীযুত হৰকান্ত গগৈ চাহাব গুচি যোৱাৰ পিছত ১৯৯১ চনত ফেব্ৰুৱাৰী মাহতে শ্ৰীযুত তৰণী কান্ত ৰায়ক উপাধ্যক্ষ পদৰ পৰা ভাৰপ্ৰাপ্ত অধ্যক্ষৰ পদত চৰকাৰে মঞ্জুৰী দিলে। আৰু তেতিয়াৰ পৰা ৰায় ছাৰে অক্লান্ত পৰিশ্ৰম কৰি ২০০২ চনৰ ৩০ জুলাইত অবসৰ লয়। তেখেত এজন কৰ্মক্ষম অধ্যক্ষ হিচাপে কাম কৰি গৈছিল বুলি মই ক'বই লাগিব। ছাৰে সদায় নিজৰ ঘৰতকৈ এই কলেজৰ প্ৰতি লক্ষ্য ৰাখিছিল। তেখেতৰ বহুমূলীয়া সেৱাখিনি সোণালী আখৰেৰে কলেজৰ ইতিহাসত লিখা থাকিব। আকৌ নিযুক্তি পোৱা অমঞ্জুৰী পদত থকা অলপ মাননীৰে কাম কৰি যোৱা অনা শিক্ষক সকলোৱে অনুভৱ কৰিব পাৰিছে। যিহেতু মোৰ লগত সদায় জড়িত আছিল। কিন্তু উপায় নাই অইনে বুজি নাপায় কেৱল সেৱাহে আদায় কৰি নিয়া প্ৰচেষ্টা।

ইয়াত আৰু এটা কথা উল্লেখ কৰোঁ যে শিক্ষক থকা বা অধ্যক্ষৰ কাৰ্যালয়টো ইমান সৰু যে অনায়াসে অহা-যোৱা কৰিব নোৱাৰি বা মুক্তভাৱে কাম কৰি থাকিব নোৱাৰি লগতে অস্বাস্থ্যকৰ হৈছে। কোনো অধ্যক্ষই চিন্তা কৰা নাই। আমি বাৰ বাৰ কোৱা স্বত্বেও আমাৰ কথালৈ কানসাৰ দিয়া নাই।■■

# তাহানিৰ বামুনীটিলাত আজিৰ ৰত্নপীঠ কলেজ

—সুধীৰ চন্দ্ৰ ৰায়,
*অধ্যাপক, ৰত্নপীঠ কলেজ*

১৯৭৮ চনত ৰত্নপীঠ কলেজ স্থাপন কৰিলেও ১৯৮৪ চনৰ ১৬ ইং আগষ্ট তাৰিখে বহলপুৰ নাথপাৰৰ দক্ষিণ অঞ্চলত থকা এডোখৰ ৭০ বিঘা চৰণীয়া পথাৰত ৰত্নপীঠ কলেজ স্থানান্তৰিত কৰে আৰু ১৯৮৮ চনত ৰত্নপীঠ কলেজৰ উদ্যোক্তাসকলে বিভিন্ন উন্নয়নমূলক আঁচনি অনুসৰি কলেজৰ চৌহদত এটি পুখুৰী দিয়াৰ সিদ্ধান্ত লয়। কিন্তু পুখুৰী খান্দোতে প্ৰায় ৭ ফুটমান মাটিৰ তলত এটি ব্ৰঞ্জৰ কালিয়দমন মূৰ্তি ওলায়। ৰাইজে আচৰিত হ'ল। এক হুলস্থূলৰ সৃষ্টি হ'ল। অৱশেষত মূৰ্তিটো ৰাইজে কলেজৰ ওচৰত এটি মন্দিৰ সাজি তাতে স্থাপন কৰি ভক্তিভাৱে পূজা-অৰ্চনা কৰাৰ ব্যৱস্থা কৰে।

কিন্তু মাটিৰ তলত এই মূৰ্তিটো পোৱাৰ পিছত ৰাইজৰ মাজত বিভিন্ন আলোচনা, বিভিন্ন প্ৰশ্ন। মূৰ্তিটো তাত কেনেকৈ থাকিল? মূৰ্তিটো কিমান পুৰণি? এই ঠাইডোখৰৰ নাম বামুনীটিলা। ইয়াৰ নাম বামুনীটিলা বা কিয় হ'ল? আন কিছুমানৰ প্ৰশ্ন চাৰিওফালে বিস্তৃত অঞ্চল জনবসতি থকা স্বত্বেও এই ৭০ বিঘা জমিত কিয় মানুহে ঘৰভেটি নাবান্ধিলে? সঠিক উত্তৰ কাৰো ওচৰত নাই। ইয়াৰ বহুত কথাই কালৰ গৰ্ভত হেৰাই গৈছে। ইয়াৰ লগত নিশ্চয় কিছু প্ৰাচীন ইতিহাসৰ স্মৃতি সিঁচৰতি হৈ আছে। এই ইতিহাসৰ কাহিনীবোৰ নিশ্চয় মুখ পৰম্পৰা বাগৰি আহি আহি এটা সময়ত স্তব্ধ হৈ গৈছে। ইতিহাস ৰচকে এনেবোৰ ঘটনাৰ পৰাই ইতিহাসৰ সমল বিচাৰি পায়।

মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ আৰম্ভণিতে মৌখিক ইতিহাসৰ প্ৰচলন আছিল। লিখনিৰ আধুনিক ব্যৱস্থা আৱিষ্কাৰ হোৱাৰ বহু আগৰ পৰাই মানৱ জাতি নিজৰ অতীত সম্পৰ্কে জাগ্ৰত আছিল। আৰু সেই ধাৰা এটা প্ৰজন্মৰ পৰা আন এটা প্ৰজন্মলৈ মুখে মুখে

বাগৰি আহিছিল। প্ৰাচীন কালত বেদৰ মন্ত্ৰবোৰ মুখে মুখে শুনি শুনি প্ৰচলিত আছিল বাবেই সেইবোৰক নাম দিছিল শ্ৰুতি।

জনশ্ৰুতি আছিল বুৰঞ্জীৰ প্ৰধান সমল— যি পিছলৈ লিখিত ইতিহাসৰ সমপৰ্যায় হৈ পৰিছিল। ইতিহাসৰ পিতৃস্বৰূপ দুজন বিশ্ববিখ্যাত বুৰঞ্জীবিদ হিৰোডটাচ আৰু থুচিডইচ— দুয়ো মুক্তভাৱে জনশ্ৰুতিৰ পৰাই বুৰঞ্জীৰ সমল যোগাৰ কৰিছিল আৰু তাক লিখিত ৰূপত প্ৰকাশ কৰিছিল। আধুনিক বুৰঞ্জীবিদসকলেও মৌখিক সমলবোৰক গুৰুত্ব দিবলৈ লৈছে। এতিয়া এইটো সৰ্বজন স্বীকৃত যে মুখে মুখে প্ৰচলিত লোকসংস্কৃতিৰ গীতমাত, গল্প, কিংবদন্তি, পটন্তৰ নীতিবাক্যবোৰেও বুৰঞ্জীৰ সমল যোগাৰ কৰে।

ৰত্নপীঠ কলেজৰ নামটো যেনেকৈ প্ৰাচীন কামৰূপ ৰাজ্যৰ পশ্চিম খণ্ডৰ কলাকৃষ্টি সভ্যতা সাংস্কৃতিৰ এটি গৌৰবোজ্জ্বল বুৰঞ্জী উৎস আছে তেনেকৈ ৰত্নপীঠ কলেজ স্থাপিত স্থান বামুনীটিলা নামৰ মাজতো অতীত দিনৰ কিছু কাহিনী জড়িত হৈ আছে। সেইবোৰ এতিয়া কিংবদন্তিত পৰিণত হৈছে।

প্ৰতিখন গাঁও বা অঞ্চলৰ নামৰ মাজত কিছু ইতিহাস লুকাই থাকে। বামুনীটিলা নামতো এক ইতিহাস লুকাই থকাৰ ইঙ্গিত পোৱা যায়। সেয়ে উদ্ধৃত বুৰঞ্জীমূলক নীতি প্ৰয়োগ কৰি ৰত্নপীঠ কলেজ স্থাপিত স্থানৰ প্ৰাচীন নাম বামুনীটিলাৰ ইতিহাস পুনৰুদ্ধাৰ কৰিবলৈ প্ৰয়াস কৰা হৈছে। কোচ ৰাজ্যৰ ৰজা মহাৰাজ নৰনাৰায়ণ আৰু ভায়েক বীৰ চিলাৰায় বৰ ধাৰ্মিক আছিল। কালাপাহাৰে ভাঙি থৈ যোৱা কামাখ্যা মন্দিৰ তেওঁ পুনৰ নিৰ্মাণ কৰাইছিল আৰু পূজা-পাতল কৰিবৰ বাবে সুদূৰ কনৌজৰ পৰা বহুতো পণ্ডিত, ব্ৰাহ্মণ আনি নীলাচল পাহাৰত বহুৱাইছিল। তদুপৰি নিজৰ ৰাজ্যৰ বিভিন্ন স্থানত মাটি গৃহ দান কৰি বিভিন্ন দেৱ-দেৱীৰ পূজা আদি কাৰ্য চলাবলৈ বিভিন্ন ঠাইত ব্ৰাহ্মণ, পুৰোহিত বহুৱাইছিল। পৰৱৰ্তী বংশধৰ বিজনী ৰজাইও তেওঁৰ ৰাজ্যৰ দক্ষিণ অংশত গাৰোঝৰা নদীৰ পাৰত আৰু চম্পা নদীৰ নাতিদূৰত তেনে এক ব্ৰাহ্মণ পৰিয়াল স্থাপন কৰি এই অঞ্চলৰ লোকৰ পূজা-পাৰ্বণ কৰিবলৈ ব্যৱস্থা কৰি দিছিল। চাৰিওফালে জনবসতিপূৰ্ণ গাঁওৰ মাজত ৰজাৰ পৃষ্ঠপোষকতাত বামুন-বামুনী অতি সুখ-স্বচ্ছন্দৰে দিন অতিবাহিত কৰিছিল। বামুন নিপুত্ৰী আছিল। আৰু বিষ্ণু ভক্ত আছিল। বামুনে নিজ গৃহতে মন্দিৰ সাজি বিগ্ৰহ স্থাপন কৰি দৈনন্দিন পূজা কৰিছিল।

১৬৪৩ খ্ৰীষ্টাব্দত ভুটীয়াসকলে কোচ ৰাজ্য আক্ৰমণ কৰিছিল। আনকি তেওঁলোকে ভুটানৰ পৰা নামি আহি গোঁহাই কমল আলি পাৰ হৈ বাৰোহাজাৰীৰ ঠাইলৈকে আগুৱাই আহিছিল। কোচৰজা চন্দ্ৰ নাৰায়ণে স্বৰ্গদেৱ জয়ধ্বজ সিংহৰ সহায়ত ভুটীয়াসকলক যুদ্ধত পৰাস্ত কৰি খেদি পঠিয়ায়। এই যুদ্ধত অসংখ্য ভুটীয়া সৈন্যক হত্যা কৰা বাবে যুদ্ধৰ এই ঠাইখনৰ নাম হৈছিল ভুটিয়ামাৰী পিছত ই ৰূপান্তৰিত হৈ

নাম হৈছিল বটিয়ামাৰী বা বইটামাৰী। সেই যুদ্ধত এতদ অঞ্চলৰ বহুতো লোকৰ লগতে ব্ৰাহ্মণজনেও যুদ্ধলৈ গৈছিল আৰু দুৰ্ভাগ্যক্ৰমে ব্ৰাহ্মণৰ মৃত্যু হৈছিল। বামুনী অকলশৰীয়া হ'ল।

বামুণী বৰ মৰমীয়াল আৰু সৰবৰহী আছিল। সেই অঞ্চলৰ সকলোৱে বৰ আদৰ-সাদৰ কৰিছিল। বামুণী ঘৰতে পূজা-পাৰ্বণ কৰি আৰু গৰু গাই পুহি সুখেৰে জীৱন-ধাৰণ কৰিছিল। কিন্তু কণা বিধাতাৰ এই সুখ সহ্য নহ'ল। ফলত আন এটি দুৰ্ঘটনাৰ কলা মেঘে পূবৰ আকাশ ঢাকি ধৰিলে। সেয়া এক অন্য কাহিনী।

দিল্লীৰ মছনদ দখল কৰাৰ পিছত সম্ৰাট ঔৰংজেবে পুনৰ আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ অসংখ্য সৈন্য-সামন্ত আৰু অশ্বাৰোহী বাহিনীৰে সেনাপতি মিৰজুলমাৰ অধীনত পূবলৈ পঠাই দিলে। এই বিৰাত অশ্বাৰোহী বাহিনীৰ লক্ষ্য হ'ল যোগীঘোপা। কিন্তু চান্দৰডিঙা পাহাৰ পাৰ হৈ আহি ব্ৰহ্মপুত্ৰৰ নদীৰ পাৰত অৱস্থান কৰি যি ঠাইত ঘোঁৰাবোৰ ৰাখিছিল তাৰ নাম হ'ল ঘোঁৰাবান্দা। চাপৰ অঞ্চলৰ ঘোৰাবান্দা গাঁওখনেই সেই মোগলৰ যুদ্ধৰ ঘোৰাবান্দাৰ স্বাক্ষৰ বহন কৰি আছে।

ওচৰতে ঘোঁৰাবান্দাত বিদেশী সৈন্য অহাৰ খবৰ আৰু তেওঁলোকৰ অত্যাচাৰৰ কাহিনী শুনি বামুণীৰ মন অস্থিৰ হৈ পৰিল। কাৰণ স্থানীয় ডেকা ল'ৰা যাকে পায় তাকেই ধৰি নি সৈন্যসকলৰ ৰছদ পাতি কঢ়িয়াবলৈ লগাই দিয়ে। গৃহস্থৰ গৰু ছাগলী, হাঁহ, পাৰ এনেকি ভঁৰালৰ ধানও বস্তাত ভৰাই লৈ যায়। তদুপৰি গাভৰু ছোৱালীৰ উপৰিও বয়সস্থ মাইকী মানুহেও সৈন্যসকলৰ নিৰ্মম ও জঘন্যতম অত্যাচাৰৰ বলি হ'ব লগা হৈছিল। এনেবোৰ কথা কাণ্ড দেখি শুনি বুজি ইয়াৰ প্ৰতিকাৰৰ কোনো উপায় নেদেখি এদিন বামুণীয়ে অতি গোপনে নিজৰ সকলো সোণ-ৰূপৰ অলঙ্কাৰৰ লগতে তেওঁৰ অতি প্ৰিয় শ্ৰীকৃষ্ণৰ কালিয়দমন বিগ্ৰহ কুৱাত পেলাই দিলে যাতে বিদেশী শত্ৰুৰ হাতত নপৰে। আৰু তাই নিজেও আত্মহত্যাৰ পথকেই বাছি ল'লে।

মিৰজুমলা আহিল আৰু গুচি গ'ল। যাওঁতে মানকাচাৰৰ ওচৰত মিৰজুমলাৰ মৃত্যু হ'ল। কিন্তু বামুণীৰ মাটি-বাৰী আজিলৈকে খালী পৰি থাকিল। ওচৰ-চুবুৰীয়াইও অনুভৱ কৰিলে— যে বামুণী মৰিলেও তেওঁৰ অশৰীৰী আত্মা তেতিয়াও বিৰাজমান। দুই একজনে বামুণীৰ প্ৰেতাত্মা দেখিবলৈও পাইছিল। সেয়ে সেইফালে মানুহ যাবলৈ ভয় কৰা হ'ল। আজিও সেই ধাৰণা বহুতৰে মাজত বিৰাজমান। কোনো কোনোৰ মতে এতিয়াও বামুণী হাতত জুইৰ উকা লৈ নিজৰ বস্তু-বাহানিবোৰ চাবলৈ আহে। ঠাইডোখৰ অলপ ওখ বা টিলা আছিল বাবে লাহে লাহে ঠাইডোখৰৰ নাম পালে বামুণীটিলা। পৰৱৰ্তী কালত চৰকাৰে ইয়াক খাচ মাটি হিচাপে নথিভুক্ত কৰে। বহুতদিন এই জমিন চন পৰি থাকিল, চৰণীয়া পথাৰ হ'ল। পথাৰৰ দক্ষিণফালে গাৰোঝৰা নদীৰ পাৰত শ্মশান পাতিলে। কিন্তু তাত বসতি কৰিবলৈ কোনো আগবাঢ়ি নাহিল।

সৌ সিদিনা ১৯৭৯ চনত উক্ত চন পৰি থকা ৭০ বিঘা খাচ মাটিত ৰত্নপীঠ কলেজ পাতিবলৈ তেতিয়াৰ উপায়ুক্ত শ্ৰী যোগানন্দ চাংকাকতীদেৱে কলেজৰ নামত আবন্টন দিয়ে। সেয়ে তাহানিৰ বামুণীটিলাত আজিৰ নতুন ৰূপত ৰত্নপীঠ মহাবিদ্যালয়।

## আলোচনা কৰা কিতাপৰ তালিকা

১। অসম দেশৰ বুৰঞ্জী— ড° লক্ষ্মী দেৱী, 7th education 1991.

২। কোচবিহাৰৰ ইতিহাস— খান চৌধুৰী আসানতুল্লা আহমেদ (১ম খণ্ড)।

৩। A History of Assam- Edward Gait Guwahati, 1984.

৪। The Studies of Folklore-A. Dundes. London, 1965.

৫। The study of Folk culture of the Goalpara District- B. Datta, Gauhati University 1973.■■

# 'ৰত্নপীঠ মহাবিদ্যালয়ৰ' গুৰি কথা

শ্ৰী প্ৰসন্ন কুমাৰ দাস

প্ৰত্যেক অনুষ্ঠানৰেই গুৰি কথাৰ দৰে ৰত্নপীঠ কলেজখনৰো কিছু কথা আছে। তাৰে চমু বিৱৰণ উত্থাপন কৰা হ'ব।

১৯৬৫-৬৬ চনৰ কালছোৱাত চাপৰ উচ্চতৰ মাধ্যমিক স্কুলৰ শিক্ষকৰ জিৰণি কোঠাত বৰ বেছিকৈ প্ৰায় প্ৰতিদিনেই চাপৰত কলেজ খোলাৰ বিষয়টোলৈ আলোচনা হৈছিল শিক্ষক সকলৰ মাজত। ঠিক এনেকৈ আলোচনা চলি থকাৰ সময়ছোৱাতেই সিদিনা ২৬ জানুৱাৰী ১৯৬৮ চনত পূৰ্বতে চলি থকাৰ জল্পনা কল্পনাবোৰক সামৰি এটি সপোন ৰোপণ কৰা হ'ল কলেজ খোলাৰ। ১৯৬৮ চনৰ ২৬ জানুৱাৰীৰ দিনা এই প্ৰতিবেদকে গণতন্ত্ৰ দিৱস উপলক্ষে ৰঙচঙীয়া খেলৰ এজন খেলুৱৈ হিচাপে অংশ গ্ৰহণ কৰিবলৈ যোৱাৰ কাৰণে উদ্যত হোৱাৰ সময়তে স্বৰ্গীয় অৰুণ চন্দ্ৰ দাস আৰু স্বৰ্গীয় ময়জুদ্দিন শেখ, দুয়ো গৰাকী চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষকে এই প্ৰতিবেদকৰ বাসভৱনলৈ আহিল। তেওঁলোকে আহিয়েই প্ৰতিবেদকৰ ৰঙচঙীয়া খেলত যোৱাৰ উপক্ৰমলৈ লক্ষ্য কৰি ক'লে, আমি আপোনাৰ সময় নষ্ট নকৰোঁ, আমি আহিছিলো চাপৰত কলেজখন আৰম্ভ কৰিব লাগে এই বিষয়ে আলোচনা কৰিবলৈ। পিছে আপুনি ওলাইছে ৰঙচঙীয়া খেলত অংশ গ্ৰহণ কৰিবলৈ, গতিকে আজি থাকক, কাইলৈ ৰাতিপুৱা আহিম। তেওঁলোক প্ৰতিবেদকৰ লগতে কৈ কৈ ওলাই আহিল। প্ৰতিবেদকে চাইকেল খনত উঠিবলৈ উপক্ৰম কৰি তেওঁলোকক ক'লে হব বাৰু কাইলৈ আহিব। আপোনালোকেও আহক খেল পথাৰলৈ। পিছদিনা ৰাতিপুৱা ৮-৩০ বজাত তেওঁলোকে আকৌ আহিল। অৰুণ দাসে ক'লে, 'কলেজখন পতাৰ বিষয়ে মামা আপুনি কি ভাবে'?

প্ৰতিবেদকে ক'লে, কলেজ এখন কৰিব লাগিলে আমাৰ ছাত্ৰ-ছাত্ৰী লাগিব, টকা লাগিব, এইবোৰ হ'ব জানো?

ময়জুদ্দিন শেখ-মহোদয়ে ক'লে, 'চাপৰ, শালকোছা, বহলপুৰৰ ছাত্ৰ ছাত্ৰীবোৰেই, যিবোৰে মেট্ৰিক পাছ কৰি বাহিৰলৈ যায় নাইবা অৰ্থাভাৱত বাহিৰত পঢ়ুৱাব নোৱাৰি ঘৰতে অভিভাৱকে বহুৱাই সেইবোৰেই আমাৰ কলেজত পঢ়িব পাৰিব'। দ্বিতীয়তে অৰুণ দাসে টানি ক'লে, আমাৰ চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষকসকলে কিছুদিন 'Voluntary Service দিব। মাটি তৎক্ষণাত নহ'ব, আমাৰ স্কুলতে ৰাতিপুৱা নাইবা আবেলি ক্লাচ, শ্ৰেণীত পাঠদান কৰিব পাৰিব। আৰু টকা আমি সংগ্ৰহ কৰিব পাৰিম'। ডালিম বাবুয়ে কি কয়? প্ৰতিবেদকে সোধাত তেওঁলোকে কলে 'ডালিম বাবুয়ে কয়, কলেজ কৰিলে হায়াৰ ছেকেণ্ডাৰী স্কুলৰ ক্ষতি হব। তেওঁলোকে আকৌ কলে, আমি কলো ডিগ্ৰী শ্ৰেণীৰ-পৰা আৰম্ভ কৰিলে আপাতত হায়াৰ চেকেণ্ডাৰীৰ ক্ষতি নহব। কিন্তু তেওঁ মনে মনে থাকিল। একো নকলে'। প্ৰতিবেদকে কলে, 'চৈয়দালি জোতদাৰৰ ওচৰত যাওঁ বলক'।

তিনিও স্বৰ্গীয় চৈয়দালি জোতদাৰ চাহাবৰ ওচৰত গলো। সকলো কথা জোতদাৰ চাহাবক কোৱা হ'ল। জোতদাৰ চাহাবেও এই প্ৰতিবেদক দিয়া উত্তৰবোৰ দিয়াত জোতদাৰ চাহাবে ক'লে, 'মিটিং মাতক তাতে আলোচনা কৰি কিবা সিদ্ধান্ত হ'ব'।

প্ৰফুল্ল চন্দ্ৰ দাস, তেতিয়াৰ উপাধ্যক্ষ, অৰুণ দাস (বিষয় শিক্ষক) ময়েজুদ্দিন শেখ (শিক্ষক), এই প্ৰতিবেদক আৰু শ্ৰীনিহাৰ কান্তি ৰায় (বিষয় শিক্ষক) এই পাচঁজনে চাপৰত মহাবিদ্যালয় স্থাপনৰ উদ্দেশ্যত এখন ৰাজহুৱা সভা চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত ৩০ জানুৱাৰী ১৯৬৮ চনত আবেলি ২-৩০ বজাত আহ্বান কৰিলে।

সভাত বিভিন্ন বিদ্যালয়ৰ পৰা অহা শিক্ষক সকল স্থানীয় নেতৃবৃন্দৰ উপস্থিতিত সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিলে, অৰুণ দাসে। সভাত সভাপতিত্ব কৰিলে স্বৰ্গীয় প্ৰয়াত ডালিম কুমাৰ মেধি, অধ্যক্ষ, চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়।

এই প্ৰতিবেদকৰ লগতে বহুতো উপস্থিত ব্যক্তিয়ে কলেজ কৰাৰ সপক্ষে মাত মাতিলেও স্বৰ্গীয় ডালিম কুমাৰ মেধিৰ এষাৰ মাততেই, (তেতিয়াৰ চাপৰৰ সাৰ্বজনীন নেতা) 'কলেজ কৰিলে হায়াৰ চেকেণ্ডাৰীৰ ক্ষতি হব, আপোনালোকে ভালকৈ বিবেচনা কৰি কলেজৰ কথা চিন্তা কৰক'। ডালিম কুমাৰ মেধিৰ কথাৰ পিছত সভাত কোনো সিদ্ধান্ত নহল, সভা ভঙ্গ হ'ল।

আকৌ জল্পনা-কল্পনা আৰম্ভ হ'ল। বহুতে কব ধৰিলে কলেজ আমি পাতিমেই। কোনো বাধা নামানো। এইবিধৰ কথাবোৰে চাপৰৰ আকাশে বতাহে ভাঁহিব ধৰিলে। যেন ভেটা দিয়া নদীৰ উচ্ছাস প্ৰবল হল। কলেজ কৰাৰ উদ্দ্যম দ্বিগুণে বাঢ়িল। ৰাইজৰ চাপ পৰিল পূৰ্বৰ আহ্বায়ক সকলৰ ওপৰত, 'সভা মাতক কলেজ আমি কৰিমেই'।

পূৰ্বৰ আহ্বায়কসকলে ৰাজহুৱা সভা মাতিলে, ইংৰাজী ১৯৬৮ চনৰ মাৰ্চ মাহৰ ৮ তাৰিখত চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয় প্ৰাঙ্গণত আবেলি ২-৩০ বজাত।

সভাখন আবেগিক হোৱা কাৰণে হয়তো সভাখনৰ জনসংখ্যাৰ উপস্থিতি আগৰখনতকৈ বেছি হ'ল। সভাত বিভিন্ন ব্যক্তিৰ ভাব প্ৰৱণ জ্বালামুখী ভাষণৰ অন্তত এটি সিদ্ধান্তত উপনীত হোৱা গ'ল যে 'কলেজখন কৰাৰ উদ্দেশ্যে পুঁজি সংগ্ৰহৰ কাম আৰম্ভ হ'ক। আৰু এই উদ্দেশ্যে কলেজৰ এখন তদৰ্থ সমিতি গঠন কৰাৰ প্ৰস্তাৱ লোৱা হ'ল। আৰু কলেজখনৰ নাম হল চি.বি কলেজ (চাপৰ বহলপুৰ কলেজ)'। এই সমিতিৰ (তদৰ্থ) সভাপতি ডালিম কুমাৰ মেধি, সম্পাদক চাৰি গৰাকী (১) স্বৰ্গীয় প্ৰফুল্ল চন্দ্ৰ দাস (২) ময়েজুদ্দিন শেখ (৩) অৰুণ দাস আৰু (৪) শ্ৰী নিহাৰ কান্তি ৰায়। কোষাধ্যক্ষ্য - শ্ৰী প্ৰসন্ন কুমাৰ দাস।

সদস্য সকল— ভদ্ৰেশ্বৰ দাস, শ্ৰী নীলকণ্ঠ অধিকাৰী, শ্ৰী পূৰ্ণানন্দ ৰায়, অতুল চন্দ্ৰ ৰায়, ৰকিবুদ্দিন আহমেদ, শ্ৰী মজিবৰ ৰহমান, পুলিন বিহাৰী নাগ, শ্ৰী যোগেশ্বৰ ৰায়, শ্ৰী ৰজিবুদ্দিন আহমেদ, যামিনী মেধি।

উপদেষ্টা— জোতদাৰ চৈয়দ আলী সৰকাৰ, শ্ৰীবীৰেন্দ্ৰ চন্দ্ৰ দাস, স্বৰ্গীয় আস্থ শেখ, স্বৰ্গীয় সতীশ চন্দ্ৰ নাগ, স্বৰ্গীয় বঙ্কিম চন্দ্ৰ শূৰ।

এই সমিতিয়ে পৰৱৰ্তী কাৰ্যকৰী সমিতিৰ সভাত কাৰ্যসূচী হিচাপে পুজি সংগ্ৰহৰ উৎসবোৰ তলত দিয়া ধৰণে নিৰ্দ্ধাৰণ কৰে।

(১) ধান সংগ্ৰহ (২) পশ্চিমবঙ্গ আৰু অসমৰ যাত্ৰাভিনয় প্ৰদৰ্শন, (২) স্থানীয় বজাৰ ডাক, এই তিনিটা উৎসকে ধন সংগ্ৰহৰ মুখ্য হিচাপে গন্য কৰি সমিতিৰ সম্পাদক সকল আৰু কোষাধ্যক্ষই অতি নিষ্ঠাৰে আৰু সততাৰে ওপৰোক্ত উৎসবোৰেৰে ধন সংগ্ৰহৰ কাম আৰম্ভ কৰিলে অতি ব্যস্ততাৰে আৰু তৎপৰতাৰে।

এই চি.বি. কলেজৰ তদৰ্থ কমিটিয়ে তিনিবাৰ চাপৰ বজাৰ ডাকত লয় আৰু বেলেগ আগ্ৰহী দলক এটা ধনৰ সংখ্যাৰ বিনিময়ত দলটোলৈ ডাকৰ অধিকাৰ এৰি দিয়ে। এই সমিতিয়ে কেইবাবছৰ ধৰি নায়ক গাঁও, ডাবৰ গাঁও অঞ্চলবোৰত ধান চপোৱাৰ সময়ত ৰাতি থাকি ধান সংগ্ৰহ কৰি, বিক্ৰী কৰি টকা জমা দিয়ে। চাপৰ, বহলপুৰ বিভিন্ন গাঁওৰ পৰা ধান সংগ্ৰহ কৰি বস্তা ভৰাই ধান বিক্ৰী কৰি মূল্যখিনি জমা কৰিছিল।

সমিতিয়ে কলকাতাৰ পৰা 'অগ্ৰদূত', 'নটৰাজ' আদি যাত্ৰাভিনয়ৰ দল আনিও ধন সংগ্ৰহ কৰিছিল। এই ধন সংগ্ৰহ কৰোতে বহু কথাৰ আৰু ঘটনাৰ অৱতাৰণা হৈছিল ; তাৰে দুটামানৰ উদাহৰণ দাঙি ধৰিবলৈ প্ৰয়াস কৰা হ'ল।

স্বৰ্গীয় ভদ্ৰেশ্বৰ দাস দেৱ তেতিয়াৰ আঞ্চলিক পঞ্চায়তৰ সভাপতি আছিল। তেখেত কলেজ কমিটিৰ এজন উদ্যোক্তা আৰু কাৰ্যকৰী সদস্য আছিল। বজাৰ ডাকৰ ক্ষেত্ৰত এটি ডাকৰ মূল্যৰ পৰিমাণ ৫ (পাচ) হেজাৰমান টকা। তেখেতৰ অনিচ্ছাকৃত অলপ অৱহেলাৰ কাৰণে সমিতিয়ে সময়মতে টকাখিনি পোৱাৰ পৰা ব্যতিক্ৰম হোৱাত উপক্ৰম হোৱাৰ সমিতিৰ কাৰ্যনিৰ্বাহকৰ সভাত তেখেতৰ লগত প্ৰতিবেদকৰ আৰু

তেখেতৰ ভতিজা এজনৰ তৰ্ক হয় আৰু তৰ্কৰ গভীৰতা তৃণ মূলৰূপ লয়। প্ৰতিবেদকে কয় 'you are at the root of all troubles' আৰু তেখেতৰ ভতিজাক জনেও এই আষাৰ কথাত সমৰ্থন দিয়ে। ফলত নিজৰ আত্মীয়ৰ ভিতৰতেই বহুদিন কথা বতৰা বন্ধ হৈ আছিল। কলেজ খন গঢ়ি তোলাত কিমান আগ্ৰহ আৰু নিষ্ঠা থাকিলেহে নিজৰ আত্মীয়ৰ লগতো লেনদেন সময়ৰ ব্যতিক্ৰম হোৱাত মাতবোল বন্ধ হয় তাৰে এটি উদাহৰণ দাঙি ধৰা হ'ল।

আৰু এবাৰ কলকাতাৰ যাত্ৰাভিনয় চলি থকাত গেটত থকা মানুহবোৰৰ নিষ্ঠাত সন্দেহ হোৱাত প্ৰতিবেদকে নিজেই দুটা গেটৰ ওচৰত তীক্ষ্ণ দৃষ্টি আৰু সতৰ্ক পহৰা দি দুয়োটা গেটত থকা মানুহ দুজনক গালি আৰু ধমক দি উলিয়াই দি বেলেগ মানুহ গেটৰ দায়িত্ব দি নিজে বাহিৰত বহি পহৰা দি থকা কামটো কিমান আৱেগিক আৰু দায়িত্বশীল মানসিকতাৰে কৰিবলগীয়া হৈছিল কলেজখনৰ গঠন প্ৰক্ৰিয়াত বাধাৰ সৃষ্টি নোহোৱাৰ কাৰনে, এতিয়াও সেই মনত পৰে।

এনেকৈ কেইজনমান মানুহৰ বিশেষ নিষ্ঠা আৰু সততাৰ আগবাঢ়িছিল কলেজ গঠনৰ বাবে ধন সংগ্ৰহৰ কাম। ৰাইজৰ উৎসাহলৈ চাই মনত আমাৰ অপাৰ আনন্দ। আমি নিশ্চিত হ'লোঁ। চাপৰ বহলপুৰ চমুকৈ চি.বি. কলেজখন গঢ়ি উঠিব। নায়ক গাঁও ডাবৰ গাঁও, বহলপুৰ খুটাপাৰা, নিদানী আৰু চাপৰৰ (ভকতগাঁও, সতয়পুৰ, আৱেয়াৰঝাৰ, মৌৱাটাৰী, চাপৰ বজাৰ, শান্তিপুৰ, কাজিপাৰা বৌমাৰী) অঞ্চল সমূহৰ মানুহবোৰৰ আগ্ৰহ দেখি ভাব হ'ল আমি এখন ডাঙৰ আৰু আদৰ্শ মহাবিদ্যালয় গঢ়ি তুলিব পাৰিম।

পশ্চিমবঙ্গৰ যাত্ৰাদলবোৰ আনোঁতে আমি চাপৰৰ শক্তি তালুকদাৰৰ মাটি ডোখৰত বাঁহৰ খুটাৰ খেৰৰ ছালিৰে (১ বিঘা মাটিত) আচ্ছাদন সাজি (ছালি সজাই) স্থায়ীভাৱে যাত্ৰাগানৰ দল অনাই কলেজৰ বাবে ধন সংগ্ৰহ কৰিছিলো। এই ক্ষেত্ৰত স্বৰ্গীয় তালুকদাৰ জীৱিত অৱস্থাত আমাৰ পৰা মাটিৰ ভাড়া বাবদ এক পইচাও লোৱা নাছিল। এই ছেগতে আমি আজি শক্তি তালুকদাৰৰ স্বৰ্গীয় আত্মাৰ চিৰশান্তি কামনা কৰিছোঁ।

প্ৰায় ৬-৭ বছৰ ধৰি বিভিন্ন প্ৰকাৰে ধন সংগ্ৰহ কৰি আনুমানিক প্ৰায় ৪৮ (আঠচল্লিশ) হেজাৰ টকা আমি সভাপতিৰ নামত প্ৰথমে মোহন লাল কোচৰ ওচৰত পিছত ইউকো বেঙ্ক, চাপৰত জমা থৈছিলোঁ।

সত্যৰ আলাপ হ'ব যদি নকওঁ যে সেই টকাৰ এটা অংশ পৰৱৰ্ত্তী কৰ্মকৰ্তা সকলে পোৱা নাই। সেয়া এক বেলেগ কাহিনী।

অক্লান্ত পৰিশ্ৰম আৰু নিষ্ঠাৰে অলপ অলপ কৰি ধন সংগ্ৰহ কৰি গঢ়িব খোজা আদৰ্শৰ কলেজখনৰ ধনৰ অপচয় আৰু ব্যক্তিগত স্বাৰ্থত ব্যৱহৃত হোৱালৈ চাই কিছু নিষ্ঠাবান চি.বি. কলেজৰ তদৰ্থ সমিতিৰ কৰ্ম্মীয়ে কলেজ গঢ়া কৰ্মত বিমুখ হ'ল। ফলত আৰু কিছুদিনৰ বাবে কলেজৰ কাম কাজ স্তব্ধ হ'ল। কলেজ গঢ়াৰ উদ্যমত সুস্থিৰতা আহিল।

আমি হাত সাৱটি এয়া কি হ'ল বুলি নিজকে প্ৰশ্ন কৰি বহি থাকিলোঁ নিথৰ পাথৰৰ দৰে। যি সৰিয়হ দি ভূত জাৰিম সেই সৰিয়হতে ভূত দেখিলোঁ।

তাৰ পিছৰ কাহিনী হ'ল নতুন চামৰ কিছু ব্যক্তিয়ে পুৰণি চামৰ দুই এজনক লৈ নতুন উদ্যমত চি.বি. কলেজ গঢ়াৰ কামত আগবাঢ়ি আহিল। আমিও আনন্দতে উৎসাহ যোগালো তেওঁলোকৰ নৱ উদ্যমক।

আমি ৰচা সপোনক দিঠকত পৰিণত কৰিবলৈ আগবাঢ়ি অহা যুৱ চামলৈ আন্তৰিক শুভেচ্ছা জনালোঁ।

তেওঁলোকে আৰু এখন নতুনকৈ তদৰ্থ সমিতি গঠন কৰিলে চি.বি. কলেজৰ নামত। সভাপতি স্বৰ্গীয় ভদ্ৰেশ্বৰ দাস আৰু সম্পাদক শ্ৰী মনিৰুল জামান হল সেই তদৰ্থ সমিতি খনৰ পৰিচালক।

তেওঁলোকে শ্ৰীতৰণী কান্ত ৰায় দেৱক অধ্যক্ষ হিচাপে লৈ অৰুণ দাস, শ্ৰীমতী শিখা শূৰ, স্বৰ্গীয় লক্ষ্মী ঘোষ, শ্ৰীমতী মিনতিকংস বণিক সকলক প্ৰৱক্তা হিচাপে অস্থায়ী নিযুক্তি দিলে। তেওঁলোকে স্থানীয় ব্যক্তি জুৰান আলী চাহাবক অধ্যক্ষ পদত নিযুক্তি দিব বিচাৰিছিল, যদিও তেখেত গোৱালপাৰা কলেজত নিযুক্তি পাই তালৈ গুচি যাবলগীয়া হল। অধ্যক্ষ শ্ৰীতৰণী কান্ত ৰায়ৰ নেতৃত্বত শ্ৰেণী পাঠদানৰ প্ৰস্তুতি চলিল। এই সমিতিয়ে অতি সাহসেৰে ১৯৭৮ চনৰ ১ ছেপ্তেম্বৰত চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত আমি পূৰ্বতে সপোন ৰচা মতে ৰাতিপুৱা শ্ৰেণী পাঠদানৰ ব্যৱস্থা কৰি তেতিয়াৰ জিলা উপায়ুক্ত শ্ৰীযুত জগানন্দ চাংকাকতি দেৱৰ দ্বাৰা মুকলি কৰালে শঙ্খধ্বণি আৰু উৰুলিৰ মাংগলিক সুচনাৰে।

ইয়াৰ পিছত কলেজখনৰ আৰু চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ কিছুমান অসুবিধাৰ কাৰণে কলেজখনৰ স্থান পৰিবৰ্তন কৰি প্ৰথমে কংগ্ৰেছ ভৱনলৈ, পিছত চাপৰ প্ৰগতি সংঘলৈ আৰু তাৰ পিছত তেতিয়াৰ পঞ্চায়তৰ খালি পৰি থকা ঘৰটোলৈ য'ত বৰ্তমানে চাপৰ নগৰ সমিতিৰ কাৰ্যালয় চলিছে তালৈ স্থানান্তৰিত কৰা হ'ল।

কলেজখনৰ গুৰি কথাৰ সামৰণি মৰাৰ আগতে এটা কথা উনুকিৱাই থওঁ যে কলেজখন যেতিয়ালৈকে চাপৰৰ মাটিতে স্থানান্তৰিত হৈ পঞ্চায়ত ভৱনলৈ আহিছিল তেতিয়ালৈকে চি.বি. কলেজৰ নামটো বাহাল আছিল। লেঠা লাগিল কলেজৰ নিজা মাটি বিচাৰি বহলপুৰত আহিবলৈ হোৱাত তেতিয়াৰ উপায়ুক্ত শ্ৰী জগানন্দ চাংকাকতিদেৱে কলেজৰ নামত বহলপুৰ অঞ্চলত মুঠ ৬৩ বিঘা ১ কঠা ১৫ লেচা মাটি যোগান ধৰে। ইয়াৰ পিছত সেই ইতিহাস পাঠকে পৰৱৰ্তী বিৱৰণত জানিব পাৰিব। জানিব পাৰিব চি.বি. কলেজৰ নাম গুচি কেনেকৈ 'ৰত্নপীঠ কলেজ' নামাকৰণ হ'ল। জানিব পাৰিব আমাৰ সপোনৰ কলেজখন কেনেকৈ এক বিশাল মহীৰূপ হৈ চাপৰ বহলপুৰৰ লগতে শালকোচা, বইটামাৰী অঞ্চলৰ ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ মাপ কাঠি বৃদ্ধি কৰাত সহায়ক হ'ল। ■■

# ৰত্নপীঠ মহাবিদ্যালয়ৰ ইতিহাস (সংক্ষেপে)

**নিখিল দাস**

চাপৰ আঞ্চলিকত এখন মহাবিদ্যালয়ৰ প্ৰয়োজন হৈছে। সেই উপলক্ষে এখন ৰাজহুৱা সভাৰ আহ্বান কৰিলে। আহ্বান কৰোঁতা সকল হৈছে স্বৰ্গীয় অৰুণ দাস, ময়েজুদ্দিন আহমেদ আৰু প্ৰফুল্ল কুমাৰ দাস এই তিনিজন আহ্বায়ক হিচাপে এখন সভা আহ্বান কৰিলে। তাত আমি অৰ্থাৎ চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক সকল আৰু আন আন বিশিষ্ট ব্যক্তিলৈ সভাখন আমন্ত্ৰণ কৰিলে। সেইখন সভাত স্বৰ্গীয় ডালিম কুমাৰ মেধিয়ে তেওঁৰ কথা খিনি কৈ পেলালে। তেওঁ ক'লে যে 'যদি ডিগ্ৰী ক্লাছ খোলা হয় তেন্তে মোৰ ক'বলগীয়া একো নাই। মই কেৱল চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ক্ষতি সাধন হ'ব বুলি ভাবি এই কথাষাৰ ক'লোঁ। আমি তেতিয়া সকলোৱে কথাষাৰ চিন্তা কৰি তেখেতৰ কথাকে হয়ভৰ দিলোঁ। প্ৰথমে সেই তিনিজনক সম্পাদক হিচাপে লৈ এখন কমিটি গঠন কৰিলোঁ। মইয়ো সেইখন কমিটিৰ সদস্য আছিলোঁ। সেই সময়ত আমাৰ চাপৰৰ মাননীয় শ্ৰীশৰৎ চন্দ্ৰ সিংহ অসমৰ মুখ্যমন্ত্ৰী আছিল। তেখেত এদিনাখন চাপৰত আহিল। আমি তেতিয়া তেখেতক লৈ চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যায়লৰ ভিতৰৰ পথাৰ খনতে বহি কলেজ এখন হ'ব লাগে বুলি কলোঁ। তেতিয়া তেওঁ বৰকৈ আপত্তি কৰিলে। আৰু ক'লে— চাপৰ ব্লকত বহুতো খালী ঘৰ আছে। তাতে Technical School এখন কৰিব পৰা যায়। আমি কোনেও এজনো মাত নেমাতিলোঁ। এজন ব্যক্তিয়ে অৱশ্যে মাত দিছিল যদিও তেওঁক কিবাকিবি কৈ বহাই দিলে। তথাপিও আমি কলেজ কৰাটো বাদ নিদিলোঁ। তাৰ পিছত শ্ৰীনিহাৰ কান্তি ৰায় আমাৰ চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বুৰঞ্জী শিক্ষক। তেওঁক সেই তিনিজনৰ লগত সম্পাদক হিচাপে নিযুক্তি দিলোঁ। তেওঁলোকে চাপৰ আৰু বহলপুৰ অঞ্চল মিলি এখন যুটীয়া সভা আহ্বান কৰিলে। সভাত কলেজ এখন হ'ব লাগে বুলি সকলোৱে মান্তি হ'ল আৰু কলেজখন ক'ত স্থাপন কৰা হ'ব সেই

ঠাই ডোখৰ বাচনি কৰা হ'ল। য'ত নেকি বৰ্ত্তমান কলেজখন আছে সেই ডোখৰ ঠাই। কলেজখনৰ নামাকৰণ কৰা হ'ল। চাপৰ বহলমুখ কলেজ। কিন্তু বহলপুৰৰ দুজন ব্যক্তিয়ে বি. চি. কলেজ হ'ব লাগে বুলি ক'লে। শেষত চাপৰ বহলপুৰ বুলি নামাকৰণ কৰা হ'ল। সেই ঠাইডোখৰ কটা আদি যিবোৰ কাম আছিল, চাপৰ আৰু বহলপুৰ ৰাইজে মিলি কৰিলে। তাৰ পিছত চাপৰৰ বিশিষ্ট ব্যক্তিসকল মাননীয় শ্ৰীপ্ৰসন্ন কুমাৰ দাস, শ্ৰীযোগেশ্বৰ ৰায়, স্বৰ্গীয় প্ৰফুল্ল কুমাৰ দাস আৰু বহুতৰ লগত মইয়ো সকলোয়ে মিলি ধন তুলিবলৈ ধৰিলোঁ। চাপৰ আৰু বহলপুৰৰ বিভিন্ন ঠাইবোৰত। সেইখন ঠাইত য'ত এতিয়া ৰত্নপীঠ কলেজখন আছে তাত এখন ধুনীয়াকৈ চাইনবোৰ্ড লিখি আঁৰি দিয়া হ'ল। চাইনবোৰ্ড খন ভাঙি বেঁকা কৰি, গোবৰ আদি লগাই মাটিত পেলাই ৰাখিলে। সেই বিষয়ে বহলপুৰ উচ্চতৰ বিদ্যালয়ত এখন সভা আহ্বান কৰা হ'ল। আমি চাপৰৰ পৰা কমেও ১২ জন গ'লোঁ। তেতিয়া সভাখনত স্বৰ্গীয় জীতেন ৰায় বহলপুৰণ তেখেতে মাননীয় শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ লগত একেলগে প্ৰাইমেৰী স্কুলত পঢ়িছিল। তেখেতে ক'লে কলেজৰ নামাকৰণ যিয়ে নহওঁক কিয় ? আমাৰ লাগে উচ্চ শিক্ষা আৰু বহুতো কথা ক'লে তেখেতে। মই তেতিয়া স্বৰ্গীয় ডালিম কুমাৰ মেধী দেৱক কথাটো সুধিলোঁ যে স্বৰ্গীয় জীতেন ৰায়ৰ কথাবোৰ সচাঁনে ? স্বৰ্গীয় ডালিম কুমাৰ মেধিয়ে কৈছিল, হয় বুলি। পিছত আৰু এখন সভা হ'ল। সেই সভাত টকা পইচা কিমানখিনি হ'ল তাৰে হিচাপ। মোৰ সৰু খুড়া হাটৰ ইজাদাৰ আছিল। কলেজে ইজাদাৰ মোৰ সৰু খুড়া স্বৰ্গীয় ভদ্ৰেশ্বৰ দাসক দিছিল। মই তেতিয়া সেইখন সভাতে টকাটোৰ হিচাপ লৈছিলোঁ। আৰু খুড়াদেউ তেতিয়া টকাটো নিদিয়াত কিবাকিবি কৈছিলোঁ। তেখেতে সোনকালে দিব বুলি ক'লে আৰু মোক বেয়া পালে। মই তেতিয়া খুড়াদেউক কলো যে মই এজন কলেজৰ সদস্য হিচাপে কৈছো। মই বাহিৰত আপোনাৰ ভতিজা নহয়। তেতিয়া স্বৰ্গীয় ডালিম কুমাৰ মেধিয়েও তেখেতৰ হাতৰ টকাখিনি চাপৰৰ এজন মাৰোৱাৰী মহোন বাবুৰ ওচৰত থকা বুলি কলে। ইয়াৰ পিছত স্বৰ্গীয় ভদ্ৰেশ্বৰ দাসক সভাপতি হিচাপে আৰু মনিৰুল জ্জামানক সম্পাদক পতা হয়। জুবান আলী আৰু কেইজনক শিক্ষক হিচাপে নিযুক্তি দিয়া হ'ল। তাৰ পিছত ভকতগাঁওৰ নিবাসী শ্ৰীতৰণী কান্ত ৰায়ক অধ্যক্ষ আৰু লগতে চাপৰৰ দুজনী শিক্ষয়িত্ৰীক নিযুক্তি দিয়া হ'ল। পিছত সেইখন কলেজ বৰ্তমান চাপৰ নগৰ সমিটিৰ কাৰ্যালয়ত অনা হয়। তেতিয়া ডেপুটি কমিছনাৰ আছিল শ্ৰীযোগানন্দ চাংকাকতীয তেখেতৰ দেউতাক স্বৰ্গীয় দেবেন্দ্ৰ চাংকাকতি চাপৰ ডাক্তৰ খানাৰ ডাক্তৰ আছিল। সেই হিচাপে তেখেতে চাপৰৰ আছিল আৰু সেইসময়ত স্বৰ্গীয় ডালিম কুমাৰ মেধি আৰু আন আন মানুহৰ লগত নাটক কৰিছিল। সেই হিচাপে চাপৰখনক নিজৰ ঠাই বুলি ধৰি লৈছিল। তেখেতক আমাৰ মানুহে গৈ ধৰাত ততালিকে মাটি ডোখৰৰ পট্টা কৰি দিলে। তেখেতে কলেজৰ দ্বাৰ মুকলি কৰিলে। তেখেতে নিজেও গৰ্ব অনুভৱ কৰিছিল। তেতিয়া কলেজৰ অৱস্থা শোচনীয়। আমি তেতিয়া সকলোৱে শ্ৰীশৰৎ চন্দ্ৰ

সিংহৰ কথা চিন্তা কৰিলোঁ। শ্ৰীশৰৎ চন্দ্ৰ সিংহ তেতিয়া অসমৰ মুখ্যমন্ত্ৰী নাছিল। কলেজৰ মানুহ কেইজন মানে গৈ ধৰাত তেখেতে আহি কলেজখনৰ গুৰি ধৰাত কলেজখন সঁচাকৈ হৈ উঠিল। তেখেতক লৈ আজি য'ত কলেজখন আছে সেইখিনি ঠাইত এখন ৰাজহুৱা সভা পাতিলে। তাত তেতিয়া স্বৰ্গীয় ভদ্ৰেশ্বৰ দাসক কাৰ্যকৰী সভাপতি আৰু স্বৰ্গীয় কৈলাস চন্দ্ৰ সৰকাৰক সম্পাদক হিচাপে নিযুক্তি পালে। তাতে কলেজখনৰ নামাকৰণ কৰিলে ৰত্নপীঠ বুলি। এখন নতুন কমিটিও গঠন কৰা হ'ল। তাত পুৰণি সদস্য বহুতো বাদ পৰিল। বাদ পৰা সকল কোনেও আপত্তি নকৰিলে। কিয়নো সকলোকে লাগে কলেজ। পদ নালাগে। এইদৰে এৰা-ধৰাৰ মাজত কলেজ এখন হ'ল। প্ৰথমতে ডিগ্ৰী ক্লাচ অৰ্থাৎ B.A. ক্লাচলৈ আৰম্ভ হ'ল। এতিয়াও সেইটোৱেই আছে। চাওঁতে চাওঁতে ৰত্নপীঠ কলেজ খনৰ Silver Jubilee কৰিব লগা হ'ল। কাৰ্যসূচী মতে Jubilee কাম আৰম্ভ হ'ল। কিন্তু এনেতে নাক আছিল, অসমীয়াত নাক বুলি কয়। ইংৰাজীত National Assessment and accreditation council' বুলি কয়। সেইকাৰণে অন্তিম কাৰ্য্যসূচীখন পিছলৈ থৈ দিলে। নাক আহিল। মই সেইখন কলেজৰ অভিভাৱক হিচাপে আছিলো। আমাক এদিনাখন মাতিলে। আমি ততালিকে তেওঁলোকৰ অভিপ্ৰায় বুজি অতি সোনকালে Science and Commarce ক্লাচ খুলিম বুলি কলো। তেওঁলোকে তাত কৈছিল দুটা নতুনকৈ Subject খুলিবলৈ। এটা বঙালী আৰু আনটো হিন্দী। আমাৰ এজন অভিভাৱকে ক'লে সেইটো অসম্ভৱ। কিয়নো ছাত্ৰ-ছাত্ৰী পোৱা নাযাব। আমাৰ চাৰিওফালে যিমানবোৰ উচ্চ বিদ্যালয় আছে সেইবোৰ বিদ্যালয়ত এই বিষয় দুটা নাই। গতিকে সেই কাৰণে কৈছোঁ সেইটো নহ'ব বুলি। তেওঁলোকৰ শ্ৰীশৰৎ চন্দ্ৰ সিংহক বৰকৈ প্ৰশংসা কৰিছিল। আমি তেতিয়া সকলোৱে মুৰ দোৱাইছিল। নাক যিটো Result দিছে সেই বিষয়ে মোৰ ক'বলগীয়া একো নাই। সঁচা কথা ক'বলৈ গ'লে কলেজখন এতিয়া বৰ ধুনীয়াহৈ উঠিছে। সঁচাকৈ যেন এখন মিনি শান্তি নিকেতন। কৰ্ম কৰোঁতাসকল কিছুমান আছে আৰু কিছুমান নাই। তেওঁলোকে ভগৱানৰ কৃপাত শান্তিতে বাস কৰি আছে। মানুহ আহিব আৰু যলৈকে যাব লাগে তলৈকে যাব। কিন্তু কলেজখন থাকি যাব। যিহওঁক কলেজখনৰ কথা সকলোৱে চিন্তা কৰা উচিত। মানৱৰ সভ্যতাৰ বিকাশৰ ক্ষেত্ৰত জীৱনৰ মূল ভেটি। প্ৰকৃত জ্ঞানীজনে তেওঁৰ জীৱনত যি যি প্ৰয়োজন হয় তাক নিৰ্ভুল হিচাপে বাচি লয়। মই এটা ভত্তৃহৰি সংস্কৃত কবিতা উদ্ধিত কৰি মোৰ লিখনি সামৰিলো—

সংস্কৃত ভত্তৃহৰিৰ কবিতা—

*জাডয় ধিয় হৰতি সিঞ্চতি বাচি সত্যং*
*মানোন্নয়তি দিশতি পাপং অপাকৰোতি*
*চেতু প্ৰসাদয়াত দিক্ষু তনেতি কীৰ্তি*
*সং সঙ্গয়তি কথয় কিং ন কৰোতি পুংসাম।* ■■

# ১৯৭৮ চনত কলেজ প্ৰতিষ্ঠাৰ আত্মকথা

—মনিৰুজ্জামান

**প্ৰতিষ্ঠাপক প্ৰাক্তন সম্পাদকৰ প্ৰতিবেদন :**

সময় দেখ দেখকৈ ২৫ বছৰ বাগৰি গ'ল। ৰত্নপীঠ মহাবিদ্যালয়ৰ ২৫ বছৰ সাফল্যপূৰ্ণ মানসিক বিকাশৰ অবিহণাৰ ফলশ্ৰুতিত পালিত হৈছে ৰূপালী জয়ন্তী। আজি মই অনাবিল আনন্দত আপ্লুত। বহুবছৰ আগতেই দুঃসাহসিকভাৱে বহুতো নমস্য ব্যক্তি তথা বন্ধু-বান্ধৱৰ সহযোগত যি গছৰ গুটি অঙ্কুৰণ হৈছিল সি আজি পৃথিৱীৰ বুকুত বুকু ফিন্দাই নিজৰ স্থিতি মজবুতভাৱে প্ৰচাৰ আৰু প্ৰকাশ কৰি নিস্বাৰ্থভাৱে গোটেই অঞ্চলৰ লগতে দেশৰ শ শ হাজাৰ হাজাৰ ল'ৰা-ছোৱালীৰ জীৱন গঢ়াৰ লগতে প্ৰকৃত মানুহ হোৱাৰ বাবে জ্ঞানৰ পোহৰ বিলাই আছে। ই জানো সঁচাই আনন্দৰ কথা নহয়। অকল আনন্দই নহয় ই আমাৰ গৌৰৱৰ কথা।

ৰত্নপীঠ মহাবিদ্যালয়খনৰ সৃষ্টিৰ কথা ক'বলৈ যাওঁতে কিছুমান তিতা মিঠা কথা আছে। যাক উল্লেখ নকৰি নোৱাৰি। মহাবিদ্যালয়খনৰ স্থাপনৰ সেয়া আছিল ১৯৭৮ চন। মহাবিদ্যালয়খন স্থাপিত কৰিব লাগে, কিন্তু একোৱেই নাই। ঘৰ, আচবাব প্ৰয়োজনীয় প্ৰবক্তা সকলোৰে অভাৱ মাথো এটা বস্তু আছিল সেয়া হ'ল— আমাৰ অদম্য আগ্ৰহ সাহস আৰু মনোবল। শৰীৰত ডেকা তেজ। নহ'ব নোৱাৰিম, আদি শব্দবোৰ মুখত নাই— কেৱল এটাই কথা কি হয় দেখা যাব। মোৰ এই মনোভাৱৰ কাৰণ বিচাৰি আজি মই উপলব্ধি কৰিছোঁ। পৰিবেশ আৰু সময়ে মানুহৰ মনত কিমান প্ৰভাৱ পেলাব পাৰে। মই স্নাতক শিক্ষাৰ বাবে সেই সময়ত গুৱাহাটীত আছিলোঁ। তাতেই অসমৰ বিভিন্ন প্ৰান্তৰ পৰা অহা দেশক ভালপোৱা, দেশৰ বাবে কিছুকাম কৰাৰ মানসিকতা থকা বন্ধু তথা ব্যক্তিক লগ পাইছিলোঁ। মই সেই সময়ত অসমৰ ভাষা আন্দোলনত জড়িত হৈ পৰিছিলোঁ। সেই সময়ত সদৌ অসম ছাত্ৰ সন্থা সহকাৰী সাধাৰণ সম্পাদকৰ পদো লাভ কৰিছিলোঁ। এইখিনিতে

উল্লেখ কৰিব পাৰি যে অবিভক্ত গোৱালপাৰা জিলাত ছাত্ৰ সন্থাৰ লাই খুঁটা সৰ্বপ্ৰথমে ময়েই পুতিছিলোঁ। ইয়াৰ পিছত আৰু পিছলৈ ঘূৰি চোৱা নাই। এইখিনি কথা এইবাবে উল্লেখ নকৰি নোৱাৰিছোঁ, কিয়নো ইয়ে মোৰ মনৰ ইচ্ছা শক্তিক বাৰুকৈয়ে প্ৰভাৱিত কৰিছিল। নহ'লে হয়তো সেই সময়ত মই চাপৰত কলেজ খোলাৰ দুঃসাহস কৰিব নোৱাৰিলোঁহেঁতেন। মোৰ আজিও মনত আছে সেয়া আছিল ইং ১৩-৮-১৯৭৮ চন। চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয় প্ৰাঙ্গণত আমাৰ কমিটিৰ সভাপতি আছিল শিক্ষাবিদ স্বৰ্গীয় ডালিম কুমাৰ মেধী মহাশয়, কাৰ্যকৰী সভাপতি আছিল মহান সমাজ সেৱক স্বৰ্গীয় ভদ্ৰেশ্বৰ দাস, সভাত কলেজ আৰম্ভণি সম্পৰ্কে মতবিৰোধ হ'ল। বৰ্তমান কোনোপধ্যেই কলেজ পতা নহয় বুলি কৈ সভাপতিয়ে পদত্যাগ কৰিলে। কিন্তু কাৰ্যকৰী সভাপতি স্বৰ্গীয় ভদ্ৰেশ্বৰ দাস মহোদয়ে সভাপতিৰ দায়িত্ব লয়। মই আৰু মোৰ লগতে সহকাৰী সম্পাদক শ্যামল তালুকদাৰ বন্ধুবৰ্গ স্বৰ্গীয় পৃথিশ কান্তি সিংহ (হম্বু) স্বৰ্গীয় বিৰেন্দ্ৰ নাৰায়ণ দাস স্বৰ্গীয় অলেশ্বৰ নাথ শ্ৰীযুত সমিত ৰায় আদি ব্যক্তিবোৰে কৰা সক্ৰিয় সহায়— অদম্য উৎসাহৰ কথা কেতিয়াও পাহৰিব নোৱাৰিম, স্বৰ্গীয় আলহাজ ময়েজ উদ্দিন চাহাব আৰু মোৰ দেউতা ৰেকিবুদ্দিন চাহাব জেঠা মৰহুম আনন্দু সেখ, স্বৰ্গীয় পুলিন বিহাৰী নাগ, শ্ৰীযুত নীলকণ্ঠ অধিকাৰী, মৰহুম জয়নুদ্দিন সেখ, বনমালি দাস, স্বৰ্গীয় দিনেশ সিংহ, মৰহুম আলহাজ সুৰত জামান, শ্ৰী অৰণা দাস, জাহানুদ্দিন আহমেদ, জব্বৰ আলী, স্বৰ্গীয় অতুল ৰায়। জামাল উদ্দিন আহমেদ, দীপচৰণ দাস, পীযুজ মেধী, পবিত্ৰ সিংহ, মনোজ মেধী, তসিম উদ্দনি আহমেদ, আব্দুল খালেখ আদি ব্যক্তিসকলৰ পৰা মই সৎপৰামৰ্শ যথেষ্টভাৱে মনোবল লাভ কৰিছিলোঁ। যিটো মোৰ বাবে চিৰস্মৰণীয় হৈ থাকিব।

অৱশেষত শুভ মুহূৰ্তটো আহিছিল ১৯৭৮ চনৰ ৩১ আগষ্টৰ তাৰিখে। সেই সময়ৰ উপায়ুক্ত যোগানন্দ চাংকাকতী মহোদয়ৰ দ্বাৰা চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত কলেজৰ শুভ আৰম্ভণি হয়। শ্ৰীযুজ জুৱাণ আলী অধ্যক্ষ আৰু শ্ৰীযুত তৰণী কান্ত ৰায়, শ্ৰীযুতা শিক্ষা শুৰ, শ্ৰীযুতা মিনতী কংসবনিক, শ্ৰীযুত অৰুণ দাস আৰু শ্ৰীযুত লক্ষ্মীকান্ত ঘোষক অধ্যাপক হিচাপে তথা শ্ৰীযুত আনছাৰ আলীক কাৰ্যালয় সহকাৰী, শ্ৰী বিষু দাসক ৪ৰ্থ বৰ্গৰ কৰ্মচাৰী হিচাপে লৈ কিছুমান ছাত্ৰ-ছাত্ৰীৰ স্নাতক শ্ৰেণীৰ পাঠদান আৰম্ভ কৰা হয়। কমিটিয়ে তলত উল্লেখ কৰা অধ্যাপক সকলৰ মাহিলী দৰমহা নিৰ্ধাৰণ কৰে।

| | |
|---|---|
| অধ্যক্ষ | ২৫০.০০ টকা |
| অধ্যাপক | ২০০.০০ টকা |
| কাৰ্যালয় সহকাৰী | ১০০.০০ টকা |
| পিয়ন | ৫০.০০ টকা |

শালকোচা বাসিন্দা মাননীয় শ্ৰীযুত সুভাস চক্ৰবৰ্তী বঙাইগাঁও কলেজৰ অধ্যক্ষ মহোদয়ে আমাৰ প্ৰতি দেখুওৱা আন্তৰিকতা আৰু সহায়ৰ কথা নকলে ৰত্নপীঠ কলেজৰ

ইতিহাস অসম্পূৰ্ণ হৈ থাকিব। কাৰণ মই আৰু জুৰাণ আলী তেওঁৰ ওচৰলৈ যাওঁ। তেওঁ আমাৰ কলেজৰ ছাত্ৰ-ছাত্ৰীসকলক বঙাইগাঁও কলেজৰ ছাত্ৰ-ছাত্ৰী হিচাপে দেখুৱাই পৰীক্ষা দিয়াৰ ব্যৱস্থা কৰি দিছিল। আমি আন আন কলেজবোৰৰ লগত যোগাযোগ কৰিছিলোঁ, কিন্তু সেই সুবিধাকণ আমাক দিয়া নাছিল। গতিকে তেখেতৰ এই বলিষ্ঠ পদক্ষেপ আৰু চাপৰবাসী ৰাইজৰ প্ৰতি থকা মৰম চাপৰবাসী ৰাইজে সদায় মনত ৰাখিব, জুৰাণ আলী গোৱালপাৰা কলেজলৈ যোৱাত শ্ৰীযুত তৰণী কান্ত ৰায়দেৱক অধ্যক্ষ হিচাপে লোৱা হয়।

প্ৰথম বছৰত ৩৪ জন ছাত্ৰ-ছাত্ৰীয়ে কলেজত ভৰ্তি হয়। ইয়াৰে ১৪ জন পৰীক্ষাত বহে আৰু তলত উল্লেখ কৰা ৫ জন ছাত্ৰ-ছাত্ৰীয়ে সেইখন কলেজৰ পৰা সৰ্বপ্ৰথম স্নাতক ডিগ্ৰী লাভ কৰিবলৈ সক্ষম হৈছিল। ছাত্ৰ-ছাত্ৰী কেইজন হ'ল ১. বৰকতউল্লাহ খান (ৰাজনীতি বিজ্ঞানত অনাৰ্চ) ২. জিয়াৰ উদ্দিন আহমেদ ৩. ছলেমা খাতুন ৪. সমিৰ দে. ৫. তফিৰ আলী।

কলেজখন অনুমতিৰ বাবে প্ৰক্ৰিয়া আৰম্ভ কৰা হয়। ইয়াৰে কাৰ্যব্যৱস্থাৰ বাবে ৭৫০ টকা গুৱাহাটী বিশ্ববিদ্যালয়ত জমা দিয়া হয়। গুৱাহাটী বিশ্ববিদ্যালয়ে ৮০,০০০ হেজাৰ টকা কলেজৰ একাউণ্টত জমা ৰখাৰ পৰামৰ্শ দিয়ে। বিভিন্নজনৰ পৰা টকা সংগ্ৰহ আৰু ধাৰ কৰি কলেজ একাউণ্টত জমাৰ ব্যৱস্থা কৰা হয়।

কলেজ সম্বন্ধে এটা কথা আজি উল্লেখ নকৰি নোৱাৰি। চাপৰত কলেজ লাগে বুলি সকলোৱেই বাৰুকৈয়ে উপলব্ধি কৰিছিল। সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী মাননীয় শৰৎ চন্দ্ৰ সিংহ মহোদয়ক বহুতো আবেদন কৰা হৈছিল। কিন্তু কিয় বা নাজানো তেখেতৰ পৰা কলেজো স্থাপন হ'ব লাগে বুলি সেই ধৰণৰ কোনো সহাঁৰি পোৱা নগৈছিল। পিছত অৱশ্যে যেতিয়া কলেজখন হৈ উঠিল তেখেতে যথেষ্ঠ সক্ৰিয়ভাৱে ইয়াৰ উন্নতিৰ হকে চেষ্টা কৰিছে আৰু বৰ্তমান কৰি আছে। আগতে এই কামখিনি কৰাহেঁতেন হয়তো বহুতো ছাত্ৰ-ছাত্ৰীয়ে চাপৰতে শিক্ষা লাভ কৰিব পাৰিলেহেঁতেন। এইখিনিতে অশোক পেপাৰ মিলৰ মেনেজিং ডিৰেক্টৰ শ্ৰীযুত আনন্দ অধিকাৰী মহোদয়ৰ চাপৰৰ প্ৰতি থকা সুহৃদয়তাৰ কথা উল্লেখ নকৰি নোৱাৰিলোঁ। তেখেতে সেইসময়ত যেতিয়া অসমৰ মুখ্যমন্ত্ৰী মাননীয় শৰৎ চন্দ্ৰ সিংহদেৱ আছিল তেতিয়া মোক কৈছিল যে মুখ্যমন্ত্ৰীদেৱে পেপাৰমিলত আহি আছে আপোনালোকে চাপৰৰ পৰা বিশিষ্টব্যক্তি আৰু কলেজ কমিটিৰ মানুহসকলক লৈ আহক, যোৱাৰ গাড়ীৰ ব্যৱস্থা আৰু খোৱা লোৱাৰ ব্যৱস্থা মই কৰি দিম, তেখেত মুখ্যমন্ত্ৰীয়ে যদি মুখেৰে মোক অলপ কৈ দিয়ে তেন্তে চাপৰত কলেজৰ বিজ্ঞান আৰু কলা শাখা খোলাৰ বাবে সম্পূৰ্ণ খৰচ বহন কৰিম। সেই হিচাপে আহি মই স্বৰ্গীয় ডালিম কুমাৰ মেধী (সভাপতি) আদি ব্যক্তি সকলক জনালোঁ। উক্ত দিনা মই আৰু মোৰ বন্ধুবোৰ পৃথিশ কান্তি সিংহই ৰাতিপুৱা বাসুদাসৰ দোকানত তেখেত সকলক কোৱাত ক'লে, গাড়ী ঠিক কৰিছা। আমি ক'লোঁ যে ৰাতিপুৱা চাপৰৰ পৰা যোগীঘোপালৈ যোৱা গাড়ীত যাওঁ

আৰু অহাৰ ব্যৱস্থা তেখেতে কৰি দিব। সেই সময়ত কমিটিৰ আৰ্থিক অৱস্থা তেনেই শোচনীয়। তেনে ক্ষেত্ৰত গাড়ী দুখন ভাড়া কৰা সম্ভৱপৰ নহয়। তেখেতসকলে ক'লে যে আমি নাযাওঁ, অৱশেষত উপায় নাপাই বন্ধুবৰ পৃথিশ কান্তি সিংহ (হম্মু) আৰু মই দুয়োজনে গ'লোঁ। আমি তাত মুখমন্ত্ৰী মহোদয়ক চাপৰ কলেজৰ কথা কোৱাত একেবাৰে কৈ দিলে চাপৰত কলেজ নহ'ব। আমি দুয়ো বিষণ্ণ মনেৰে ঘূৰি আহিলোঁ। আৰু আমি ডেকা বন্ধুবোৰে চাপৰত কলেজ খুলিম বুলি প্ৰতিজ্ঞাবদ্ধ হ'লোঁ। তাৰ ফলশ্ৰুতিত আজিৰ এই কলেজ ৰত্নপীঠ। সেই সময়ৰ কমিটিৰ বিষয়ববীয়া সকলৰ চমু বিৱৰণ উল্লেখ কৰিলোঁ।

১। শ্ৰীযুত ডালিম কুমাৰ মেধী (সভাপতি)

২। শ্ৰীযুত ভদ্ৰেশ্বৰ দাস (কাৰ্যকৰী সভাপতি)

৩। শ্ৰীযুত অতুল চন্দ্ৰ ৰায় (উপ সভাপতি)

৪। শ্ৰীযুত নলিনী নাথ (নাথপাৰা)

৫। শ্ৰীযুত চৈতন্য দেব চক্ৰৱৰ্তী (শালকোচা)

৬। শ্ৰীযুত মনিৰুজ্জামান (সাধাৰণ সম্পাদক)

৭। শ্ৰীযুত শ্যামল তালুকদাৰ (সহ সাধাৰণ সম্পাদক)

৮। শ্ৰীযুত সমিত ৰায় (সহ সাধাৰণ সম্পাদক)

৯। শ্ৰীযুত আব্দুল গফুৰ (সদস্য)

১০। শ্ৰীযুত শিক্ষা গুৰু (সদস্য)

১১। শ্ৰীযুত পৃথিশ কান্তি সিংহ (সদস্য)

১২। শ্ৰীযুত বিৰেণ ৰায় (বহলপুৰ সদস্য)

১৩। চাপৰ শালকোছা উন্নয়ন বিষয়া

১৪। চাপৰ উপ-প্ৰতি সমাৰ্হতা বিষয়া

১৫। ছামছুল হক (পুঠিমাৰী)

১৬। জুৰাণ আলী

১৭। তিসিমুদ্দিন আহমেদ

১৮। সুৰত জামান

১৯। জগেশ্বৰ ৰায়

২০। পৱিত্ৰ সিংহ

২১। ময়েজুদ্দিন সেখ

২২। সভাপতি বহলপুৰ গাঁও পঞ্চায়ত

২৩। প্ৰফুল্ল দাস

২৪। নিৰদেন্দু ৰায়

২৫। পূৰ্ণানন্দ ৰায়

২৬। বীৰেণ মেধী (কচুতলা)

২৭। অৰুণ দাস

২৮। জিনাৰ উদ্দিন আহমেদ (ৰাঙামাটি)

২৯। শান্তি ৰঞ্জন দে

৩০। সুবল ৰায় (শালকোছা)

৩১। পুনম চন্দ্ৰ নাইটা

৩২। ৰত্নেশ্বৰ শুৰ

৩৩। ৰেকিবুদ্দিন আহমেদ

৩৪। মেনেজাৰ, কৃষ্ণকলি চাহ বাগিছা

৩৫। চাপৰ চাহ বাগিছা

৩৬। চৈৰাৰী চাহ বাগিছা

৩৭। প্ৰধান শিক্ষয়ত্ৰী, চাপৰ ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়

৩৮। প্ৰধান শিক্ষক, চাপৰ হাই মাদ্ৰাছা

সৰ্বশেষত মই ৰত্নপীঠ কলেজৰ ভৱিষ্যত মঙ্গল কামনা কৰিছোঁ যাতে নিজৰ স্থিতিক আৰু অধিক সুদৃঢ় কৰি বলিষ্ঠভাৱে নিজৰ সেৱা আগবঢ়াই যাব পাৰোঁ আৰু ই ভাৰতবৰ্ষৰ ভিতৰত প্ৰথম শ্ৰেণীৰ কলেজ হৈ উঠে। অনিচ্ছাকৃত ভুল-ত্ৰুটিৰ বাবে ৰাইজৰ ওচৰত ক্ষমা বিচাৰি ইয়াতেই প্ৰাক্তন প্ৰতিষ্ঠাপক সম্পাদকৰ প্ৰতিবেদনৰ সামৰণী মাৰিলোঁ।■■

# ৰত্নপীঠ কলেজৰ ইতিকথা

**শান্তিৰঞ্জন দে**

দৃষ্টিপাত ঃ

ৰত্নপীঠ কলেজখনৰ ইতিকথা লিখিবলৈ যাওঁতে লিখনিৰ পাতনি মেলাৰ আগত আমাৰ অঞ্চলত উচ্চশিক্ষাৰ বাবে কলেজ এখন স্থাপন কৰাৰ মানসেৰে যি কেইজন শিক্ষিত উৎসাহী ব্যক্তিয়ে পোন প্ৰথমে চাপৰৰ প্ৰগতি ভৱনত বহি বহু চিন্তা চৰ্চা কৰি প্ৰস্তাৱিত চাপৰ বহলপুৰ কলেজ প্ৰতিষ্ঠা কল্পে কমিটি এখন গঠন কৰিছিল, সেই সকল অত্যুৎসাহী ব্যক্তি কেইজনৰ মাজত প্ৰয়াত পৃথিশ কান্তি সিংহ ওৰফে 'হম্বু' আজি আমাৰ মাজত নাই। প্ৰয়াত সমাজ সেৱী আৰু মোৰ মৃত-ভাতৃ প্ৰতিম সহোদৰ হম্বু সিংহৰ অমৰ আত্মাৰ উদ্দেশ্যে মোৰ হিয়া ভৰা মৰম আৰু শ্ৰদ্ধা জনাই এই লিখনিৰ পাতনি মেলিলোঁ।

আজিৰ সমাজত ব্যক্তি মাত্ৰেই শিক্ষা অপৰিহাৰ্য। এই শিক্ষা দুই বিধ। যেনে পুথিগত শিক্ষা আৰু আনবিধ হৈছে সমাজখনৰ পৰা গ্ৰহণ কৰা শিক্ষা। শিক্ষাৰ একমাত্ৰ মূল উদ্দেশ্য হৈছে বা প্ৰকৃত অৰ্থ হৈছে শিক্ষাগত জ্ঞান অৰ্জন কৰি নিজকে পৰিশোধিত কৰা আৰু সমাজখনৰ সেৱা বা কল্যান সাধন কৰা। ইংৰাজীত এষাৰ কথা আছে 'Education only means to rectify ourself and to serve our Society' প্ৰকৃতাৰ্থত শিক্ষাই হে সমাজ এখনক সুষ্ঠভাৱে গঠন কৰি সমাজখনত বসবাস কৰা সৰ্বশ্ৰেণীৰ মানুহৰ কল্যাণ কৰা।

এনে এখন দৃষ্টান্ত মূলক শিক্ষানুষ্ঠান আমাৰ সৰ্বজন প্ৰিয় কলেজ যাৰ ইতিবৃত্তি লিখিবলৈ যাওঁতে কেইশাৰীমান কথা নিলিখাকৈ থাকিব নোৱাৰিলোঁ।

আমাৰ এই অঞ্চলখন বিভিন্ন ভাষা ভাষিক জনগোষ্ঠীৰে আবৰি থকা এখন সমৃদ্ধ মানুহৰ সমাজ। আন আন সকলো শিক্ষিত ঠাইৰ লগত ৰিজাই চালে আমি এতিয়াও বহুতো পিছপৰি থকা যেন লাগে।

সেয়েহে আজি এই পীঠস্থানত সম্পৰ্কে কিছু লিখিবলৈ যোৱাৰ আগত ইয়াৰ ইতিবৃত্ত সম্পৰ্কে চমুকৈ দৃষ্টিপাত কৰিব বিচাৰিছোঁ মোৰ নগন্য চিন্তা ধাৰাৰে।

আজিৰ পৰা প্ৰায় অৰ্দ্ধ শতাব্দী পূৰ্বে আমাৰ সমাজৰ কিছু নিমাত আৰু সমাজ সেৱী নমস্য ব্যক্তিসকলে আমাৰ ঠাইত শিক্ষাৰ প্ৰসাৰতা বৃদ্ধি কৰাৰ মহৎ উদ্দেশ্য লৈ বহু ক্লেশ সহ্য ক্ৰি চাপৰত উচ্চ ইংৰাজী বিদ্যালয় এখন স্থাপন কৰাৰ পিছত লাহে লাহে চাপৰ বহলপুৰ শালকোচা আদি অঞ্চলত কেবাখনও মধ্য প্ৰসাৰতা বৃদ্ধি আৰু শিক্ষিতৰ সংখ্যাৰ প্ৰতি দৃষ্টি গঢ়ি উঠে। ক্ৰমাৎ শিক্ষাৰ প্ৰসাৰতা বৃদ্ধি আৰু শিক্ষিতৰ সংখ্যাৰ প্ৰতি দৃষ্টি ৰাখি উচ্চ শিক্ষানুষ্ঠান নথকা হেতু দুখীয়া পৰিয়ালৰ শিক্ষাৰ্থী সকলে অৰ্থত অভাৱত স্থানান্তৰত গৈ উচ্চ শিক্ষা লাভ কৰাৰ পৰা বঞ্চিত হ'ল।

এই সকলো দিশ চিন্তা কৰি সমাজখনৰ বিভিন্ন স্তৰৰ শিক্ষিত ব্যক্তি সকলোৱে দুখীয়া শিক্ষিত ল'ৰা-ছোৱালীহঁতৰ উচ্চ শিক্ষা লাভৰ সুবিধাৰ্থে স্থানীয়ভাৱে এটি কলেজ স্থাপন কৰাৰ প্ৰয়োজনীয়তা বৰকৈ অনুভৱ কৰি মেল-মিটিং পাতি ৰাইজৰ পৰা সহায় আৰু দান-বৰঙণি বিচাৰে। উৎসাহী ব্যক্তিসকলে ছাত্ৰ যুৱক সকলোৰ সহযোগিতাত কলেজ এখন স্থাপন কৰাৰ মহান উদ্দেশ্য হাতত লৈ পোনপ্ৰথমে প্ৰস্তাৱিত 'চাপৰ বহলপুৰ কলেজ' নাম দি এটি কমিটি গঠন কৰে। এই কমিটিৰ পৃষ্ঠপোষক সকলোৰ মাজত প্ৰয়াত ডালিম কুমাৰ মেধি দেৱ সভাপতি আৰু প্ৰয়াত ময়জুদ্দিন শেখ চাহাব সম্পাদক হিচাপে দায়িত্বত আছিল।

দুখীয়া শিক্ষিত ডেকা সকলে স্থানীয় ভাবে উচ্চ শিক্ষা লাভ কৰাৰ সুবিধা পাব বুলি চিন্তা কৰি ধনী-দুখীয়া সকলে সাধ্যানুসাৰে দান-বৰঙণি আগবঢ়াই। এই সংগৃহীত ধন কলেজ এখন গঢ়াৰ বাবে অতি নগন্য বুলি চিন্তা কৰি কমিটিৰ কৰ্মকৰ্তাসকলে এই টকাখিনি কলেজ কমিটিৰ নামত চাপৰ পোষ্ট অফিচত এটি একাউণ্ট খুলি জমা ৰাখে। ইয়াৰ পিছত সুদীৰ্ঘ কেইবাটা বছৰ পুঁজি আশানুৰূপ সংগৃহীত নোহোৱাকৈ আৰৌ কৰ্মকৰ্তাসকলে মেল মিটিং পাতি আশানুৰূপ চেষ্টা চৰিত্ৰ নকৰা হেতু জমা থোৱা ধনখিনি চাপৰ পোষ্ট অফিচত কণি দি থাকিল।

ভালে দিন অতিক্ৰম হোৱাৰ পিছত এই অঞ্চলৰ সমাজৰ মাজত কলেজ সম্পৰ্কীয় আলোচনা-বিলোচনা মাজে-মধ্যে হৈ আছিল যদিও বা একান্ত ভাৱে ছাত্ৰ যুৱক নাইবা কোনো ব্যক্তিয়ে সক্ৰিয়ভাৱে চেষ্টা কৰা নাছিল। মই বয়সত কিছু ডাঙৰ হৈও এই সমাজখনৰ শিক্ষিত ছাত্ৰ-ডেকা সকসৰ সৈতে বিভিন্ন সময়ত আমাৰ সমাজখনৰ উন্নয়নমূলক কাম কাজ সম্পৰ্কে আলোচনাত ভাগ লৈছিলো। এনেকি শ্ৰমজীৱি কৃষিজীৱি দৰিদ্ৰ শ্ৰেণীৰ পিছপৰা মানুহৰ শ্ৰেণীগত দাবী আদায়ত স্ব-ইচ্চাই আত্মনিয়োগ কৰি ভাল পাইছিলো। মই মোৰ ছাত্ৰজীৱনৰ অৱস্থাৰ পৰা পৰবৰ্ত্তী কাল ছোৱাত দেশৰ সমাজৰ বিভিন্ন কৰ্মমুখী উন্নয়ন মূলক কামত ব্ৰতী হৈ সাধ্যানুসাৰে নিজক আত্মনিয়োগ

কৰি আনন্দ পাইছিলো। সেই হেতুকে কলেজখন প্রতিষ্ঠা কৰাৰ হকে ডেকাসকলৰ আলোচনাত মই অংশীদাৰ হোৱাৰ মোৰ প্ৰবল ইচ্ছা থকাত তেওঁ বিলাকৰ লগত মিলি গৈছিলোঁ।

এই কলেজখন স্থাপন কৰা বিষয়ে বহু আলোচনা হৈ থকাৰে পিছত চন ১৯৭৮ স্থানীয় উৎসাহী ডেকা কেইজনৰ লগত চাপৰ প্রগতি ভৱনত বহি আলোচনা হৈ আছিল। এই ডেকা সকল হৈছে। (১) সোঃ মনিৰুজ্জামান (২) মোঃ জুৰান আলী (৩) শ্রীশ্যামল তালুকদাৰ (৪) প্ৰয়াত পৃথিশ কান্তি সিংহ ওৰফে হম্মু (৫) শ্ৰীশান্তিৰঞ্জন দে আৰু ২/৩ জন। এনেতে ১৯৭৮ চনৰ জুন মাহত এদিনাখন আমাৰ সকলোৰে নমস্য শ্রীযুত শৰৎ চন্দ্ৰ সিংহ দেৱ চাপৰ পৰিদৰ্শন বাংলাত প্ৰয়াত ডালিম কুমাৰ মেধি প্রস্তাৱিত চাপৰ বহলপুৰ কলেজ কমিটিৰ সভাপতি মহাশয়ৰ সৈতে কথা পাতি থকা দেখা পাই আমাৰ ডেকা সকলে চিন্তা চৰ্চাত বহিল আৰু স্থিৰ হ'ল এই সুযোগতে কলেজখনৰ প্ৰসঙ্গ শ্ৰীযুত সিংহ দেৱৰ সাক্ষাতত উত্থাপন কৰি কিবা এটা কৰিব লাগিব বুলি যদিও স্থিৰ হ'ল কিন্তু কোনে কোনে যাব এই কথা লৈ আমাৰ মাজত ঠেলা ঠেলি লাগিল। আমাৰ মাজত কোনেও যাব নোখোজা বাবে মই উৎসাহী হৈ ক'বলৈ যাম বুলি কৈ প্রগতি ভৱনৰ পৰা ওলাই আহি পৰিদৰ্শন বাংলোৰ পিনে খোজ ললোঁ। বাকী বিলাকেও মোৰ পিছে পিছে বাটৰ দলংখন পাৰ হৈ লুকাই মোক লক্ষ্য কৰি থাকিল। মই পোনে পোনে গৈ বাংলো পালেহি আৰু দুয়োজনক মই ভৰি চুই প্ৰণাম জনোৱাৰ পিছত শ্রীযুত সিংহ দেৱে এই দৰে মোক কৈছিল।

কি হল শান্তি?

মই তেওঁৰ মিঠা সম্বোধনত সাহস পাই মামা বুলি সম্বোধন কৰি কৈছিলো যে আমাৰ চাপৰ কলেজ স্থাপনৰ টকাৰ কি হল আৰু কলেজৰ সম্পৰ্কে দু-আষাৰ মই কৈছো কলেজ যদি নহয়, তেন্তে দান বৰঙণি দিয়া ৰাইজক মাতি মেল-মিটিং বহি আলোচনা কৰা উচিত হ'ব বুলি মই কৈ থাকোতে প্ৰয়াত ডালিম কুমাৰ মেধি দেৱে ক্ষুব্ধ হৈ উঠি মোক দু-আষাৰ বেয়াকৈ কয় যদিও মই এজন শিক্ষাগুৰু হিচপে সন্মান ৰাখি কলেজখন স্থাপন কৰাৰ প্ৰয়োজনীয়তা বৰকৈ আছে বুলি কোৱাত তেওঁ এইদৰে কৈছিল যে, যি সামান্য টকা আছে তাৰে কলেজ এখন নহয়। উত্তৰত মই কৈছিলোঁ যে এই সামান্য ধনেৰে কলেজ পতা সম্ভৱ নহয়, সচাঁ কিন্তু যি সকল আশাবাদী ৰাইজে এই কলেজৰ বাবে দান বৰঙণি দিলে, অন্তত তেওঁ বিলাকক মাতি মেল-মিটিং পাতি ক'ব লাগে। এই বুলি কোৱাৰ পিছত কলেজৰ নামত সংগৃহীত টকা পইচাৰ হিচাপ মিটিং পাতি ক'ব লাগিব বুলি কৈ মই তেখেতৰ ওচৰত ক্ষমা প্রার্থনা বিচাৰি গুচি আহোঁ। মই কিছুদূৰ অগ্রসৰ হয়তেই অপেক্ষা কৰি থকা লগৰীয়া সকলোৱে হাঁহি মাৰি চিঞৰি উঠে আৰু সহোদৰ মৃত হম্মু সিংহই মোক দাঙি কান্ধত তুলি লৈ প্ৰগতি ভৱনত উপস্থিত

হয় আৰু সিদিনাখনেই এটি কলেজৰ নামত এডহক কমিটি এখন তলত লিখা ব্যক্তি কেইজনক লৈ প্ৰথমে গঠিত হয়। (১) মোঃ মনিক জামান (২) শ্ৰীশ্যামল তালুদাৰ (৩) শ্ৰীশান্তি ৰঞ্জন দে (৪) পৃথিশ কান্তি সিংহ ওৰফে হম্বু সিংহ (৫) প্ৰয়াত হাজী সুৰত জামান সৰকাব্য।

এইভাবে কমিটি গঠন হোৱাৰ পিছত সৰ্ব সম্মতিক্ৰমে প্ৰস্তাৱ এটি লোৱা হয় এই দৰে যে 'আগ্ৰামী ১৫ দিনৰ ভিতৰত কলেজ সম্পৰ্কীয় হিচাপ মিটিং মাতি হাইস্কুল প্ৰাঙ্গণত দাখিল কৰিব লাগিব বুলি পূৰ্বৰ কমিটিক এখন জাননী দিয়া হয়। তাৰ পিছত পুৰণি কলেজ স্থাপনা কমিটি খনে সময় মতে ৰাইজৰ আগত অতি ক্ষুদ্ৰ ধনৰ পুঁজি এটা হাতত থকা বুলি প্ৰকাশ কৰাৰ পিছত ৰাইজৰ প্ৰস্তাৱ আৰু সমৰ্থন ক্ৰমে নতুনকৈ তদাৰক কমিটি খন গঠন কৰোঁ। চাপৰ হাইস্কুলত মেল-মিটিং পাতি নতুনকৈ কমিটি গতানুগতিক ভাবে এই তদাৰক কলেজ কমিটিখনৰ সভাপতি প্ৰয়াত ভদ্ৰেশ্বৰ দাস ডাঙৰীয়াৰ অক্লান্ত চেষ্টা আৰু সুনামধন্য প্ৰয়াত ডালিম কুমাৰ মেধি আৰু বহুতো বিশিষ্ট সৎজনৰ একান্ত সহযোগ আৰু চেষ্টাত অতি আগতীয়াকৈ প্ৰথমতে চাপৰ হাইস্কুলত এইখন কলেজৰ শুভাৰম্ভ হয়।

কিছুদিন পিছত বৰ্তমান চাপৰ পঞ্চায়ত সমিতিৰ কাৰ্যালয়টোত এই কলেজখন অস্থায়ীভাবে স্থানান্তৰিত কৰা হয়। এই কলেজখন প্ৰথমৱস্থাৰ চাপৰ হাইস্কুলত প্ৰথম শুভাৰম্ভ হয়। মাত্ৰ ন জন ছাত্ৰ-ছাত্ৰীক লৈ। এই শিক্ষাৰ্থী কেইজন হ'ল যথাক্ৰমে— (১) মোঃ বৰকত উল্লা খান (২) মোঃ জিয়োৰ উদ্দিন আহমেদ (৩) মোঃ চালেমা খাতুন (৪) শ্ৰীসমীৰ দে (৫) ১৯৮৫ চনত বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। (৬) ই .... আলী।

প্ৰথমৱস্থাৰ শিক্ষাদান কৰিছিল চাৰিজন শিক্ষশকহে। সেই কেইজন হ'ল যথাক্ৰমে (১) শ্ৰীযুত তৰণী কান্ত ৰায়, লক্ষ্মীকান্ত ঘোষ, (২) শ্ৰীযুতা মিনতিকংশ বণিক আৰু (৩) শ্ৰীযুতা শিখাৰাণী শূৰ (৪) অৰুণ দাস। প্ৰসঙ্গতে উল্লেখ কৰি পাৰি যে মোঃ জুৱান আলী আহমেদ চাহাবক প্ৰথমাবস্থাত শিক্ষকৰপদত নিযুক্তি দিয়াৰ তথা শিক্ষাকতা পদত মনোনীত কৰাৰ পূৰ্বতেই তেওঁ গোৱালপাৰা কলেজত গৈ যোগদান কৰে। অৱশ্যে পৰবৰ্ত্তী কালত তেওঁ ৰত্নপীঠ কলেজত ১৯৮৬ চনত কলেজত শিক্ষাদানত ব্ৰতী হৈ আছে।

মুঠতে উল্লেখ কৰা শিক্ষক কেইজনৰ আন্তৰিক চেষ্টাও অক্লান্ত পৰিশ্ৰমৰ ফলত এই শিক্ষাৰ্থী কেইজন সুখ্যাতিৰে বঙাইগাঁও কলেজৰ জৰিয়তে ইং ১৯৮২ চনত ২৭ জন শিক্ষাৰ্থীয়ে পাছ কৰি ওলায়। এই সকলো শিক্ষা প্ৰচেষ্টাৰ আৰু পৰীক্ষা সংক্ৰান্ত ব্যৱস্থাত অগ্ৰভাগত আছিল আমাৰ সকলোৰে প্ৰিয় বঙাইগাঁও কলেজৰ অধ্যক্ষ শ্ৰীযুত সুভাষ চক্ৰবৰ্ত্তীয়ে। একমাত্ৰ তেওঁৰ আন্তৰিক প্ৰচেষ্টাত আমাৰ কলেজখনৰ প্ৰাৰম্ভিক সুনাম অক্ষুন্ন থাকে।

বহুতো নেৰা-নেপেৰা চেষ্টাৰ ফলত সৰ্বোজন প্ৰিয় তথা আমাৰ শ্ৰদ্ধাৰ ব্যক্তি শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ মহাশয় আৰু প্ৰস্তাবিত চাপৰ বহলপুৰ কলেজৰ সভাপতি প্ৰয়াত ভদ্ৰেশ্বৰ দাস মহাশয়ৰ চেষ্টাৰ ফলত বহলপুৰ নাথপাৰাৰ ওচৰত বৰ্তমান কলেজৰ ঠাইত চাপৰ আৰু বহলপুৰৰ সৰ্ব শ্ৰেণীৰ ৰাইজৰ প্ৰস্তাৱ মৰ্মে কলেজখন বহলপুৰ চাপৰ কলেজ নাম কৰি কলেজৰ শুভাৰম্ভ কৰা হয়। পৰৱৰ্ত্তী অৱস্থাত আমাৰ সকলোৰে শ্ৰদ্ধাৰ শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱৰ আন্তৰিক ইচ্ছাত এই কলেজ খনৰ এটি অৰ্থপূৰ্ণ নাম 'ৰত্নপীঠ কলেজ' দিয়া হয়। যিখন শিক্ষা পীঠস্থানৰ পৰা অদ্যবধি এই অঞ্চলৰ ধনী-দুখীয়া পৰিয়ালৰ ছাত্ৰ-ছাত্ৰী সকলে অদ্যবধি শিক্ষা গ্ৰহণ কৰি সুখ্যাতিৰে উত্তীৰ্ণ হৈ বিভিন্ন সমাজ সেৱাত ব্ৰতী হৈছেহি।

ক'লে অত্যুক্তি নহব যে, এক মাত্ৰ স্বনামধন্য শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱ আৰু কেইজন সমাজৰ অগ্ৰণী ব্যক্তিৰ ঐকান্তিক আৰু চেষ্টাৰ ফল স্বৰূপে আমি আজি বনৰাজিৰ মাজত তপোবন সাদৃশ এই ৰত্নপীঠ কলেজ খনক লৈ গৰ্ব কৰোঁ।

যিজন মহান ব্যক্তি তেওঁৰ জীৱনৰ এই শেষ সন্ধিক্ষণত কলেজ আৰম্ভণিৰ পৰা সৰ্বপ্ৰকাৰ নীতি পূৰ্ণ আৰু সৰ্ব কামত নিজে ব্ৰতী হৈ অন্তৰঙ্গভাবে নিজক উচৰ্গা কৰিলে; সেই শ্ৰদ্ধাৰ ব্যক্তিজন শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱলৈ মোৰ সশ্ৰদ্ধ প্ৰণাম জনাইছোঁ। ■■

# ৰত্নপীঠ মহাবিদ্যালয়ৰ স্মৃতি মোৰ হৃদয়ৰ কোহে কোহে

জুৰান আলী
অধ্যাপক, ৰত্নপীঠ কলেজ

তাৰিখ মনত নাই। মাহ জুনৰ প্ৰথম ভাগ। চন ১৯৭৮। মই মনিৰুজ্জামান আৰু স্যামল তালুকদাৰ চাপৰৰ কলেজ পতাৰ সম্পৰ্কে বিভাগীয় নিয়ম নীতি তথা পদ্ধতিৰ বিষয়ে জানিবলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলেজ সমূহৰ পৰিদৰ্শক মহোদয়ক সাক্ষাৎ কৰিবলৈ গুৱাহাটী লৈ যাওঁ। তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলেজ সমূহৰ পৰিদৰ্শক হিচাপে শ্ৰীযুত ক্ষিতিশ মেধি ডাঙৰীয়াই কাৰ্যনিৰ্বাহ কৰি আছিল। আমি কলেজ সমূহৰ পৰিদৰ্শকৰ কাৰ্যলয়লৈ গৈ তেখেতক লগ ধৰোঁ। তেখেতে আমাৰ পৰিচয় আৰু আমাৰ উদ্দেশ্যখিনি জানি লৈ অৱহেলাৰ মানসিকতা প্ৰদৰ্শন কৰে আৰু কাৰ্যালয়ৰ পৰা এক প্ৰকাৰ উলিয়াই দিয়ে। আমি অপমানবোধ কৰোঁ আৰু চিন্তিত হওঁ। কাৰণ আমি চাপৰত কলেজ স্থাপন কৰিবই লাগিব।

বহু কথা চিন্তা কৰি আমি সন্ধিয়া দিশপুৰ বিধায়কৰ আবাসগৃহ পাও। তাত শ্ৰীযুত ৰবিন্দ্ৰ নাথ চৌধুৰী (তেতিয়াৰ দক্ষিণ অভয়াপুৰি (অনু) সমষ্টিৰ বিধায়ক)ৰ আবাস গৃহত তেখেতক লগ ধৰো। তাতে আমি বঙ্গাইগাঁও মহাবিদ্যালয়ৰ অধ্যক্ষ সুভাষ চক্ৰবৰ্তী দেৱকও লগ পাও। দুয়োকো কলেজ স্থাপন কৰাৰ কিছু নিয়ম-নীতিৰ কথা আমাক বুজাই দিয়ে আৰু কলেজ সমূহৰ পৰিদৰ্শকক দিবলৈ এখন আবেদন পত্ৰৰ খচৰা প্ৰস্তুত কৰি দিয়ে। পিছত কথাখিনি জলেশ্বৰ সমষ্টিৰ তেতিয়াৰ বিধায়ক চৌধুৰী আৰু ৰহমান চাহাবে তেতিয়াৰ শিক্ষা মন্ত্ৰী লক্ষ্যধৰ চৌধুৰী দেৱৰ সৈতে ফোন যোগে কথাটো আলোচনা কৰে আৰু পিছদিনা আমাক কলেজ সমূহৰ পৰিদৰ্শকৰ লগত সাক্ষাৎ কৰিবলৈ কয়।

বঙ্গাইগাঁও কলেজৰ অধ্যক্ষ মহোদয়ে আমাক পৰামৰ্শ দিলে যে তেখেতে লিখি দিয়া আবেদন পত্ৰখন ভাল কৰি লিখি লৈ কলেজ সমূহৰ পৰিদৰ্শকৰ কাৰ্যালয়ত তেখেতে

সোমোৱাৰ ১৫/২০ মিনিটমান পিছত আমাক সোমাবলৈ ক'লে। আমি আবেদন পত্ৰখন লিখিলৈ তেখেতে কোৱামতেই কাম কৰিলোঁ। প্ৰথমতে আমি অলপ সঙ্কোচবোধ কৰোঁ। পৰিদৰ্শক মহোদয়ে আমাক দেখা মাত্ৰকে যোৱা কালি বেয়া পাইছো নেকি বুলি কৈয়ে আমাক কথাখিনি বুজাই দিয়ে। আচলতে আমি তেনেই ডেকা ল'ৰা- কলেজ কৰিব লাগিলে বহুত টকা পইচাৰ দৰকাৰ আছে। আমাৰ লগত কোনো মুৰব্বী ব্যক্তি এজনকো দেখা নাপাই, আমি আৰু কি কলেজ পাতিম বুলিয়েই তেখেতে ধাৰণা কৰিছিল। তেতিয়া বঙ্গাই গাঁও কলেজৰ অধ্যক্ষ মহোদয়ে আগতে পৰিকল্পনা কৰা মতে কথাটোত অলপ আঁতধৰি আবেদন কৰিব লাগিব। লগতে মুৰব্বী ব্যক্তি সকল লৈ পৰিচালনা সমিতি এখন গঠন কৰাৰ নিয়ম-নীতিখিনি বুজাই দিলে।

আমি গোটেই খিনি কথা আমাৰ চাপৰৰ যথাক্ৰমে ভদ্ৰেশ্বৰ দাস, ডালিম কুমাৰ মেধি, প্ৰফুল্ল কুমাৰ দাস, কৈলাস চন্দ্ৰ সৰকাৰ, পুলিন বিহাৰী নাগ, শান্তিৰঞ্জন দে, দোজমামুদ জোদ্দাৰ, ময়জুদ্দিন আহমেদ আৰু যুৱ বন্ধু ছৰত জামাল, পৃথিশ কান্তি সিংহ বহলপুৰ অতুল ৰয়, নাথ পাৰাৰ অলেশ্ব নাথ আদি কৰি বহুত মুৰব্বী ব্যক্তিসকলক অৱগত কৰাওঁ। তেতিয়াৰ পৰাই নিৰ্দিষ্ট প্ৰক্ৰিয়াৰে কলেজ স্থাপন কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰা হয়।

চাপৰত কলেজ স্থাপন কৰাৰ প্ৰচেষ্টা ইয়াৰ বহু আগৰ অৰ্থাৎ কলেজৰ নামত কিছু দান-বৰঙণিও আদায় কৰা হৈছিল। কিন্তু কলেজস্থাপন কৰা নহ'ল। ইয়াৰ মূল কাৰণ হ'ল কলেজখনৰ নামাকৰণ লৈ হোৱা মতভেদ। কলেজখনৰ নাম চাপৰ বহলপুৰ আৰু বহলপুৰ চাপৰ লৈ চাপৰ বহলপুৰৰ মাজত এক আবেগিত ভাৱ প্ৰৱণতাই কাম কৰাত কলেজখন স্থাপনৰ চিন্তা কৰিব পৰা নহ'ল। দহ বছৰ কাল দুয়োপক্ষৰ মাজত এই লৈ এক শীতল যুদ্ধ কৰোতেই অতিবাহিত হ'ল। বিভাগীয় নিয়ম-নীতিৰে কলেজ স্থাপন কৰাৰ কোনো ধৰণৰ প্ৰচেষ্টা হাতত লোৱা নহ'ল। ফলত জনমানসত কলেজ স্থাপনৰ বিষয়টো এটা বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। পৰিস্থিতি এনে আছিল যে কলেজত শ্ৰেণী খুলি পাঠদান আৰম্ভ নকৰাকৈ ৰাইজৰ পৰা কোনো ধৰণৰ দান বৰঙণি বিচাৰিব নোৱাৰোঁ। ইতিমধ্যে আগতে ৰাইজৰ দান-বৰঙণিৰ ধনৰ সৎ ব্যৱহাৰ হোৱা নাই বুলি ৰাইজৰ মাজত সন্দেহৰ ভাব জাগি উঠিছিল। সেয়ে আমাৰ সন্মুখত কলেজ স্থাপনৰ এটাই ৰাস্তা আছিল। প্ৰথমে আমি যিকোনো প্ৰকাৰে কলেজ স্থাপন কৰি পাঠদান আৰম্ভ কৰিব লাগিব আৰু পিছত ৰাইজৰ ওচৰত দান বৰঙণি বিচাৰিব লাগিব।

সভা পাতি কলেজত শ্ৰেণীখুলি পাঠদান ব্যৱস্থা কৰা সম্পৰ্কে আলোচনা কৰা হল। বিশিষ্ট কিছু ব্যক্তিয়ে বিভাগীয় অনুমতি নোলোৱাকৈ শ্ৰেণী খুলি পাঠদানৰ ব্যৱস্থা কৰাৰ কথাটোও আপত্তি দৰ্শায়। কেৱল আপত্তি দৰ্শোৱায়ে নহয় ছাত্ৰা-ছাত্ৰী ভৰ্তি কৰাই তেওঁলোক দায়িত্ব ল'ব নোৱাৰিব বুলি পৰিচালনা সমিতিৰ সভাপতিয়ে পদ প্ৰত্যাখ্যান

কৰে। পিছত অৱশ্যে তেনে ব্যক্তিয়েই মহাবিদ্যালয় খনৰ পৰিচালনা সমিতিৰ সম্পাদকৰ পদ অলংকৃত কৰে। সভাত বহু বিতৰ্কৰ পিছত ভদ্ৰেশ্বৰ দাস ডাঙৰীয়াক সভাপতি আৰু মানিকজ্জামানক সম্পাদক হিচাপে লৈ এখনি পৰিচালনা সমিতি গঠন কৰা হয়। কলেজখনৰ নাম চাপৰ বহললপুৰ কলেজ নামেৰে নামাকৰণ কৰা হয়।

মোক কলেজৰ অধ্যক্ষ হিচাপে নিযুক্তি দি কলেজত শ্ৰেণী খোলাৰ ব্যৱস্থা কৰিবলৈ দায়িত্ব দিয়া হয়। মই ভদ্ৰেশ্বৰ দাস তেতিয়াৰ সভাপতি আৰু প্ৰফুল্ল কুমাৰ দাস ডাঙৰীয়াক লগতলৈ বঙ্গাইগাঁও কলেজত অধ্যক্ষ শ্ৰীযুত সুভাষ চন্দ্ৰ চক্ৰবৰ্তী দেৱৰ লগত সাক্ষাৎ কৰি চাপৰত কলেজৰ শ্ৰেণী খোলা বিষয়টো সম্পৰ্কে আলোচনা কৰো। আমি চাপৰৰ কলেজৰ শ্ৰেণী খুলি পাঠদান ব্যৱস্থা কৰিব নোৱাৰিলে যে কলেজ স্থাপনৰ ধাৰণাটো ৰাইজৰ মনত বিশ্বাস আনিব নোৱাৰিম সেই বিষয়েও তেখেতক অৱগত কৰিলোঁ। তেখেতে আমাৰ প্ৰতি সহানুভুতিশীলভাৱে আমাক এটা সুযোগ দিবলৈ আশ্বাস দিয়ে। সুযোগটো আছিল এনেকুৱা প্ৰস্তাৱিত কলেজত ভৰ্তি হোৱা ছাত্ৰ-ছাত্ৰীখিনি বঙ্গাইগাঁও কলেজৰ হ'ব কিন্তু পাঠ গ্ৰহণ কৰিব কলেজত। আমি আস্বস্ত হলোঁ যে ৰাইজৰ আগত অন্তত কলেজ স্থাপনৰ এক বাস্তৱ ছবি ডাঙি ধৰিবলৈ সক্ষম হম।

পৰামৰ্শমতে কাম কৰা হ'ল। ছাত্ৰ-ছাত্ৰী ভৰ্তি কৰা হ'ব বুলি প্ৰচাৰ চলোৱা হল। কেইজনমান ছাত্ৰ- ছাত্ৰীও আগবাঢ়ি আহিল। কিন্তু ছাত্ৰ-ছাত্ৰীৰ মনত এক সন্দেহ ভাৱ যে পিছত পৰীক্ষা দিব পাৰে নে নাই। এই ক্ষেত্ৰত তেওঁলোকক অভয় দিয়া হয়।

পিছত এইবোৰ কাম কৰাৰবাবে এটা কাৰ্যালয়ৰ প্ৰয়োজন বোধ কৰা হ'ল। আৰু উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ভূগোল বিভাগৰ বিষয় শিক্ষক দুৰ্গা দাস সৰকাৰ লগত আলোচনা কৰি ভূগোল বিষয়ৰ ব্যৱহাৰিক কোঠাতো সাময়িক কাৰ্যালয় হিচাপে ব্যৱহাৰ কৰাৰ বাবে অনুমতি লওঁ। ছত্ৰ ভৰ্তি কাম আৰম্ভ কৰা হ'ল। জিয়াউদ্দিন আহমেদ, সমিৰ দে., সুৰৎ আলী, ঘনকান্ত নাথ তফিৰ আলী, বৰকতুল্লা খান, ছালেমা খাতুন আদি কৰি কিছু উচ্চতৰ মাধ্যমিক পাচ কৰা ছাত্ৰ-ছাত্ৰীৰ পৰা প্ৰমাণ পত্ৰ সংগ্ৰহ কৰি ছাত্ৰ সংখ্যা প্ৰায় ৩৪ জনমান দেখুওৱাৰ ব্যৱস্থা কৰা হৈছিল। ভৰ্তি মাচুল কেৱল ২০.০০ (বিশ) টকা হিচাপে সংগ্ৰহ কৰা হৈছিল।

পৰিচালনা সমিতিৰ সিদ্ধান্ত মতে চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত শ্ৰেণীখোলাৰ ব্যৱস্থা কৰি তলত উল্লেখ কৰা ব্যক্তি সকলক প্ৰস্তাৱিত C.B. ৰ প্ৰৱক্তা হিচাপে যোগদান কৰিবলৈ অনুৰোধ জনোৱা হয়।

১। শ্ৰীযুত তৰণী কান্ত ৰয় — বিভাগ — অসমীয়া

২। শ্ৰীমতী শিখা শূৰ — বিভাগ — ৰাজনীতি বিজ্ঞান

৩। শ্ৰী মিনতিবংস বণিক — বিভাগ — ইতিহাস।

ইংৰাজী আৰু অৰ্থবিজ্ঞানৰ পাঠদানৰ বাবে চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক যথাক্ৰমে ঁলক্ষ্মীকান্ত ঘোষ আৰু ঁঅৰুণ কুমাৰ দাস ডাঙৰীয়াক পাঠদান কাৰ্যত সহায় কৰিবলৈ অনুৰোধ কৰা হয়।

পাঠদান কাৰ্য আৰম্ভ কৰা হয় আৰু ১৯৭৮ চনৰ ১ চেপ্তেম্বৰটো প্ৰস্তাৱিত কলেজখনৰ প্ৰতিষ্ঠা দিৱস হিচাপে ধাৰ্য কৰি লৈ উক্ত তাৰিখত ধুবুৰী জিলাৰ জিলাধিপতি যোগানন্দ চাংকাকতিৰ দ্বাৰা আনুষ্ঠানিকভাৱে শ্ৰেণী কোঠাৰ দ্বাৰ মুকলি কৰা হয় আৰু প্ৰস্তাৱিত C.B. কলেজখনে এক অনুষ্ঠানগত মৰ্য্যদা লাভ কৰে।

ঠিক সেই সময়তে মই গোৱালপাৰা মহাবিদ্যালয়ত প্ৰবক্তা পদত নিযুক্তি পাই তাত যোগদান কৰো। মোৰ অনুপস্থিতিত শ্ৰীযুত তৰণীকান্ত ৰয় দেৱক অস্থায়ী ভাবে অধ্যক্ষ হিচাপে নিযুক্তি দি কলেজৰ যাৱতীয় কাম কাজ চলাবলৈ দায়িত্ব অৰ্পণ কৰে। গোৱালপাৰাত কাম কৰি থাকিলেও C.B. কলেজৰ লগত সম্পৰ্ক এৰা নাছিলো। বিভিন্ন সভা সমিতি তথা দান-বৰঙণি আদায়ৰ ক্ষেত্ৰত সক্ৰীয়ভাৱে অংশ গ্ৰহণ কৰিয়ে আছিলোঁ।

১৯৭৯ চনত C.B. কলেজৰ নিজা মাটিত এখন সাধাৰণ সভাৰ আয়োজন কৰা হয়। সভাত অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী মাননীয় শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱও উপস্থিত থাকে। সভাত তেখেতে অসমৰ মুখ্যমন্ত্ৰী পদত থকা সময়ত কলেজ স্থাপন সম্পৰ্কে দেখুওৱা চৰকাৰী ৰঙা ফিতাৰ মেৰ পাক আৰু মকাৰত্মক ভূমিকাৰ বাবে কিছু সমালোচনাৰ সন্মুখীন হয়। শেষত তেখেতকেই কলেজৰ পৰিচালনা সমিতিৰ সভাপতি আৰু ঁ কৈলাস চন্দ্ৰ সৰকাৰক সম্পাদক হিচাপে লৈ এখনি পৰিচালনা সমিতি গঠন কৰে।

মই পুনৰাই ১৯৮৬ চনৰ ১ ফেব্ৰুৱাৰী তাৰিখত এইখন কলেজত প্ৰবক্তা হিচাপে কামত যোগদান কৰোঁ। তেতিয়াৰ পৰাই লক্ষ্য কৰি আহিছোঁ মাননীয় শৰৎ চন্দ্ৰ সিংহ দেৱে কলেজখনৰ স্বাৱলম্বী অনুষ্ঠান হিচাপে গঢ়ি তোলাৰ বিভিন্ন পাৰিকল্পনা। বিশেষকৈ শ্ৰেণীকোঠাত পাঠদানৰ পৰা লাভ কৰা শিক্ষাৰ উপৰিও ছাত্ৰ-ছাত্ৰী সকলে যাতে কলেজখনৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰাৰ লগতে ভৱিষ্যত জীৱনত স্বাৱলম্বী হোৱাৰ এক অভিজ্ঞতা লাভ কৰিব পৰা এক সময়য়োপযোগী বাস্তৱ পৰিকল্পনা কৰা হয়। কলেজখনক স্বাৱলম্বী কৰি তোলাৰ ক্ষেত্ৰত তেখেতক ধাৰাবাহিক প্ৰচেষ্টাৰ চৰ্ত যেন যতি নাই। বৰ্তমানে তেখেতৰ কলেজখনৰ লগত এনে এক মধুৰ সম্পৰ্ক গঢ়ি উঠিছে যে কলেজ আৰু শৰৎ চন্দ্ৰ সিংহ এক অভিন্ন আত্মা বুলি কলেও হয়তো অত্যুক্তি কৰা নহ'ব। কলেজখনৰ কাৰণে যেন তেওঁ সৰ্বস্ব উজাৰি দিছে। সেয়ে মোৰ ধাৰণা কলেজখনৰ সভাপতিৰ দায়িত্ব দিয়াৰ সময়ত যি সকল ব্যক্তিয়ে সমালোচনা কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল আজিৰ দিনত মোৰ লগতে আন দহজনেও হয়তো ক'ব যে আমি

এজন যোগ্য ব্যক্তিৰ হাততেই কলেজখনৰ দায়িত্ব ভাৰ তুলি দি চাপৰবাসী ৰাইজ নিশ্চিত হ'ব পাৰিছোঁ।

ৰাজনৈতিক পথাৰত মত পাৰ্থক্য থাকিলেও তেখেতৰ সততা আৰু নিষ্ঠাৱানৰ প্ৰতি কাৰো কোনো প্ৰকাৰ সন্দেহ থাকিব নোৱাৰে। এনে আদৰ্শ পুৰুষ পাবলৈ বিৰল। ইয়াতে তেখেতৰ বিষয়ে এটা কথা মনত পৰিছে। কথাষাৰ লিখাৰ লোভ সামৰিব নোৱাৰিলোঁ।

১৯৮৭ চন। কলেজৰ পৰা কেইজনমান ছাত্ৰ-ছাত্ৰীক শিক্ষামুলক ভ্ৰমণৰ বাবে দিল্লী লৈ যাওঁ। দিল্লীত উপস্থিত হৈ খুউব ৰাতিপুৱাত আসাম হাউচত গৈ অনুসন্ধান কৰি দেখিলোঁ তাত থকাৰ সুবিধা নাই। আমাক অসম ভৱনত খবৰ কৰিব ক'লে। তাত গৈ কেৱল মাত্ৰ বাৰাণ্ডাত থিয় দি লক্ষ্য কৰি দেখোঁ যে অট' ৰিক্সা এখনৰ পৰা অসম ভৱনৰ গেটৰ সন্মুখত কলা কোট পিন্ধা ব্যক্তি এজন নামিলে। লক্ষ্য কৰি দেখিলোঁ যে তেখেত আমাৰ Sir মাননীয় শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ। তেখেতক আমি সৰলভাৱে Sir বুলিয়েই সম্বোধন কৰোঁ। এতিয়াৰ পৰাই মই নামৰ পৰিৱৰ্তে Sir বুলিয়েই সম্বোধন কৰিম। ইয়াৰ আগতে Sir ক মই কেতিয়াও কোট-পেন্ট পিন্ধা দেখা নাছিলোঁ। আগবাঢ়ি গৈ Sir ৰ লগত কথা পাতি জানিব পাৰিলোঁ Sir য়ে ভাৰতৰ প্ৰতিনিধি হিচাপে বিদেশত এখন আলোচনা চক্ৰত যোগদান কৰি উভতি আহিছে। পিছত Sir আমাৰ থকাৰ ব্যৱস্থা সম্পৰ্কে সুধিলোঁ। আমি তেতিয়ালৈকে থকাৰ বাবে কোনো ঠাই পোৱা নাছিলোঁ। Sir 'অসম ভৱন'ৰ OSD ৰ পৰা জানিব পাৰিলে, Sir ৰ বাবে আসাম হাউচত থকাৰ ব্যৱস্থা আছে। Sir ৰ লগত আকৌ আমি আসাম হাউচলৈ আহিলো। ইয়াত Sir ৰ বাবে সংৰক্ষিত কৰি ৰখা কোঠালিত আমাক থাকিবলৈ ক'লে। কোঠালিত ছাত্ৰীসকল আৰু বাৰাণ্ডাত ছাত্ৰ সকলৰ থকাৰ ব্যৱস্থা কৰা হ'ল। পিছদিনা ৰাতিপুৱা Sir ৰ অসমলৈ অহাৰ ব্যৱস্থা কৰা আছে। ৰাতি Sir ক আমি কোঠালিৰ চকী এখনত শুবলৈ ইমান অনুৰোধ কৰিলোঁ কিন্তু ইয়াত নাথাকি Sir জিৰণী কোঠালিৰ ছোফা এখনতে নিশাটো কটালে। Sir ক জিৰণি কোঠাত এৰি আমিও ৰাতিটো ভালদৰে টোপনিয়াব নোৱাৰিলোঁ। পূৰ্ব ব্যৱস্থা মতে Sir ৰাতিপুৱাৰ Trainত অসমলৈ আহিব। ৰাতিপুৱা চাৰি বজাত উঠি চাও Sir সম্পূৰ্ণ প্ৰস্তুত। সময়মতে অট'ৰিক্সা আহি আসাম হাউচৰ দুৱাৰ মুখত হাজিৰ- Sir ৰ লগতে মইয়ো বেগ আদি ধৰি অলপ সহায় কৰিলোঁ। Sir ওলাই যোৱাৰ সময়তে বাৰাণ্ডাৰ পৰা বাথৰুমৰ টেপৰ পানী টোপ টোপ কৈ পৰি থকাৰ শব্দ শুনিবলৈ পালে। তেতিয়া মোক ক'লে, মই বন্ধ কৰি দিম। এনেতে Sir কি ভাবিলে Sir নিজে আকৌ উভতি গৈ বাথৰুমত টেপটো বন্ধ কৰিবলৈ গৈ দেখিলে প্ৰকৃততে কাৰিকৰী বিজুতিৰ বাবেহে অলপ কৈ পানী পৰি আছে। ঘটনাটো নিচেই সাধাৰণ। কিন্তু Sir ৰ নাগৰিক জ্ঞান (civic sence) ৰ ধাৰনাটো আজিও মোৰ মনত সজীৱ। সেয়ে হয়তো বাটে পথে বহুত সময়ত টেপৰ

পানী অকাৰণত পৰি থকা ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত অপচয় বোধ কৰাত আমি মুঠেই সচেতন নহওঁ।

Sir বহুত সময়ত বিভিন্ন বিষয়লৈ কলেজৰ শিক্ষক কৰ্মচাৰী সকলৰ লগত আলোচনা কৰে, তেওঁৰ পৰিকল্পনাবোৰ ব্যক্ত কৰে। Sir কথাৰ মাজত বহুত সময়ত Sir ৰ কথাখিনি যেন আমি বুজি পোৱা নাই বা বুজিবলৈ চেষ্টা কৰা নাই বুলি Sir ৰ মনত সন্দেহৰ ভাৱ পৰিলক্ষিত হোৱা মই উপলব্ধি কৰোঁ। Sir যে কোৱাখিনি কয় কিন্তু কোনোবাই সেইমতে কৰিলে বা নকৰিলে সেই সম্পৰ্কে Sir কেতিয়াও অভিযোগৰ সুৰত কথা নকয়। বৰ্তমান সমাজত গঢ়ি উঠা কৰ্ম-সংস্কৃতি বিমুখ প্ৰৱণতা আৰু সামাজিক দায়বদ্ধতা স্বীকাৰ কৰি নোলোৱাৰ মানসিকতা দেখি তেখেতে হয়তো এইখন সমাজৰ পৰা কিবা আশা কৰিব পাৰিব বুলি বিশ্বাস হেৰুৱাই পেলাইছে। তেখেতৰ পৰিকল্পনাবোৰৰ প্ৰতি আনৰ কথা কব নোৱাৰোঁ মই নিজে কিবা সহাঁৰি দিব পাৰিছোঁ বুলি সন্দেহ আছে। বয়সৰ দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে Sir হঁয়তো ইহ সংসাৰত আৰু বেছিদিন নাথাকিব। ঈশ্বৰৰ ওচৰত Sir ৰ দীৰ্ঘায়ু কামনা কৰোঁ। Sir আমাৰ কাৰ্য আৰু আচৰণত হোৱা নিৰাশাৰ প্ৰতি সজাগ হোৱা উচিত কাৰণ Sirৰ এই খিনি ঠাই পূৰণ কৰা সম্ভৱ নহ'ব।

কলেজৰ পাঁচিশ বছৰীয়া জয়ন্তীত আমি তাকেই কামনা কৰোঁ। ■■

# হেৰোৱা দিনৰ সুবাস বিচাৰি

**গুলৰৌশন আৰা বেগম** ( প্ৰাক্তন ছাত্ৰী)
*প্ৰৱক্তা, ৰত্নপীঠ মহাবিদ্যালয়*

সময়। তিনি আখৰৰ এটি শব্দ। ইমান যে দ্ৰুত তাৰ গতি। পুথিত পাইছিলোঁ সময়ৰ টিকনি ডাল হেনো আগফালে। কিমান দিননো হ'ল ? ৰত্নপীঠৰ এক ৰত্ন হোৱাৰ আশাৰে ভৰ্তি হৈছিলোঁ স্নাতকৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত। সেয়া ১৯৯১ চনৰ কথা। ইংৰাজীক প্ৰধান ( মেজৰ) বিষয় হিচাপে ল'বলৈ আহি লৈছিলোঁ অসমীয়াক প্ৰধান বিষয় হিচাপে। সময় গৈ থাকিল।

স্কুলৰ পৰা আহি কলেজ পালোঁ। সম্পূৰ্ণ প্ৰাকৃতিক সৌন্দৰ্যৰে পৰিপূৰ্ণ এক ভিন্ন পৰিৱেশ। এনেকুৱা পৰিৱেশত ক্লাচ কৰাৰ স্পৃহা আছিল আমাৰ খুউব বেছি। মেজৰ ক্লাচৰ লগে লগে জেনেৰেল ক্লাচবোৰো আমি পূৰাদমে কৰিছিলো। মেজৰমেট আমি কেইবাজনো আছিলোঁ যদিও নলেগলে লগা কেইজন হ'ল - মই, মমী, মাফিদা, মনালিছা আৰু উৎপল। উৎপল আছিল অসমীয়া মেজৰ লোৱা একমাত্ৰ ল'ৰা। আমাৰ মাজত সকলো সময়তে সকলো ক্ষেত্ৰতে সি ছাঁৰ দৰে থকাৰ কাৰণে বাকী বন্ধু-বান্ধৱীসকলে মনে মনে জোকাইছিল এজাক গোপীৰ মাজত কৃষ্ণ বুলি। অফ ক্লাচবোৰত আমিবোৰে কলেজ চৌহদত থকা মধুৰী আম, আমলখি, বগৰী আদি খাই ফুৰিছিলোঁ আৰু আমাক এইবোৰ বুটলি দিয়াত সহায় কৰিছিল সি। ক্লাচ হ'লে আমি কেতিয়াও ক্ষতি কৰা নাছিলোঁ। টেঙা খোৱাত পাকৈত আছিলোঁ মই আৰু মমী (আৰজুৱাৰা)। কণ্যাভৱনৰ সন্মুখত থকা কৰ্দৈ জোপাৰ কথা এই প্ৰসঙ্গত নকৈ নোৱাৰোঁ। গছজোপা তেতিয়া আছিল বহুত সৰু। হাতেৰে ঢুকি পোৱা যায়। ডাল ভৰি ফলি থকা ডাঙৰ ডাঙৰ কৰ্দৈবোৰ দেখিলে খাব নোখোজা মানুহজনেও এবাৰ হাতত এটা তুলি ল'ব। অসম্ভৱ টেঙা এই কৰ্দৈবোৰ একামোৰ মাৰিয়ে দূৰলৈ দলিয়াই দিলেও মই আৰু মমীয়ে কিন্তু কেইকামোৰ মানদিহে এৰিছিলোঁ।

এতিয়া গছজোপা বহুত ডাঙৰ হ'ল। হাতেৰে ঢুকি নোপোৱা অৱস্থা হ'ল। তথাপি গছজোপালৈ চালেই মনৰ এলবামত সজীৱ হৈ পৰে পুৰণি দিনৰ সেই মধুৰ স্মৃতিবোৰ। ছাৰ বাইদেউসকলৰ লগত আমি সকলো সময়তে এক সুন্দৰ সম্পৰ্ক বজাই ৰাখিছিলোঁ। ব্যক্তিগতভাৱে মই বৰপূজাৰী ছাৰ আৰু কমলা বাইদেউৰ দ্বাৰা বেছিকৈ প্ৰভাৱিত কৰিছিলোঁ। কিন্তু এদিনো তেওঁলোক বিৰক্ত হোৱা নেদেখিলোঁ। বাকী ছাৰ বাইদেউ সকলোকো আমি খুউব শ্ৰদ্ধা আৰু সমীহ কৰিছিলোঁ। পোদ্দাৰা ছাৰ আছিল আমাৰ সকলোৰে প্ৰিয়।

আজিৰ ছাত্ৰ-ছাত্ৰীৰ নিচিনাকৈ আমি লাইব্ৰেৰীৰ সুবিধাখিনি পোৱা নাছিলোঁ। লাইব্ৰেৰীৰ নামত থকা কিছুসংখ্যক কিতাপ তেতিয়া admimistrative building ৰ এটা কোঠালীত আলমীৰাৰ ভিতৰত তলা লগাই থোৱা অৱস্থাত আছিল। আমি চূড়ান্ত বৰ্ষৰ ছাত্ৰীহৈ থকা অৱস্থাত আমাৰ এখুদ ককাইদেউ স্বৰ্গীয় নৱকান্ত বৰুৱা দেৱে বৰ্তমানৰ লাইব্ৰেৰীৰ দ্বাৰ মুকলি কৰিছিল যদিও লাইব্ৰেৰীটো আমি পৰীক্ষা হ'ল হিচাপেহে পাইছিলোঁ। কাৰণ আমাৰ চূড়ান্ত বৰ্ষৰ চূড়ান্ত পৰীক্ষা কৰ্তৃপক্ষই এই লাইব্ৰেৰীটোত পাতিছিল। বৰ্তমান লাইব্ৰেৰীৰ ভিতৰত কিতাপেৰে ঠাহ খাই থকা ডাঙৰ ডাঙৰ আলমীৰাবোৰ দেখিলে মনটো ভাল লাগি যায়। আমি কিতাপৰ অভাৱত ভুগিছিলোঁ যদিও ছাত্ৰ-ছাত্ৰীৰ সেই অভাৱ লাইব্ৰেৰীটোৱে বহুখিনি দূৰ কৰি দিছে। আৰু আনন্দৰ বিষয় যে ইয়াৰ লগতে ছাত্ৰ-ছাত্ৰী সকলৰ মাজত কম্পিউটাৰ শিক্ষাৰ ব্যৱস্থাও কৰি দিছে।

কন্যাভৱন। মাননীয় সিংহ চাৰদেৱে ছাত্ৰী জিৰণী কোঠালীৰ পৰিবৰ্তে নামাকৰণ কৰা কি এক অপূৰ্ব নাম। আমি থকা অৱস্থাত ইয়াৰ আধাৰ শিলাটোহে স্থাপন হৈছিল। আমাৰ ছাত্ৰী জিৰণী কোঠালীটো আছিল কলেজৰ উত্তৰ-পূব কোণাত, অধ্যক্ষ মহোদয়ৰ কোঠালীৰ পিছপিনে থকা ঘৰটো বৰ্তমান হয়তো ঘৰটো পৰিত্যক্ত। ইমান দূৰৰ পৰা আহি ক্লাচৰুমত ক্লাচ কৰাটো অসুবিধা কাৰণে আমি বেছিভাগ সময় ক্লাচৰুমতেই কটাইছিলোঁ। বৰ্তমান কণ্যাভৱনৰ স্থানডোখৰ অতি উপযুক্ত হৈছে। গোটেই কলেজ চৌহদেই আগতকৈ বহুত সুন্দৰ আৰু দেখনীয়াৰ হ'ল।

শৈক্ষিক পৰিৱেশৰ কথা ক'বলৈ গ'লে মই ভাবোঁ আমাৰ সময়তকৈ কিছু উন্নত হৈছে। বৰ্তমানে নতুনকৈ খোলা বিভাগো ভালেকেইটা হ'ল। এতিয়া ছাত্ৰ-ছাত্ৰীয়ে পচন্দমতে বিভিন্ন বিষয়লৈ পঢ়িব পৰা হ'ল। শিক্ষক-শিক্ষয়ত্ৰীৰ সংখ্যাও আগতকৈ বাঢ়িল। মই আশা কৰো অদূৰ ভৱিষ্যতে এইখন মহাবিদ্যালয়ৰ পৰা আৰু বহুতো ৰত্ন ওলাই পৰিব আৰু কলেজখনৰ লগতে অঞ্চলটোৰো সুনাম তথা যশ বঢ়াই যাব। ■■

# কলেজৰ অতীত স্মৃতি

**ড° বৰকতুউল্লাহ খান**
*প্ৰাক্তন ছাত্ৰ, ৰত্নপীঠ কলেজ*

১৯৭৮ চনত প্ৰথমে যি চাম ছাত্ৰ-ছাত্ৰীক লৈ ৰত্নপীঠ কলেজে পাতনি মেলিছিল, কলেজত প্ৰথম ভৰ্তি হোবাৰ গৌৰব অৰ্জন কৰা ছাত্ৰ-ছাত্ৰীসকলৰ সেই চামৰ আছিলোঁ মইও এজন। তেতিয়া আমাৰ কলেজৰ নাম আছিল-চাপৰ বহলপুৰ কলেজ। আমাৰ পাঠ দান কৰা হৈছিল-কাজিপাৰা গাঁও সভাৰ কাৰ্যালয়ত। সেই সময়ত অসমত বিদেশী বহিষ্কাৰ আন্দোলন। অশান্ত পৰিস্থিতি। কলেজৰ নিজা মাটি থকাতো তাত কলেজৰ ঘৰ দুৱাৰ সজাৰ কাম আৰম্ভ কৰিব পৰা হোৱা নাছিল। ছ বছৰ কাল গাঁও সভাৰ সৰু কাৰ্যালয়তেই কলেজ চলি আছিল।

১৯৮৪ চনত কলেজখন নিজা মাটিলৈ স্থানান্তৰ কৰা হ'ল। তেতিয়া নামও পৰিৱৰ্তন কৰা হ'ল। চাপৰ-বহলপুৰ কলেজৰ ঠাইত ৰত্নপীঠ কলেজ নামাঙ্কিত কৰা হ'ল। টিনপাতৰ একচলা, উলু খেৰৰ বেৰ, মৰা তামোল গছৰ খুটা-সেয়ে আছিল ৰত্নপীঠ কলেজ। পাঁচসত্তৰ বিঘা মাটিৰ বিস্তীৰ্ণ গো-চৰণীয়া পথাৰ গছ-গছনি শূন্য শুকান তৃণাবৃত মুক্ত প্ৰান্তৰ। সেই প্ৰান্তৰত আৰম্ভ হ'ল ৰত্নপীঠ কলেজ নিৰ্মাণৰ।

ক্ৰমে ক্ৰমে পৰিকল্পনা ৰচিত হ'ল। গাঁওৰ অনাবিল পৰিৱেশত কলেজ গঢ়ি উঠিল। গাঁওৰ মানুহ থকা ঘৰ দুৱাৰৰ দৰেই হ'ল-কলেজৰ ঘৰ-দুৱাৰবোৰ। গছ-গছনিবোৰ গজি উঠিল। ডাঙৰ হ'ল। কলেজৰ আভ্যন্তৰীণ ৰাস্তা-ছাৰ আইজাক নিউটন ৰোড, সৰ্বপল্লী ৰাধা কৃষ্ণাণ ৰোড, আৰ্যভট্ট স্ক'বৈৰ, কৃষ্ণকান্ত সন্দিকৈ ৰোড, ফখৰুদ্দিন আলি আহমেদ ৰোড নিৰ্মাণ কৰা হ'ল। এই নামবোৰ কেৱল নাম নহয়। প্ৰত্যেকটোতেই একো একোটি চিন্তাধাৰা, আদৰ্শৰ আকৰ্ষণ আছে। কলেজৰ শুকান মাটিত সেউজীয়া প্ৰকৃতি সজীৱ হৈ উঠিল।

আজি আমি যি কলেজ গৃহ দেখিবলৈ পাইছোঁ, সেয়া একেদিনাই নিৰ্মাণ হৈ উঠা নাছিল। টিনৰ একচলা, উলুবনৰ বেৰ, মৰা তামোল গছৰ খুটা অতীতৰ পাতত ইতিহাস হ'ল। এতিয়া তাৰ ঠাইত বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান আৰু ব্যক্তিৰ সহায়-সহযোগ আৰু উদ্যোগত গঢ়ি উঠিছে 'উত্তৰা, বনানী, সংহিতা, কল্যাণী' আদি নামৰ আমাৰ সুদৃশ্য পাঠগৃহ সমূহ। অপূৰ্ব সিংহ ট্ৰাষ্টে নিৰ্মাণ কৰিছে লাইব্ৰেৰীৰ বাবে এটি অনুপম গৃহ। বঙ্গাইগাঁও ৰিফাইনাৰী আৰু পেট্ৰকেমিকেলচৰ সহায়ত অৰ্দ্ধনিৰ্মিত হৈ আছে বিজ্ঞান শাখাৰ লেবৰীটৰী গৃহ। আজি আমি মুকলি কৰিলোঁ কন্যা ভৱন। ছাত্ৰীসকলৰ জিৰণি কক্ষ। সংসদ সদস্য মিঃ নুৰুল ইছলাম চাহাবে দিয়া অঞ্চল বিকাশ আঁচনি অনুমোদিত অনুদানৰ বাবে আমি তেখেতক ধন্যবাদ জনাওঁ।

চাৰিওফালে ছায়াবৃক্ষ, ওপৰত বিস্তাৰিত বৃক্ষশাখাৰ পাতৰ চন্দ্ৰতাপ, তাৰ তলত মাটিৰ মঞ্চত আমি সভা পাতোঁ। তৰ্ক সভা পাতোঁ। অভিনয় কৰোঁ। সুন্দৰ, মনোৰম মুক্তাঙ্গণ, কলেজ প্ৰাঙ্গণত আমি বিচৰণ কৰোঁ। অতীতৰ অভিজ্ঞতা বৰ্তমানৰ কঠোৰতা আৰু ভৱিষ্যতৰ প্ৰত্যাশাই আমাক আগুৱাই লৈ যায়। আমি আগবাঢ়ি যাওঁ। অন্ধকাৰ বিদীৰ্ণ কৰি আমি পোহৰ উলিয়াই লওঁ। নজনা কথা জানিবলৈ আমি আগুৱাই যাওঁ।

নিজক নিজে প্ৰতিষ্ঠা কৰিবলৈ আমি সংকল্প গ্ৰহণ কৰোঁ। বিদ্যাৰ্জনতেই আমাৰ জীৱনৰ সফলতা, আমাৰ জীৱনৰ প্ৰতিষ্ঠা বিচাৰি পাওঁ। আমি আত্মশক্তিত বিশ্বাস কৰোঁ। আত্মনিৰ্ভৰশীল সমাজৰ বুনিয়াদ ৰচনা কৰোঁ। কলেজৰ অতীত স্মৃতি ৰোমন্থন কৰি লাভ কৰা এজন প্ৰাক্তন ছাত্ৰৰ এয়া মধুৰ অনুভূতি। তাৰ পৰা মই অনুপ্ৰেৰণা লাভ কৰোঁ। কলেজৰ এই স্মৃতি মোৰ ভৱিষ্যত জীৱনৰ কাৰণে এটি আলোক শিখা। ৰত্নপীঠ কলেজৰ প্ৰাক্তন ছাত্ৰ হিচাপে মই আপোনাসকলোকেই কৃতজ্ঞতা জনাওঁ। ■■

# ৰত্নপীঠ মহাবিদ্যালয়ঃ এক আদৰ্শ প্ৰতিষ্ঠান

হিৰণ্য কুমাৰ নাথ

সম্প্ৰতি প্ৰাচীন ভাৰতত আশ্ৰমকেন্দ্ৰিক শিক্ষা ব্যৱস্থাৰ বৰ্ণনাহে পোৱা যায় তেনে শিক্ষানুষ্ঠান দেখা পোৱা নাযায়। কিন্তু ধুবুৰী জিলাৰ চাপৰৰ ৰত্নপীঠ মহাবিদ্যালয়খনৰ কৰ্মপদ্ধতি যিসকলে দৰ্শন কৰে, তেওঁলোকে একমুখে প্ৰাচীন ভাৰতৰ আশ্ৰম শিক্ষাৰ কথা সোঁৱৰণ কৰে আৰু ইয়াৰ আভ্যন্তৰীণ প্ৰতিস্থাপন দেখি প্ৰশংসা নকৰাকৈ নাথাকে। ড° লক্ষীনন্দন বৰাৰ ভাষাত, 'ধুবুৰী জিলাৰ চাপৰত যে এনে এখন মহাবিদ্যালয় থাকিব পাৰে, আগতে মোৰ কল্পনাৰো অগোচৰ আছিল। পকী আলিৰ পৰা ভালেমান নিলগত থকা মহাবিদ্যালয়খনিলৈ যাব লাগে ঋজু সেউজীয়া দেৱদাৰু দুশাৰীৰ মাজেদি। তাত সুশোভন বন-বীথিকাৰ মাজে মাজে আছে মহাবিদ্যালয়ৰ ঘৰকেইটা। দেখাত শান্তিপূৰ্ণ আশ্ৰমৰ নিচিনা। সোমালেই দেহ-মন শাঁত পৰি যায়। তাত দিনতো অজানপখীৰ কাকলি শুনিলোঁ। অসমত এনে সুন্দৰ শিক্ষানুষ্ঠান দেখা মোৰ মনত নপৰে। মই শান্তি নিকেতন দেখা নাই। গতিকে তাৰ লগত ইয়াক ৰিজাব নোৱাৰিলোঁ। বিদেশত এনেকৈ বন-বীথিকাৰ মাজত শান্তিপূৰ্ণ পৰিৱেশত অৱস্থিত কেবাখনো বিশ্ববিদ্যালয় দেখিছোঁ। বহুতে এই মহাবিদ্যালয়খনক 'অসমৰ শান্তি নিকেতন' আখ্যা দিছে আৰু ইয়াত বিভিন্ন ক্ষেত্ৰত বুজাবলৈ ব্যৱহাৰ কৰা কাব্যিক নামবোৰত অভিভূত হৈ পৰিছে।

ৰত্নপীঠ মহাবিদ্যালয়ৰ আঁচনি গ্ৰহণ আৰু ৰূপায়ণৰ মূল পুৰোহিত গৰাকী হৈছে অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, চাপৰ ভকতগাঁও নিবাসী শৰৎ চন্দ্ৰ সিংহ। চাপৰ অঞ্চলৰ আশী শতাংশ কৃষক পৰিয়ালৰ ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা গ্ৰহণৰ লগে লগে নিজৰ ওপৰত আস্থাশীল হৈ জীৱনত যাতে সুপ্ৰতিষ্ঠিত হ'ব পাৰে, নিজৰ ভৰিৰ ওপৰত থিয় হ'ব পাৰে সেই লক্ষ্যৰে সিংহই এই মহাবিদ্যালয়খনৰ আঁচনি মগজুৰ ভিতৰত গ্ৰহণ কৰিছিল। চাকৰি মুখী শিক্ষাৰ পৰিবৰ্তে কৰ্মমুখী শিক্ষাৰে, বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমৰ লগতে কৃষি, উদ্ভিদ শস্য, মৎস, হাঁহ-

কুকুৰা পালনৰ বৃত্তিমুখী শিক্ষা হাতে-কামে আগবঢ়াই গাঁৱৰ যুৱক-যুৱতীসকলক আত্মনিৰ্ভৰশীল কৰাৰ পৰিৱেশ সৃষ্টিৰ সপোন তেওঁ দেখিছিল। এই পৰিৱেশ সৃষ্টিৰ তাগিদাতে নতুন প্ৰজন্মৰ বাবে ৰাইজৰ সহযোগত ৰত্নপীঠ মহাবিদ্যালয় স্থাপনত আগভাগ লৈছিল আৰু আজিও হৈ আছে জীৱন-সংগ্ৰামত হাৰ নমনা অক্লান্ত সৈনিক শৰৎ চন্দ্ৰ সিংহই।

নতুন প্ৰজন্মৰ স্বাৰ্থত চাপৰবাসী ৰাইজে সিংহৰ চিন্তাক বাস্তৱায়িত কৰাৰ লক্ষ্যৰে ১৯৬৭ চনৰ ১২ মে'ৰ ৰাজহুৱা সভাত মহাবিদ্যালয় স্থাপনৰ সিদ্ধান্ত গ্ৰহণ কৰে। দীৰ্ঘ প্ৰস্তুতিৰ অন্তত ১৯৭৮ চনৰ এক ছেপ্তেম্বৰত ৩৪ গৰাকী ছাত্ৰ-ছাত্ৰীৰে চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত 'কংগ্ৰেছ ভৱন'ত শ্ৰেণীৰ কাম আৰম্ভ কৰা হয়। ১৯৭৯ চনৰ ১৮ মে'ৰ ৰাজহুৱা সভাই মহাবিদ্যালয়ৰ নাম পৰিৱৰ্তন কৰি ৰত্নপীঠ মহাবিদ্যালয়' নামকৰণ কৰে আৰু স্থায়ী গৃহ নিৰ্মাণৰ বিস্তৃত কাৰ্যসূচী গ্ৰহণ কৰে। স্থায়ী গৃহ নোহোৱালৈকে শ্ৰেণীসমূহ প্ৰগতি ভৱন, চাপৰ গাঁও পঞ্চায়তৰ কাৰ্যালয়ত অব্যাহত ৰখা হয়। গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৭৯ চনৰ ২৫ মাৰ্চত মহাবিদ্যালয় স্থাপনৰ অনুমতি দিয়ে। ১৯৮৩-৮৪ চনৰ পৰা ইয়াক তিনি বছৰীয়া স্নাতক মহাবিদ্যালয়লৈ উন্নীত কৰা হয় আৰু ১৯৮৫ চনৰ ২ ফেব্ৰুৱাৰীত বিশ্ববিদ্যালয়ৰ আৱশ্যকীয় স্বীকৃতি লাভ কৰে। ১৯৮৬ চনত চৰকাৰৰ পৰা ঘাটি মঞ্জুৰী লাভ কৰে।

মহাবিদ্যালয় স্থাপনৰ সময়ৰ পৰাই অসমত বিদেশী বিতাৰণ আন্দোলনৰ সূচনা হয় আৰু উন্নয়নমূলক কাম-কাজত বাধাপ্ৰাপ্ত হ'বলগীয়া হয়। সেই সময়ৰ গোৱালপাৰা জিলাৰ উপায়ুক্ত যোগানন্দ চাংকাকতিয়ে বহলপুৰ যোগীপাৰা ১ম খণ্ডৰ কেবাটিও দাগৰ ৩১ নং ৰাষ্ট্ৰীয় পথৰ কাষৰ ৭০ বিঘা মাটি মহাবিদ্যালয়ৰ কাৰণে আৱণ্টন দিয়ে। এই মাটিৰ সৈতে গড়াকাপ্তানী পথ আৰু জাতীয়পথ সংযোগ স্থাপন কৰি পথ নিৰ্মাণৰ বাবে গাঁওবাসীৰ ছটা পৰিয়ালৰ মাটি দানসূত্ৰে মহাবিদ্যালয়ে লাভ কৰে। এই গো-চৰণীয়া পথাৰতে ৮০ ফুট দীঘল আৰু ২০ ফুট বহল গৃহ নিৰ্মাণ কৰি ১৯৮৪ চনৰ ১৬ আগষ্টত অস্থায়ী গৃহৰ পৰা স্থায়ী গৃহলৈ মহাবিদ্যালয়খন স্থানান্তৰিত কৰা হয়।

১৯৭৯ চনৰ ২১ জানুৱাৰীত গঠন কৰা মহাবিদ্যালয় পৰিচালনা সমিতিৰ সভাপতি আছিল বিশ্বনাথ বাঢ়ৈ, উপ-সভাপতি ভদ্ৰেশ্বৰ দাস, অতুল ৰায়, হেমন্ত বৰুৱা আৰু সাধাৰণ সম্পাদ আছিল তৰণীকান্ত ৰায়। একে চনৰে ২০ মে'ৰ ৰাজহুৱা সভাত বিধি অনুসৰি নতুন পৰিচালনা সমিতি গঠনৰ প্ৰস্তাৱ শিক্ষাধিকাৰলৈ প্ৰেৰণ কৰে আৰু সেই মৰ্মে ১৯৮১ চনৰ ২৩ এপ্ৰিলত শিক্ষাধিকাৰে শৰৎ চন্দ্ৰ সিংহক সভাপতি, কৈলাশ চন্দ্ৰ সৰকাৰক সম্পাদক পাতি নতুন পৰিচালনা সমিতি গঠন কৰি দিয়ে। সম্পাদকৰ মৃত্যু হোৱাত ডালিম কুমাৰ মেধিক দায়িত্ব দিয়া হয় আৰু এই পৰিচালনা সমিতিয়ে বৰ্তমানলৈ কৰ্ম দায়িত্বত আছে।

মহাবিদ্যালয়খনৰ আৰম্ভণিৰ পৰা ১৯৮৪ চনৰ ২৯ জুলাইলৈকে তৰণীকান্তৰায় অধ্যক্ষ ৰূপে দায়িত্ব পালন কৰে। কিন্তু নিয়ম অনুযায়ী চৰকাৰী স্বীকৃতি প্ৰাপ্ত অধ্যক্ষ নিযুক্তিৰ প্ৰয়োজন হোৱাত ১৯৮৪ চনৰ ৩০ জুলাইত হৰকান্ত গগৈয়ে অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰে

আৰু ৰায় উপাধ্যক্ষ পদত নিযুক্ত হয়। ১৯৯১ চনৰ ২১ ডিচেম্বৰত অধ্যক্ষ গগৈয়ে কৰ্তব্যৰ পৰা অব্যাহতি লোৱাত উপাধ্যক্ষ তৰুণীকান্ত ৰায়ে বৰ্তমানলৈকে ভাৰপ্ৰাপ্ত অধ্যক্ষৰ দায়িত্ব বহন কৰি আহিছে। মহাবিদ্যালয়ৰ আৰম্ভণিত দৰমহা নোলোৱাকৈ পিছত মাহে এশ টকা আৰু তাৰ পিছত দুশ টকা দৰমহাৰে কলেজখন সুপ্ৰতিষ্ঠিত নোহোৱালৈকে শিক্ষকসকলে পাঠদান কৰি ত্যাগৰ উজ্জ্বল নিদৰ্শন দেখুৱাইছে।

১৯৭৯ চনৰ এক ছেপ্তেম্বৰৰ পৰা চৰকাৰে এহেজাৰ টকাকৈ মাহিলী অনুদান দি পিছৰ বছৰত দুহেজাৰলৈ বৃদ্ধি কৰে। ১৯৮৫ চনলৈকে এই ব্যৱস্থা অব্যাহত থাকে আৰু ইয়াৰ পিছত এই অনুদান বৃদ্ধি পায়। '৮১ আৰু '৮৩ চনত গৃহ নিৰ্মাণৰ বাবে চৰকাৰৰপৰা ক্ৰমে দহ হেজাৰ আৰু বিশ হেজাৰ টকাৰ আৰ্থিক অনুদান লাভ কৰে। ১৯৮৫ চনত অসম চৰকাৰৰ জনজাতি আৰু পিছ পৰা শ্ৰেণীৰ কল্যাণ পুঁজিৰ পৰা ৫০ হেজাৰ টকাৰ এককালীন অনুদান লাভ কৰে। নিদানী গাঁওলৈ যোৱা গড়াকাপ্তানী পথৰ পশ্চিম ফালে কলেজৰ ৩০ বিঘা মাটিত খেল-ধেমালিৰ বাবে মিনি ষ্টেডিয়াম নিৰ্মাণৰ আঁচনিৰ বিপৰীতে যুৱ-কল্যাণ বিভাগৰ পৰা দুই লাখ টকাৰ অনুদান পোৱা যায়। ১৯৮৮ চনত মীন সৰোবৰ আঁচনিৰ বাবে ধুবুৰী জিলা গ্ৰাম্য উন্নয়ন অভিকৰণৰ পৰা ৭০ হেজাৰ টকাৰ অনুদান পোৱা হয়। চৰকাৰৰ নগণ্য সহায়ৰ বিপৰীতে ৰাইজৰ দান-বৰঙণিৰ মাধ্যমেৰে মহাবিদ্যালয়খনৰ উন্নয়নৰ গতি ত্বৰান্বিত কৰা হয়।

মহাবিদ্যালয় গৃহস্থলক আৰ্যভট্ট ক্ষেত্ৰ আৰু শ্ৰেণী কোঠাসমূহক উত্তৰী, বননী, সংহিতা, কল্যাণী আদি কাব্যিক নাম দিয়া হৈছে। কাৰ্যালয় গৃহৰ সন্মুখৰ পৰা খেলপথাৰলৈ যাব পৰা পথটোৰ নাম দিয়া হৈছে ডঃ ৰাধাকৃষ্ণণ পথ। মহাবিদ্যালয় চৌহদৰ আন আন পথসমূহৰ নাম নিউটন পথ, ফখৰুদ্দিন আহমেদ পথ, কৃষ্ণকান্ত সন্দিকৈ পথ আদি। কলা শাখাৰ ভৱনৰ কাষতে বঙ্গাইগাঁও ৰিফাইনেৰী আৰু পেট্ৰকেমিকেলছৰ অৰ্থ সাহায্যত বিজ্ঞান শাখাৰ গৃহৰ নিৰ্মাণ কাৰ্য আৰম্ভ কৰা হৈছে।

মহাবিদ্যালয় পুথিভঁৰালৰ বাবে প্ৰয়াত যুৱ-নেতা অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্ট বৰ্ড প্ৰখ্যাত সাহিত্যিক নৱকান্ত বৰুৱাক সভাপতি ৰূপে লৈ ১৯৮৪ চনৰ ২১ নৱেম্বৰত গঠন কৰা হয়। এই ট্ৰাষ্ট ব'ৰ্ডে প্ৰায় ৫ লাখ ৯১ হেজাৰ টকাৰ আঁচনি প্ৰস্তুত কৰি কলা শাখা আৰু প্ৰস্তাৱিত বিজ্ঞান শাখাৰ গৃহৰ মাধ্যমত ১৯৯০ চনৰ ২৭ নৱেম্বৰত অপূৰ্ব কুমাৰ সিংহ গ্ৰন্থাগাৰৰ আধাৰশিলা স্থাপন কৰে। প্ৰায় ২ লাখ ৮০ হেজাৰ টকা ব্যয়ৰে নিৰ্মিত ২৪৮ বৰ্গমিটাৰ এলেকাৰ পুথিভঁৰাল গৃহটোৰ দ্বাৰোদঘাটন কৰা হয় ১৯৯৪ চনৰ ১৩ ফেব্ৰুৱাৰীত।

এই মহাবিদ্যালয়খনৰ সমস্যা সমাধানৰ বাবে চৰকাৰ তথা বিভাগীয় কৰ্তৃপক্ষ আগবাঢ়ি আহিলে সমগ্ৰ অসমৰ ভিতৰতে অন্যতম মহাবিদ্যালয়ৰূপে ৰত্নপীঠ মহাবিদ্যালয়ে স্থান লাভ কৰিবলৈ সক্ষম হ'ব বুলি নিশ্চিতভাৱে ক'ব পাৰি। ■■

# অন্য এখন আশ্ৰম-ৰত্নপীঠ মহাবিদ্যালয়

**অদীপ কুমাৰ ফুকন**

ৰাষ্ট্ৰীয় পথেৰে চাপৰলৈ তিনি কিলোমিটাৰ থাকোতে পথৰ দাঁতিতে আছে বট, আঁহত, বেল, অশোক আৰু আমলখিৰ এজোপাকৈ পাঁচজোপা গছ, এই পঞ্চৱটীৰ সোঁফালে দুশাৰীকৈ থিয় হৈ থকা ২৪ জোপা দেৱদাৰু আৰু চাৰিজোপা পত্ৰপুষ্পা গছে আদৰণি জনাইছে ৰত্নপীঠ মহাবিদ্যালয়লৈ। চাপৰ শালকোছা-বহলপুৰ-বইটামাৰীৰ বিস্তৃত অঞ্চলৰ উচ্চশিক্ষাৰ ঘাটি পূৰণ কৰিবলৈ ১৯৭৮ চনৰ ১ ছেপ্তেম্বৰত 'চাপৰ-বহলপুৰ কলেজ' প্ৰতিষ্ঠা হৈছিল। পিছত প্ৰাচীন কামৰূপৰ গৌৰৱময় অতীতৰ জনজীৱন আৰু সংস্কৃতিৰ স্মৃতিবিজড়িত 'ৰত্নপীঠ' নামেৰে মহাবিদ্যালয়খনৰ নামকৰণ কৰা হ'ল। 'বিদ্যাই প্ৰতিষ্ঠা' নীতি গ্ৰহণ কৰি বগা বৃত্তৰে আবৃত আকাশী ৰঙৰ ক্ষেত্ৰত অংকিত বিজুলীৰ চিকমিকনি থকা প্ৰতীকেৰে ৰত্নপীঠ কলেজখনে এক অনন্য কলেজ হিচাপে দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে।

পঞ্চৱটী, আদৰণি, বীথিকা, মেঘাৰণ্য, উত্তৰ বননি, বাৰী সুজলা, পূৰ্বোদ্যান, গোলাপবাগ, ফ্লান স্কোৱাৰ, কলেজ ব্লক, মুকলিমঞ্চ, মঞ্চকানন, বকুলবন, বাৰী শ্যামলা, নাৰিকলবাৰী সুফলা, আম্ৰকুঞ্জ, উত্তৰ প্ৰান্ত, দক্ষিণ প্ৰান্ত, পূৰ্ব প্ৰান্ত আৰু পশ্চিম প্ৰান্ত নামে খণ্ডভিত্তিত বিভক্ত হৈ থকা বিভিন্ন গছেৰে 'ৰত্নপীঠ'ত এক আশ্ৰমৰ পৰিৱেশ সৃষ্টি হৈছে। ধুমুহা, বা-মাৰলী'ৰ পৰা সকাহ পাবলৈ কলেজৰ চাৰিসীমাৰ ভিতৰতে ৬৬ জোপা ৰেইন ট্ৰি, ২৬ জোপা তিতা-চপা আৰু ২৬ জোপা মধুৰিআমে এখন মেঘাৰণ্য নামেৰে অৰণ্যৰ ৰূপ দিয়া হৈছে। ১১ডাল নাহৰৰ শাৰী, ৬ ডাল বটলব্ৰাছ, দুডাল পত্ৰপুষ্পা আৰু এডাল ৰুদ্ৰাক্ষই কলেজ ব্ল'কৰ পৰিৱেশ চাবলগীয়া কৰি তুলিছে। কলেজ ব্লকৰ সমুখতে আছে এখন মুকলি মঞ্চ। ৬ জোপা কাঞ্চন ট্ৰি, ২৫ জোপা তিতা-চঁপা, ৬ জোপা ৰেইন ট্ৰি, ১৭ জোপা ৰাধাচূড়া আৰু ১০ জোপা কৃষ্ণচূড়াই আগুৰি থকা মুকলি মঞ্চখন

ছাত্ৰসকলৰ নিজৰ ভৰিত থিয় হোৱাৰ অন্য এক মঞ্চ। ৫ ডাল পুত্ৰপুষ্পা আৰু ৪ ডাল দেৱদাৰুৰ লগতে ৩৬ জোপা গোলাপ ফুল গছে শুৱনি কৰিছে 'গোলাপ বাগ'। মুকলি মঞ্চৰ দৰে অভিনয় আৰু সংস্কৃতিৰ ক্ষেত্ৰ হিচাপে ৰত্নপীঠত আছে মঞ্চকানন। ৪৩ জোপা তিতা-চঁপা, ১৩ জোপা বকুল, ৪২ জোপা শিশু আৰু ২ জোপা একাছিয়াৰ দ্বাৰা মঞ্চকাননৰ অভিনয়ৰ পটভূমি সজোৱা হৈছে।

অৰ্থনৈতিক ক্ষেত্ৰখনত মহাবিদ্যালয়খনে স্বনিৰ্ভৰশীল হৈ উঠিবৰ বাবে এক সুন্দৰ আঁচনি কৰা পৰিলক্ষিত হৈছে। এটা সময় আহিব যেতিয়া চৰকাৰ আৰু ৰাইজৰ পৰা আৰ্থিক সাহায্য বন্ধ হ'ব, মহাবিদ্যালয় পৰিচালনা কৰাৰ বাবে আৰ্থিক সংকটৰ সৃষ্টি হ'ব। গতিকে ৰত্নপীঠে ভৱিষ্যতলৈ ৰত্ন অহাৰ পথ এতিয়াই প্ৰস্তুত কৰিছে। মহাবিদ্যালয় উত্তৰা-দক্ষিণ আৰু পূৰ্ব প্ৰান্তত প্ৰায় দুশ জোপা তিতা-চঁপা গছ ৰোপণ কৰা হৈছে। যোৱা বিশ বছৰত এই তিতা-চঁপা গছে ৰত্নপীঠ মহাবিদ্যালয়লৈ আৰ্থিক সহায় কৰিব পৰাকৈ থিয় হৈছে। ইয়াৰ লগতে বাৰীখনত আছে ২২৫০ জোপা আনাৰসৰ গছ। লগতে প্ৰায় আঢ়ৈশ জোপা নাৰিকল গছৰ 'নাৰিকলনি'। ইয়াৰ উৎপাদন বজাৰত বিক্ৰী কৰিয়েই মহাবিদ্যালয়ৰ অন্যান্য পৰিচালনাৰ খৰচৰ জোৰা মাৰিব পাৰিব। বাণিজ্যিক উদ্দেশ্যত আম-কঁঠাল আদি ৰোপণ কৰাৰ লগতে ৰত্নপীঠৰ অন্য এক আঁচনি হ'ল মীন সৰোবৰ। এই আঁচনি অনুসৰি এজন স্নাতক আহি এই সৰোবৰৰ আৰ্হিত শিক্ষাগত বিদ্যা বুদ্ধি, জ্ঞান, বৈজ্ঞানিক কৌশল প্ৰয়োগ কৰি বছৰি প্ৰায় পঞ্চাশ হেজাৰ টকা উপাৰ্জন কৰিব পৰা কৰিছে। ৮০ মিটাৰ দীঘল আৰু ৪০ মিটাৰ বহল এই মীন সৰোবৰটোৰ পশ্চিমপাৰ সংলগ্ন কৰি এটা ত্ৰিকোণ জলক্ষেত্ৰ আছে। এই দুই জলভাগক সংযোগ কৰা অংশইদি এখন মীন সেতু আছে। সৰোবৰৰ চাৰিওফালে তিনি মিটাৰ বহল পথ। পথৰ কাষে কাষে ২৮ জোপা আকাশমুখী দেৱদাৰু। ৰত্নপীঠ কলেজ থকা অঞ্চলটোৰ নাম আছিল বামুণী টিলা। পূৰ্বৰ যুদ্ধ সমূহত এই ঠাইডোখৰে ফৌজ অহা-যোৱা কৰা বুলি ধাৰণা কৰা যায়। অভয়াপুৰীৰ 'ৰাম ৰজাৰ গড়' আৰু পৰ্বত জোৱাৰৰ 'ৰঙা মাটি'ত ঐতিহাসিক চিহ্ন এতিয়াও আছে। ষষ্ঠ আৰু সপ্তম দশকত এই বাটেদি ফৌজসমূহ অহা-যোৱা কৰাত ফৌজৰ ভয়ত গাঁৱৰ মানুহ আঁতৰি গৈছিল। বামুণী টিলাত সম্ভৱতঃ ব্ৰাহ্মণ সম্প্ৰদায়ৰ মানুহ আছিল। কাৰণ ৰত্নপীঠৰ মীন সৰোবৰটোৰ খননকাৰ্য চলাওঁতে এটা 'কালীয় দমন কৃষ্ণ'ৰ ধাতৱ মূৰ্তি পোৱা গৈছিল। হয়তো ফৌজৰ অত্যাচাৰত কোনো গঞাই মূৰ্তিটো মাটিৰ তলত বা নাদত পেলাই দিছিল। মহাবিদ্যালয়খনৰ ওচৰতে 'কালীয় দমন কৃষ্ণ'ৰ মূৰ্তিটো ৰাজহুৱাভাৱে প্ৰতিষ্ঠা কৰা হয়। এই মীন সৰোবৰো ৰত্নপীঠৰ আৰ্থিক ঘাটি পূৰণৰ অন্যতম ক্ষেত্ৰ। সৰোবৰৰ দক্ষিণ পাৰে ছয় মিটাৰ দীঘল আৰু চাৰি মিটাৰ বহল 'অপ্সৰা' নামৰ এটা অতিথিগৃহ। উত্তৰ পাৰে 'জলকুৱঁৰী' নামে এটা জলসিঞ্চনৰ ব্যৱস্থা সৰোবৰৰ পশ্চিমফালে ত্ৰিকোণ জলক্ষেত্ৰত হাঁহ পালনৰ ব্যৱস্থা।

অতি লক্ষণীয়ভাৱে ৰত্নপীঠ কলেজৰ প্ৰতিটো ক্ষেত্ৰতে এটা নতুন শব্দৰে নামাকৰণ কৰা হৈছে। চকীদাৰৰ পৰিৱৰ্তে প্ৰয়োগ কৰা হৈছে অভিৰক্ষী। চকীদাৰ থকা বাসগৃহটো অভিৰক্ষী বাসগৃহ নামাকৰণ কৰা হৈছে। উল্লেখযোগ্য যে অভিৰক্ষীৰ বাসগৃহৰ লগতে এখন সৰু বাৰীৰ সৃষ্টি কৰা হৈছে। প্ৰায় দুকঠা মাটিত বছৰি প্ৰায় আঠ হেজাৰ টকাকৈ উপাৰ্জন কৰিব পৰাকৈ তামোল-পাণ-নাৰিকল আদি ফলমূল ৰোপণ কৰা হৈছে, যাতে মহাবিদ্যালয়ৰ অভিৰক্ষীজনে প্ৰাপ্য বেতন লাভ কৰাৰ লগতে অলপ কষ্ট কৰি উপৰঞ্চিভাৱে বছৰি কিছু উপাৰ্জন কৰিব পাৰে। অধ্যাপকসকলৰ বাসগৃহৰ বাবেও নিৰ্দিষ্ট মাটি ৰখা হৈছে। বৰ্তমানলৈ গৃহ নিৰ্মাণ হোৱা নাই যদিও প্ৰতিটো বাসগৃহৰ ভাগতে আম, বকুল, বটল ব্ৰাছ ইতিমধ্যেই ৰোপণ কৰা হৈছে।

## অপূৰ্ব সিংহ গ্ৰন্থাগাৰ ভৱন

অপূৰ্ব সিংহ ট্ৰাষ্ট গঠন হৈছিল ১৯৮৪ চনৰ ২১ নৱেম্বৰত। সেই সময়তে ৰত্নপীঠ কলেজে গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভ কৰাৰ বাবে এটা গ্ৰন্থাগাৰৰ প্ৰয়োজন হ'ল। এই প্ৰয়োজন পূৰণ কৰাৰ দায়িত্ব ল'লে অপূৰ্ব সিংহ ট্ৰাষ্টে। অপূৰ্ব সিংহৰ বন্ধুসকলৰ লগতে বিভিন্ন ক্ষেত্ৰৰ পৰা ট্ৰাষ্টে সংগ্ৰহ কৰা কিতাপ আৰু আলমীৰাৰে ৰত্নপীঠৰ প্ৰয়োজন পূৰণ কৰিলে। ইয়াৰ লগতে অপূৰ্ব সিংহ ট্ৰাষ্টে গ্ৰন্থাগাৰৰ আচবাব, আভ্যন্তৰীণ সাজ সজ্জা, Audio Visual ৰ ব্যৱস্থা, Cassette আৰু কিতাপ আদিৰে আধুনিক গ্ৰন্থাগাৰ নিৰ্মাণৰ আঁচনি গ্ৰহণ কৰিলে। ইতিমধ্যেই গ্ৰন্থাগাৰ নিৰ্মাণ হৈ উঠিল। অপূৰ্ব সিংহৰ পৰিবাৰ ৰাধা সিংহই এনচাইক্ল'পেডিয়া ত্ৰিশখন, গুৱাহাটীৰ গংগা কলিতাই অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত কিতাপসমূহ, আছাম ট্ৰিবিউনৰ তেতিয়াৰ সম্পাদক সতীশ কাকতিয়ে ২৫ খন কিতাপ, অসম প্ৰকাশন পৰিষদৰ স্বত্বাধিকাৰী প্ৰমোদ শৰ্মাই ১০০ খন, প্ৰমোদ কাকতিয়ে ১৩৬ খন, গুৱাহাটীৰ কিতাপঘৰে ২০০ খন, গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য ড° দেৱপ্ৰসাদ বৰুৱাই বহুসংখ্যক কিতাপ ৰত্নপীঠৰ গ্ৰন্থাগাৰলৈ দিয়াৰ লগতে বহুসংখ্যক ব্যক্তিয়ে অপূৰ্ব সিংহৰ ট্ৰাষ্টৰ জৰিয়তে কিতাপ দান কৰিছে। অপূৰ্ব সিংহ গ্ৰন্থাগাৰ ভৱন ৰত্নপীঠ মহাবিদ্যালয়ৰ এক সুকীয়া পৰিচয়।

'ৰত্নপীঠ' নিৰ্মাণৰ কামত চৰকাৰৰ বিভিন্ন বিভাগে স্থানীয় ৰাইজৰ লগত লগ হৈ সহায় আগবঢ়াইছে। শিক্ষকসকলৰ অবদান আৰু ছাত্ৰৰ সহযোগ ৰত্নপীঠ মহাবিদ্যালয়ৰ এক অন্য গৌৰৱ। নিদানী গাঁৱলৈ যোৱা পথত মহাবিদ্যালয়খনৰ ত্ৰিশ বিঘা মাটিত নিৰ্মাণ কৰা ষ্টেডিয়াম, বৃক্ষৰোপণ, বিভিন্ন নামাকৰণ, সৰোবৰটোৰ আঁচনি, অভিৰক্ষীৰ বাসগৃহ আদি প্ৰতিটো বিস্ময়কৰ কামৰ পিছত অতি নীৰৱে কাম কৰি থকা মানুহজন হ'ল জননেতা শৰৎ চন্দ্ৰ সিংহ। ৰত্নপীঠৰ গছৰ ছাঁত বহিলে অনুভৱ কৰিব পৰা যায় শৰৎ চন্দ্ৰ সিংহৰ সপোন আৰু বাস্তৱ।■■

*(২৩ জুন ২০০০চনৰ সাদিন প্ৰকাশিত)*

# আমাৰ দৃষ্টিত ৰত্নপীঠ কলেজ

**ধীৰেন্দ্ৰ দেৱ অধিকাৰী**

১৯৭৭ চন দেশৰ জৰুৰী কালীন অৱস্থাৰ অৱসানৰ পিছত ত্ৰিশ বছৰীয়া কংগ্ৰেছ শাসনৰ অন্ত পেলাই প্ৰথম বাৰৰ বাবে অকংগ্ৰেছী জনতা চৰকাৰ মোৰাৰজী দেশাইৰ নেতৃত্বত কেন্দ্ৰত অধিষ্ঠিত হয়। তাৰ পিছৰ বছৰতে অৰ্থাৎ ১৯৭৮ চনত অসমত সাধাৰণ নিৰ্বাচন হয় আৰু শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ নেতৃত্বাধীন কংগ্ৰেছৰ অৱসান ঘটাই জনতা দলৰ নেতা শ্ৰীগোলাপ বৰবৰাই চৰকাৰৰ নেতৃত্ব লয়। কংগ্ৰেছ সৰ্ববৃহৎ বিৰোধী দল হিচাপে শ্ৰীশৰৎ চন্দ্ৰ সিংহ বিৰোধী দলৰ নেতা হয়। পৰৱৰ্তী অসমৰ ৰাজনৈতিক ইতিহাস দীঘলীয়া আৰু অসমৰ ৰাজনৈতিক ইতিহাস স্মৰণীয় আৰু সৰ্বজন বিদিত। নীতি আৰু আদৰ্শৰ প্ৰতীক স্বৰূপ সিংহ দেৱ ৰাজনৈতিক মতাদৰ্শত অলৰ-অচৰ। জনতাৰ ৰায় কংগ্ৰেছ বিৰোধী পক্ষত বহাত। গতিকে সিংহ দেৱে বহুবাৰ শাসনৰ বাঘজৰী লোৱাৰ অনুকূল পৰিস্থিতি পোৱাৰ পিচতো ৰাইজৰ ৰায়ক সন্মান জনাই বিৰোধী পক্ষতে থাকিলে আৰু নীতি আদৰ্শত অবিচলিত হৈ বৰ্তমানত অসমৰ ৰাজনীতিত ইউক্লিপটাছৰ দৰে থিয় হৈ আছে।

উল্লেখিত উক্তিৰ অৱতাৰণা এই বাবেই কৰা হ'ল যে; ছবছৰ তেখেত অসমৰ মুখ্যমন্ত্ৰী আছিল। সেই সময়ত অবিভক্ত গোৱালপাৰা জিলাৰ বিভিন্ন সমস্যা লৈ তেখেতৰ ওচৰত সজাতি দল আহিছিল আৰু একে জিলাৰে মুখ্যমন্ত্ৰী হিচাপে জিলাখনৰ বিভিন্ন দিশত উন্নতি হোৱাটো বিচাৰিছিল। কিন্তু নীতিপ্ৰজ্ঞ সিংহ ডাঙৰীয়া স্থিতিত স্পষ্ট। তেখেত অসমৰ মুখ্যমন্ত্ৰী, কোনো এটা অঞ্চল বা গোষ্ঠীৰ মুখ্যমন্ত্ৰী নহয়। উপৰোক্ত কথাখিনিৰ এই বাবেই উল্লেখ কৰা হ'ল, কাৰণ তেখেত মুখ্যমন্ত্ৰী পদবী এৰাৰ পিছত ৰত্নপীঠ কলেজ স্থাপনৰ বীজ ৰোপণ কৰা হৈছিল। বহুতে মন্তব্য কৰিলে মুখ্যমন্ত্ৰী থকা কালত কলেজ স্থাপন কৰিলে সুকলমে এখন সৰ্বাঙ্গীণ সুন্দৰ কলেজ স্থাপন কৰিব পাৰিলেহেঁতেন। তেতিয়া নকৰি এতিয়া কলেজ কেনেকৈ হ'ব ইত্যাদি ইত্যাদি। চিন্তা অনুযায়ী কামৰ আঁচনি। কলেজৰ প্ৰথম পদক্ষেপ হিচাপে বহলপুৰ আৰু চাপৰৰ মাজত য'ত বৰ্তমান ৰত্নপীঠ কলেজ স্থাপিত, তাত মাষ্টাৰ প্লেনৰ কাম আৰম্ভ হ'ল। স্থপতিবিদ শ্ৰীঅপূৰ্ব কুমাৰ সিংহ হাতে কামে জৰীপৰ কামত লাগি পৰিল। এখোজ দুখোজকৈ ৰত্নপীঠৰ কাম আৰম্ভ হৈ আজি ৰত্নপীঠে পঁচিশ বছৰ পাৰ

কৰিলে। দুৰ্ভাগ্যজনক, দেশৰ বাবে অপূৰণীয় ক্ষতি যাৰ জীৱন আৰু আদৰ্শক লৈ ৰত্নপীঠত জড়িত হোৱাৰ সুযোগ পাইছিলোঁ, সেয়া মহান যুৱ নেতা অপূৰ্ব সিংহৰ ১৯৮৪ চনৰ ১০ ফেব্ৰুৱাৰী, অবিশ্বাস্য হ'লেও সত্য তেখেত চিৰদিনৰ বাবে আমাক এৰি গুচি গৈছিল। তেখেতৰ শুভাকাঙ্খী বন্ধু-বান্ধৱৰ দ্বাৰা অপূৰ্ব সিংহ মেমৰিয়েল কমিটী গঠন কৰি ১৯৮৪ চনৰ ২১ নৱেম্বৰত সভা পাতি ধন আৰু কিতাপ সংগ্ৰহ কৰি অপূৰ্ব সিংহ গ্ৰন্থাগাৰ স্থাপন কৰাৰ সিদ্ধান্ত লোৱা হৈছিল। সিদ্ধান্ত অনুযায়ী ট্ৰাষ্টৰ সভাপতি শ্ৰীনৱকান্ত বৰুৱাৰ দ্বাৰা ১৯৯৪ চনত গ্ৰন্থাগাৰৰ দ্বাৰোদঘাটন কৰোৱা হয়। এইদৰে ৰত্নপীঠ কলেজত জড়িত হৈ বিভিন্ন সময়ত সিংহ ছাৰৰ লগত ৰত্নপীঠ কলেজৰ ভিতৰ চ'ৰাৰ আৰু কলেজৰ বিভিন্ন আঁচনি সমূহৰ বিষয়ে জনাৰ সুযোগ পাইছিলোঁ। কলেজৰ মঞ্চ, কলেজৰ শিক্ষকৰ বাসস্থান, কলেজৰ চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীৰ বাসস্থান ইত্যাদি। প্ৰত্যেকেটো চৌহদতে এটা বিশ্লেষণাত্মক অৰ্থনৈতিক আৰু সামাজিক আধাৰ জড়িত হৈ আছে। যিটো চৌহদৰ পৰা গতানুগতিক মাহিলী দৰমহাৰ উপৰিও কিছু উপাৰ্জনৰ বাট হ'ব পৰা ব্যৱস্থাৰ চিন্তা কৰা হৈছে। যিটো চৌহদ সেই অঞ্চলৰ বাসিন্দাৰ বাবেও হ'ব পাৰে আদৰ্শ। গোটেই অনুষ্ঠানটোৱেই এটা পাঠদানৰ উপৰিও গ্ৰামীণ, সামাজিক আৰু অৰ্থনৈতিক কেন্দ্ৰ হিচাপে গঢ় দিয়াৰ চেষ্টা সিংহ ছাৰে কৰি আছে, কিমান সফল হ'ব পাৰিছে সেয়া এদিন সময়ে ক'ব। ইতিহাসে ক'ব।

কলেজৰ কল্পনা, পৰিৱেশ আৰু ৰূপায়ণ যেনিবা এটা ত্ৰিভূজৰ তিনিটা কোণ, অতি সুক্ষ্ম আৰু নিখুঁট। মোৰ বোধেৰে কাশী হিন্দু বিশ্ববিদ্যালয় (B.H.U) স্থাপনৰ বাবে মদন মোহন মালব্যই যি ত্যাগ আৰু পৰিশ্ৰম কৰি আজি দেশৰ এখন শীৰ্ষ স্থানৰ শিক্ষানুষ্ঠান হিচাপে স্বীকৃতি পালে, আশাকৰো সিংহ ছাৰৰ ত্যাগ আৰু পৰিশ্ৰমৰ স্বীকৃতি ৰত্নপীঠেও এদিন পাই স্বনিয়ন্ত্ৰিত (Autonomous Institution) স্থান পাব।

এইখিনিতে এটি সৰু ঘটনা পুনৰোক্তি কৰিব বিচাৰিছোঁ। কলেজৰ লগত জড়িত সকলো ব্যক্তিৰে নিশ্চয় মনত আছে। কলেজ স্থাপনৰ যো-জা চলিছে। সিংহ ছাৰ চাপৰ বঙলাৰ বাৰাণ্ডাত বহি আছে। এনেতে এজন ভিক্ষাৰী আহি ছাৰক অনুৰোধ কৰিলে, 'ছাৰ, পঞ্চাশ টকা আনিছোঁ ল'বনে?' ছাৰে বুজা নাছিল কাৰণ ভিক্ষাৰীয়ে ভিক্ষা খোজে কিন্তু দিব নাহে। কিন্তু ভিখাৰীজনে ছাৰক বাৰে বাৰে অনুৰোধ কৰিছিল ল'বৰ বাবে। ছাৰে কথাটো যেতিয়া অনুধাৱন কৰিলত বুজিলে যে ভিক্ষাৰীজনে কলেজ স্থাপন হোৱাত অতি সন্তোষ পাইছিল। আৰু তাৰ বাবে বৰঙণি হিচাপে ভিক্ষা খুজি পোৱা পঞ্চাশ টকা দিব বিচাৰিছিল। কাৰণ ভিক্ষাৰীৰ সময়ত কলেজ নাছিল। পঢ়াৰ সুবিধা পোৱা নাছিল। পঢ়িবও নোৱাৰিলে। ফলত ভিক্ষাৰী হ'ল। তেখেতে নিবিচাৰে ভৱিষ্যত আৰু ভিক্ষাৰীৰ জন্ম হওঁক। এই গোটেই চৰিত্ৰটোৰ ওপৰত সেই সময়ত এটা প্ৰবন্ধ প্ৰকাশ পাইছিল-'বিদ্বান কোন?' সেই আশাৰে আজি পুনৰ আশা ৰাখিছোঁ ৰত্নপীঠে জন্ম দিয়ক শত-সহস্ৰাধিক বিদ্বানৰ। সিংহ ছাৰৰ সপোনৰ ৰত্নপীঠ দিঠকত ৰূপ দিবলৈ ভগৱানে দিয়ক সিংহ ছাৰক দীৰ্ঘায়ু আৰু অসীম শক্তি। জয়তু ৰত্নপীঠ। ■■

# ৰত্নপীঠ কলেজ আৰু শিক্ষাৰ পৰিৱেশ'

**আঞ্জুৱাৰা বেগম**
*প্ৰাক্তন ছাত্ৰী, ৰত্নপীঠ কলেজ*

চাপৰ-বহলপুৰ অঞ্চলৰ শিক্ষানুৰাগী ৰাইজৰ মহান ত্যাগৰ বিনিময়ত ১৯৭৮ চনৰ১ চেপ্তেম্বৰত আনুষ্ঠানিকভাৱে বি, চি, কলেজৰ স্নাতক মহলাৰ দ্বাৰ উদ্বোধন হয়। কলেজখনত প্ৰথম বৰ্ষত ভৰ্তি হয় ৩৪ জন ছাত্ৰ-ছাত্ৰী। পাঠদান কাৰ্য আৰম্ভ হয় চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত। পাঠদানৰ স্থান পৰিৱৰ্ত্তন হৈ হৈ ১৯৮৪ চনৰ ১৬ আগষ্টত বৰ্তমান কলেজৰ নিজা মাটিত স্থায়ী স্থিতি লাভ কৰে। চি, বি, কলেজৰ নাম পৰিৱৰ্তন হৈ ৰত্নপীঠ কলেজ হিচাপে নামাকৰণ কৰা হয়। তেতিয়াৰ পৰা বৰ্তমানলৈকে কলেজৰ শিক্ষাৰ পৰিৱেশৰ আমূল পৰিৱৰ্তন। যেন শান্তিনিকেতনৰ ৰূপান্তৰ। দেখ দেখকৈ কলেজৰ বয়স ২৫ বছৰ অতিক্ৰম কৰিলেই।

চাপৰ, বহলপুৰ, শালকোচা আৰু বইটামাৰী অঞ্চলৰ উচ্চ শিক্ষাৰ বিকাশত এই ৰত্নপীঠ কলেজে এক বৈপ্লৱিক ভূমিকা গ্ৰহণ কৰি আহিছে। কলেজ স্থাপিত হোৱাৰ আগতে এই অঞ্চলত উচ্চ শিক্ষাৰ হাৰ প্ৰতি হাজাৰত ১ জনহে আছিল। কিন্তু আজি শতকৰা প্ৰায় ৫-৬ জনলৈ বৃদ্ধি হ'বলৈ সক্ষম হৈছে।

কলেজৰ পৰা প্ৰথম বছৰতেই ১৪ জন লৰা-ছোৱালীয়ে বি, এ, পৰীক্ষাত অৱতীৰ্ণ হৈ ৫ জনে কৃতকাৰ্যতা লাভ কৰে। তাৰে ৪ জনে সাধাৰণ আৰু এজনে ৰাজনীতি বিজ্ঞানত অনাৰ্চ সহ সুখ্যাতিৰে বি, এ, পাছ কৰিবলৈ সক্ষম হয়। এজনে (বৰকতুল্লা খান) প্ৰথম বছৰতেই অনাৰ্চ পোৱাত ৰাইজৰ মাজত আলোচনাৰ বিষয় হৈ উঠিছিল। ৫ জনৰ এজনী ছোৱালী আছিল। প্ৰথম বছৰত ৫ জনকৈ ছাত্ৰ-ছাত্ৰীয়ে বি,এ পাছ কৰাত ৰাইজৰ মাজত কলেজৰ প্ৰতি আত্ম বিশ্বাস বৃদ্ধি পাইছিল, ফলত দ্বিতীয়, তৃতীয়, বছৰত কলেজৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা যথেষ্ট পৰিমাণে বৃদ্ধি পাবলৈ আৰম্ভ কৰিছিল।

১৯৮৭ চনত আমাৰ কলেজৰ উচ্চতৰ মাধ্যামিক শ্ৰেণীত ছাত্ৰ-ছাত্ৰীৰ ভৰ্তিৰ ব্যৱস্থা কৰে। ১৯৮৭ চনৰ পৰা ২০০৪ চন লৈকে ৰত্নপীঠ কলেজৰ পৰা ১৪০০ শ লৰা-ছোৱালীয়ে উচ্চতৰ মাধ্যমিক শ্ৰেণী পাছ কৰে। ইয়াৰে ৫ জন ছাত্ৰ-ছাত্ৰীয়ে প্ৰথম শ্ৰেণীত উত্তীৰ্ণ হয়। তাৰে তিনি জনে ৰাজনীতি বিজ্ঞানত 'লেটাৰ মাৰ্কচ্' পাবলৈ সক্ষম হয়।

১৯৭৮ চনত ছাত্ৰ-ছাত্ৰী ভৰ্তি হৈ প্ৰথম ১৯৮০ চনত চূড়ান্ত পৰীক্ষা দিব লাগিছিল, কিন্তু অসমত বিদেশী বহিস্কাৰ আন্দোলনে চৰম ৰূপ লোৱাত গুৱাহাটী বিশ্ব বিদ্যালয়ে সেই বছৰত পৰীক্ষা অনুষ্ঠিত কৰিব নোৱাৰিলে। অৱশেষত ১৯৮১ চনত হে প্ৰথম পৰীক্ষা দিবলৈ সক্ষম হয়। এটা বছৰ ছাত্ৰ-ছাত্ৰীৰ ক্ষতি হ'ল। এয়া বহিস্কাৰ আন্দোলনৰ কুফল। সেয়ে, ১৯৮১ চনৰ পৰা ২০০৪ চনলৈকে ৰত্নপীঠ কলেজৰ পৰা ১৬০০ শ ছাত্ৰ-ছাত্ৰীয়ে স্নাতক ডিগ্ৰীধাৰী হ'বলৈ সক্ষম হৈছে। ৰত্নপীঠ কলেজ এই গ্ৰাম্যাঞ্চলত স্থাপিত নহ'লে আমাৰ দৰে গাঁওৰ ছোৱালীবোৰে হয়তো বি, এ পাছ কৰিবই নোৱাৰিলেহেঁতেন।

১৯৮৭ চনৰ পৰা কলেজত অনাৰ্চ পাঠ্যক্ৰম সংযোজন কৰা হৈছে। ২০০৩ চনৰ পৰা অনাৰ্চ নাম সলনি কৰি গুৱাহাটী বিশ্ব বিদ্যালয়ে মেজৰ নামকৰণ কৰিছে। বৰ্তমান ৰাজনীতি বিজ্ঞান, অৰ্থ বিজ্ঞান, অসমীয়া, ইংৰাজী আৰু শেহতীয়াকৈ শিক্ষা বিষয়ত ছাত্ৰ-ছাত্ৰীয়ে মেজৰ পাঠ্যক্ৰম পঢ়াৰ সুবিধা পাইছে। ইয়াৰ উপৰিও গণিত আৰু দৰ্শন শাস্ত্ৰও পঢ়াৰ সুবিধা কৰিছে। এতিয়ালৈকে (২০০৫) ৰাজনীতি বিজ্ঞানত ১৯৯ জন, অসমীয়াত ১৪৫জন, অৰ্থ বিজ্ঞানত ৩০জন, শিক্ষা বিষয়ত ৪৫জনে আৰু ইংৰাজীত ৫জনে অনাৰ্চ আৰু মেজৰ পাবলৈ সক্ষম হৈছে।

ৰত্নপীঠ কলেজৰ পৰা পাছ কৰা ল'ৰা-ছোৱালীৰ ভিতৰত ৪৯ জনে বিভিন্ন বিভাগত স্নাতকত্তোৰ ডিগ্ৰী, ২২ জনে আইনৰ ডিগ্ৰী আৰু কেবাজনে মাচ্ কমিউনিকেশ্যন ডিগ্ৰী লবলৈ সক্ষম হৈছে।

ৰত্নপীঠ কলেজত ২০০৩ চনৰ পৰা P.G.C.S.(Post-Graduate Correspondence School)ৰ জৰিয়তে স্নাতকত্তোৰ শ্ৰেণী (এম, এ) পাছ কৰাৰ সুবিধাও সংযোজন কৰা হৈছে। ইতিমধ্যে স্নাতকত্তোৰ শ্ৰেণীত ভৰ্তি হোৱা ছাত্ৰ-ছাত্ৰীয়ে চূড়ান্ত পৰীক্ষাত অৱতীৰ্ণ হৈছে।

এইখন কলেজত কেবাবছৰ আগতে N.S.S., N.C.C., Scout & Guide আদিঁ যিবোৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছে, এই প্ৰশিক্ষণৰ জৰিয়তে শিক্ষা বিষয়ক ডিগ্ৰী পোৱাৰ উপৰিও এজন সুনাগৰিক গঢ়ি তোলাত যথেষ্ট অৱদান আগবঢ়াইছে। সৰ্বশেষত এইখন কলেজত চাকৰিমুখী কিছুমান পাঠ্যক্ৰমৰো ব্যৱস্থা কৰিছে। এই পাঠ্যক্ৰমবোৰ হ'ল- Gymnastics & Sports, Computer

Course। এই দুয়োটা পাঠ্যক্রম পর্য্যায়ক্রমে 'বিভাগ' হিচাপে প্রতিষ্ঠিত কৰাৰ লক্ষ্য কলেজে বান্ধি লৈছে।

শিক্ষাৰ উন্নয়নত অনুকূল শিক্ষাৰ পৰিৱেশেও প্ৰভুত প্ৰভাৱ বিস্তাৰ কৰি থাকে। কলেজ পৰিচালনা সমিতিয়ে ৰাইজৰ সহযোগত শিক্ষাৰ অনুকূল পৰিৱেশ গঢ়ি তোলাত যত্নৰ ত্ৰুটি কৰা নাই। এইখন কলেজ এটা বিশেষ আঁচনি আৰু পৰিকল্পনাৰ ভেটিত গঢ়ি উঠিছে। কলেজত পদাৰ্পন কৰিলেই Flag Square অৰ্থ্যাৎ ছাত্ৰ-ছাত্ৰীৰ parade Graound আৰু তাত সংস্থাপিত Little Jantar-Mantar ৰে অতিকৈ কলেজৰ প্ৰতি একাত্মতা বঢ়াই তোলে। কলেজৰ আন্তঃগাঁথনিত থকা ৰাস্তাবোৰেও আকৰ্ষিত কৰে আৰু ৰাস্তাবোৰ নাম Sir Isaac Newton, Pandit Krishnakanta Handique, FakarUddin Ali Ahmed, Sarbapalli Radhakrishnan, Rupnath Brahma আদি বিদগ্ধ পণ্ডিত , দাৰ্শনিক, বৈজ্ঞানিক, সাহিত্যিক আৰু সমাজ সেৱকৰ নামত নামঙ্কিত কৰা হৈছে। কলেজত পঢ়ি থকা ছাত্ৰ-ছাত্ৰীৰ দৃষ্টিত নাম ফলকবোৰ পৰাৰ লগে লগেই বৌদ্ধিক দিশত প্ৰতি ক্ৰিয়া আৰম্ভ হয়। এই প্ৰতিক্ৰিয়াই তেখেতসকলৰ নিচিনাই ডাঙৰ মানুহ হোৱাৰ ভাব প্ৰতিফলিত হয়।

ইয়াৰ উপৰিও কলেজৰ মুকলি মঞ্চ, কিশোৰ ভৱন, কলেজৰ লীলাৱতী আৰু বৃন্দাৱতী দ্বাৰ আদিয়ে কলেজৰ পৰিৱেশ আৰু সৌন্দৰ্য্য আধিক বঢ়াই তুলিছে। নিয়মানুবৰ্তীতা আৰু দেখি-শুনি শিক্ষা লাভ কৰা, এইখন কলেজত প্ৰতিফলিত হৈছে। বছৰে বছৰে কলেজৰ পৰিৱেশ আৰু উন্নয়ন দ্ৰুত গতিত বাঢ়ি গৈছে। আমি চাপৰ বাসী ৰাইজে আশা কৰিব পাৰোঁ, আগন্তুক দহ বছৰত উত্তৰ-পূৰ্বাঞ্চলত এখন অদ্বিতীয় কলেজ ৰূপে পৰিগণিত হ'ব। প্ৰয়াত অপূৰ্ব কুমাৰ সিংহৰ স্বপ্ন 'ৰত্নপীঠ কলেজ গ্ৰাম্য বিশ্ব বিদ্যালয় লৈ ৰূপান্তৰ', বাস্তৱত পৰিণত হওঁক।

শৰৎ চন্দ্ৰ সিংহ। তেখেতৰ কোনো ল'ৰা-ছোৱালী আৰু কোনো নাতি-পুতিও এইখন কলেজত নপঢ়ে। পঢ়াৰ সম্ভাৱনাও নাই। কিন্তু তেখেতে ৯৩ বছৰ বয়সতো কলেজখনৰ শিক্ষাৰ পৰিৱেশৰ উন্নয়ণ, এই অঞ্চলৰ শিক্ষাৰ হাৰ আৰু মান বৃদ্ধিৰ বাবে যিদৰে অক্লান্ত পৰিশ্ৰম কৰি গৈছে, তাৰ তুলনা নাই। যেন কলেজ গঢ়াই তেখেতৰ একমাত্ৰ সংসাৰ।■■

# বিনন্দীয়া ৰত্নপীঠ কলেজৰ সুৰীয়াগীত

সবিতা সিংহ

পৰিৱেশ, প্ৰকৃতি আদি সকলো ক্ষেত্ৰতে ৰত্নপীঠ কলেজ এক ব্যতিক্ৰম অনুষ্ঠান। উক্ত ব্যতিক্ৰমৰ উদাহৰণ হ'ল কলেজত থকা নিজস্ব সংগীত। কলেজৰ উৎসৱ অনুষ্ঠানত আৰম্ভণী গীত ৰূপে সমস্বৰত গোৱা হয় উক্ত গীত। গীতটিৰ পৰিচিতি হ'ল 'কলেজ সংগীত'। প্ৰতিষ্ঠা কালৰে পৰা চলি অহা আৰম্ভণী গীতটি ৰত্নপীঠ কলেজৰ নিজস্ব এক ব্যক্তিক্ৰম পৰম্পৰাৰ স্বাক্ষৰ।

*আমি বন্তি জ্বলাওঁ*
*আমি দিশ পোহৰাওঁ*
*নজনাক জানিবলৈ*
*আমি আগুৱাই যাওঁ।*

*আমি যাত্ৰী অসীমৰ*
*জয়চিহ্ন ভাৰতৰ*
*এন্ধাৰ বিদাৰী আমি*
*পোহৰ উলিয়াওঁ।*
*অসীমলৈ এই বাট*
*আছে বহু বাধা তাত*
*আমি পাৰহৈ যাওঁ*
*আমি বন্তি জ্বলাওঁ।।*

গীতফাঁকিৰ শব্দ-চয়ন তথা বাক্যৰ ছন্দবদ্ধ অনুৰণন সাৱলীল। গীত ফাঁকিত নীহিত তাৎপৰ্য অতি গভীৰ। গীতটিত উল্লেখিত বন্তি, আলোক সন্ধানী সাৰ্বজনীন সংস্কৃতিৰ প্ৰতীক। ভক্তিভাব জাগৃতিৰ প্ৰতীক। আনহাতে বন্তি এগছিয়ে বহুন কৰে মানুহৰ

সম্পূৰ্ণ জীৱন দৰ্শন। মাটিৰে সজোৱা বন্তি বা প্ৰদীপটি মানুহৰ বৈষয়িক ভাৱনাৰ প্ৰতীক। তাত দিয়া তেল, শলিতা বন্তি গছিৰ জীয়াই থকাৰ আধাৰ। অনুৰূপভাৱে মানুহক জীয়াই থাকিবলৈ খাদ্যৰ দৰকাৰ। বন্তি গছিৰ শিখা এন্ধাৰ বিদীৰ্ণ কৰা আলোকৰ প্ৰকাশ। আলোক জ্ঞানৰ প্ৰতীক। আলোকে অভিব্যক্ত কৰে আধ্যাত্মিকতাৰ। মানুহৰ জীৱন দৰ্শনৰ লগত সংপৃক্ত এগছি বন্তিৰ সন্মুখত হিন্দু, মুছলমান, খ্ৰীষ্টিয়ান সকলো ধৰ্মালম্বীয়ে ভক্তিত নতি হৈ আত্মসমৰ্পণ কৰে। মানুহ আলোক সন্ধানী। অজ্ঞানতাক নাশি অন্ধকাৰ বিদীৰ্ণ কৰি নজনাক জানিবলৈ মানুহৰ হাবিয়াস চিৰকলীয়া। আলোক সন্ধান তথা জ্ঞানৰ সন্ধানৰ এই যাত্ৰা যিমানে দীঘল হওঁক যিমানে প্ৰতিকূল হওঁক আমি আগুৱাই যাম বুলি সংকল্প কলেজ সংগীতটিৰ জৰিয়তে ব্যক্ত কৰা হৈছে।

ৰত্নপীঠ কলেজৰ আন দুটি উল্লেখযোগ্য গীত হ'ল 'মীন সৰোবৰ অভ্যুকৰণগীত', আৰু উক্ত অনুষ্ঠানৰ সমাপ্তি গীত বা জয়গীত।' মীন সৰোবৰ অভ্যুকৰণ গীতটিত কবিয়ে গাইছে —

*'সাত সাগৰৰ পানী, সিঁচি সিঁচি আনি*
*আকাশতে পাতে মেলা, ডাঁৱৰে ৰাণী।*
*সাত কন্যা ঢালে পানী ধৰণীতে পৰে*
*সাগৰ সিঁচা পানীৰে সৰোবৰ ভৰে।*

..........................................................

..........................................................

উক্ত গীত ফাঁকি প্ৰকৃতিৰ চিৰাচৰিত ৰীতিৰ এক সুৰীয়া অভিব্যঞ্জনা। বাৰিষাকালত ডাঁৱৰে সাত সাগৰৰ পানী কঢ়িয়াই আনে। অলৌকিকতাৰ ৰহণ সানি কবিয়ে গাইছে সেইপানী সাত কন্যাই ধৰণীত ঢালে আৰু সেই পানীৰে সৰোবৰ ভৰে। সৰোবৰ যেতিয়া শুকাই যায়, পৃথিৱী যেতিয়া ৰিক্ত হয়, তেতিয়াই মেঘৰ কুঁৱৰীয়ে ডাঁৱৰৰূপে সাগৰৰ পৰা পানী আনে। সেই পানীৰে পুনৰ সৰোবৰ ভৰে, ৰিক্ত ধৰণীক সিক্ত কৰে। পূৰ্ণ সৰোবৰত মীন কুলে আত্মহাৰা হৈ কেলি কৰে।

মীন সৰোবৰ অভ্যুৎকৰণ সমাপ্তি অনুষ্ঠান মধুৰ কৰি তুলিবলৈ কবিয়ে গাইছে—

*ভৰি থাকা, ভৰি থাকা*
*ভৰি থাকা সৰোবৰ*
*ফলে ফুলে শোভোপৰে*
*জলে শোভে মীনবোৰ।*

এই নীতি ফাঁকিতো কবি হৃদয়ৰ পৰা নিগৰিত হৈছে— সৰোবৰ তুমি ভৰি থাকা। তোমাৰ পাৰত শোভে ফল ফুল আৰু তোমাৰ পানীত শোভে মৎস ফুল। বৃষ্টি হ'ব, সৃষ্টি হ'ব, মীন কুল বৃদ্ধি হ'ব। সুখ হ'ব, শান্তি হ'ব আৰু হ'ব জয়।

উল্লেখযোগ্য যে মীন সৰোবৰৰ অভ্যুৎকৰণ অনুষ্ঠানত উক্ত গীত দুটি কেৱল যে সুললিত কণ্ঠত গোৱা হৈছিল সেয়া নহয় গীতৰ তালে তালে গোৱালপৰীয়া নিজস্ব সুকীয়া সাজ পাটানী পৰিধানেৰে সাত কন্যাৰ দ্বাৰা নৃত্য পৰিৱেশন কৰি অনুষ্ঠানটিক এক ব্যতিক্ৰম মৰ্যাদা প্ৰদান কৰিছিল। নৰোত্তম জীৱনৰ পৰিচালনাত বিলাসীপাৰাৰ ময়নামতী শিল্পী সমাজৰ দ্বাৰা পৰিবেশীত উক্ত নৃত্যগীতানুষ্ঠান অন্তৰ পৰশা আছিল।

ৰত্নপীঠ কলেজত ১৯৮৬ চনৰ ২ জুলাই তাৰিখে ৩৭ তম বন মহোৎসৱ অনুষ্ঠিত হয়। উক্ত অনুষ্ঠান উপলক্ষে ৰাতি হয় 'বৃক্ষৰোপণ গীত' নামৰ এক আবেদনময়ী গীত।

*গছ ৰোৱা, গছ ৰোৱা, গছ ৰোৱা ভাই*
*গছে জীৱ, গছে শিৱ, গছে দিয়ে ঠাই।*
*গছে আনে পানী অই , গছে দিয়ে প্ৰাণ*
*গছ ৰোৱা বন ৰাখা, ত্যজ বিস্তা আন।*

.......................................................

গছ-ৰোৱা, গছক ডাঙৰ-দীঘল কৰা এয়ে গীত ফাঁকিৰ মুখ্য ছন্দোবদ্ধ আবেদন। গছে জীৱ, গছে শিৱ, গছে ৰাখে ঠাই বুলি গছৰ উপকাৰিতাৰ লীলা নাই। গছ-গছনি নহ'লে বৰষুণ নহয়। বৰষুণ নহ'লে ধৰণী সতেজ নহয়, ধৰণী সতেজ নহ'লে, খেতি-বাতি নহয়, খেতি-বাতি নহ'লে মানুহ জীয়াই থকা সম্ভৱ নহয়। অকল সেয়ে নহয় প্ৰকৃতিৰ সকলো জীৱ-জন্তুৰ বাবে গছ-গছনি অপৰিহাৰ্য্য। গছ-গছনি, জীৱ-জন্তু, মানুহ পৰস্পৰে পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল। সেয়ে কবিয়ে জনগণক গছ-গছনি ৰুবলৈ, তাক ৰক্ষণাবেক্ষণ দিবলৈ আবেগিক আবেদন জনাইছে।

ওপৰোক্ত গীত ফাঁকিক ভিত্তি কৰি এক অনুপম নৃত্যগীত পৰিৱেশন কৰে নৰোত্তম সিংহৰ পৰিচালনাত বিলাসীপাৰাৰ ময়নামতী শিল্পী সমাজে। গৌৰৱৰ বিষয় যে নৰোত্তম সিংহৰ পৰিচালনাত উক্ত নৃত্যগীত আৱাহন থিয়েটাৰৰ মঞ্চত নৃত্যনাটিকাৰূপে পৰিৱেশিত হয়।

সুনামধন্য ভ্ৰাম্যমান আৱাহন থিয়েটাৰে অসমৰ বিভিন্ন ঠাইত উক্ত নৃত্য নাটিকা প্ৰদৰ্শন কৰি কেৱল প্ৰসংশাই নহয়, সেই বছৰত শ্ৰেষ্ঠ নৃত্য-নাটিকা ৰূপে স্থান লাভ কৰিছিল। নৰোত্তম সিংহ আজি আমাৰ মাজত নাই। তেওঁৰ অভুতপূৰ্ব নৃত্য শৈলীয়ে কলেজৰ নৃত্যগীতৰ অনুষ্ঠানক যি সুকীয়া মৰ্যাদা আনি দিছিল তাৰ বাবে তেওঁৰ স্মৃতি ৰত্নপীঠ কলেজত সদা সজীৱ হৈ থাকিব।

আমি আলোচনা কৰা গীত কেই ফাঁকিৰ গীতিকাৰ হ'ল শ্ৰদ্ধাভাজন শ্ৰীশৰৎ চন্দ্ৰ সিংহ দেৱ। গীতিকাৰ গৰাকীৰ নাম ওপৰত উল্লেখ কৰাটো বাঞ্চনীয় আছিল। কিন্তু অত্যন্ত প্ৰচাৰ বিমুখ গীতিকাৰ গৰাকীৰ নাম সঘনে উল্লেখ কৰিলে গীতিকাৰ গৰাকী মানসিক ভাবে আহত হব বুলি ভয় হয়। মাথোঁ পাঠকৰ উৎসুক দূৰ কৰিবলৈ গীতিকাৰৰ নামটো শেষত উল্লেখ কৰিলো।■■

# অপূৰ্ব সিংহ আৰু ৰত্নপীঠ মহাবিদ্যালয়

জাহানুদ্দিন আহমেদ

দীৰ্ঘসূত্ৰী স্বপ্ন আৰু অবিৰত কাৰ্য সাধনাৰ জৰিয়তে ব্যক্তি এজনে অভিযান ধৰ্মী নেতৃত্বৰ অধিকাৰী হ'ব পাৰে। ৰুচিবোধ সম্পন্ন ব্যক্তিত্ব আৰু প্ৰতিভাই মানুহ এজনক বিখ্যাত কৰে। দীৰ্ঘায়ু জীৱনৰ এক মাত্ৰ প্ৰতিফলন নহয়; কাৰ্যৰাজিয়ে মানুহৰ কীৰ্তি স্থাপন কৰে। মানুহৰ প্ৰতি আগবঢ়োৱা সেৱা আৰু সামাজিক দায়বদ্ধতাৰ প্ৰতি গভীৰ বিশ্বাস আছিল তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট। তেওঁ উত্তৰ-পূৱ ভাৰতৰ যুৱ-প্ৰজন্মৰ প্ৰেৰণাৰ উৎস স্বৰূপ আছিল। এনে উজ্জ্বল সম্ভাৱনাময় যুৱ নেতৃত্বই যুৱ সমাজৰ মাজত আশা-প্ৰত্যাসাৰ সঞ্চাৰ কৰিছিল। এটি প্ৰবন্ধৰ দ্বাৰা তেওঁৰ জীৱন কালৰ বৰ্ণনা দিয়াটো সম্ভৱ নহয়। তেওঁৰ ব্যতিক্ৰমধৰ্মী জীৱন ধাৰাই তেওঁৰ প্ৰতিভাৰ সন্ধান দিয়ে। তেওঁ সুখ্যাতিৰে স্থাপত্য ইঞ্জিনিয়াৰিং পাছ কৰিও চাকৰিৰ সিদ্ধান্ত পৰিহাৰ কৰি স্বনিৰ্ভৰশীল জীৱন যাপনৰ বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰিছিল। যুৱ শক্তিক সংগঠিত কৰি কৰ্ম সংস্কৃতিৰ জৰিয়তে হেজাৰ হেজাৰ যুৱকৰ কৰ্মস্থল গঢ়ি তোলাত মনোনিৱেশ কৰিছিল।

শাৰীৰিক, মানসিক, বৌদ্ধিক আৰু আধ্যাত্মিক দিশত উৎকৰ্ষ আৰু বিকাশ সাধনৰ বাবে সক্ষম মানৱ সম্পদ গঢ়ি তোলাৰ ওপৰত তেওঁ সাংগঠনিক পৰিকল্পনা তৈয়াৰ কৰিছিল। তেওঁ অসম প্ৰদেশ যুৱ কংগ্ৰেছৰ সভাপতিৰ দায়িত্বভাৰ গ্ৰহণ কৰি অসম তথা ভাৰতৰ আগশাৰীৰ নেতৃত্বৰ সান্নিধ্য লাভ কৰিছিল। তেওঁৰ আকৰ্ষণীয় ব্যক্তিত্বই সকলোকে আপ্লুত কৰিব পাৰিছিল। সাংগঠনিক অভিজ্ঞতাই তেওঁক আন্তৰ্জাতিক পৰ্যায়ত প্ৰতিনিধিত্ব কৰাৰ সুযোগ প্ৰদান কৰিছিল। তেওঁৰ নম্ৰ আচাৰ-ব্যৱহাৰ, বলিষ্ঠ ব্যক্তিত্ব আৰু চতুৰ বাগ্মিতা শক্তিয়ে আন্তৰ্জাতিক ক্ষেত্ৰতো স্বীকৃত হৈছিল। সেয়েহে, তেওঁৰ জীৱনৰ কিছু কথা আগবঢ়োৱাটো প্ৰাসংগিক হ'ব। দশম বিশ্ব যুৱ উৎসৱত যোগদান কৰিবলৈ ১৯৭৩ চনত তেওঁ জাৰ্মান ডেমোক্ৰেটিক ৰিপাব্লিকলৈ গৈছিল। ২৮ জুলাইৰ পৰা ৫ আগষ্টলৈ বাৰ্লিনত অৱস্থান কৰিছিল আৰু গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। ১৯৭৪ চনত তৃতীয় বিশ্বৰ যুৱ সন্মিলনত তেওঁ ভাৰতৰ প্ৰতিনিধি হিচাপে আলজীয়াৰ্ছলৈ গৈছিল । ছোভিয়েট ৰাছিয়াৰ জাতীয় সংহতি দিৱসত যোগদানৰ বাবে ৭ নৱেম্বৰ ১৯৭৫ চনত তেওঁ মস্কোলৈ গৈছিল। ভাৰত-ছোভিয়েট সাংস্কৃতিক দলৰ তেওঁ এজন অন্যতম সদস্য নিৰ্বাচিত হৈছিল।

আন্তৰ্জাতিক সন্মিলনসমূহত অংশগ্ৰহণ কৰি তেওঁ ভাৰতৰ বাবে যশস্যা অৰ্জন কৰিছিল। সত্য, অহিংসা আৰু একনিষ্ঠাৰ আদৰ্শৰে তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট উদ্ভাসিত কৰিছিল। প্ৰতি অঞ্চল, গাঁও বা সৰ্ব সাধাৰণ মানুহৰ সুখ-দুখৰ লগত তেওঁ নিজকে জড়িত কৰিছিল। তেওঁ ভ্ৰমণ কৰা দেশসমূহৰ কৰ্ম-সংস্কৃতি, অৰ্থনৈতিক, ৰাজনৈতিক আৰু সমাজ জীৱনৰ পৰিকাঠামো, বৌদ্ধিক চিন্তা-চৰ্চাই নতুন সমাজ গঢ়াৰ স্বপ্ন দেখিছিল। তেওঁৰ সমাজবাদী চিন্তা-চৰ্চা আৰু শোষণমুক্ত নিকা সমাজ গঢ়াৰ কঠোৰ সংগ্ৰামক আগুৱাই নিয়াৰ কঠিন পৰিস্থিতিক প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰিছিল। ব্যাপক সংখ্যক সাধাৰণ মানুহৰ বৰঙণিৰে এক মহান জাতি নিৰ্মাণৰ পথ প্ৰশস্ত কৰে। তেওঁ এই স্বপ্ন আৰু বাণীকে গাঁৱে-ভূঞে প্ৰচাৰ কৰিছিল।

তেওঁ স্বনিৰ্ভৰশীল হোৱাৰ ওপৰত গুৰুত্ব দিছিল। গুৱাহাটী পানবজাৰত 'ডিজাইন কনছটিয়াম নামৰ ফাৰ্ম এখন খুলিছিল। বহুকেইজন কৰ্মউদ্যোগী যুৱকক নিয়োগৰ সূচনা কৰিছিল। ছালাকাটী তাপবিদ্যুৎ প্ৰকল্পৰ আঁচনি আৰু নক্সা তেওঁৰ অৱদান। সেই সময়ত চাপৰ ৰত্নপীঠ মহাবিদ্যালয়ৰ চালুকীয়া অৱস্থা। তেওঁৰ পিতৃ শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ ছাৰৰ সহযোগী হিচাপে কলেজৰ পৰিকল্পনা, উন্নয়ন, আঁচনি তৈয়াৰ, নক্সা প্ৰস্তুত, বাটসমূহৰ নামাকৰণ, বৃক্ষৰোপণ ইত্যাদি কাৰ্যৰূপায়ণত মনোনিবেশ কৰিছিল। ইয়াৰ উপৰিও নিৰ্মাণ কাৰ্যত কাৰিকৰী দিশসমূহৰ ওপৰত নজৰ ৰাখিছিল। গাঁও অঞ্চলৰ উন্নয়নৰ বিষয়েও নানা ধৰণৰ আলোচনা চলাইছিল। মহাবিদ্যালয়খনক ভৱিষ্যত গ্ৰাম্য বিশ্ব বিদ্যালয়লৈ উন্নীতকৰণৰ এক সপোন দেখিছিল। বিশেষ কৰি তেওঁ যুৱ সমাজত দুটা কথাৰ ওপৰত জোৰ দিছিল। এটা কামৰ প্ৰতি ধাউতি Will to work more আনটো জ্ঞান অৰ্জনৰ প্ৰতি আগ্ৰহ will to know more উন্নয়ন আৰু প্ৰযুক্তি আহৰণৰ বাবে এটি অধ্যয়ন পুষ্ট সমাজ গঢ়ি তোলাটো তেওঁৰ প্ৰধান হাবিয়াস আছিল। গাঁও অঞ্চলসমূহত অধ্যয়নৰ বাবে পুথি ভঁৰাল গঢ়ি তোলাৰ ওপৰত বিভিন্ন পৰিকল্পনাৰ কথাও ভাবিছিল। কিন্তু নিয়তিৰ নিষ্ঠুৰ আহ্বানত ১৯৮৪ চনৰ ১০ ফেব্ৰুৱাৰী তাৰিখত এক শোকাবহ পথ দুৰ্ঘটনাত তেওঁ আমাৰ পৰা চিৰ বিদায়লৈ গুচি গ'ল। তেওঁৰ স্বপ্নসমূহ স্তব্ধ হ'ল।

ইতিমধ্যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভৰ বাবে মহাবিদ্যালয়ত এটা লাইব্ৰেৰীৰ আৱশ্যক হ'ল। অপূৰ্ব সিংহৰ বন্ধুমহলে তেওঁৰ চিন্তাধাৰাক সজীৱ কৰি ৰখাৰ বাবে উক্ত চনতে অপূৰ্ব সিংহ মেমোৰিয়েল ট্ৰাষ্ট নামৰ এটা ট্ৰাষ্ট গঠন কৰিলে। এই ট্ৰাষ্টে ৰত্নপীঠ মহাবিদ্যালয়ত এটা পূৰ্ণাংগ পুথি ভঁৰাল নিৰ্মাণৰ আঁচনি হাতত ললে। ১৯৮৪ চনৰ ২৯ নৱেম্বৰ তাৰিখত আঁচনিখনৰ শুভ উদ্বোধনী হ'ল। প্ৰয়াত স্বনামধন্য কবি সাহিত্যিক নৱকান্ত বৰুৱাদেৱ আৰু শ্ৰীযুত বীৰেন্দ্ৰ দেৱ অধিকাৰী আছিল ট্ৰাষ্টৰ ক্ৰমে সভাপতি আৰু সম্পাদক। ট্ৰাষ্টক অশেষ শ্ৰম আৰু চেষ্টাত ১৯৯০ চনত গ্ৰন্থাগাৰৰ স্থায়ী গৃহ নিৰ্মাণৰ আধাৰশীলা স্থাপন কৰা হয় আৰু নিৰ্মাণ কাৰ্যৰ সুভাৰম্ভ হয়। সদাশয় বিদ্বৎসাহী দাতাসকলৰ দানকৃত গ্ৰন্থৰ সংখ্যাত ২,৫০০ খনৰ ওপৰত হোৱা আচবাব পত্ৰাদিও সংগ্ৰহ হ'ল। কিন্তু গ্ৰন্থগাৰৰ

সংগঠন কৰিব নোৱাৰা কাৰণে সেই সময়ৰ উপাধ্যক্ষ আৰু বৰ্তমানৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ শ্ৰীযুত তৰণীকান্ত ৰায় চাহাবৰ তত্বাৱধানত সংৰক্ষিত অৱস্থাত আছিল। পিছে গৃহ নিৰ্মাণ সম্পূৰ্ণ হোৱাত ট্ৰাষ্টে অপূৰ্ব সিংহৰ সোঁৱৰণীত গ্ৰন্থাগাৰটো কলেজ কৰ্তৃপক্ষক উছৰ্গা কৰে। মহাবিদ্যালয়খনৰ স্বীকৃতি লাভৰ ক্ষেত্ৰত ট্ৰাষ্টৰ এইটো এটা মহৎ অৱদান।

এইখিনিতে অপূৰ্ব সিংহৰ সংগ্ৰামী সত্বা আৰু শিষ্টাচাৰ সম্পৰ্কে দুটা দৃষ্টান্ত দাঙি ধৰাটো সমীচিন বুলি ভাবিলোঁ। ১৯৮৩ চনৰ কথা। অসম বিধান সভাৰ নিৰ্বাচন। মাননীয় সিংহ চাৰ বিলাসীপাৰা পূৱ বিধান সভা সমষ্টিৰ প্ৰাৰ্থী। সদৌ অসম ছাত্ৰ সন্থাৰ নিৰ্বাচন বৰ্জনৰ কাৰ্যসূচী। পৰিস্থিতি ভয়াবহ। ভ্ৰাতৃঘাতী সংঘাত, সংশয়, ভুল বুজাবুজি, ভয়-অবিশ্বাস নিৰাপত্তাহীনতা। মুঠতে তমসাচ্ছন্ন অসম। ফলাফল ঘোষণাৰ এদিন পিছৰ কথা। সেইদিনা শুকুৰবাৰ, সাপ্তাহিক বজাৰ। নিৰ্বাচনত হৰাৰ কাৰণে সিংহ চাৰৰ মুখত অকণো বিষণ্ণতাৰ চাপ নাই। চাপৰ ডাকবাংলাত বহি সহকৰ্মীসকলক উৎসাহিত কৰি আলোচনাত ব্যস্ত। সময় দুপৰীয়া ১২ মান বজাত অপূৰ্ব সিংহ চাপৰৰ ৩০ খন বিছনাযুক্ত চিকিৎসালয়ৰ সন্মুখত জাতীয় আলিবাটৰ ওপৰত সংগীবৃন্দৰে কথা পাতি আছে। আমি ঘূৰাঘূৰি কৰি আছো। এনেতে হঠাৎ ৰাইজৰ মাজত হুৱাদুৱা, দৌৰা-দৌৰি, চিঞৰ-বাখৰ কৰি উত্তৰ দিশৰ পৰা হাটুৱা মানুহখিনি দৌৰি অহা দেখা পালোঁ। পিছে পিছে আৰক্ষীৰ মানুহে নিৰপৰাধী মানুহবোৰক লাঠিৰে গৰু পিটা দি খেদি আহিছে। আমি হতভম্ব। এনে অপ্ৰত্যাহিত দৃশ্য দেখি অপূৰ্ব সিংহ খঙত অগ্নিশৰ্মা হ'ল। কৰ্তব্যৰত আৰক্ষী বিষয়া এজনৰ ছাৰ্টৰ কালাৰত ধৰি জবাবদেহী কৰিলে। কি অপৰাধ এই মানুহবোৰৰ? এয়া আছিল প্ৰৰোচনামূলক ষড়যন্ত্ৰ। ভোটদান কৰা ৰাইজৰ প্ৰতি বিৰূপ প্ৰতিক্ৰিয়া। পুলিচ বিষয়াজন নিৰ্বাক-হতভম্ব। ৰাইজ গোট খালে। অপূৰ্ব সিংহ দেহৰ শেষ বিন্দু তেজৰে এই ষড়যন্ত্ৰ ব্যৰ্থ কৰাৰ প্ৰতিশ্ৰুতি আগবঢ়ালে। ৰাইজ আশ্বস্ত হ'ল। এই কাৰ্যৰ ফলশ্ৰুতিত ৰাইজে সিংহ চাৰক ভোট নিদিয়াৰ বাবে আক্ষেপ আৰু অনুশোচনা কৰাৰ কথা মোৰ মনত এতিয়াও সজীৱ হৈ আছে।

আন এদিনৰ কথা। আমি তেওঁৰ সাক্ষাৎৰ বাবে পানবজাৰস্থিত 'ডিজাইন কনছৰ্টিয়াম'ৰ সন্মুখত অপেক্ষা কৰি আছো। ইতিমধ্যে তেওঁ আহিছে। বগা ৰঙৰ এম্বেচাডৰ গাড়ীৰ পৰা তেওঁ নামিছে। তেওঁৰ গাত খদ্দৰৰ হাফ ছাৰ্ট আৰু লংপেণ্ট। লগত দীপলিপ উজ্জ্বল মুখ মণ্ডলৰ এজনী মূৰত কাপোৰ লোৱা মহিলা। পিন্ধনত খদ্দৰৰ শাড়ী আৰু ডিঙিত মিহি এডাল সোণৰ চেইন। আমি অলপ ইতস্তবোধ কৰিলোঁ। ইয়াৰ বিপৰীতে আমাক দেখি অপূৰ্বদাই সেইজনী নবৌ বুলি চিনাকি কৰি দিলে। নমস্কাৰ, প্ৰতি নমস্কাৰৰ মাজত এই পৰ্বৰ যতি পৰিল। এনে আন্তৰিক পৰিৱেশত আমি আমোদ পালোঁ। সেই দৃশ্যটো এতিয়াও মনত সজীৱ হৈ আছে। এই কাৰণেই যে, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰীৰ উচ্চ শিক্ষিত পুত্ৰ-বোৱাৰীৰ অতি সাধাৰণ বেশ-ভূষা, অনাড়ম্বৰ জীৱন-যাপন, উচ্চ আদৰ্শৰ কি অপূৰ্ব দৃষ্টান্ত। অপূৰ্ব সিংহ বাস্তৱিকতে আছিল যুৱ-প্ৰজন্মৰ এক অপূৰ্ব নিদৰ্শন। ই যুগে যুগে যুৱ সমাজৰ বাবে সঁচাকৈ আদৰণীয় আৰু শিক্ষণীয়। ■■

# জননায়ক শ্ৰীশৰৎ চন্দ্ৰ সিংহ

**অৰ্পিতা সুৰ**

***স্নাতক তৃতীয় বৰ্ষ***

চাপৰখনক এটা সময়তে কাজিপাৰা বজাৰ বুলি কোৱা হৈছিল। এই কাজিপাৰা বজাৰৰ পৰা প্ৰায় দুই কিঃমিটাৰ উত্তৰ পশ্চিমাকে এখন গাঁও আছিল। এই গাঁও খনেই হ'ল শ্ৰীশৰৎ সিংহই জন্ম গ্ৰহণ কৰা প্ৰখ্যাত ভকতগাঁও। তেওঁ অতি মধ্যবিত্ত পৰিয়ালৰ ল'ৰা আছিল। তেওঁৰ পিতৃ লালসিং সিংহ আৰু মাতৃ আয়াসিনি দেৱীৰ একমাত্ৰ পুত্ৰ।

**জন্ম আৰু বাল্যকাল ঃ**

১৯১৪ চনত জানুৱাৰী মাহৰ পহিলা তাৰিখ বৃহস্পতিবাৰে শ্ৰীশৰৎ চন্দ্ৰ সিংহই জন্ম গ্ৰহণ কৰে। আকাশৰ চন্দ্ৰই গোটেই পৃথিৱীখনি আলোকিত কৰাৰ দৰে শৰৎ চন্দ্ৰ সিংহৰ আগমনে মাক-দেউতাকৰ ঘৰ খনিও যেন আলোকিত হৈ উঠিল। পিতাক বৃত্তিত কৃষক হলেও প্ৰাথমিক শিক্ষাৰ পোহৰ পোৱা লোক আছিল। পিতাকেই আছিল শৰতৰ প্ৰধান আৰু প্ৰথম শিক্ষক। পিতাকৰ পৰাই তেওঁৰ শিক্ষাৰ পাতনি মেল খায়।

**শিক্ষা ঃ** শৰৎ চন্দ্ৰ সিংহৰ সাত বছৰ বয়সত অৰ্থাৎ ১৯২১ চনত পিতাকে তেওঁক চাপৰ বজাৰত থকা এম. ভি. স্কুলৰ 'ক' মানত ভৰ্তি কৰাই দিয়ে। ১৯২৭ চনত নিম্ন প্ৰাথমিক বিদ্যালয়ৰ অন্তিম পৰীক্ষাত চৰকাৰী বৃত্তিৰে ধুবুৰী মহকুমাৰ ভিতৰত প্ৰথম বিভাগত প্ৰথম স্থান অধিকাৰ কৰে।

তেওঁ ১৯৩০ চনতো এম, ভি, স্কুলৰ শেষ পৰীক্ষাত বৃত্তি লাভ কৰি সুখ্যাতিৰে মজলীয়া স্কুল পাছ কৰে। তেতিয়া চাপৰত বা ইয়াৰ ওচৰ-পাজৰে কোনো হাইস্কুল নাছিল। সেই কাৰণে পিতাকে শৰতক ১৯৩০ চনত বিলাসীপাৰা ইন্দ্ৰ নাৰায়ণ একাডেমীত ভৰ্তি কৰাই দিয়ে। তেনে সময়ত চাপৰৰ মুঠ ১২ জন ছাত্ৰই সেইখন বিদ্যালয়ত অধ্যয়ন কৰিবলৈ গৈছিল। আৰ্থিক অভাৱ অনাটনৰ বাবে তেওঁ স্কুলৰ পৰা প্ৰায় ৩ কিলোমিটাৰ দূৰৰ হাকমা গাঁওৰ ঁনিশিকান্ত চক্ৰবৰ্তীৰ ঘৰত থাকি পঢ়া শুনা কৰিবলৈ লয়। শৰৎ চন্দ্ৰ সিংহই ইন্দ্ৰ

নাৰায়ণ একাডেমীত পঢ়ি থকা সময়ত হাকামা গাঁৱৰ ছাত্ৰ-ছাত্ৰীৰ লগত গান-বাজনা আৰু খেলা-ধূলা কৰাৰ উপৰিও কবিতা গল্প নাটক আদি চৰ্চাও কৰিছিল। তেওঁ লিখা পঢ়াত অতি চোকা হোৱা বাবে 'ক্লাচ ফাইভত পঢ়ি থাকোঁতেই নিজৰ চেষ্টাত ক্লাচ চিক্সৰ শ্ৰেণীকোঠাত উপস্থিত হৈ সেই শ্ৰেণীৰ পাঠ্যপুথিও অধ্যয়ন কৰি গৈছিল আৰু অসম ভেলী চাৰ্কোলৰ পৰিদৰ্শকৰ অনুমতি সাপেক্ষে 'ক্লাচ' চিক্সৰ ইংৰাজী বিষয়ৰ প্ৰথম আৰু দ্বিতীয় পত্ৰৰ বিশেষ পৰীক্ষা দি একে বছৰতেই ক্লাচ চেভেনলৈ প্ৰমোচন পাইছিল। ১৯৩৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত এইখন বিদ্যালয়ৰ পৰা অঙ্ক বিষয়ত 'লেটাৰ' লৈ ১ম বিভাগত চৰকাৰী বৃত্তি লাভ কৰি সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। সেই বছৰে তেওঁ উচ্চশিক্ষাৰ্থে গুৱাহাটীলৈ যায় আৰু কটন কলেজৰ আই. এছ. চি শ্ৰেণীত ভৰ্তি হয়। ১৯৩৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত কটন কলেজৰ পৰা তেওঁ প্ৰথম বিভাগত আই. এছ. চি আৰু ১৯৩৯ চনত ডিচটিংচন লৈ বি. এচ্. চি. পাছ কৰে।

কলেজীয়া শিক্ষা সাং কৰি তেওঁ এম. এচ. চি আৰু আইন পঢ়িবলৈ বেনাৰচ হিন্দু বিশ্ববিদ্যালয়লৈ যায়। অঙ্ক আছিল তেওঁৰ এম.এচ.চিৰ বিষয়। তেওঁ একেলগে দুয়োটা ক্লাচ কৰিছিল। ৰাতিপুৱা এম. এচ.চি আৰু আবেলি আইন পঢ়িছিল। ১৯৪২ চনত তেওঁ প্ৰথম শ্ৰেণীত আইন পৰীক্ষা পাছ কৰে। এম. এচ. চি. শ্ৰেণীৰ পাঠ্যক্ৰম শেষ কৰিলে যদিও আইন পৰীক্ষা একে সময়তে হৈছিল। পৰৱৰ্তী সময়ত মহাত্মা গান্ধীৰ নেতৃত্বত সমগ্ৰ দেশজুৰি চলা স্বাধীনতা সংগ্ৰামত তেওঁ জপিয়াই পৰিলে। ফলত এম. এচ. চি. পৰীক্ষা দিয়াৰ পৰা বঞ্চিত হয়। ইমানতে তেওঁৰ শিক্ষা জীৱন সামৰণি পৰে।

**সাংসোৰিক জীৱন আৰু কৰ্মজীৱন ঃ—** ১৯৪৯ চনত ২৭ বছৰ বয়সত গোৱালপাৰা চহৰৰ ভৱেন্দ্ৰ নাৰায়ণ সিংহৰ প্ৰথমা কণ্যা শ্ৰামতী লাবন্য প্ৰভা সিংহৰ লগত তেওঁৰ বিবাহ হয়। দাম্পত্য জীৱন তেওঁ সুখেৰে কটায়। কালক্ৰমত তেওঁ তিনিজন পুত্ৰ আৰু তিনিজনী কণ্যাৰ জন্ম দি তেওঁলোকৰ দাম্পত্য জীৱন অধিক মধুৰ কৰি তোলে। শৰৎ চন্দ্ৰ সিংহ আৰম্ভণিতে এজন শিক্ষক আছিল। শিক্ষা সাং কৰিয়ে ১৯৩৯ চনত অভয়াপুৰী অভেশ্বৰী হাইস্কুলত গণিতৰ শিক্ষক হিচাপে নিযুক্তি পায়।

১৯৪০ চনত উচ্চশিক্ষাৰ বাবে বেনাৰচলৈ যায় আৰু ১৯৪২ চনত ঘুৰি আহি বঙাইগাঁওৰ বীৰঝৰা হাইস্কুলত প্ৰথমে সহকাৰী শিক্ষক হিচাপে কাম কৰিবলৈ লয়। ১৯৪৪ চনত বহলপুৰ ৰায়ঝাৰা হাইস্কুলত মাথো এমাহৰ বাবে বিজ্ঞান শিক্ষক হিচাপে কাম কৰে। তাৰ পিছত তেওঁ চাপৰ হাইস্কুললৈ গুচি আহে আৰু প্ৰধান শিক্ষকৰ পদত নিয়োজিত হৈ স্কুলৰ সম্পূৰ্ণ দায়িত্ব পালন কৰে। স্কুলখন আছিল তেওঁৰ জীৱনৰ বিশেষ কৰ্মক্ষেত্ৰ। এইখন স্কুলতে ১৯৪৪ চনৰ পৰা ১৯৫২ চনলৈ প্ৰধান শিক্ষক হিচাপে কাম কৰে।

শৰৎ চন্দ্ৰ সিংহৰ কৰ্মময় জীৱন অকল শিক্ষকতা বা স্কুল পৰিচালনাতেই সীমিত নাছিল। ১৯৪৫ চনত ধুবুৰীৰ লোকেল বোৰ্ডৰ সদস্য নিৰ্বাচিত হয়। সেই চনতে তেওঁ

জাতীয় কংগ্ৰেছৰ যোগদান কৰে। ১৯৪৬ চনত অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয় আৰু ১৯৫২ চনত শিক্ষকতাৰ পদ ইস্তাফা দিয়ে। ১৯৫২ চনৰ পৰা ১৯৫৯ চনলৈতেওঁ গুৱাহাটী মেডিকেল কলেজ আৰু পাণ্ডু কলেজৰ গভৰ্নিং বডীৰ সভাপতি হয়, সেই সময়ছোৱাত তেওঁ ধুবুৰী জিলা কংগ্ৰেছৰ সভাপতি আছিল। তেওঁ অসম বিধান সভালৈ ৫ বাৰ সদস্য হিচাপে নিৰ্বাচিত হয়। ১৯৭২ চনৰ পৰা ১৯৭৮ চনলৈ অসমৰ মুখ্যমন্ত্ৰী ৰূপে কাৰ্যনিৰ্বাহ কৰে।

১৯৯০ চনত বিধান সভাৰ নিৰ্বাচনত প্ৰতিদন্দ্বিতা কৰি কংগ্ৰেছ (ই) দলৰ পৰাজয় হয় আৰু তেতিয়াৰ পৰা তেওঁ নিৰ্বাচনত প্ৰতিদন্দ্বিতা কৰাৰ পৰা বিৰত থাকে।

চাপৰ হাইস্কুলখন সম্পূৰ্ণ ৰূপে গঢ় দিয়াত তেওঁৰ ভূমিকা অতুলনীয়।। চাপৰৰ ৰত্নপীঠ মহাবিদ্যালয়ৰ ক্ৰমোন্নতি তেওঁৰ আশাসুধীয়া যত্ন আৰু চেষ্টাৰ ফল তেওঁ আজিও মহাবিদ্যালয়ৰ সৈতে ওতঃপ্ৰত ভাবে জড়িত।

**বিদেশ ভ্ৰমণ ঃ** শৰৎ চন্দ্ৰ সিংহ দলীয় সংগঠনিক বা চৰকাৰী কামত যোগদান দিবলৈ নিজৰ দেশখনৰ বিভিন্ন প্ৰান্তত ভ্ৰমণ কৰাৰ উপৰিও বিদেশ ভ্ৰমণ কৰিবলৈ সুযোগ পায়। ১৯৮৬ চনত কপেনহেগেনত অনুস্থিত 'ওৱাল্ড পীচ' কংগ্ৰেছত অংশগ্ৰহণ কৰে। তদুপৰি তেওঁ বিভিন্ন সময়ত ইটালি, পশ্চিম, জাৰ্মান, ফ্ৰান্স, ইংলেণ্ড, আমেৰিকা, কানাডা, জাপান, হংকং, থাইলেণ্ড, আৰু বহুত ঠাই তেওঁ ভ্ৰমণ কৰে।

**ব্যক্তিত্ব ঃ** শৰৎ চন্দ্ৰ সিংহ এজন উচ্চ ব্যক্তিত্ব সম্পন্নলোক। শৈশৱৰ পৰাই তেওঁ সত্যৰ উপাসক। সুশৃংখলাপূৰ্ণ এক নিভাজ জীৱন নিৰ্বাহ কৰাই তেওঁৰ জীৱনৰ বৈশিষ্ট্য। ছাত্ৰ অৱস্থাৰ পৰাই তেও অমায়িক আৰু তীক্ষ্ণ বুদ্ধিসম্পন্ন ব্যক্তি আছিল। তেওঁৰ অমায়িক ব্যৱহাৰেৰে সৰুৰে পৰা শ্ৰদ্ধা আৰু ডাঙৰৰ পৰা মৰম লাভ কৰিবলৈ সক্ষম হৈছিল।

নিতৌ ধলপুৱাতে উঠাটো জীৱনৰ আন এটা বৈশিষ্ট্য। পুৱাতে উঠি অধ্যয়ন কৰা আৰু বিভিন্ন দিশত প্ৰবন্ধ লিখাটো তেওঁৰ ব্যক্তিত্বৰ ভিতৰত পৰে। তেওঁ সৰু বৰ বুলি কোনো কামতে ঘিণ কৰা নাছিল।

সময় নিষ্ঠা আৰু নিয়মাবৰ্তীতা তেওঁৰ ব্যক্তিত্বৰ আন এটা দিশ। তেওঁ যিটো কাম কৰে যি সময়ত কৰিব লাগে তাক সময়মতে কৰে।

Simple living and high thinking তেওঁৰ ব্যক্তিগত জীৱনৰ আন এটা বৈশিষ্ট্য। তেওঁৰ খোৱা-লোৱা, পিন্ধন উৰণ তেনেই সাধাৰন কিন্তু চিন্তাধাৰা অতি উচ্চ মানৰ। তেওঁৰ পৃথিবীখনৰ বহুত দেশ ভ্ৰমণ কৰি পোৱা অভিজ্ঞতাৰ ভিত্তিত ৰাজনৈতিক শাসন কালত থকাৰ সময়ত উন্নতিশীল দেশৰ আৰ্হিত নিজৰ ৰাজ্য তথা দেশখনক উন্নত কৰিবলৈ যত্নপৰ হয়।

তেওঁ সমাজখনক সামাজিক আৰু ৰাজনৈতিক সকলো প্ৰকাৰৰ দুৰ্নীতিৰ পৰা মুক্ত কৰিবলৈ বিচাৰে। সেয়ে দেশে আজি তেওঁৰ দৰে আদৰ্শপৰায়ণ ব্যক্তিৰ প্ৰয়োজনীয়তা অনুভৱ কৰে। ■■

# ৰত্নপীঠ কলেজত এজন ঋষিৰ স্বপ্ন আৰু কৰ্মৰ প্ৰতিফলন

সুৰীতি শৰ্মা ব্ৰহ্মচৌধুৰী

বঙ্গাইগাঁওৰৰ পৰা গৌৰীপুৰলৈ যোৱাৰ পথত ৩১ নং ৰাষ্ট্ৰীয় ঘাই পথৰ দাঁতিত ৰত্নপীঠ মহাবিদ্যালয়খন দেখি এদিন মই গাড়ীৰ পৰা বাবে বাবে উভতি চাঁইছিলোঁ। অতি সুন্দৰ প্ৰাকৃতিক সজ্জাৰ পৰিৱেশে মোৰ মনটোক এইখন মহাবিদ্যালয়ৰ প্ৰতি আকৰ্ষিত কৰি তুলিছিল। সেইখিনি সময়ত যদিও কথাবোৰ গভীৰভাবে চিন্তা কৰা নাছিলোঁ, মহাবিদ্যালয়ৰ সমুখত থকা শাৰী-শাৰী দেৱদাৰু আৰু গছ-গছনিৰে গঢ়ি তোলা আৰণ্যক পৰিৱেশটো দেখি অন্ততঃ উপলব্ধি কৰিছিলোঁ-ইয়াৰ আঁৰত থকা এক ব্যতিক্ৰমী ব্যক্তিক। অনুভৱ কৰিছিলোঁ এক সুন্দৰ চিত্ৰপটত এজন নিপুণ চিত্ৰশিল্পীৰ তুলিকাৰ পৰশ। বুজি পাইছিলোঁ এজন নিপুণ শিল্পীৰ তুলিকাৰে অঁকা হৈছে সোণালী সপোন ভৰা এই চিত্ৰখনি। য'ত অন্তনিৰ্হিত হৈ আছে আনতকৈ ভিন্ন এক সপোন। সেয়ে মই আকৰ্ষিত হৈছিলোঁ এইখন মহাবিদ্যালয়ৰ প্ৰতি। পিছে জীৱন যুঁজৰ ধামখুমীয়াত সেই অনুভূতি চেপা খাই আছিল ইমান দিনে। মাত্ৰ কিছুদিনৰ আগতেহে এইখন শিক্ষানুষ্ঠানত খোজ দিবৰ সুবিধা পালোঁ। তথাপিতো এই শিক্ষানুষ্ঠানৰ প্ৰতি মোৰ যি পূৰ্বৰ অনুভৱ বা উপলব্ধি তাৰ অকণো হেৰফেৰ নহ'ল। বৰং সকলোবোৰ তন্ন তন্নকৈ চাই অনুভৱ কৰিলোঁ ওপৰঞ্চি এক মাদকতা। কাৰণ ইয়াত ৰাইজৰ সপোনক নেতৃত্ব দিবলৈ জড়িত হৈ আছে এক অনন্য ব্যক্তি। এজন যোগী ঋষি। যিজনে অনুষ্ঠানটোৰ বাহ্যিক সৌন্দৰ্যৰ লগতে অনুষ্ঠানটোক সজাই তুলিছে পৰিয়ালৰ সদস্যবোৰৰ মাজত অতি মৰম আৰু আন্তৰিকতা থকা এক যৌথ পৰিয়ালৰ দৰে। পৰিয়ালটোৰ প্ৰত্যেকজন সদস্যৰে ব্যৱহাৰত আছে এক মৰমসনা আত্মীয়তা। ঘৰলৈ অহা কোনো অতিথিক পৰিয়ালৰ সকলো সদস্যই আন্তৰিকতাৰে আপ্যায়িত কৰাৰ দৰে অনুষ্ঠানটোৰ প্ৰতিজন সদস্যৰ ব্যৱহাৰত মই অনুভৱ কৰিছোঁ অতিথিপৰায়নতা। সকলোৰে স্বপ্নভৰা চকু। সকলোতে বিদ্যমান কবিতা কবিতা লগা ভাব। সকলো ফালে যেন ভাঁহি আছে এক সুন্দৰ ৰাগিনী, এক সুৰ সমলয়। মধুৰ গুঞ্জনে আলোৰিত কৰি ৰখা কোনো ঋষিৰ কুঞ্জবনত

পুষ্পালঙ্কাৰেৰে সু-সজ্জিতা এক মানস কন্যাৰ দৰেই লাগে এই ৰত্নপীঠ মহাবিদ্যালয়খন। তপস্যাৰ বাবে উপযুক্ত এই তপোবনত লগ পালোঁ এইখন অনুষ্ঠানৰ আঁৰত থকা যোগী ঋষিজনক, লগ পালোঁ বিদ্যোৎসাহী, বিদ্যানুৰাগী চাপৰ বহলপুৰবাসী ৰাইজৰ সোণালী সপোনেৰে ভৰা চিত্ৰ অংকণ কৰা চিত্ৰকৰ-অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী জননেতা, সঁচা জীৱনবোধৰ প্ৰতীক, কৰ্মযোগী, শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়া দেৱক। তেখেতৰ লগত অনেক কথাই পাতিছিলোঁ। কবিতাৰ মূলভাব বুজাই দিয়াৰ দৰে তেওঁ ব্যাখ্যা কৰি গৈছিল তেওঁৰ তপস্যা সম্পৰ্কে। ৰত্নপীঠ কলেজ তেওঁৰ তপস্যাৰ থলী। কলেজখনৰ সৈতে আজি তেওঁ একান্ত।

আজিৰ পৰা বেছ কিছুবছৰ আগতে ১৯৬৭ চনৰ ২১ মে'ৰ আবেলি ৩ বজাত চাপৰ বহলপুৰ অঞ্চলত এখন ৰাজহুৱাসভা অনুষ্ঠিত হৈছিল, চাপৰ-বহলপুৰ নামেৰে এখন কলেজ স্থাপনৰ উদ্দেশ্যে। মনত সংশয় থাকিলেও উদ্দীপনাৰ অন্ত নাছিল কাৰোৰেই। বহুতো বাধা-বিঘিনি, খলা-বমা অতিক্ৰম কৰি ধন সংগ্ৰহৰ পৰ্যায় আৰম্ভ হৈছিল। যিয়ে যেনেকৈ দিয়ে কিঞ্চিতকৈ হ'লেও তাকেই গ্ৰহণ কৰি কিছু ধন ৰাইজৰ হাতলৈ আহিছিল আৰু কলেজৰ গৃহকে আদি কৰি কলেজৰ পূৰ্ণ বিকাশৰ বাবে ১৫০ বিঘা মাটিৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা হৈছিল।

ৰাইজৰ একান্ত চেষ্টা আৰু পৰিশ্ৰমৰ ফল স্বৰূপে ১৯৭৮ চনৰ ১ চেপ্তেম্বৰৰ দিনা চাপৰ উচ্চতৰ মাধ্যমিক স্কুলত মহাবিদ্যালয়খন উদ্বোধ কৰা হয়। পিছত কংগ্ৰেছ ভৱন আৰু প্ৰগতি ভৱনত কলেজৰ কাম-কাজ চলিছিল। কাজিপাৰা পঞ্চায়ত ভৱনতো কলেজৰ কাম চলিছিল। ২ চেপ্তেম্বৰৰ পৰা ছাত্ৰ ভৰ্তি আৰু অধ্যাপনাৰ কাম আৰম্ভ হয়। যদিও আৰম্ভণিতে কলেজখন চাপৰ-বহলপুৰ কলেজ নামেৰে জনা গৈছিলয এবছৰ পিছত নাম সলনি কৰি ৰত্নপীঠ কলেজ কৰা হয়, যিহেতু ই পুৰণি উজ্জ্বল অতীত গৌৰৱ সম্বলিত ৰত্নপীঠত অৱস্থিত। গতিকে এই বহল ধাৰণা আৰু আবেগিক মূল্যবোধক সাঙুৰিবলৈকে নামৰ পৰিৱৰ্তন কৰা হয়।

ৰাইজৰ আবেগ জড়িত নাথাকিলে এক অনুষ্ঠান গঢ়ি উঠিব নোৱাৰে কেতিয়াও। এই ক্ষেত্ৰত এই অঞ্চলৰ ৰাইজে কেনেকৈ এই কলেজ গঢ়াৰ সপোনত নিজকে বিলীন কৰি দিছিল, তাৰ এক উদাহৰণ আগবঢ়াব খুজিছোঁ (১৯৭৯ চনৰ ২১ মে' সোমবাৰ অৰ্থাৎ) ১৩৮৬ ভাস্কৰাব্দৰ ৬ জ্যেষ্ঠ, ৰত্নপীঠ কলেজ বুলেটিন দ্বিতীয় সংখ্যাত উল্লেখ আছে 'টকাৰ গছ' সম্পৰ্কে। তাত লিখা আছে 'কলেজৰ নামত ৫১,৩২৫.১০ টকা (একাৱন্ন হাজাৰ তিনিশ পচিশ টকা দহ পইচা) জমা থোৱা হৈছে। জমা থোৱা হৈছে দহ বছৰৰ বাবে। দহ বছৰৰ মূৰত এইখিনি টকা বাঢ়ি বাঢ়ি ১ লাখ ২৫ হেজাৰ হ'বগৈ। গছ পুলি এডাল ৰুলে, ক'ব নোৱাৰৈকে লাহে লাহে যেনেকৈ বাঢ়ে জমা হোৱা এই টকাখিনিও তেনেকৈ বাঢ়িব। প্ৰতি মিনিটত ডেৰ পইচাকৈ বাঢ়িব। এক মিনিটত সময়

কিমান? কিন্তু দিনে নিশাই প্ৰত্যেক মিনিটত ডেৰ পইচাকৈ বাঢ়িলে, দহ বছৰৰ মূৰত টকাৰ গছ জোপা এক লাখ পচিশ হেজাৰ টকাৰ জোপোহা গছ এডাল হ'বগৈ। তাৰ স্নিগ্ধ ছাঁত আমাৰ কলেজখন ডাঙৰ-দীঘল হ'ব।

ৰাতি আমি তেতিয়া শুই থাকোঁ, তেতিয়াও কিন্তু কলেজৰ টকাৰ এই গছ জোপা প্ৰতি মিনিটত ডেৰ পইচাকৈ বাঢ়ি থাকে। ঘড়ীৰ কাটা ডালে টিক্ টিক্ কৰি যেনেকৈ সময়ত আগুৱাই লৈ গৈ থাকে, তেনেকৈ টিক্ টিক্ কৈ টকাৰ গছ জোপাই প্ৰতি মিনিটত ডেৰ পইচাকৈ কলেজৰ অগ্ৰগতিৰ সম্পাদন কৰি গৈ থাকে, নিৰৱচ্ছিন্ন, নিৰলসভাৱে।' কি সুন্দৰ সপোন, কি সুন্দৰ উপমা।

বিদ্যানুৰাগী ৰাইজৰ নেৰানেপেৰা আৰু আশাশুধীয়া চেষ্টাৰ ফলত ১৯৮৫ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে ১৯৮৩-৮৪ চনৰ পৰা তিনি বছৰীয়া স্নাতক মহলাই বিশ্ববিদ্যালয়ৰ পৰা স্বীকৃতি লাভ কৰে। ১৬ আগষ্ট তাৰিখে ৰাইজে আনুষ্ঠানিকভাৱে কলেজখন যোগানন্দ চাংকাকতিৰ উদ্যোগত প্ৰাপ্ত নিজৰ স্থানলৈ স্থানান্তৰিত কৰে। আৰু কলেজ গৃহৰ বাহিৰেও অধ্যাপকসকলৰ বাসগৃহ, ছাত্ৰাবাস, ষ্টেডিয়াম, ফুলনি ইত্যাদি নিৰ্মাণৰ পৰিকল্পনা হাতত লয়।

১৯৭৯ চনৰ জানুৱাৰী মাহৰ ২১ তাৰিখে এই অঞ্চলৰ বিদ্যানুৰাগীসকলক লৈ এখন গভৰ্ণিং বডি গঠন হয়। শ্ৰীবিশ্বনাথ বাঢ়ৈ এচ ডি চি আছিল সভাপতি। তাৰ পিছত ২৩-০৪-১৯৮১ চনত গভৰ্ণিং বডি গঠন হয়। সভাপতিৰ পদ শুৱনি কৰে শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱে। বৰ্তমানেও তেওঁ এই পদ শুৱনি কৰি আছে। নিজকে বিলীন কৰি দিছে এই অনুষ্ঠান গঢ়াত।

ৰত্নপীঠ কলেজৰ বাস্তৱিক চিত্ৰখন অঁকা হৈছে-কল্পনা অনুযায়ী। প্ৰত্যেকটো কল্পনাই সুপৰিকল্পিত। কল্পনাৰ বৰ্তমান নব্বৈ শতাংশই বাস্তৱৰ ৰূপ পাইছে সিংহ ছাৰৰ দৰে নিপুণ চিত্ৰশিল্পীৰ তুলিকাৰ পৰশত।

এইখন কলেজত সকলো পৰিকল্পনা কৰি লোৱা হয় কাগজে-কলমে। তাৰ পিছতহে বাস্তৱ ৰূপায়ণ। কলেজৰ বিভিন্ন নথি পত্ৰই তাকেই সূচায়। ৰাইজৰ সপোন, ৰাইজৰ অনুষ্ঠান ৰাইজে জানিবই লাগিব। সকলোৱে সকলো কথা জানে। স্থানীয় ৰাইজৰ বাবে কলেজখন হিয়াৰ আমঠু। হিচাবৰ পৰিপাটিতা, ৰাজহুৱা জীৱনৰ স্বচ্ছতা, সততা, নিৰ্মল চিত্তবৃত্ত আৰু তদ্ভূত আনন্দ, ৰাইজৰ প্ৰতি দায়বদ্ধতা, মূল্যবোধ উপলব্ধি আৰু প্ৰয়োগ এই সকলোবোৰ এইখন কলেজৰ পৰা শিক্ষণীয় বিষয়। এই সকলোবোৰ কথা প্ৰতিফলিত হৈছে কলেজৰ সমুখত থকা ডাঙৰ ফলকখনত। য'ত প্ৰকাশিত হৈছে ৰাইজৰ সপোন দিঠকত পৰিণত হোৱাৰ ঘোষণা আৰু অপাৰ আনন্দ আৰু সেই আনন্দক ভগাই ল'ব খুজিছে সকলো বাটৰুৱা, পথিকৰ সৈতে। সেয়ে সকলোকে অনুৰোধ কৰা হৈছে কলেজত এবাৰ পদাৰ্পণ কৰিবলৈ। য'ত লিখা আছে- ৰাইজৰ সপোন দিঠকত পৰিণত ৰত্নপীঠ কলেজ এবাৰ চাই যায় যেন।

জাতীয় ৰাজ পথত দূৰত্ব সূচকত ৯২৫ চিহ্নিত খুটিৰ কাষত থকা পঞ্চৱটীয়ে আপোনাক আদৰি ছাৰ আইজাক নিউটন ৰোডেদি আগবঢ়াই লীলাৱতী তোৰণ আৰু বৃন্দাৱতী প্ৰৱেশদ্বাৰ পাৰ কৰাই আৰ্যভট্ট স্কোৱাৰলৈ লৈ যাব। ধ্ৰুৱ নক্ষত্ৰ দিগ নিৰ্ণয় কৰণ ক্ষুদ্ৰ যন্তৰ-মন্তৰৰ দৰে আকাশমঞ্চ আৰু পতাকা উত্তোলন ক্ষেত্ৰ আৰ্যভট্ট স্কোৱাৰৰ ভিতৰত অৱস্থিত। স্কোৱাৰৰ উত্তৰ দিশত প্ৰৱেশদ্বাৰ, ৰূপনাথ ব্ৰহ্ম ৰোড, প্ৰশাসনীয় ভৱন, বিভিন্ন বিভাগ, অধ্যাপকসকলৰ অধ্যয়ন কক্ষ সমূহ, কন্যাভৱন আৰু পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ ৰোডত অপূৰ্ব সিংহ গ্ৰন্থাগাৰ। গ্ৰন্থাগাৰৰ সংলগ্ন নিৰ্মীয়মান বিজ্ঞান ক্ষেত্ৰ। স্কোৱাৰৰ পশ্চিম দিশত পাঠদান কক্ষসমূহৰ শাৰীৰ অন্তত শিক্ষা সম্প্ৰসাৰণগাৰ। সমুখত কৃষি উদ্যোগ অনুশীলন ক্ষেত্ৰ। পাঠগ্ৰহণ ক্ষেত্ৰৰ পৰা ওলাই শিক্ষাৰ্থীসকলে দেখে, সমুখত উজ্বলি আছে উপলব্ধ পাঠৰ অনুশীলন ক্ষেত্ৰ। স্কোৱাৰৰ দক্ষিণ দিশত শোভিত হৈ আছে তৰুচ্ছায়া আচ্ছাদিত মুক্তাদান, মুকলি মঞ্চ। কাষত লঘু আহাৰ বিপনি। ছাৰ সৰ্বপল্লী ৰাধাকৃষ্ণন ৰোডত অধ্যক্ষৰ বাসভৱন আৰু অধ্যাপক সকলৰ বাসগৃহ নিৰ্মাণৰ বাবে সংৰক্ষিত স্থান। তাৰ উত্তৰ দিশত প্ৰকৃতি আৰু পৰিৱেশ সমন্বয় সাধন কৰা তিতাচপা বৃক্ষাৰণ্য। ফকৰুদ্দিন আলি আহমদ ৰোডত কিশোৰ ভৱন প্ৰেক্ষাগৃহ। অদূৰত মীন সৰোবৰ। কিঞ্চিত দূৰৈত ক্ৰীড়াক্ষেত্ৰ। ক্ৰীড়াক্ষেত্ৰত প্ৰান্তত প্ৰস্তাৱিত বোটানিকেল গাৰ্ডেন, অৰ্কিড অৰণ্য। তদন্তৰত প্ৰস্তাৱিত ছুইমিংপুল। বহুত দৰ্শকে সোধে, কলেজখন অৰণ্যত নে কলেজতে অৰণ্য, আপুনি এবাৰ ৰত্নপীঠ কলেজত পদাৰ্পণ কৰি-

(১) কলেজে ছাত্ৰ-ছাত্ৰীক শ্ৰেণীৰ কোঠাত শিক্ষাদান কৰাৰ উপৰিও (২) কলেজতে অৰণ্যৰ পৰা কেনেকৈ শিক্ষা গ্ৰহণ কৰিছে (৩) কলেজতে অৰণ্য নে অৰণ্যত কলেজ এবাৰ চাই যায় যেন।

আন বিষয়ক কথাবোৰ ৰত্নপীঠ কলেজে নিজেই ক'ব। আপুনি এবাৰ পদাৰ্পণ কৰি উৎসাহিত কৰে যেন।

কলেজখনৰ পতাকা আৰু প্ৰতীকে কয় কলেজখনৰ দৰ্শনৰ কথা। আকাশ নীলা ৰঙৰ ক্ষেত্ৰত বগা ৰঙৰে আবৃত বিজুলীৰ চিক্‌মিকনি। যাক কোৱা হয় শক্তিৰ আধাৰ। যি চিকমিকনি দেখিবলৈও 'দ' আখৰৰ দৰে। যিয়ে ইঙ্গিত কৰে দমন, দয়া আৰু দানৰ নীতি।

বেয়া, দুষ্ট শক্তিক দমন কৰা, দুঃস্থক দয়া কৰা। নজনাক জ্ঞান দান কৰা। যেনেকৈ পজিটিভ আৰু নিগেটিভ শক্তি সম্পন্ন দুডোখৰ মেঘ ঠেকা খালে, বিদ্যুৎ প্ৰবাহিত হৈ বিজুলীৰ চিক্‌মিকনি দেখা যায় ঠিক তেনেকৈ শিক্ষক আৰু ছাত্ৰৰ মাজত শক্তিৰ প্ৰবাহত আধ্যাত্মিক, বৈজ্ঞানিক আৰু বাস্তবায়িত শক্তি সৃষ্টি হয়, যি শক্তিয়ে পোহৰাই তুলিব এই অঞ্চল।

পতাকাৰ মাজত আছে নীতি বাক্য-'বিদ্যাই প্ৰতিষ্ঠা।' কলেজৰ শিক্ষা সমাপ্ত কৰাৰ পাছত জীৱনত প্ৰতিষ্ঠা লাভ কৰিবলৈ যি শক্তি আৰু যোগ্যতাৰ প্ৰয়োজন, কলেজৰ শিক্ষা ব্যৱস্থাত তাৰে বুদ্ধি মত্তা, মানসিকতা, শাৰীৰিক সামৰ্থ আৰু ব্যৱহাৰিক কৌশল

সৰ্বোপৰি তাৰ বাবে সংকল্প আৰু মনোবল দান কৰাই এই কলেজৰ শিক্ষান্ত দীক্ষা। বিজুলীৰ চমকনিৰে এই অঞ্চলৰ পোহৰাবলৈ চেষ্টাৰ ত্ৰুটি কৰা হোৱা নাই। গাঁৱলীয়া প্ৰাকৃতিক পৰিৱেশত অভ্যস্ত ছাত্ৰ-ছাত্ৰীসকলে যাতে শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত কোনো অসুবিধা বা আচহুৱা বোধ নকৰে তাৰ বাবে শ্ৰেণী গৃহসমূহো তেনেকৈয়ে নিৰ্মাণ কৰা হৈছে প্ৰকৃতিৰ আৰু পৰিৱেশৰ লগত সংগতি ৰাখি। চাৰিওফালে এক আৰণ্যক পৰিৱেশ ঋষিৰ তপোবনৰ দৰে।

পুৰণি কালত যেতিয়া শিক্ষাৰ্থীসকলে শিক্ষাগ্ৰহণৰ অৰ্থে কোনো ঋষিৰ আশ্ৰমলৈ গৈছিল, তেতিয়া প্ৰথমেই গুৰুলৈ আগবঢ়াব লগীয়া যজ্ঞৰ হোমৰ বাবে প্ৰয়োজন হোৱা শাণিত কাঠ এবোজা। যদিহে গুৰুৱে গ্ৰহণ কৰে, শিক্ষাৰ্থীজনে শিক্ষা গ্ৰহণৰ সুবিধা পাইছিল ঠিক যেনিবা আজিৰ কলেজৰ নামভৰ্তিৰ আবেদনৰ দৰে।

শিক্ষাগ্ৰহণৰ সময়ত গুৰুমুখে বাণী চলি থাকে। উচ্চাৰাণাদি ঠিকে হৈছেনে নাই, গুৰুৱে কড়া দৃষ্টি ৰাখে। ছাত্ৰৰ লগত গুৰু একাত্ম হৈ যায়। শিক্ষাৰ অন্তত এক পৰীক্ষা লোৱা হয়। শেষত শিক্ষাৰ্থীসকলৰ ওচৰৰ সৰোবৰত স্নান কৰিবলৈ নিৰ্দেশ দিয়া হয় আৰু পিছতহে দিয়া হয় দীক্ষা। লগতে সৱকে দেৱতা জ্ঞান কৰিবলৈ শিক্ষা দি বিদায় দিয়া হয়। সেয়ে স্নান কৰি দীক্ষা লোৱা বাবে স্নাতক বুলি কোৱা হয়।

এই বহল দৃষ্টিভঙ্গী, এই কল্পনা আগত ৰাখি শিক্ষক সকলক ঋষি জ্ঞান কৰি ৰত্নপীঠ কলেজৰ চৌদিশে গঢ়ি তোলা হৈছে ঠিক আশ্ৰমৰ দৰে এক আৰণ্যক পৰিৱেশ। লগতে আছে এটি সৰোবৰ। পঢ়াওতা আৰু পঢ়ুৱৈৰ বাবে ৰত্নপীঠ কলেজ অনুকুল ক্ষেত্ৰ। ইয়াত আছে আশ্ৰমৰ নীৰৱতা, প্ৰাকৃতিক পৰিৱেশ, স্নিগ্ধ, শীতল তৰুচ্ছায়া সমৃদ্ধ বিৰাজিত প্ৰশান্তি।

কোৱা হয় দশ পুত্ৰ সমকন্যা, দশ কন্যা সম বৃক্ষ। সেয়ে এক বৃক্ষ-এশ পুত্ৰৰ সমান, অথবা দশ কন্যাৰ সমান। গতিকে পুত্ৰতকৈ কন্যাৰ মূল্য বেছি। তাতোকৈও মূল্যবান একো একোজোপা গছ। ৰত্নপীঠে সেই কথা বুজি পায়। সেয়ে ইয়াত বনবিভাগৰ সহযোগত প্ৰৱৰ্তন কৰা হৈছে কেবাটিও আঁচনি। তাৰে এটি মেঘাৰণ্য। ৰাইজৰ দান-বৰঙণি আৰু অক্লান্ত পৰিশ্ৰমেৰে বাস্তৱিক ৰূপ পোৱা ঘৰ দুৱাৰ সমূহ যাতে বামাৰলি বা কাল বৈশাখীয়ে ক্ষতি কৰিব নোৱাৰে তাৰ বাবে বায়ুকোণত শাৰী শাৰীকৈ ৰোৱা বৃক্ষ সমষ্টিক নামাকৰণ কৰা হৈছে মেঘাৰণ্য হিচাপে। তাৰোপৰি কাৰ্যালয়ৰ উত্তৰত আছে আম, মধুৰী আম, লেটেকু, পণিয়ল আদি মূল্যবান বৃক্ষৰে ভৰপূৰ উত্তৰ বননি। কাৰ্যালয়ৰ পূবত পূৰ্বোদ্যান অথবা পুষ্পোদান। ইয়াৰ উপৰিও আছে গোলাপ বাগ বা Rose Garden কাৰ্যালয়ৰ ওচৰত মুকলি মঞ্চ। এই মঞ্চৰ চাৰিওফালে এনেদৰে গছ ৰোপণ কৰা হৈছে যাতে সেই গছৰ ডাল-পাতবোৰেই ৰভাৰ কাম কৰিব পাৰে আৰু সভা সমিতি বা নাট-ভাওনা ইত্যাদি ছায়া শীতল পৰিৱেশত অনুষ্ঠিত হৈ যাতে অন্য এক

মাত্ৰা পায় আৰু প্ৰকৃতিৰ লগত একাত্ম হৈ অনুষ্ঠান উপভোগ কৰিব পাৰি। ইয়াক ছায়া ছত্ৰ আখ্যা দিব পাৰি। মুকলি মঞ্চৰ দক্ষিণ পশ্চিম কোণৰ মঞ্চ কানন। এই কাননেই মধ্যাহ্ন আৰু অপৰাহ্ন সূৰ্যৰ উত্তাপক আঁৰ দি ৰাখিব পাৰিব বুলি বিশ্বাস। ইয়াৰ অলপ পশ্চিমতেই আছে বকুলবন আৰু আম্ৰকুঞ্জ। অধ্যক্ষ শিক্ষক সকলৰ প্ৰস্তাৱিত আবাস গৃহৰ ভূমি তেওঁলোকৰ আবাসগৃহ ধুমুহাৰ পৰা ৰক্ষাৰ্থে আৱৰি আছে তিতা চপা বনচোম, শিশু, সোণাৰু আদিৰে বৃক্ষ আবেষ্টনী। আম্ৰকুঞ্জৰ দক্ষিণত নাৰিকলনি। অভিৰক্ষী গৃহত আৰু অধ্যক্ষৰ বাসভৱনত তামোল-পানৰ বাৰী। নাম-সুফলা। ইয়াৰ উপৰিও, কলেজৰ সমুখ ভাগত আছে ৰহৰ দাইলৰ আৰু আনাৰসৰ খেতি। কলেজৰ পৰিসীমাৰ ভিতৰত নতুনকৈ ৰোৱা আৰু অনেক গছ আছে। আছে মেহগণি কাঠৰ গছ। গতিকে ৰত্নপীঠ কলেজ কেৱল অধ্যয়ন আৰু অধ্যাপনাৰ বাহিৰেও গাঁৱৰ দুখীয়া, উপান্ত খেতিয়কেও কলেজত সোমাৱেই জীৱিকা অৰ্জনৰ সম্পৰ্কে শিক্ষা লাভ কৰিব পাৰে। কলেজৰ পাঠ্য পাঠৰ বাহিৰত এনেবোৰ ব্যৱহাৰিক পাঠদানৰ দ্বাৰা উপান্ত খেতিয়কক শিক্ষা দান কলেজৰ অন্যতম লক্ষ্য। সেইবোৰ উক্ত কাৰণতে অৰণ্যত স্থাপিত হোৱা কলেজখনে নিজে আন এক অৰণ্যৰ সৃষ্টি কৰিছে। ইয়াৰ উপৰিও কলেজৰ প্ৰৱেশ দ্বাৰৰ সন্মুখতেই থকা পঞ্চৱটী কৈ দিয়ে বৃক্ষৰ ঔষধি গুণৰ কথা। য'ত আছে বট, আঁহত, বেল, অশোক আৰ আমলখী। সেয়ে এশ পুত্ৰৰ সমান এজোপা গছ গৰু, ছাগলীক খাবলৈ দি যে নষ্ট কৰিব নালাগে, তাৰ বোধোদয় যাতে সকলোৰে হয় তাৰ বাবেই কলেজৰ সন্মুখৰ ফলকত সচেতনতাৰ বাণী দিয়া হৈছে-'হাজাৰ টাকাৰ বাগান খায় পাচ শিকাৰ ছাগলে।' যেনিবা এয়া এজোপা বৃক্ষৰ মনোভাবহে। 'ৰত্নপীঠ কলেজ' নামৰ চিত্ৰখনিৰ প্ৰত্যেকটো দিশততেই সিংহ ছাৰৰ দৰে নিপুন চিত্ৰকৰ জনে ফুটাই তুলিব পাৰিছে তেওঁৰ মনৰ ভাৱ, আদৰ্শ আৰু কল্পনাক। কল্পনা আৰু আদৰ্শক বাস্তৱিক ৰূপ দিয়াৰ প্ৰচেষ্টা সৰ্বত্ৰ বিৰাজমান। এখন কিতাপৰ দৰে ৰত্নপীঠ কলেজক পঢ়ি যাব পাৰি ইয়াৰ পৰা উপদেশ, আৰ্হি ল'ব পাৰি। ই এক অনন্য পাঠ।

কলেজখনৰ প্ৰৱেশদ্বাৰৰ বিপৰীতে থকা পঞ্চৱটীৰ অশোক বৃক্ষ, ক্ষুদ্ৰ যন্তৰ মন্ত্ৰৰৰ শীৰ্ষ, পতাকা দণ্ড, ৰুদ্ৰাক্ষ বৃক্ষ, কলেজৰ মূল গৃহৰ চূড়া, চূড়াৰ ওপৰত এটি গ্লোব, গ্লোবৰ ওপৰত এটি পাৰ চৰাই, কাল বৈশাখীৰ গতি পথ একেডাল ৰেখাতেই অৱস্থিত। এই ৰেখাৰেই শেষ বিন্দুত দৃষ্টিত গোচৰ হয় ধ্ৰুৱতৰাৰ। এই অঞ্চলৰ ৰাইজৰ আশা ৰত্নপীঠে অনেক ধ্ৰুৱতৰাৰ সৃষ্টি কৰি এই অঞ্চল পোহৰাব। কলেজ সংগীততো তাৰেই প্ৰতিফলন। আমি বন্তি জ্বলাও আমি দিশ পোহৰাওঁ। এটা মুহূৰ্তও, এটা কথাও স্মৃতিপটৰ পৰা মচি পেলাব নিবিচাৰে ৰত্নপীঠে। সেয়ে হয়তো কলেজৰ প্ৰৱেশদ্বাৰ পাৰ হৈয়েই পোৱা মুকলি ঠাই আৰ্যভট্ট স্কোৱাৰ য'ত আছে ক্ষুদ্ৰ যন্তৰ-মন্তৰৰ দৰে আকাশমঞ্চ। আৰু সুন্দৰকৈ লিখা আছে— (Decorated by-The Alumni of

Ratnapith College, in sweet memory of the Days when they were being taught here in a sylvan retreat.)

ইয়াতে স্বীকৃতি প্ৰাচীৰত উল্লেখ আছে এহেজাৰ আৰু পাঁচশ টকাকৈ কলেজৰ স্থাপনৰ বাবে দান কৰা প্ৰতিষ্ঠাতা পৃষ্ঠপোষক, প্ৰতিষ্ঠাতা দাতাসকলৰ পৰা আৰম্ভ কৰি যিসকল মহান ব্যক্তিয়ে নিজৰ সামান্য উপাৰ্জনৰ পৰা এটকাকৈ হলেও শ্ৰদ্ধাসহকাৰে কলেজ স্থাপনৰ নামত বিনা দ্বিধাই প্ৰসাদ হিচাপে আগবঢ়াইছিল। সেইসকলৰ নাম ল'বলৈ ৰত্নপীঠে পাহৰা নাই।

বিখ্যাত মনিষী সকলৰো-যেনে শিক্ষক শ্ৰেষ্ঠ ৰাষ্ট্ৰপতি সৰ্বপল্লী ৰাধাকৃষ্ণণ, সংহতিৰ প্ৰতীক ফকৰুদ্দিন আলি আহমেদ, দাৰ্শনিক পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ, প্ৰসিদ্ধ বিজ্ঞানী চাৰ আইজাক নিউটন ইত্যাদি....। এখেতসকলৰ নামেৰে ৰাস্তাবোৰৰ নামাকৰণ কৰা হৈছে আৰু এওঁলোকৰ বাটেৰে যাতে বাট বুলি শিক্ষক ছাত্ৰ সকলোৱে লক্ষ্যত উপনীত হ'ব পাৰে। শ্ৰেণী গৃহৰ নামৰ জৰিয়তেও সোঁৱৰণ কৰা হৈছে, স্বীকৃতি দিয়া হৈছে সকলোৰে দানক। যেনেকৈ খণ্ড উন্নয়ন বিভাগে সজাই দিয়া উত্তৰ ফালৰ শ্ৰেণী কোঠাৰ নাম 'উত্তৰা'। সামাজিক বনানীকৰণ বিভাগে সজাই দিয়া বাবে শ্ৰেণী কোঠাটোৰ নাম বনানী, কলেজৰ নামত যি সকলে অতি কম উপাৰ্জনৰ পৰা এটকাকৈ হলেও অতি শ্ৰদ্ধাৰে দান আগবঢ়াইছিল সেই সকলৰ পৰা তৈয়াৰ কৰা কোঠাটোৰ নাম 'সংগৃহীতা'। পিছপৰা শ্ৰেণী উন্নয়ন বিভাগে সজাই দিয়া কোঠাৰ নাম 'কল্যাণী'। এনেকৈয়ে ৰত্নপীঠত ব্যৱহাৰ কৰা হৈছে অতি সুন্দৰ নাম। কাব্যিক নাম ব্যৱহাৰৰ ক্ষেত্ৰত উদাহৰণ দিব পাৰি অভিৰক্ষী গৃহ (চৌকিদাৰৰ বাসগৃহ) আৰু 'কন্যাগৃহ'ৰো (ছাত্ৰী জিৰণি কোঠা)। এইদৰেই প্ৰতিটো খোঁজতেই আমি ইয়াত দেখিবলৈ পাওঁ কবিতাৰ ছন্দ, সুৰৰ সমলয়। দেখা পাওঁ আৰণ্যক পৰিৱেশত মানুহ গঢ়ি তুলি কল্পনাক বাস্তৱত ৰূপ দিয়াৰ প্ৰচেষ্টা। সু-শৃঙ্খল, বৃহৎ অপূৰ্ব সিংহ গ্ৰন্থাকাৰে ইয়াত যোগাইছে অন্য এক মাত্ৰা, এক সুকীয়া পৰিৱেশ, ওপৰঞ্চি মানসিক খোৰাক।

এনে পৰিৱেশত থাকি সঁচা জীৱনবোধৰ ছবি আঁকাত অভ্যস্ত বাবেই হয়তো এইখন কলেজক আঁৰৰ পৰা নেতৃত্ব দিয়া সিংহ ছাৰে মুক্ত কণ্ঠে আহ্বান জনাব পাৰে নতুন প্ৰজন্মক-মানুহ হোৱা, টোপনিৰ পৰা সাৰ পাই উঠা, চৰিত্ৰবান হোৱা, জাগি উঠা আৰু আত্মনিৰ্ভৰশীল হোৱা।

চক্ৰেটিছে দিন দুপৰতে লণ্ঠণ জ্বলাই মানুহ বিচাৰিবলগীয়া অৱস্থাৰ দৰে পৰিস্থিতিৰ যাতে সৃষ্টি নহয়, সেয়ে এই আহ্বান। ৰত্নপীঠেও সেই আহ্বানৰ প্ৰতি সঁহাৰি জনাই পূৱৰ দিশলৈ আগুৱাই গৈ আছে দুৰন্ত গতিত... উদ্দেশ্য, গ্ৰহৰ পৰা গ্ৰহান্তৰলৈ গৈ সোণালী সপোন চুই চোৱাৰ। সঁচাই এই সপোন অনন্য এক সপোন। ■■

# সৰ্বভাৰতীয় পটভূমিত অংকীয়া নাটৰ পয়াৰ

**ড° সুবাসনা মহন্ত চৌধুৰী**
*অধ্যাপিকা, অসমীয়া বিভাগ*
*ডিব্ৰুগড় বিশ্ববিদ্যালয়*

১. **প্ৰস্তাৱনা :** অসমীয়া বৈষ্ণৱ সাহিত্যৰ এক বিশিষ্ট ধাৰা হৈছে অংকীয়া নাটসমূহ। নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ মাধ্যমৰূপে মহাপুৰুষ শংকৰদেৱে প্ৰৱৰ্তন কৰা গীত প্ৰধান এই নাট সমূহত শাস্ত্ৰীয় আৰু লোক ধৰ্মী দুয়োধৰণৰ উপাদানৰেই সন্নিবেশ ঘটিছে। অভিনয়াৰ্থে ৰচনা কৰা অংকীয়া নাটসমূহৰ মূল উদ্দেশ্য আছিল লোকৰঞ্জন, লোক সংগ্ৰহৰ জৰিয়তে লোক সমাজত ভক্তি-ধৰ্মৰ প্ৰচাৰ কৰা। সেয়েহে তেওঁ বিষয়বস্তুৰ গাম্ভীৰ্য ৰক্ষা কৰিও জনসাধাৰণক আকৃষ্ট কৰিব পৰাকৈ লোকধৰ্মী উপাদান কিছুমানো পৰিমাৰ্জিত ৰূপত সন্নিবিষ্টি কৰিছিল। শংকৰী সাহিত্যৰ অধ্যেতা শ্ৰীবাপচন্দ্ৰ মহন্তৰ মতে, 'শংকৰী নাট্যকলাৰ পটভূমিত ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত প্ৰচলিত লোকনাট্য, লোকগীত আৰু লোকনৃত্যৰ প্ৰভাৱ আছে, কিন্তু তাৰ কোনো এটাৰেই বিকশিত ৰূপ অংকীয়া নাট নহয়। ই সম্ভৱতঃ বহুত বস্তুৰ সমন্বয়ত গঢ় লোৱা এটা নতুন ৰূপ।'[১] অংকীয়া নাটত সন্নিবিষ্ট পয়াৰবোৰক এনে এক লোকধৰ্মী উপাদান বুলি ভবাৰ থল আছে। অৱশ্যে এই শ্ৰেণীৰ গীতসমূহৰ সম্পৰ্কত পণ্ডিত মণ্ডলীৰ সিদ্ধান্ত ভিন্ন সুৰীয়া হোৱা বাবে পয়াৰৰ লক্ষণ নিৰ্ণায়কৰ কোনো এক সুনিৰ্দিষ্ট সিদ্ধান্তলৈ যাবলৈকে টান। তথাপিও, পয়াৰৰ ভাৰতীয় পটভূমি সম্বন্ধে এটি সামান্য পৰিচয় দাঙি ধৰি শংকৰদেৱৰ নাটসমূহত সন্নিবিষ্ট পয়াৰ গীত কেইটিৰ লক্ষণ সম্পৰ্কীয় উল্লেখেৰে, ভৱিষ্যত বিচাৰ-বিশ্লেষণৰ আশাৰে বিষয়টোৰ পাতনি তৰিছোঁ।

২. **ভাৰতৰ বিভিন্ন প্ৰদেশত পয়াৰ শ্ৰেণীৰ কাব্য-গীত :** অসমৰ পৰা গুজৰাট-মহাৰাষ্ট্ৰলৈকে ভাৰতৰ বিভিন্ন প্ৰদেশত সামান্য ভিন্ন নামত আৰু সামান্য ভিন্ন ৰূপত এই শ্ৰেণীৰ গীত প্ৰচলিত। 'পৱাড়া' বা 'পোৱাড়া' মহাৰাষ্ট্ৰত প্ৰচলিত এক প্ৰসিদ্ধ লোকগীতৰ শৈলী। 'ডফ' আৰু 'তুনতুনিয়া' নামৰ বাদ্য সংগত কৰি এই শ্ৰেণীৰ বীৰগাথাত্মক গীত গোৱা হয়। মহাৰাষ্ট্ৰী অভিধানত 'পৱাড়া' শব্দটোৰ অৰ্থ এনেদৰে দিয়া হৈছে- বীৰসকলৰ পৰাক্ৰম, বিদ্বানসকলৰ বুদ্ধি অথবা সামৰ্থ, গুণ, কৌশলৰ কাব্যাত্মক

বৰ্ণনা, প্ৰশস্তি, স্তুতি-স্তোত্ৰ, পৰাক্ৰম বা কীৰ্তি।[২] প্ৰাচীন গুজৰাটীতো নায়কৰ গুণানুকীৰ্তন কৰা 'পৱাড়া' নামৰ এক শ্ৰেণীৰ প্ৰশস্তি কাব্যৰ প্ৰচলন আছিল।[৩] সেইদৰে ৰাজস্থানী ভাষাতো 'পৱাড়া' নামৰ এক শ্ৰেণীৰ বীৰগাথাত্মক লোকগীত পোৱা যায়।[৪] 'পৱাৰা' ভোজপুৰী ভাষাৰ এক প্ৰসিদ্ধ আখ্যান-গীতি। 'পৱঁৰিয়া'সকলে পৰিৱেশন কৰা এই গীতসমূহত 'পৰমাৰ' বংশ আৰু পৰমাৰবংশী ৰজাসকলৰ গৌৰৱময় ইতিহাস পৰিৱেশন কৰা হৈছিল।[৫] অসমৰ লোকনাট্যধৰ্মী অনুষ্ঠান 'সুকনানী ওজাপালি'তো 'পয়াৰ' আৰু 'লেছেৰী' ছন্দৰ পাঁচালী গোৱা হয়।[৬] গোৱালপাৰা অঞ্চলত প্ৰচলিত 'কুশান গান'তো পয়াৰ নামৰ এক শ্ৰেণীৰ গীত পোৱা যায়। এই পয়াৰবোৰ সাধাৰণতে আদিৰসাত্মক আৰু নাটকীয় ঘটনাৰ লগত ক্ষীণ সম্পৰ্কযুক্ত। এই গীতবোৰেৰে দৰ্শকক আমোদ দিয়া হয়।[৭]

৩। **অংকীয়া নাটৰ পয়াৰ সম্পৰ্কে পণ্ডিতসকলৰ মত ঃ** অংকীয়া নাটত থকা 'পয়াৰ' গীতসমূহৰ সম্পৰ্কত পণ্ডিত মণ্ডলীৰ সিদ্ধান্ত ভিন্ন সুৰীয়া বুলি পূৰ্বেই কৈ অহা হৈছে। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ মতে 'তিনি প্ৰকাৰৰ গীত নাটসমূহত ব্যৱহাৰ কৰা হৈছেঃ (১) ভক্তি প্ৰধান গুৰুগম্ভীৰ ভটিমা (২) নাট্য কাহিনীৰ অংগীভূত ৰাগ-তালযুক্ত অনুভূতিশীল গীত আৰু (৩) বৰ্ণনাত্মক পয়াৰ।'[৮] ড° মহেশ্বৰ নেওগৰ মতে, 'নাটত দুবিধ গীত আছে, এবিধ ৰাগ সংগীতৰ অন্তৰঙ্গ আৰু আনবিধ সাধাৰণ পয়াৰ। সিন্ধুড়া ৰাগত গোৱা প্ৰৱেশৰ গীততে গীতাংশৰ আৰম্ভণি। ইয়াৰ পিছৰ বিভিন্ন চৰিত্ৰৰ মনৰ ভাৱ-অনুভূতি প্ৰকাশক আৰু চাল-চলন বুজোৱা গীতবোৰো সংলাপৰ মাজে মাজে খোল-তালেৰে গোৱা হয়। পয়াৰবিলাক সাধাৰণতে কৰুণ ৰসৰ, বিলাপৰ বাবেই যেন নাটত পয়াৰৰ সন্নিবেশ।'[৯]

ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ কথাখিনিৰ পৰা বুজা গ'ল যে, 'বৰ্ণনাত্মক পয়াৰ' নামৰ শ্ৰেণীটোৰ গীতবিলাক 'নাট্য-কাহিনীৰ অংগীভূত ৰাগতালযুক্ত অনুভূতিশীল গীত' নামৰ শ্ৰেণীটোতকৈ পৃথক এবিধ গীত। ড° মহেশ্বৰ নেওগৰ কথাখিনিৰ পৰা বুজা গ'ল যে, 'সাধাৰণতে কৰুণ ৰসৰ, বিলাপৰ বাবেই যেন নাটত সন্নিবেশ হোৱা' পয়াৰ, 'বিভিন্ন চৰিত্ৰৰ মনৰ ভাৱ-অনুভূতি প্ৰকাশক আৰু চাল-চলন বুজোৱা', সংলাপৰ মাজে মাজে খোল-তালেৰে গোৱা' নাটৰ গীতবোৰতকৈ বেলেগ। ওপৰৰ আলোচনাৰ ভিত্তিত পয়াৰৰ লক্ষণ নিৰ্ণয় কৰিলে আমি এনে সিদ্ধান্তত উপনীত হ'ব লাগিব-(১) পয়াৰবিলাক ৰাগ-তালযুক্ত নহয় আৰু ইয়াক খোল-তালেৰে গোৱা নহয়, (২) পয়াৰে বিভিন্ন চৰিত্ৰৰ মনৰ ভাৱ-অনুভূতি প্ৰকাশ নকৰে, চাল-চলন নুবুজায়, (৩) বৰ্ণনাত্মক এই গীতবোৰ নাট্য কাহিনীৰ অংগীভূত আৰু অনুভূতিশীল নহয়, (৪) এই গীতবোৰ ভক্তিপ্ৰধান ভটিমাবোৰৰ দৰে গুৰু-গম্ভীৰ নহয় (৫) পয়াৰবিলাক সাধাৰণতে কৰুণ ৰসৰ, বিলাপৰ বাবেই নাটত এই শ্ৰেণীৰ গীতৰ সন্নিবেশ। এই সিদ্ধান্তসমূহ বাৰু সঁচানে? শংকৰদেৱৰ নাটত সন্নিবিষ্ট পয়াৰ গীতকেইটিৰ আধাৰত বিচাৰ কৰি চোৱা যাওঁক।

৪. **শংকৰদেৱৰ নাটত সন্নিবিষ্ট পয়াৰ গীত ঃ** শংকৰদেৱ বিৰচিত ছখন নাটত সৰ্বমুঠ পোন্ধৰটা পয়াৰ গীত পোৱা যায়। 'কালিদমন'ত দুটা, 'পত্নী প্ৰসাদ'ত এটা, 'কেলিগোপাল'ত

দুটা, 'ৰুক্মিণী হৰণ'ত দুটা, 'পাৰিজাত হৰণ'ত সাতোটা আৰু 'ৰাম বিজয়' নাটত এটা। ইয়াৰ ভিতৰত আঠোটা পয়াৰ কালিৰাম মেধি সম্পাদিত 'অংকাৱলী'ত ৰাগ আৰু তালৰ উল্লেখপূৰ্বক অৱতাৰণা কৰা হৈছে। ৰাগ-তালৰ উল্লেখ নথকা বাকী সাতোটা পয়াৰৰ ভিতৰত ছটা স্তুতিমূলক আৰু এটা (শ্ৰীকৃষ্ণৰ সত্যভামাৰ প্ৰতি) প্ৰবোধ বচন। ৰাগ-তালযুক্ত পয়াৰকেইটা বৰ্ণনামূলক, সেই বিলাকৰ দ্বাৰা নাটকীয় চৰিত্ৰৰ চাল-চলন প্ৰকাশ কৰা হৈছে। বৰ্ণনাখিনি নাট কাহিনীৰ অংগীভূত, সেইখিনি বাদ দিলে নাট্য কাহিনী ক্ষুণ্ণ হৈ পৰিব। দুটামান বৰ্ণনাৰ বিষয় যুদ্ধ, গতিকে তাত কৰুণ ৰসো নাই, বিলাপৰ সুৰো নাই। উদাহৰণ স্বৰূপে 'ৰুক্মিণী হৰণ' নাটৰ কানাৰা ৰাগৰ পৰিতালযুক্ত পয়াৰ-

*কোপে নৃপসব কামাড়ে বাহু।*
*চান্দক খেদি যাই জচ ৰাহু।।*
*কোপে গৰজয় জৈচন বাঘ।* ইত্যাদি

'কালিদমন নাট'ৰ দুয়োটা পয়াৰেই স্তুতিমূলক। প্ৰথমটোত পতি শোকত সন্তপ্তা নাগপত্নীসকলে স্তুতি কৰিছে। তাত নাগপত্নীসকলৰ পৰম-তত্বজ্ঞান আৰু পৰমেশ্বৰৰ প্ৰতি ভক্তি প্ৰকাশ পাইছে, সি বিলাপ নহয়, তাত কৰুণ ৰসৰ বিন্দুমাত্ৰাও নাইঃ

*ঘোৰ অপৰাধ আচৰল ওহি চণ্ড।*
*বিহিলা ইহাক হৰি উচিত দণ্ড।।*
*পুৰাণ পুৰুষ তোহোঁ সনাতন হৰি।*
*আছা দেৱ দুষ্টক দণ্ডিতে অৱতৰি।।*
*লক্ষ্মী ব্ৰহ্মা মহেশ প্ৰভৃতি দেৱগণে।*
*ইটো পদৰজ খুজি নপাৱে যতনে।।*
*তামসিক ক্ৰুৰ ক্ৰোধী কালি সৰ্প জাতি।*
*কিমতে পাইলেক ইটো পদধূলা আতি।।*
*নমো নমো অনন্ত শকতি নাৰায়ণ।*
*কাৰণৰো কাৰণ তুমিসি অকাৰণ।।*
*নাহি আদি অন্ত্য মধ্য পৰিচ্ছিন্ন যাৰ।*
*পূৰ্ণানন্দ দেৱ হেৰা কৰো নমস্কাৰ।।*
*যাহেৰ চাৰিও মুখ্য মূৰ্তি অনুপাম।*
*ৰাম কাম অনিৰুদ্ধ বাসুদেৱ নাম।।*.... ইত্যাদি।

এই নাটৰ দ্বিতীয়টি পয়াৰত কালিনাগে কৃষ্ণক কৰা স্তুতি। ইয়াতো কালিনাগ বিষ্ণুমায়াৰ পৰা মুক্ত হৈ তত্বজ্ঞান লাভ কৰাৰ ব্যঞ্জনাৰে ভক্তিভাৱৰ গাম্ভীৰ্যহে ফুটি উঠিছে-

*ক্ৰুৰ সৰ্প অহংকাৰী।*
*স্ৰজনা তোহাৰি মুৰাৰি।।*

*মোহন মন তুৱা মায়া।*
*আজু কয়লি দেৱ দায়া।।*
*গৰব গুচাআলি মোৰ।*
*বিষয় আপদ ঘোৰ।*
*দূৰ কৰ অব মোই।*
*চিন্তো চৰণক তোই।।*.... ইত্যাদি

'পাৰিজাত হৰণ নাট'তো এনেকুৱা চাৰিটা স্তুতিমূলক পয়াৰ আছে, নাৰদৰ কৃষ্ণস্তুতি, ইন্দ্ৰ আৰু শচীৰ দ্বাৰকাত কৃষ্ণস্তুতি, অদিতিৰ কৃষ্ণস্তুতি আৰু স্বৰ্গত পৰাজিত ইন্দ্ৰৰ কৃষ্ণস্তুতি। ৰাগতালযুক্ত এটা পয়াৰত আকৌ নাৰদে আনি দিয়া পাৰিজাত পুষ্প ৰুক্মিণীক দিয়া শুনি 'পৰম সন্তাপে মূৰ্চ্ছিত হোৱা সত্যভামাক কৃষ্ণই প্ৰবোধ দি কোৱা কথাখিনিৰ উপৰিও 'দেখু অদভুত ভকতি মহিমাক' ইত্যাদি বুলিও ঘোষণা দিয়া হৈছে। শ্ৰীকৃষ্ণই 'প্ৰেমে প্ৰবোধ বোলন' বুলি সূত্ৰধাৰে অৱতাৰণা কৰা এই পয়াৰৰ, উপদেশ অংশৰ বাদে বাকীখিনি শ্ৰীকৃষ্ণৰ আবেগ-অনুভূতিৰ এক চৰম মুহূৰ্তৰ সংবাদ মাত্ৰ।

এতিয়া আমি শংকৰদেৱৰ নাটসমূহত থকা ৰাগতালযুক্ত পয়াৰৰ আলোচনালৈ আহোঁ। 'পত্নীপ্ৰসাদ নাট'ৰ একমাত্ৰ পয়াৰটোত (ৰাগ-শ্ৰী, পৰিতাল) 'শুনিয়া সিদ্ধান্ত পাছে দিলন্ত মাধৱে' বুলি আৰম্ভ কৰি বিপ্ৰসকলৰ ওচৰৰ পৰা বিমুখ হৈ অহা গোপবালকক কৃষ্ণই কোৱা বচন আৰু 'হেন শুনি লড়ি গৈল গোপগণ পাছে' ইত্যাদি বুলি গোপবালকসকলৰ চালচলনৰ বৰ্ণনা অন্তৰ্ভুক্ত কৰিছে। গতিকে ই বৰ্ণনামূলক হোৱাৰ উপৰিও শ্ৰীকৃষ্ণৰ সংলাপৰ কামো কৰিছে। পয়াৰটোৰ আগত বা পাছত শ্ৰীকৃষ্ণৰ মুখত ইয়াত থকা কথাখিনি দিয়া হোৱা নাই। গতিকে ই নাট্য কাহিনীৰ এৰাব নোৱৰা অংগ। 'কেলিগোপাল নাট'ৰ দুয়োটা পয়াৰৰ ৰাগ উল্লেখ কৰা আছে, এটাত তালৰ উল্লেখ নাই কৰা। শ্ৰীৰাগৰ প্ৰথমটো পয়াৰৰ 'অখণ্ড মণ্ডল সোহি শৰত ৰাতিত/শশাংকে কোমল বৃন্দাবন বিকশিত' বুলি বৰ্ণনা আৰম্ভ কৰি শ্ৰীকৃষ্ণৰ বংশীবাদন আৰু তাকে শুনি আত্মীয় স্বজনৰ হাক নুশুনি বৃন্দাবনলৈ ঢাপলি মেলা কৃষ্ণ প্ৰেমবিভোৰা গোপীসকলৰ চাল-চলনৰ বৰ্ণনা দাঙি ধৰিছে। এই পয়াৰটোৰ লক্ষণ নাটৰ অন্য গীতৰ লগত মাত্ৰ ইমানেইহে বেলেগ, ইয়াত তালৰ উল্লেখ কৰা নাই। 'কেলিগোপাল নাট'ৰ দ্বিতীয়টি পয়াৰত (ৰাগ-কানাৰা, পৰিতাল) বৃন্দাবনত কৃষ্ণক হেৰুৱাই কৃষ্ণপ্ৰেমত উন্মাদ অৱস্থা লাভ কৰা গোপীসকলে নিজতে কৃষ্ণবুদ্ধি কৰি কৃষ্ণলীলা কৰাৰ বৰ্ণনা দিয়া হৈছে-'ভকতি প্ৰমত্ত গোপ অংগনা। ঐচন কৰতু হৰি ভাৱনা।' এনে এক ভক্তিৰসত আপ্লুত তন্ময়তাৰ বৰ্ণনাত ভট্টিমাৰ গুৰু গম্ভীৰতা নাই বুলি কেনেকৈ ক'ব পাৰি? 'ৰুক্মিণী হৰণ নাট'ৰ ৰাগ-তাল নিৰ্দিষ্ট দুয়োটা পয়াৰতে (ৰাগ-কানাৰা, পৰিতাল) যুদ্ধৰ বৰ্ণনা দিয়া হৈছে। প্ৰথমটো শ্ৰীকৃষ্ণ আৰু প্ৰতিদ্বন্দ্বী ৰজাসকলৰ আৰু দ্বিতীয়টোত শ্ৰীকৃষ্ণ আৰু ৰুক্মবীৰৰ মাজত হোৱা যুদ্ধৰ বৰ্ণনা। এই দুটা পয়াৰকো নাটৰ অন্য গীততকৈ কোনো লক্ষণেৰেই

বেলেগ কৰি দেখুৱাব নোৱাৰি। 'পাৰিজাত হৰণ' নাটৰ ৰাগতাল নিৰ্দিষ্ট পয়াৰ দুটাৰ এটাৰ ৰাগ শ্ৰীগান্ধাৰ আৰু আনটোৰ কানাৰা, দুয়োটাতেই পৰিতাল নিৰ্দিষ্ট কৰা হৈছে। প্ৰথম পয়াৰত নাৰদ শ্ৰীকৃষ্ণৰ ওচৰৰ পৰা সত্যভামাৰ ওচৰলৈ যোৱাৰ বৰ্ণনা আৰু দ্বিতীয়টোত শ্ৰীকৃষ্ণই গৰুড়ৰ স্কন্ধত সত্যভামাৰ সৈতে কামৰূপলৈ যাত্ৰা কৰাৰে পৰা নৰকাসুৰ বধলৈকে বুলি ভিন্ন স্থানৰ ভিন্ন কালৰ দীঘলীয়া কাৰ্যাৱলীৰ বৰ্ণনা দাঙি ধৰা হৈছে। 'ৰামবিজয় নাট'ৰ ৰাগতাল নিৰ্দিষ্ট (কানাৰা, পৰিতাল) একমাত্ৰ পয়াৰটিত 'চলন কৌশিক সাধিয়ে কাম' বুলি ৰাম-লক্ষ্মণক লৈ বিশ্বামিত্ৰই অযোধ্যাৰ পঁৰা যাত্ৰা কৰাৰে পৰা মিথিলাৰ বাটত তাৰকাক বধ কৰা, সিদ্ধাশ্ৰমত গৈ মাৰীচ-সুবাহুক নিগ্ৰহ কৰালৈকে বুলি দীঘলীয়া কাৰ্যাৱলীৰ বৰ্ণনা দাঙি ধৰিছে। নিঃসন্দেহে এই পয়াৰ কেইটাও নাট্য-কাহিনীৰ অংগীভূত।

৫. **সামৰণিঃ** ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল শংকৰদেৱৰ নাটকেইখনত সন্নিবিষ্ট পয়াৰবিলাক বৰ্ণনাত্মক, স্তুতিমূলক আৰু সংলাপ পৰক লক্ষণ বিশিষ্ট। কিছুমানত ৰাগ-তাল নিৰ্দিষ্ট কৰি থোৱা আছে, সেইবোৰ নাটৰ অন্যগীতৰ দৰে খোল-তাল লৈ গোৱা হয়। আৰু সেই সময়ত বৰ্ণনামতে ভাৱৰীয়াৰো কাৰ্যকলাপ (activity) চলি থাকে। স্তুতিমূলক পয়াৰবোৰ এনেয়ে এটা বিশেষ সুৰত গোৱা হয়। এই গীতবোৰকনো কিয় 'পয়াৰ' বোলা হ'ল ক'ব পৰা নাযায়। এই বিলাকৰ সকলোখিনি 'পয়াৰ' ছন্দতে ৰচিতও নহয়। ভাৰতৰ বিভিন্ন প্ৰদেশত কিছু ভিন্ন ৰূপত প্ৰচলিত প্ৰশস্তিসূচক বৰ্ণনাত্মক শৈলীৰ 'পৱাড়া' পৰোক্ষ প্ৰভাৱতে অংকীয়া নাটৰ পয়াৰবোৰেও শংকৰদেৱৰ হাতত এক ভিন্ন ৰূপত আত্মপ্ৰকাশ কৰিব পাৰে।

পাদটীকাঃ

[১] বাপচন্দ্ৰ মহন্তঃ 'ঐতিহাসিক পটভূমিত মহাপুৰুষ শংকৰদেৱ', ১৯৯৯, পৃঃ ২৯২, বনলতা, ডিব্ৰুগড়।

[২] ধীৰেন্দ্ৰ বৰ্মা আৰু সহযোগীসকল (সম্পাদিত) ঃ 'হিন্দী সাহিত্য কোষ', ভাগ-১, ১৯৮৫, পৃঃ ৩৭৫, জ্ঞানমণ্ডল লিমিটেড, বাৰাণসী।

[৩] জয়ন্ত কৃষ্ণ হৰিকৃষ্ণ দবেঃ 'গুজৰাতী সাহিত্য কা ইতিহাস', ১৯৬৩, পৃঃ ৩০, হিন্দী সমিতি, সূচনা বিভাগ, লক্ষ্ণৌ।

[৪] Hiralal Maheswari: History of Rajasthani Literature, 1980, P-198 Sahitya Akademi.

[৫] শ্ৰীৰঞ্জন সুৰিদেৱ (সম্পাদিত)ঃ 'পৰিষদ পত্ৰিকা,' সংখ্যা ৯৫, ১৯৮৪ চন, পৃঃ ১১৯, বিহাৰ ৰাষ্ট্ৰভাষা পৰিষদ, পাটনা।

[৬] শৈলেন ভৰালীঃ 'অসমীয়া লোকনাট্য পৰম্পৰা', ১৯৮৪, পৃঃ ৪৯, বাণী প্ৰকাশ।

[৭] ৰাম গোস্বামীঃ 'অসমৰ লোকনাট্য', ১৯৯১, পৃঃ ৬৩, অসম সাহিত্য সভা, যোৰহাট।

[৮] সত্যেন্দ্ৰ নাথ শৰ্মাঃ 'অসমীয়া নাট্য সাহিত্য', ১৯৭৩, পৃঃ ১৬, নিউ বুক ষ্টল, গুৱাহাটী।

[৯] মহেশ্বৰ নেওগঃ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা', ১৯৮৭, পৃঃ ৯১, চন্দ্ৰ প্ৰকাশ, টিহু।■■

# সামাজিক সুখ শান্তিত ব্যক্তি চৰিত্ৰৰ প্ৰভাৱ

**ড° হৰেন্দ্ৰ চন্দ্ৰ দাস**

*সঞ্চালক, মাধ্যমিক শিক্ষা*

সমাজৰ সুখ শান্তি নিৰ্ভৰ কৰে সমাজত বসবাস কৰা প্ৰতিজন ব্যক্তি তথা ব্যক্তি পৰিয়ালৰ সদস্যসকলৰ নিত্য কৰ্মৰ ওপৰত। সমাজৰ প্ৰতিটো স্তৰৰ ব্যক্তিৰেই এই ক্ষেত্ৰত প্ৰভাৱ নথকা নহয়। কিন্তু বিচাৰ-বিবেচনা তথা কৰ্মক্ষেত্ৰত যুৱক-যুৱতী আৰু প্ৰাপ্ত বয়স্কসকলৰ কৰ্মৰ ওপৰতেই সমাজখনে বেছিকৈ নিৰ্ভৰ কৰিবলগীয়া হয়। সৎ চিন্তা আৰু সৎ কৰ্মই সমাজখনক সুপথে পৰিচালিত কৰে আৰু অসৎ চিন্তা আৰু অসৎ কৰ্মই সমাজখনক বিপথে আগুৱাই নিয়ে। সমাজৰ বেছি সংখ্যক ব্যক্তিয়েই যদি কুকৰ্ম কৰিবলৈ লয় তেতিয়া সামগ্ৰিক ভাৱে সমাজখনত সুখ-শান্তি আহিব ক'ৰ পৰা? কুকৰ্ম কৰা ব্যক্তিসকলেও শান্তি পাব ক'ৰ পৰা? সেয়েহে মাথোন আনৰ কাৰণেই নহয়, নিজৰ বাবেও সুখ শান্তি পাবলৈ কোনো ব্যক্তিয়েই সমাজত থাকি কুকৰ্ম কৰাটো উচিত নহয়। কুকৰ্মই কুফলহে আনে, সুফল আনিব নোৱাৰে।

এতিয়া প্ৰশ্ন হ'ল, সুকৰ্ম তথা কুকৰ্ম মানুহে কিয় কৰে? মানুহে কৰ্ম কৰে নিজৰ চৰিত্ৰ অনুযায়ী। যাৰ যি চৰিত্ৰ সেই ব্যক্তিজনে সেই চৰিত্ৰৰ দ্বাৰা প্ৰভাৱান্বিত হৈ সেই ধৰণৰ কাম কৰে। সাত্ত্বিক গুণৰ ব্যক্তি এজনে তামসিক গুণৰ কাম কৰিব নোৱাৰে। তামসিক গুণৰ ব্যক্তি এজনে কেতিয়াও সাত্ত্বিক গুণৰ কাম কৰিব নোৱাৰে। প্ৰতিজন ব্যক্তিয়ে সাত্ত্বিক, ৰাজসিক নাইবা তামসিক গুণৰ দ্বাৰা প্ৰভাৱান্বিত হৈ নিজ কৰ্ম কৰি যায়। বৰ্তমান সমাজত দুখ লগা কথা এইটোৱেই যে, সমাজৰ গৰিষ্ঠ সংখ্যক নাগৰিকেই তামসিক গুণ সম্পন্ন লোক। সাত্ত্বিক তথা ৰাজসিক গুণৰ চৰিত্ৰ সম্পন্ন লোক সমাজত ক্ৰমে কমি যাব ধৰিছে। এইয়া অতি অশুভ লক্ষণ। লক্ষ্য কৰিলে দেখা যায়, আজি প্ৰায় পাঁচ দশকৰ আগলৈকে ল'ৰা-ছোৱালীৰ চৰিত্ৰ গঠনৰ ক্ষেত্ৰত মাক-দেউতাক আৰু বয়োজ্যেষ্ঠ সকলে যথেষ্ট চকু কাণ দিছিল। অৱশ্যে সেই সময়ত যৌথ পৰিয়ালত থকা সদস্যসকল এই ক্ষেত্ৰত যথেষ্ট লাভৱান হোৱা দেখা গৈছিল। যৌথ পৰিয়ালত থকা ল'ৰা-ছোৱালীৰ নৈতিক চৰিত্ৰ গঠনৰ ক্ষেত্ৰত পৰিয়ালৰ সকলো

সদস্যৰে প্ৰত্যক্ষ নাইবা পৰোক্ষ অৰিহণা থকা দেখা গৈছিল। কিন্তু ক্ৰমে ক্ৰমে সন্তানক মানুহ কৰিবলৈ চৰিত্ৰ গঠনৰ ক্ষেত্ৰত দিবলগীয়া গুৰুত্বৰ কথা মাক দেউতাক তথা বয়োজ্যেষ্ঠ সকলে পাহৰি যোৱা হ'ল। তাৰ ঠাইত পৰীক্ষাত শতকৰা ৮০ বা ৯০ নম্বৰ পোৱাটোতহে বেছি গুৰুত্ব দিয়া দেখা গ'ল। তাৰ ফলত ল'ৰা-ছোৱালীয়ে (কিছু ব্যতিক্ৰমসহ) পৰীক্ষাত সুফল দেখুৱালেও চাৰিত্ৰিক দিশত অধঃপতনে যোৱাটো দেখা যায়। পৰীক্ষাত খুব ভাল নম্বৰ পাই পাচ কৰা সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰা-ছোৱালীকো চোৰ, ডকাইতি তথা ধৰ্ষণৰ কাৰ্যত জড়িত থকা দেখিবলৈ পোৱা যায়। গতিকে দেখা যায়, মাথোন স্কুলৰ শিক্ষাই ল'ৰা-ছোৱালীক মানুহ গঢ়াত সম্পূৰ্ণৰূপে কেতিয়াও সহায়ক হ'ব নোৱাৰে। আমাৰ ল'ৰা-ছোৱালীক ভৱিষ্যতৰ সুনাগৰিক হিচাপে গঢ়ি তুলিবলৈ সুচৰিত্ৰবান কৰিবই লাগিব আৰু তেতিয়াহে আমি সেই ল'ৰা-ছোৱালীৰ পৰা ভৱিষ্যতে সমাজত সুকৰ্ম আশা কৰিব পাৰোঁ।

সুচৰিত্ৰবান কৰিবলৈ আমি ল'ৰা-ছোৱালীক কিছুমান গুণৰ অধিকাৰী কৰাব লাগিব। নৈতিক শিক্ষা, মানৱীয় মূল্যবোধ সম্পৰ্কে জ্ঞান অৰ্জন, কৰ্ম সংস্কৃতিৰ জ্ঞান অৰ্জন, সামাজিক দায়বদ্ধতা সম্পৰ্কে জ্ঞান লাভ, নিয়মানুবৰ্তিতা পালন, আনৰ প্ৰতি ভাতৃত্বসুলভ মনোভাৱ আদি গুণ অৰ্জন কৰাৰ উপৰিও নিজক শাৰীৰিক, মানসিক আৰু বৌদ্ধিক দিশত উৎকৰ্ষ সাধন কৰাৰ লগতে আনৰ কল্যাণ সাধন কৰাৰ মানসিকতা গঢ় দিব পৰা গুণ সমূহ আয়ত্ব কৰাব পাৰিলেই আমি আমাৰ ল'ৰা-ছোৱালীক সুচৰিত্ৰবান হিচাপে গঢ়ি তুলিব পাৰিছোঁ বুলি কিছু পৰিমাণে হ'লেও নিশ্চিন্ত হ'ব পাৰোঁ। আমাৰ নতুন প্ৰজন্মক বৰ্তমানৰ গতানুগতিক শিক্ষাৰ লগতে চৰিত্ৰ গঠনৰ শিক্ষাও দিব পাৰিলেহে আমি আমাৰ ল'ৰা-ছোৱালীক ভৱিষ্যতে মানৱ সম্পদ হিচাপে গঢ়ি তোলাত সফল হ'ব পাৰিম আৰু তেতিয়াহে সমাজত সুখ সমৃদ্ধি বৃদ্ধি হ'ব বুলি আশা কৰিব পাৰোঁ।

এতিয়া প্ৰশ্ন হ'ল, নতুন প্ৰজন্মক চৰিত্ৰ গঠনৰ ক্ষেত্ৰত আমি কি ব্যৱস্থা ল'ম? অসম চৰকাৰৰ শিক্ষা বিভাগে ইতিমধ্যে তিনিটা স্তৰত ভাৰত স্কাউট গাইডৰ প্ৰশিক্ষণ দি ছাত্ৰ-ছাত্ৰীৰ চৰিত্ৰ গঠনৰ ক্ষেত্ৰত সহায়ক হ'ব পৰাকৈ এটা বিশেষ ব্যৱস্থাৰ প্ৰবৰ্তন কৰিছে। প্ৰাথমিক পৰ্যায়ত ছাত্ৰ-ছাত্ৰীৰ বাবে 'কাব-বুলবুল', মাধ্যমিক পৰ্যায়ৰ বাবে 'ৰোভাৰ-ৰেঞ্জাৰ'ৰ প্ৰশিক্ষণ দি ছাত্ৰ-ছাত্ৰীক ভৱিষ্যতৰ সু-নাগৰিক হিচাপে গঢ় দিবলৈ অসম চৰকাৰৰ শিক্ষা বিভাগে এটা বলিষ্ঠ পদক্ষেপ হাতত লৈছে। বিদ্যালয়ৰ মুৰব্বী সহ শিক্ষক শিক্ষয়িত্ৰীসকলৰ আন্তৰিকতা, অভিভাৱক-অভিভাৱিকা সকলৰ সচেতনতা আৰু শিক্ষা বিভাগৰ বিষয়া, কৰ্মচাৰীসহ কৰ্তৃপক্ষৰ একাগ্ৰতা থাকিলে নিশ্চয় এই প্ৰচেষ্টা সফল হ'ব আৰু আমাৰ নতুন প্ৰজন্মৰ প্ৰতিজনকে অসমৰ মানৱ সম্পদ হিচাপে গঢ়ি তোলাত আমি সফল হ'ব পাৰিম। অদূৰ ভৱিষ্যতে অসমৰ যুৱক-যুৱতীসকলক এই প্ৰচেষ্টাৰে সুচৰিত্ৰবান কৰি গঢ়ি তুলিব পাৰিলে, সেই সকলে কেতিয়াও কুকৰ্মত লিপ্ত নহ'ব বুলি আমাৰ বিশ্বাস আৰু তেওঁলোকৰ সুকৰ্মই সমাজখনত নিশ্চয় এটা সুপৰিবেশ আনিব পাৰিব আৰু তেতিয়াই সামাজিক সুখ-শান্তি ঘূৰি আহিব। ■■

# গোৱালপৰীয়া লোকনৃত্য আৰু গীত মাত

**ড° অনন্যা বৰুৱা**
*মুৰব্বী অধ্যাপিকা, বিকালী মহাবিদ্যালয়*

গোৱালপৰীয়া লোকগীত আৰু নৃত্যৰ বিষয়ে আলোচনা কৰাৰ পূৰ্বেই গোৱালপৰীয় লোকগীতৰ মাতৃৰ আপডালেৰে, মাতৃৰ মমতা আৰু মহত্বৰে লালন-পালন কৰি প্ৰতিষ্ঠিত কৰা জীৱন্ত কিংবদন্তি, গোৱালপৰীয়া লোকগীতৰ মাতৃস্বৰূপা, মাটিৰ সুৰৰ মোহত বন্দী হৈ আজীৱন সংগীত সাধনাৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ আৰু অসমৰ বাহিৰত সৰৱ ঢল বোৱাই জনগণক মোহাচ্ছন্ন কৰি ৰাখিব পৰা প্ৰবাদ প্ৰতীম গণশিল্পী প্ৰতিমা বৰুৱা পাণ্ডেক আন্তৰিকতাৰে প্ৰণিপাত জনাই এই লিখনি তেখেতৰ নামত উৎসৰ্গিত কৰিলোঁ।

অবিভক্ত গোৱালপাৰা জিলাৰ সাহিত্য-সংস্কৃতিৰ পথাৰত সোণোৱালী সপোন বিলোৱা এই গৰাকী অপৰাজেয় সম্ৰাজ্ঞীয়ে আজীৱন সাধনাৰ ফলশ্ৰুতি হিচাপে গোৱালপৰীয়া লোকগীতক বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হৈছিল। লোক সংস্কৃতিৰ ভূস্বৰ্গস্বৰূপ গোৱালপৰীয়া জীৱন ধাৰাৰ বিভিন্ন দিশৰ পৰা সমল বুটলি সাধাৰণ মানুহৰ হৃদয় মন্দিৰত সুৰৰ মায়া সৃষ্টি কৰি অসমৰ সংগীত জগতত এক নতুন মাত্ৰাৰ সংযোজন ঘটালে। তেখেতৰ অপূৰ্ব লোকগীত পৰিৱেশনৰ শৈলী আৰু সুৰ সৃষ্টি উত্তৰ পুৰুষৰ বাবে একম অনুপম প্ৰেৰণাৰ থলী।

লোকগীত সহজ-সৰল লোকৰ প্ৰাণৰ স্বচ্ছ উচ্ছাস। মানুহৰ অন্তৰৰ বিমল আনন্দ নাইবা হিয়া ভগা কাৰুণ্যৰ চটফটনিত চকুপানী নিজৰি ওলোৱাদি লোকগীতৰো জন্ম হয় সেই একে কাৰণতে। মানুহৰ অন্তৰৰ দুখ-সুখৰ প্ৰকাশৰ মাধ্যম হিচাপে সুৰ, তাল আৰু লয়যুক্ত গীতেৰেই সেই ভাৱ প্ৰকাশ কৰিবলৈ লোৱা হয়। লোকজীৱনৰ এনে ভাৱ প্ৰকাশেই লোকগীতৰ উৎপত্তিৰ উৎস।

লোকগীত লোকজীৱনৰ নিখুঁত দাপোণ। মানুহৰ মুখে মুখে বাগৰি সময়ৰ সোঁতত খোজ মিলাই আগবাঢি আহোঁতে এই গীত মাতবোৰ সমাজৰ বিভিন্ন চিত্ৰ যেনে-ধৰ্মীয় পৰম্পৰা, ৰীতি-নীত, আচাৰ-ব্যৱহাৰ আদিৰ লগতে সমাজৰ আৰ্থ সামাজিক দিশ আদিৰ চিত্ৰ দাঙি ধৰে। অসমৰ পশ্চিম প্ৰান্তত অৱস্থিত গোৱালপাৰা অঞ্চলৰ লোকগীত আৰু লোকনৃত্য এই দুয়োটাই এটা আনটোৰ অভিন্ন। বিষয়বস্তুৰ ক্ষেত্ৰত গোৱালপৰীয়া লোকগীতবোৰে ৰাম, ৰাধা, কৃষ্ণ আৰু আন পুৰাণ প্ৰসিদ্ধ চৰিত্ৰবোৰৰ সীমাৰেখা অতিক্ৰম কৰি গৈ গাঁওত বসবাস কৰা নৰনাৰীৰ মানসিক তথা পাৰিবাৰিক জীৱনৰ কাহিনীও বৰ্ণনা কৰিছে। ৰাধা কৃষ্ণক সামৰি তেওঁলোকৰ প্ৰশস্তিৰে লোকজীৱনৰ আবেগ অনুভূতিক জগাই তুলিছে ধৰ্মীয় চেতনাৰে।

গীত আৰু নৃত্যৰ মাজেৰে সহজেই জনসাধাৰণৰ মন আকৰ্ষণ কৰিবলৈ সেয়েহে গাইছিল-

'ৰাধা ৰা আওয়াসেৰ মাঝে উৰাইলো ভোমৰা ৰে'... ঠিক একেদৰে অশ্লীলতাক শ্লীলতাৰ আবেগেৰে প্ৰকাশ কৰাত গোৱালপৰীয়া লোকগীত আৰু নৃত্যবোৰ আছিল অতুলনীয়- আহকচোন আমি উপভোগ কৰোঁ-

*'দাদা আমাৰ নাইৰে ঘৰে... মশৰী কেনে ডোলে... ।*
*আৰে আশুক দাদা কয়া দিম ঘৰে....*
*পৰায় বশত কৰে ৰে..... ।।'*

বিভিন্ন দেৱ-দেৱীৰ উপৰিও চৰাই-চিৰিকতিৰ কুঞ্জন, হাতী-মহৰ চিএগৰ, গাইগৰুৰ হেম্বেলনী, মানৱীয় প্ৰেম-প্ৰীতি, ভগৱত প্ৰেম, মাহুত মইষাল আৰু ঘটকৰ চিত্ৰ-বিচিত্ৰ জীৱন, বিৰহিনীৰ ক্ৰন্দন, বিৰহৰ হা-হুমুনিয়াহ আদিয়ে হৈছে গোৱালপৰীয়া লোকগীতৰ বিষয়বস্তু। লোকগীত সমূহত প্ৰতীক প্ৰয়োগেৰে গীতৰ ভাৱমুক্ত গতিত প্ৰকাশ কৰা দেখা যায়। যেনে-

'দিনে দিনে খসিয়া পৰিবে ৰঙিলা দালানেৰে মাটি।

ইয়াত 'ৰঙিলা দালানাক মানুহৰ বিনাশী আৰু ক্ষণস্থায়ী দেহৰ প্ৰতীক হিচাপে ব্যৱহাৰ কৰা হৈছে।

সাহিত্যৰ জেউতী চৰাবলৈ আৰু মানুহৰ অন্তৰৰ ভাবানুভূতি প্ৰকাশ কৰিবলৈ উপমাৰ জৰিয়তে প্ৰকৃতিৰ সৰ্বসত্বাক লোকগীতৰ মাজলৈ টানি অনা হৈছে এনেদৰে-

'আকাশতে নাইৰে চন্দ্ৰ তৰা কেমন জলে....' ঠিক তেনেদৰে মানৱ প্ৰেমৰ ভাৱ প্ৰকাশৰ মনোৰম উপমান গীতৰ মাজেৰে কেনেদৰে প্ৰকাশ পাইছে-জানিবলৈ হ'লে আমি উপভোগ কৰিব লাগিব এই গীতটো-

'বালু টিল্ টিল্ পঙ্খী কান্দে বালুতে পৰিয়া- আৰে গৌৰীপুৰীয়া মাহুত কান্দে ও সখী ঘৰ বাৰী ছাড়িয়া সখী ও......'

(The sandpiper cries lying in the sand, The mant from Gauripur cries, O dear, cut off from his hearth and home)

গোৱালপৰীয়া লোকগীতত প্ৰকৃতি প্ৰাণ আৰু মানৱ প্ৰাণৰ মাজত একাত্মবোধ স্থাপন কৰাৰ এটি প্ৰয়াস আছে। কিয়নো প্ৰকৃতি প্ৰাণৰ কথা মানৱ প্ৰাণেৰে আৰু মানৱ প্ৰাণৰ সংবাদ প্ৰকৃতি প্ৰাণেৰে ব্যক্ত কৰাৰ নমুনা গীতবোৰত শুনা যায়। ৰস আৰু অলঙ্কাৰ ছন্দৰ সুন্দৰ প্ৰতিচ্ছবি গোৱালপৰীয়া লোকগীত সমূহত এনেদৰে উপস্থাপন কৰা হয়—

*'ও প্ৰাণ কুকিলা ৰে..... যখন কুকিলাৰ মই কান্দোন শোনং.... ।।'*

গোৱালপৰীয়া লোকগীতৰ এক নিজস্ব প্ৰকাশভঙ্গী আছে আৰু ই ভাব ব্যঞ্জিত আৰু মধুৰ। মানব দেহ মাটিৰে ভাণ্ড, ভাঙিলে হবে খণ্ডৰে খণ্ড.... এই সৰু কথাখিনিয়ে বেদান্ত আৰু গীতা ভাগৱতৰ তত্ব গধুৰ মৰ্ম কথা প্ৰকাশ কৰিছে। 'বটবৃক্ষেৰ ছায়া যেমন ৰে, মোৰ বন্ধুৰ মায়া তেমন ৰ ......।' ইয়াত বটবৃক্ষৰ ছায়াক প্ৰেমিকাৰ মায়া মমতাৰ লগত তুলনা কৰাটোত স্বকীয়তা প্ৰকাশ পোৱাৰ উপৰিও প্ৰকাশভঙ্গীয়ে মাধুৰ্য লাভ কৰিছে।

গোৱালপৰীয়া লোকগীতৰ এক বৈশিষ্ট্যপূৰ্ণ বিশেষত্ব হ'ল সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ প্ৰতিনিধিত্ব কৰিব পৰা প্ৰতিভূ চৰিত্ৰৰ চিত্ৰণ। মাহুত, গাড়ীয়াল, মইষাল আদি কৰি সামাজিক জীৱনত বেয়াকৈ অবহেলিত আন কেইটামান চৰিত্ৰই মানুহৰ মন প্ৰাণ হৃদয়ৰ একেবাৰে ওচৰ চাপিছে। নিঃস্ব মাহুতৰ প্ৰতি নাৰীৰ আকৰ্ষণ, টান আৰু দুৰ্বলতা কিমান সেইটো প্ৰকাশ কৰিবলৈকে অপৰিচিত মাহুতক নামবিহীনা যুৱতীয়ে প্ৰশ্ন কৰিছে—

*'তোমাৰা গেইলেন কি আসিবেন*

*মোৰ মাহুত বন্ধুৰে.....*

*অ হাম্‌ৰা হান্‌সা.......*

(If you go away, O my mant frient, will you come back?")

The above one sramatically expresses the sentiments of the mant and his beloved.

The next one is a widely popular song which begins with an allusion to a mythical story current in these parts according to which the elephant is a Brahman's wife transformed into animal.

O elephant girl, O elephant girl, O Brahman's wife, with the copper pitcher on your head. And the golden jhori in your hand.

আটাইৰে জনপ্ৰিয় 'হস্তিৰ কন্যা'-এই গীতটিৰ অন্তৰালত সোমাই থকা ব্ৰাহ্মণৰ পত্নীয়ে কিদৰে হস্তীৰ কন্যালৈ ৰূপান্তৰিত হৈছিল তাৰ বিৱৰণ সুন্দৰ ভাবে দাঙি ধৰা হৈছে।

ইংৰাজীত Mant Song বুলি জনাজাত এই গীতবোৰে সমাজৰ অৱহেলিত পিছপৰা শ্ৰেণীৰ মাহুত, মৈষাল, গাড়ীয়াল আদি লোকসকলৰ জীৱন যাপনৰ এক সুন্দৰ প্ৰতিচ্ছবি দাঙি ধৰিবলৈ প্ৰয়াস কৰিছে। জীৱিকা, দায়িত্ব আৰু কৰ্তব্যৰ খাতিৰত আপোনজনৰ ওচৰৰ পৰা অনিচ্ছা স্বত্বেও বহু সময়ত আঁতৰি থাকিব লগা হয়। মৈষাল পত্নীৰ আবেগপূৰ্ণ মুহূৰ্ত গীতৰ মাজেৰে এনেদৰে প্ৰকাশ পাইছে-'আজি ছাড়িয়া নাযান চেংৰা মৈষাল ৰে.....।'

ওপৰত উল্লেখিত বিষয়বস্তু, প্ৰতীক, প্ৰকৃতি, ৰস, অলঙ্কাৰ, ছন্দ, প্ৰকাশভঙ্গী, বিভিন্ন চৰিত্ৰ আদিৰ ওপৰত নিৰ্ভৰ কৰি লোকগীত সমূহ কেইবাটাও শ্ৰেণীত বিভক্ত কৰা হৈছে। যেনে-

১। *দেহ বিচাৰৰ গীত-'ভজো মন আপ্না আপ্নি*
*কেও নাই সংসাৰেৰ মাঝেৰে।'*

২। *প্ৰেমমূলক গীত -'কেনেহে ৰাধে তোৰ বিৰস মন*
*তোৰ কানাইয়া বাজায় বাঁশী।'*

৩। মাহুত গীত-

৪। মৈষাল গীত-

৫। পূজাপাৰ্বনৰ গীত-বাঁশ পূজা, কাতি পূজা, শিতলা পূজা ইত্যাদি, হুদুম পূজা, চড়ক পূজা।

৬। বাৰমাহ গীত, সামাজিক উৎসৱৰ গীত, নিচুকনি গীত ইত্যাদি

সুৰ আৰু লয়ক কেন্দ্ৰ কৰি গোৱালপৰীয়া লোকগীতক তলত দিয়া ধৰণে বিভক্ত কৰিব পাৰি—

১। ভাওৱাইয়া আৰু চট্‌কা

২। মইষালী ৩। চৰুৱা

বিষয়বস্তুৰ গুৰুত্ব আৰু লঘুত্বৰ ফালৰ পৰা ভাৱাইয়াৰ বিষয়বস্তু গুৰু আৰু চট্‌কাত লঘু। ভাৱাইয়াত আবেগধৰ্মী দীঘলীয়া লয় বাবে বিলম্বিত তাল আৰু কৰুণ ৰস কিন্তু চট্‌কাৰ লয়ৰ গতি দ্ৰুত আৰু হাস্য মিলিত কৰুণ ৰস।

ভাৱাইয়া বিলম্বিত কাহ্‌ৰৱা লয়। এই গানৰ লগত বজোৱা মাত্ৰা হ'ল-

'ডোলো/ডোলো/ডোলো ডং'

ইয়াৰ চাৰি মাত্ৰাৰ পিছত 'খীৰল ডাং' পৰিব পাৰে। আনহাতেদি চট্‌কাত লয় এটি। এই লয়ৰ লগত বজোৱা দোতৰাৰ মাত্ৰা হ'ল—

ডোলো/ডোং/নোলো/ডং—

ইয়াত পূৰ্ণ মাত্ৰাৰ শেষত খীৰল ডাং পৰিব পাৰে। মইষালী গীতত এটি লয়। এই লয়ৰ লগত বজোৱা দোতৰাৰ মাত্ৰা হ'ল- ঝাপ-ডো/লো/ডং/নো/লো/ডং—

চৰুৱা শব্দই নদীৰ চৰত বাস কৰা মানুহক বুজায়। চৰুৱা লয়ৰ বিভিন্ন তাল বজোৱা হয়। ওপৰত উল্লেখ কৰা মাত্ৰাবোৰৰ উপৰিও এই লয়ত 'ডোলো/ডোলো/নোলো/ডং'— এই মাত্ৰা বুজোৱা হয়।

বৰ্তমানে বহুতে গোৱালপৰীয়া লোকগীতৰ সুৰৰ লগতে ভাটীয়ালী গীতৰ সুৰৰ কিছু সংমিশ্ৰণ কৰিবলৈ প্ৰয়াস কৰা দেখা যায়। কিন্তু ভাটীয়ালী গীত প্ৰকৃততে গোৱালপাৰাৰ মৌলিক সম্পত্তি নহয়। গোৱালপৰীয়া লোকগীতৰ সম্ৰাজ্ঞী কিংবদন্তি প্ৰতিমা বৰুৱা পাণ্ডেৰ আটাইতকৈ ডাঙৰ আক্ষেপ আছিল গোৱালপৰীয়া লোকগীত সমূহক বৰ্তমানে ব্যৱসায়ীক ভিত্তিত গাবলৈ লোৱাৰ বাবে ইয়াৰ স্বকীয়তা আৰু মাদকতা বহু পৰিমানে হ্ৰাস পাইছে বুলি। গোৱালপৰীয়া লোকগীতৰ লগত বাদ্যযন্ত্ৰ সঙ্গত কৰাৰ ক্ষেত্ৰত থলুৱা বাদ্যযন্ত্ৰৰ ব্যৱহাৰ আৰু গীত পৰিৱেশনৰ ক্ষেত্ৰত নিজস্বতা বজাই ৰাখিবলৈ তেখেতে সদায় অনুৰোধ কৰিছিল।

গোৱালপৰীয়া লোকগীত আৰু লোকনৃত্য এটা আনটো পৰিপূৰক। লোকনৃত্যৰ প্ৰাণ হ'ল লোকগীত। লোকগীতৰ মৰ্মকথা লোকনৃত্যত মূৰ্ত কৰি তোলা হয়। এই দুয়োটাৰে সম্বন্ধ দেহ আৰু প্ৰাণৰ সম্বন্ধৰ দৰে। জটিলতা পৰিহাৰ কৰি সৰলতাত প্ৰাণ প্ৰতিষ্ঠা কৰা লোকনৃত্যৰ বিশেষ বিশেষত্ব। লোকনৃত্য লোক সমাজৰ আনন্দৰ সাক্ষৰ। গোৱালপৰীয়া লোকনৃত্যই নিৰ্জীৱ, নিস্পন্দিত লোকৰ প্ৰাণ সহজতে জীপাল, সজীৱ আৰু স্পন্দিত কৰি তুলিব পাৰে।

গোৱালপৰীয়া লোকনৃত্যৰ সহজতে অনুমেয় মূল কথা হ'ল-১। কিছুমান নৃত্যত কেৱল দৈহিক অঙ্গ-প্ৰত্যঙ্গৰ সঞ্চালনেৰে নৃত্য বচন প্ৰকাশ কৰা হয় আৰু কিছুমানত ইয়াৰ উপৰিও বাঁহৰ সৰু লাঠি (বাঁশ পূজাৰ নৃত্য), তৰোৱাল (চণ্ডীনৃত্য), চোঁৱৰ (পালাগাণৰ পয়াৰ নৃত্য), কুলা (গোৱাল্লনী নৃত্য), ধনু-কাঁড় (কাতি-নৃত্য) আদি হাতত লৈ আৰু বিভিন্ন 'মুখা' পিন্ধি নৃত্য বচন প্ৰকাশ কৰা হয়।

গোৱালপৰীয়া লোকনৃত্য সমূহত কেতবোৰ বিশেষত্ব থকা দেখা যায় যেনে-

১। বেছি ভাগ নৃত্যই ঘূৰণীয়া আৰু অথালি-পথালিকৈ নচা-নৃত্য।

২। নৃত্যত পদ আৰু হস্ত সঞ্চালন ধীৰ আৰু মন্থৰ।

৩। বেছি ভাগ নৃত্যই কোমল (Polite), কম সংখ্যক নৃত্যতহে তাণ্ডৱীয় (rough) গুণ আছে।

গোৱালপৰীয়া লোকনৃত্যৰ লগত বিভিন্ন ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠান আৰু ৰীতি-নীতৰ যথেষ্ট সম্পৰ্ক থকা দেখা যায়। বিভিন্ন দেৱ-দেৱীৰ পূজা পাৰ্বন, সমাজত বিৰাজ কৰা অপায় অমঙ্গল দূৰ কৰাৰ উদ্দেশ্যে আৰু সামাজিক জীৱনৰ প্ৰতিচ্ছবি প্ৰাঞ্জল কৰি তোলাৰ উদ্দেশ্য লোকনৃত্য সমূহৰ সৃষ্টি। এনেবোৰ দিশৰ প্ৰতি লক্ষ্য ৰাখিয়েই গোৱালপৰীয়া লোকনৃত্যক এনেদৰে তালিকাভুক্ত কৰণ কৰা হৈছে—

১। কাতি পুজাৰ নৃত্য ২। চৰক পূজাৰ নৃত্য ৩। হুদুম পূজাৰ নৃত্য ৪। কুশান নৃত্য আৰু পদ্মপূৰাণৰ পয়াৰ (পয়াৰ নৃত্য) ৫। চট্‌কা নৃত্য ৬। সোনাৰাম পূজাৰ নৃত্য ৭। চণ্ডী নৃত্য ইত্যাদি।

সাধাৰণ মানুহৰ সামাজিক জীৱনৰ এক সুন্দৰ চিত্ৰ লোকনৃত্যৰ সহায়ত অধিক স্পষ্ট ভাবে প্ৰকাশ কৰা দেখা যায়। যেনেদৰে-

'বৈঠা মাৰো বৈঠা মাৰো ৰে....'

ঠিক একেদৰে... 'গোৱাল্‌নী গোৱালনী হাটিয়া...

However there are some chatka songs which are marked for their restraint and delicacy. Here is an exquisite little pice which almost echoes the lyric of a famous Hindustani composition-jhanaka jhanaka payeliya baje.

'পাৱে বা ঘুংঘুৰা বাজেৰে আই মুই কেমনে বাইৰাত যাং, ঘৰে মোৰ শশুৰ বাইৰে মোৰ ভাশুৰ ও....'

(The ghugura on my feet jingles, O mother, how can I go out? My father-in-law is in the house, My husband's elder brother is at the door.)

সদৌ শেষত আমি এক উমৈহতীয়া সিদ্ধান্ত উপনীত হ'ব পাৰোঁ যে গোৱালপৰীয়া লোকগীত আৰু নৃত্য দুয়োটাই লোক সমাজৰ আনন্দৰ স্বাক্ষৰ। অন্তৰত যেতিয়া গীতৰ মূৰ্চনা জাগে তেতিয়া দেহত নৃত্যৰ স্পন্দন উঠে। দুয়োটিৰ সৃষ্টিৰ কাৰণ একেটি আৰু দুয়োটি শেষত লীন হয়গৈ একেটি বিন্দুত। ■■

# জীৱন ধাৰা আৰু মহিলা সমাজ

সুনীতি সোণোৱাল

জীৱন ধাৰা বুলি লিখিবলৈ লৈ কালি, আজি আৰু কাইলৈৰ জীৱনধাৰাৰ কথাতকৈ আজিৰ জীৱনধাৰাৰ কথা বেছিকৈ মনলৈ আহিছে। কাইলৈ কেনেকুৱা হ'ব সেয়া মাথোন অনুমানহে কৰিব পাৰোঁ-অনুমানৰ অনুপাতেই যে হ'ব সেই কথা ক'ব নোৱাৰি। কালি কি আছিল তাকেই ধিয়াই থাকিও লাভ নাই। সময়ৰ প্ৰবাহিত নদীত কালিৰ জীৱন ধাৰা আৰু আজিৰ জীৱন ধাৰাত একে নহয়। সমাজ, সংস্কৃতি, নীতি-নিয়মৰ সলনি হৈছে। অতীতৰ বহু কথাৰ, বহু নীতি, নিয়মৰ নৈতিকতা আদি বিষয়ৰ মূল্যবোধৰো সাল-সলনি হৈছে।

মহাভাৰতৰ আদি পৰ্বত উল্লেখ আছে 'অনাবৃতা কামাচাৰ বিৰহিনা, স্বতন্ত্ৰা। ইয়াৰ দ্বাৰা আমি বুজিছোঁ নাৰী পুৰুষৰ ব্যক্তিগত সম্পত্তি ৰূপে ব্যৱহৃদ হোৱা নাছিল। তেতিয়াৰ নাৰীৰ আছিল অবাধ স্বাধীনতা। নাৰী আছিল সৰ্বগম্যা, স্বতন্ত্ৰা স্বৈৰিণী, এক বান্ধোনহীন জীৱন। সন্তানৰ পৰিচয় মাথোন মাতৃৰ পৰিচয় এনে প্ৰথাৰ বাবে স্বাভাৱিকতে তেতিয়াৰ সমাজত যৌন বিশৃঙ্খলতা নিশ্চয় আছিল, যিহেতু ভগবানৰ এই পৃথিৱীক গতিশীল কৰি তুলিবলৈ নতুন প্ৰজন্মক আদৰি আনিবলৈ দিছে-পুৰুষ প্ৰকৃতিৰ মাজত এক আকৰ্ষণ। এসময়ৰ পুৰুষ প্ৰাধান্যৰ উদ্ভৱ হয় আৰু সমাজত বিবাহ প্ৰথাৰ প্ৰচলন হয়। মহাভাৰতৰ এঠাইত উল্লেখ আছে যে, সমাজত যৌন বিশৃঙ্খতা আঁতৰাবৰ বাবে প্ৰথমে উদ্দালক পুত্ৰ শ্বেতকেতুৱে নাৰীৰ এক স্বামীত্ব প্ৰথা আৰম্ভ কৰে আৰু সন্তানৰ মাতৃ পৰিচয় ঠাইত পিতৃ পৰিচয় প্ৰধান হৈ উঠে। সেই বুলি নাৰীৰ সন্মান খৰ্ব হোৱা নাছিল-নাৰীক যথাৰ্থ সন্মান যচা হৈছিল। বৈদিক যুগৰ কিছু নাৰী খনা, লীলাবতী, গাৰ্গী, মৈত্ৰেয়ীৰ কথাই বা কোনে নাজানে? ব্ৰহ্ম বৈৱৰ্ত পুৰাণত নাৰীৰ প্ৰতি কৰা অৱজ্ঞাক মহান প্ৰকৃতিৰ প্ৰতি অৱজ্ঞা তুল্য বুলি উল্লেখ আছে। বাৰাঙ্গনায়ো সমাজৰ সন্মানীয় মহিলা হিচাপে হয়তো স্থান লাভ কৰিছিল। কাৰণ শূদ্ৰক ৰচিত মৃচ্ছকটিকম নাটৰ নায়িকা বীৰাঙ্গনা বসন্ত সেনাক নগৰৰ অলঙ্কাৰ বুলি উল্লেখ কৰা হৈছে।

বিবাহ প্ৰথা আৰম্ভ হোৱাৰ লগে লগে পুৰুষ প্ৰাধান্য আৰম্ভ হোৱাৰ ফলত নাৰীৰ এক পতিত্ব লগতে-কন্যা সন্তানক বিবাহৰ দ্বাৰা 'কন্যাদান' শব্দটোৰে নাৰীক পণ্য দ্ৰব্যৰ লগত তুলনা কৰিব পৰা হ'ল। যেনিবা কন্যা সন্তানৰ নিজৰ ইচ্ছা-অনিচ্ছাৰ কোনো অস্তিত্বই থাকিব নোৱাৰে। সেই নিয়মেই চলি আহিছে যুগে যুগে। চলি আহিছে পতি পৰম দেৱতা জনমে জনমে ভাঙিব নোৱাৰা এক বান্ধোন, লাগিলে পতি দেৱতা বা মানুহৰ প্ৰকৃতিৰ নহৈ দেবাৰি প্ৰকৃতিৰ হ'লেও। কাৰণ পুৰুষ হ'ল নাৰীৰ অভিভাৱক। স্মৃতি কাৰ সকলৰ ভিতৰত ঋষি প্ৰৱৰ মনুৰ সূত্ৰ কোনে নাজানে যে নাৰী কন্যাকালত পিতৃৰ, যৌৱনত স্বামীৰ আৰু বৃদ্ধাৱস্থাত পুত্ৰৰ অধীন। নাৰীৰ যিহেতু সৃষ্টিৰ আদিতে দৈহিক গঠনত স্ত্ৰী পুৰুষৰ মাজত পাৰ্থক্য এটা আছে, তেনে স্থলত নাৰী পুৰুষৰ দৰে স্বাধীন ভাবে বিচৰণ কৰিব নোৱাৰে বা স্বামীক বাদ দি স্বকীয় পৰিচয় লাভ কৰিব নোৱাৰে। তেখেতে লগতে কৈছিল, নাৰী য'ত পুজিতা নহয় বা নাৰীক ৰক্ষনাবেক্ষণ দিয়া নহয়, সমস্ত ক্ৰিয়াই তাত নিষ্ফল।

বহুতো বিজ্ঞ লোকৰ মতে মনুৰ এই কথাৰ যথাৰ্থতা অৰ্থবাহক। নাৰী যিহেতু শাৰীৰিক ভাবে দুৰ্বল আৰু পৃথিৱীত সকলো পুৰুষেই সাধু পুৰুষ নহয়, গতিকে অসাধু পুৰুষৰ পৰা ৰক্ষা কৰিবলৈকে নাৰীক পিতৃ, স্বামী তথা পুত্ৰৰ অন্তৰৰ কোমল পৰশেৰে দিয়া ৰক্ষনাবেক্ষণৰ অতি প্ৰয়োজন। কিন্তু কালক্ৰমত পুৰুষ প্ৰাধান্যৰ প্ৰাবল্যই মূৰ দাঙি উঠে।

এইবোৰ আছিল কালিৰ জীৱনধাৰা। আজিৰ জীৱন ধাৰাৰ কিছু হলেও সলনি হ'ল। সমাজৰ জীৱন ধাৰাৰ সলনিত মহিলাৰ ওপৰত প্ৰভাব পৰে। কালিৰ জীৱন ধাৰা পাৰ হৈ আজিৰ জীৱন ধাৰা পাবলৈ কালিৰ মধ্যযুগীয় জীৱন ধাৰা পাৰ হৈ আহিব লগীয়া হৈছিল-য'ত আছিল স্বামীৰ বহু পত্নীত্ব, যৌতুক প্ৰথা, সতীদাহ প্ৰথা, জ্ঞাহৰ প্ৰথা, অথবা বিধবা সকলৰ বাবে কঠোৰ নিয়ম।

সমাজৰ কিছু নীতি-নিয়ম আমি সমাজে তৈয়াৰ কৰি লওঁ-নিজৰ সুবিধাৰ বাবে, ঠিক দীঘলীয়া পথ এটা চমুকৈ যাবলৈ আমি ঘাঁহনিৰ মাজেৰ যাবলৈ যেনেদৰে ব্যৱহাৰ কৰোঁ। আৰু ঘাঁহনিৰ মাজেৰে চমুকৈ যাওঁতে যাওঁতে সেয়াও এদিন সকলোৰ স্বীকৃত ৰাজ আলি হয়গৈ। সেইদৰে কোনোবা সদ্য বিধবা পত্নীয়ে হয়তো শোক সম্বৰণ কৰিব নোৱাৰি স্বামীৰ চিতাত আত্মজাহ দিলে। এইদৰে এক এক কৈ বহুতে হয়তো আত্মজাহ দিলে, পিছত সমাজে দেখিলে এইদৰে কৰাৰ ফলত বিধবা কন্যা, ভগ্নীৰ আজীৱন ভৰণপোষণৰ দায়িত্বৰ পৰা হাত সৰাৰ সুবিধা হ'ল। সেয়ে সময়ত হৃদয়ৰ মৰম চেনেহৰ অনুভূতিক জলাঞ্জলি দি সদ্য বিধবাক বাধ্য কৰিলে আত্মজাহ দিবলৈ আৰু আত্মজাহ দিয়াৰ বাবে সন্মান দিলে সতী হিচাপে। সেইদৰেই হয়তো জন্ম হ'ল যৌতুক প্ৰথাৰ আৰু ইদৰে সিদৰে বহুতো প্ৰথাৰ।

আজিৰ জীৱন ধাৰাত আজিৰ মহিলাই নিজকে অন্যৰূপত দেখে। পতি-পত্নী জীৱনে মৰণে বুলি কথাষাৰৰ মূল্য নাইকিয়া হ'ল। আইনো হ'ল বিবাহ বিচ্ছেদৰ। গতিকে কালিৰ নৈতিকতা আজিৰ নৈতিকতাৰ মাজত পাৰ্থক্য আহিল— সুবিধা-অসুবিধা, ভাল-বেয়া সেই অনুভৱ ভূক্তভোগীৰ কাৰণ বহুতো বুজনিয়েই কামত নাহে।

আমাৰ সংবিধানেও পুৰুষ-নাৰী সকলোকে সমান অধিকাৰ দিছে। সেই অধিকাৰ নিশ্চয় লাগিব। কাৰণ আমি প্ৰথমতে মানুহ হিচাপে জন্ম গ্ৰহণ কৰিছোঁ। তাৰ পিছতহে লিঙ্গভেদ। সেয়ে পুৰুষ অধিকাৰ তথা নাৰীৰ অধিকাৰ বুলি কথা নাই। মানৱ অধিকাৰটোহে প্ৰকৃত সত্য। এই ভাবধাৰা প্ৰাকৃতিগত, ধৰ্মীয় সংস্কাৰ আদিৰ লগত সম্বন্ধ। গতিকে মানুহ হিচাপে জন্ম লাভ কৰাৰ পিছত প্ৰকৃতিৰ নিয়ম অনুযায়ী মানুহ হিচাপে জীয়াই থাকিবলৈ, থকা-খোৱা, পিন্ধা, ভাৱ প্ৰকাশ আদিৰ যি ব্যক্তিগত স্বাধীনতা তথা অধিকাৰ তাত কোনেও কাকো হস্তক্ষেপ কৰিব নোৱাৰে। মহিলা বুলিয়েই নহয় দুৰ্বলীৰ ওপৰত বলীৰ দমনত নিয়ন্ত্ৰণ কৰিবলৈ ১৯৯৪ চনৰ ৮ জানুৱাৰীত ভাৰতত মানৱ অধিকাৰ সংৰক্ষণ আইন প্ৰণয়ন কৰা হয়। অৱশ্যে ১৯৪৮ চনৰ ১০ ডিচেম্বৰৰ পৰাই ৰাষ্ট্ৰসংঘৰ চুক্তিৰ দ্বাৰা গোটেই বিশ্বতে মানৱ অধিকাৰ দিৱস পালন কৰা হৈ আহিছে।

তথাপিও দেখা গ'ল নাৰী পুৰুষ মূলতঃ সমান বুলিলেও সমাজত বৈষম্যমূলক আচৰণ থাকিয়েই গ'ল-সেই বৈষম্যমূলক আচৰণ আঁতৰাবৰ বাবে বিভিন্ন বিপ্লৱ তথা বিদ্ৰোহৰ পিছত ১৯৭৯ চনত ৰাষ্ট্ৰসংঘতেই কিছুমান চুক্তি গ্ৰহণেৰে ৩০ টা দফাৰে সংবিধান ৰচনা কৰা হয়- যাক সংক্ষিপ্ততে CEDAW (Convention on Elimination of all forms of Discrimination Against Women) বুলি কোৱা হয়। বৈষম্যমূলক আচৰণ বোলোঁতে নাৰী প্ৰতি যৌন তথা শাৰীৰিক আঘাত, কন্যা শিশু তথা কন্যা শিশুৰ ভ্ৰূণ হত্যা, নাৰীৰ চুন্নৎকৰণ, যৌতুকৰ বাবে বা সতীৰ বাবে হত্যা, নাৰী শ্ৰমিকক উচিত মজুৰীৰ পৰা বঞ্চিত কৰণ, পুৰুষৰ একাধিক পত্নীগ্ৰহণ য'ত মহিলাৰ এক পতিৰ ব্যৱস্থা, সম্পত্তিৰ অধিকাৰৰ পৰা বঞ্চিত, পত্নী পৰিত্যাগ, যৌতুকৰ বাবে বোৱাৰী হত্যা আদি।

ৰাষ্ট্ৰসংঘত গ্ৰহণ কৰা সংবিধান মতে মানৱ অধিকাৰৰ উপৰিও CEDAWত উল্লেখিত নাৰীৰ অধিকাৰবোৰৰ কিছু এনেধৰণৰ-

(১)পুৰুষ মহিলাৰ মাজত থকা বৈষম্যমূলক আচৰণ আঁতৰাব লাগিব আৰু তাৰ বাবে ৰাষ্ট্ৰই ল'ব লগা বিভিন্ন পদক্ষেপ গ্ৰহণ কৰিব।

(২) মহিলা বুলিয়েই মানৱ অধিকাৰ তথা মৌলিক অধিকাৰ খৰ্ব হ'ব নোৱাৰে।

(৩) ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক জীৱনত নাৰী-পুৰুষৰ জীৱন ধাৰাৰ পাৰ্থক্য নাথাকিব।

(৪) নিজ ইচ্ছামতে প্ৰতিনিধিত্ব কৰিবলৈ পুৰুষৰ সতে সমান অধিকাৰ থাকিব।

(৫) ছোৱালীৰ বিয়াৰ পিছতো স্বামীৰ নাগৰিকত্ব ল'বলৈ নিজৰ পছন্দৰ অধিকাৰ থাকিব। অৰ্থাৎ স্বামীৰ নাগৰিকত্ব ল'বলৈ বাধ্য নহ'ব।

(৬) শিক্ষা, চাকৰি আদি নিয়োগৰ ক্ষেত্ৰতে পুৰুষৰ সতে সমান অধিকাৰ থাকিব।

(৭) গ্ৰামীণ মহিলা বুলি কোনো অধিকাৰৰ পৰা বঞ্চিত নহ'ব।

(৮) মহিলাক শোষণ কৰা গণিকাবৃত্তিৰ পৰা সুবিধা দিবলৈ চৰকাৰে বিধি মতে ব্যৱস্থা কৰিব।

(৯) চৰকাৰে মহিলাৰ সুৰক্ষাৰ বাবে আইন প্ৰণয়ন কৰিব।

(১০) বিবাহ তথা পাৰিবাৰিক ব্যৱস্থা যাতে ব্যাহত নহয় তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব।

বিয়াৰ বাবে ছোৱালীৰ মতামতক প্ৰাধান্য দিব।

এইবোৰ নিৰ্দেশনাৰ পৰিপ্ৰেক্ষিতত আমাৰ ৰাষ্ট্ৰতো পূৰ্বৰে পৰা মহিলাৰ সুৰক্ষাৰ বাবে কিছুমান আইনৰ উপৰিও নতুন কিছুমান আইন প্ৰণয়ন কৰা হয়।

কিন্তু আমাৰ মহিলা সমাজে সেইবোৰ অধিকাৰ তথা সুৰক্ষাৰ সুবিধা ল'বলৈ সজাগ হোৱা নাই, প্ৰয়াত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে কৈছিল-আমাৰ সংবিধান তথা মহিলাৰ সুৰক্ষাৰ বাবে যিমানবোৰ আইন আছে, তাৰ কিয়দংশও ব্যৱহৃত হোৱা নাই। সেইটো হৈছে আমাৰ মহিলা সমাজৰ সজাগতাৰ অভাৱ তথা অজ্ঞানতাৰ বাবে।

নাৰীৰে নিজৰ অধিকাৰৰ কথা জানিব বিচৰাটোৰ অৰ্থ এইটো নহয় যে নাৰীয়ে পুৰুষ সমাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব। সমাজখন নাৰী পুৰুষক লৈয়েই গঠিত। নাৰীয়ে পুৰুষক বা পুৰুষে নাৰীক অধিকাৰ, স্বাধীনতা তথা পৰস্পৰে পৰস্পৰক সন্মান কৰাটোৱেই মানৱ অধিকাৰ আইনৰ এটা দিশ।

মুঠতে নাৰীৰ বাবে লাগিব শিক্ষা আৰু এই শিক্ষা হ'ব লাগিব উপাৰ্জনোপযোগী শিক্ষা, যাৰ দ্বাৰা আহিব অৰ্থনৈতিক স্বাৱলম্বীত। সকলো দিশতে সজাগতা, আত্মসন্মান, আত্মবিশ্বাস আৰু তাৰ দ্বাৰাই বিশ্বদৰবাৰত নিজস্ব স্থিতি প্ৰতীয়মান কৰি সকলোৰে সন্মান, শ্ৰদ্ধা লাভ কৰিবলৈ সক্ষম হ'ব নাৰী সমাজ।

সেয়েহে নাৰী সমাজৰ নতুন প্ৰজন্মক 'অভিজ্ঞান' স্মৃতি গ্ৰন্থৰ মাধ্যমে আহ্বান জনাবলৈ বিচাৰোঁ-'হে নাৰী, তুমি নিজকে চিনি লৈ নিজৰ স্থিতিত প্ৰতিষ্ঠিত হোৱা কাৰণ তুমি অবলা নহয়। দুৰ্বলা হয়, গতিকে এগৰাকী সবল মনৰ অধিকাৰী হোৱা। সমাজত সসম্ভ্ৰমেৰে জীয়াই থকাৰ অধিকাৰ তোমাৰো আছে। ■■

# চাপৰ অঞ্চলৰ কথিত ভাষাৰ নমুনা আৰু ভাষাতাত্ত্বিক বৈশিষ্ট্য

**কমলা দেৱী**

*অধ্যাপিকা, ৰত্নপীঠ কলেজ*

ড° বাণীকান্ত কাকতিয়ে উপভাষাৰ দৃষ্টিৰে অসমীয়া ভাষাটোক পূৱ আৰু পশ্চিম অসমৰ ভাষা – এই দুটা বহল ভাগত ভগাইছে। এই প্ৰসঙ্গত ড° বাণীকান্ত কাকতিয়ে পশ্চিম অসমৰ কামৰূপ (অবিভক্ত) আৰু গোৱালপাৰা (অবিভক্ত) জিলাত ভালেমান স্থানীয় উপভাষাৰ প্ৰচলনৰ ইংগিত দিয়াৰ লগতে সেইবোৰৰ মাজত থকা পাৰস্পৰিক পাৰ্থক্যৰ উপৰিও উজনিৰ কথিত ভাষাৰ লগত এই স্থানীয় উপভাষাসমূহৰ পাৰ্থক্যৰ বিষয়েও উনুকিয়াইছে। সেইবোৰৰ বিষয়ে বিস্তৃত অধ্যয়নলৈ নগৈ আমি ইয়াৰ গোৱালপৰীয়া উপভাষাৰ অন্তৰ্গত চাপৰ অঞ্চলৰ স্থানীয় উপভাষাটো বা কথিত ভাষাৰ ৰূপ আৰু ভাষাতাত্ত্বিক বৈশিষ্ট্যৰ বিষয়ে আলোচনা কৰি ঠায়ে ঠায়ে কামৰূপী আৰু মান্য ভাষাৰ লগত মিল-অমিলবোৰ দেখুৱাই যাম। গোৱালপৰীয়া উপভাষাৰ কেইবাটাও স্থানীয় ক্ষেত্ৰৰূপ আছে। তাৰ ভিতৰত পূৱ গোৱালপৰীয়া উপভাষিক ক্ষেত্ৰ আৰু পশ্চিম গোৱালপৰীয়া উপভাষিক ক্ষেত্ৰ অন্যতম। এই দুই ক্ষেত্ৰৰ মাজত মধ্যবৰ্ত্তী উপভাষিক ক্ষেত্ৰ আছে। ইয়াৰ ভিতৰত আছে বইটামাৰী, বঙাইগাঁও. চাপৰ অঞ্চল।

চাপৰ অঞ্চল একাধিক ভাষাগোষ্ঠীৰ বাসভূমি। চাপৰ অঞ্চলৰ গাঁওে গাঁওে, চুবুৰীয়ে-চুবুৰীয়ে অসংখ্য বৃত্তিধাৰী লোকে বাস কৰে। চাপৰ নগৰৰ পূৱে শান্তিপুৰ, ঘূণিমাৰী, গাছপাৰা, কুশ্ছাকাটি আদি গাঁও ; পশ্চিমে সত্যপুৰ, খৰিদা গোঁসাই গাঁও, কাজিপাৰা আদি গাঁও; উত্তৰে বহলপুৰ, নাথপাৰা, খুটাপাৰা, বাৰুণীতাৰা, নিদানী, ৰৌমাৰী, ভকতপাৰা আদি গাঁও; দক্ষিণে মৌৱাটাৰী, পক্ষীপাৰা, আৰেয়াৰঝাৰ, ধীৰঘাট আদি গাঁও অৱস্থিত। চাপৰত বসবাস কৰা আৰ্য্যভাষাগোষ্ঠীৰ লোকৰ ভিতৰত ব্ৰাহ্মণ, কলিতা, কৈৱৰ্ত বা শূদ্ৰ, যোগী আদি সম্প্ৰদায় অন্যতম। অনাৰ্য্য ভাষাগোষ্ঠীৰ ভিতৰত তিব্বত-বৰ্মী শাখাৰ অন্তৰ্গত

কোচ-ৰাজবংশীসকল উল্লেখযোগ্য । তদুপৰি চাপৰৰ পূব আৰু পশ্চিমৰ চৰ অঞ্চলত মৈমনসিঙ, ঢাকা, ৰংপুৰ, খুলনা আদি জিলাৰপৰা অহা এচাম মুছলমানলোকো বাস কৰে। মোগল আক্রমণৰ সময়তো ৰৈ যোৱা কিছু সংখ্যক মুছলমান লোক চাপৰ অঞ্চলত বাস কৰে। তদুপৰি প্রাক্-স্বাধীনতা কালৰেপৰা পূৰ্ববংগৰ পৰা প্ৰবৰ্জিত হোৱা এচাম বঙালী আৰ্য্য হিন্দু সম্প্ৰদায়ৰ লোকো ঠাইবিশেষে বাস কৰি আছে। ব্যৱসায় বা চাকৰিৰ তাগিদাত কম সংখ্যক বিহাৰী আৰু মাৰোৱাৰীলোকো চাপৰ অঞ্চলত বহু বছৰ আগৰে পৰা বসবাস কৰি চাপৰৰ বৃহত্তৰ জনগোষ্ঠীৰ লগত মিলি গৈছে। এই সমূদায়লোকে ঘৰুৱা কথা বতৰাত তেওঁলোকৰ নিজৰ ভাষা ব্যৱহাৰ কৰে আৰু ৰাজহুৱাভাৱে চাপৰৰ আঞ্চলিক ভাষা (যাক দেশী বা ৰাজবংশী ভাষা বুলিও কোৱা হয়) ব্যৱহাৰ কৰে। বিচাৰত দেখা যায় যে চাপৰ অঞ্চলত ৰাজবংশী বা দেশী ভাষাত কথা কোৱা লোকৰ সংখ্যা অন্যান্য ভাষা-ভাষী লোকৰ তুলনাত সৰহ। এই খিনিতে উল্লেখ কৰা ভাল যে চাপৰৰ ভাষাটোক 'ঝাৰুৱা ভাষা' বুলিও কোৱা হয়। 'ঝাৰ' মানে জাৰণি তাত -উৱা প্রত্যয় লগ লাগি ঝাৰুৱা হৈছে। যিটো ভাষাত বিভিন্ন অঞ্চলৰ ভাষাৰ সংমিশ্ৰণ ঘটিছে সেয়ে ঝাৰুৱা ভাষা।

শিক্ষা, ব্যৱসায়, চাকৰি আদিৰ সান্নিধ্যত— জনবসতি, জনগাঁথনিৰে চাপৰ নগৰ গঢ় লোৱাৰ উপৰিও এই অঞ্চলৰ বিভিন্ন গাঁওৰ গঢ় লৈ সমাজ ব্যৱস্থা প্ৰচলিত হৈ আহিছে। তাৰেই ফলশ্রুতিত সভ্যতা-সংস্কৃতি, ভাষা-সাহিত্য, লোক-কথা, লোক-ক'লা, পৰম্পৰা প্ৰভৃতি গঢ়লৈছে। ঠাই বিশেষত বিশ্বজনীন সুদূৰ প্ৰসাৰিত শিক্ষা-সভ্যতা, ধৰ্মৰ লগতে সমাজ জীৱনত নিবিড়ভাৱে সোমাই পৰা বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰভাৱ ভাষা সাহিত্যত নিগাজীকৈ সোমাই পৰিছে। তথাপিও কৃষি প্ৰধান চাপৰ অঞ্চলৰ গাঁওবোৰত থলুৱা গীত-মাত-কথা, শোলোক, সাষ্টৰ আদিৰে চাপৰ থলুৱা ভাষাই কথিত ৰূপত তাৎপৰ্য্যপূৰ্ণ স্থান দখল কৰি আছে। ভাষাৰ ব্যুৎপত্তিগত ৰূপ আৰু অৰ্থ অধ্যয়ন কৰিলে সেইবোৰৰ প্ৰকাশভঙ্গী চমৎকাৰ যেন লাগে। এই বিষয়ে গভীৰ আৰু প্ৰয়োজনীয় অধ্যয়ন তথা গৱেষণাৰ চৰ্চা আমাৰ নাই। তথাপি ভাষা-সাহিত্য কৰ্মত জড়িত ব্যক্তি হিচাপে থলুৱা ভাষা-সংস্কৃতি, গীত-মাত আদিৰ প্ৰতি সূক্ষ্মকৈ নোৱাৰিলেও স্থুলভাৱে নিৰীক্ষণ কৰোঁ। স্থুল তথা বিহঙ্গম দৃষ্টিৰে প্ৰত্যক্ষ কৰা ভাষাতাত্বিক, ৰূপতাত্ত্বিক কথিত শব্দ আৰু ভাষাৰ সম্পৰ্কত সামান্যতম আলোকপাত কৰিবলৈ প্ৰয়াস কৰিছোঁ।

চাপৰ অঞ্চলৰ কথিত ভাষাত কৰ্তাৰ প্ৰয়োগৰ বিশেষ তাৰতম্য দেখা নাযায়। কৰ্ম, ক্ৰিয়া ইত্যাদিতহে তাৰতম্য আৰু বৈশিষ্ট্য দেখা যায়। তলত দুটামান উদাহৰণ দিয়া হ'ল—

| মান্যভাষা | কথিত ভাষা |
|---|---|
| মই কব নোৱাৰো। | মুই কবা নাপাং |
| মই স্কুললৈ নাযাওঁ। | মুই ইস্কুলত নাযাং |
| তই ক'ৰ পৰা আহিলি ? | তুই কুতিৰ পাৰে আহিল ? |

আপুনি ক'লৈ যায় ? তুইতে কুতি যাইস ?

বাক্যৰ-ক্রিয়াৰ ক্ষেত্রত উচ্চাৰণৰ বৈশিষ্ট্য আৰু সংক্ষিপ্ত কৰাত এনেদৰে প্রকাশ পায়—

| মান্যভাষা | কথিত ভাষা |
|---|---|
| তেতিয়া তই কি কৰি আছিলি ? | সেলায় তুই কি কৰিয়া আছিল ? |
| তেতিয়া মই অঙ্ক কৰি আছিলো ? | সেলায় মুই অঙ্ক কৰিয়া আছিলুং। |
| মই বহুবছৰ দিল্লীত চাকৰি কৰিছিলো। | মুই ভালেদিন দিল্লীত চাকিৰী কৰিয়া আছিলুং। |

উজনি অসমত ব্যৱহৃত 'হেৰৌ, কুকুৰৰ পোৱালি' বুলি লেনীয়া সুৰত কোৱা বাক্যাংশ নামনিত গালি যেন নালাগে। তাৰ সলনি চাপৰত ব্যৱহাৰ হোৱা _ 'ওই কুকুৰেৰ বেটা'— বাক্যাংশ বেছ শক্তিশালী যেন লাগে। আকৌ উজনিত ব্যৱহৃত 'থপৰিয়াই জোনাকী পৰুৱা দেখুৱাম'-— কথা ফাঁকিৰে

কাৰোবাক ধমক দিয়া যেন নালাগে। আনহাতে চাপৰ অঞ্চলত কোৱা 'এক থাপ্ৰত জোনামাখি উলাম' বুলি ক'লে সেইজনৰ অন্তৰত ভয়ৰ সঞ্চাৰ হয়।

াৰ অঞ্চলত প্রচালত জতুৱা ঠাচবোৰে লোক সমাজব কাথত বক্তব্য আত আৰু সুন্দৰ কৰি তুলিছে। যেনে —

| কথিত ৰূপ | মান্য ৰূপ |
|---|---|
| কেল্লে চাৱা | ঘোপা কৰ |
| ধেনুৱাই ছে | ধেন দিয়া |
| [illegible] | হাবাথুৰি খা |
| ভাগাৰাই কৰ | খৰখৈ কৰ |
| জাপাত পাক | কাষৰ হ |
| তুই খাইলি | তই খালি |
| তুমিৰা ভাত খা | তোমালোকে ভাত খোৱা |
| কোন্দোলা পাত | কৌচ পাত |
| চোপা মাৰ | খোহা মাৰ |
| চিল্লা মাৰ | চিঞৰ মাৰ |
| হুমকা দি | শলা মাৰ |
| ঘজ্জিনা / ঘৰ জামাই | ঘৰ জোৱাই |

চাপৰ অঞ্চলত প্রচলিত জতুৱা ঠাচৰ আৰু দুটা মান উদাহৰণ বাক্যেৰে দিয়া হ'ল—

| কথিত | মান্য |
|---|---|
| চাহা ৰানছ | চাহ তপতাইছো |
| মাথা বিসাইছে | মূৰ কামুৰিছে |
| বেলা ডুবিছে | চকা পাতত পৰিছে |
| গুৱা গাত ধৰ্‌ছে | তামোলে মূৰত ধৰিছে |

এইবোৰৰ উপৰিও চাপৰ অঞ্চলত ব্যৱহৃত কেতবোৰ বাক্যাংশ এনেধৰণৰ — জুইশালি, ধুৱানি, ভাত মুখোত দিয়া, লহন যাৱা, গা খালাচ হোৱা, চাথান নহৱা, অকাজিয়া, ইত্যাদি।

চাপৰ অঞ্চলৰ গঞা সমাজৰ পুৰণি কালৰপৰা কিছুমান গালি-গালাজ প্ৰচলিত হৈ আহিছে। সময়ৰ সোঁতত সেইবোৰ ক্ৰমে বিলুপ্তিৰ পথত। যেনে — বেত্‌চা, ভাইৰান্দি, ভাইচুকি, গাৰাত বহা, গৰপাখা, খাইয়ালাগা, অলপ বতৰিয়া, লোটী, ভাতাৰেৰ মাথা খাইতী, মাওৰ মাথা খাইতী, মৰণ নহৱা ইত্যাদি।

চাপৰৰ গাঁওলীয়া পৰিৱেশত তিৰোতা এগৰাকীৰ উক্তি দাঙি ধৰিব খুজিছোঁ— 'এ আপী, মুই হাটোত যাওঁং, কদ্দৈ, মধুফল আৰ অলপখানি শাক লৈলুং। তাক বেচেয়া জালুক দুইচ, বাগুন আৰ গুৱা আনিবা লাগিবো। তুই ছাগলটাৰ ঘাচ খাৱা হইলে খাবাৰাত বান্ধিয়া দিবি। তাগদাই চৌকাত জুই জলাবি। বাবাই হাল বৈয়া আহিলে ভোকতে পেটটা কৰকৰীয়া লাগিব। ভাত নহৈলে তুই বাবাক চাহা-পানী দিবি। জিনিচখিনি বেচোৱা হৈলেসে মুই তাৰাতাৰি আহিম।'

তেনেদৰে মাছ বেচা পোহাৰী এজনীৰ উক্তি— 'আজিকালি পাল্লা-পাথৰেদিয়া মাছ বেচাবা লাগ্‌ছে। কেজি-ঠেজি বুজাইয়ে নাপাং। মুই আন্দাজে-মুন্দাজে বেচোং। কুনটাত লাভ কুনটাত লোচকান বুজায় নাপাং।'

নাথপাৰা অঞ্চলত প্ৰচলিত ভাষাৰ কেইটামান উদাহৰণ দাঙি ধৰিলো। বন্ধনীৰ ভিতৰত মান্যভাষাৰ ৰূপবোৰো উল্লেখ কৰিলোঁ—

কুতি যাইস (ক'লৈ যোৱা), কুনঠে যাবি (কোনফালে যাবি?), মাছ মাৰিবা যাং চো (মাছ মাৰিবলৈ যাওঁ ব'লা), মুই ভাত খাইলুং (মই ভাত খালো), এইদিয়া যাং চো (এইফালেদি যাওঁ ব'লা), তাহলে কিও নাযাম (তেনেহ'লে কিয় নাযাম?), এলায় আহিল নাকি (এই মাত্ৰ আহিলি নেকি?) ইত্যাদি।

চাপৰৰ আশে-পাশে প্ৰচলিত ভাষা – 'ও গিথানী, ঘৰোত কায় আছ? হেতে খানি ওলে আয়।, একটা কাথা কইয়া যাং। উদিনা বোলে তুমাৰ কাদং দিবো। চাইটা ৰুআতি নিবা দিছে। পাইলে কেৰাচিন তেল নিবা দিছে। যাওং দে, এলা নবসুং'।

চাপৰ অঞ্চলৰ কথিত ভাষাৰ নমুনা আৰু কেইটামান উল্লেখ কৰা হ'ল— 'গাঁওত গেলুং। পানীৰ বতৰ, এতমানে বেয়া না বাটৈৰ অৱস্থা। বাটত এক হাটু কাদং। মাজে মাজে

এত পিচিলা। একেবাৰে জোকেৰ পিঠিৰ মতন। খোজ দেৱাই নাজায়। ভাল কৰিয়া নেগেলে কুনবাবেলা পাগাৰত পিচিলিয়া পৰিবা লাগিব। ছি, এত বেআ বাট না। বাটত হাগিয়া থৈছে। কেছেৰা লাগে। বমি আহিবা চায়। গাঁওত সোমেয়া আগত বাউৰ ঘৰোত যাং। ৰাস্তাৰ মাথাৰ হাণ্ডাৰ খুলিয়া সামাইলুং। এলা সুনিলুং চোতালত হাই লাগছে। সুনিলুং — অই মৰণ নহা, মাওৰ মাথা খাওবা, ইংকা চেংৰা ওলাইছ। এলা নাহিস কিয় ? ভাল মাইৰ খাবি আয় ...।'

চাপৰ অঞ্চলত প্ৰচলিত সম্বন্ধবাচক শব্দ কেতবোৰ এনেধৰণৰ— আয়ো, বাবা, বাপ, বেটা, মাও, বেটী, আপাছাৱা, আপিছাৱা, ভিঙ্গি, চাইলানী/ চালা, ভাতাৰ, তিৰী, গুষ্টি, আতা, আবো, জেঠা, জেঠী, দাদী, খুৰাই, কাকা, ভাই, বইনী, দেওৰা, বৌ ইত্যাদি।

সময়সূচক শব্দ কেতবোৰ এনেধৰণৰ— কুনবেলা, সেলায়, উদিনা, কালিকা, এলায়, আগাবেলা, দিফৰবেলা, সন্ধ্যাবেলা, সেসৰাতি, পোহৰ হইল, নতুন জোনাক কাচি ওলাইছে ইত্যাদি।

শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ বুজোৱা শব্দ এনেধৰণৰ — দাফানা, (কান্ধ), দেনা (বাহু), হাটু (আঠু), ফেৰা (উৰু), ডিমালী (কলাফুল), ফাকতলি (কাষলতি), নখু (আঙুলি), ঠোট (ওঠ), ঢুৰি (টেটু), তিলকনি (কিলাকুটী), জোকা (হাতৰ গাঠি) আলা জিভা (আল জিভা) ইত্যাদি।

তাঁতশাল সম্বন্ধীয় শব্দ কেতবোৰ এনেধৰণৰ – দচতেনী (দোৰপতি), গাৰি (তোলোঠা), চৰকী (চেৰেকী), চেপাৰী (চিৰি), নাটা (উঘা) ইত্যাদি।

ফল বুজোৱা শব্দ কেতবোৰ এনেধৰণৰ— মধুফল, জলপই, আনাৰচ, সনতৰা, তুলীয়া টেঙা, জম্বুৰা, সুপাৰী, কাচাকল, কলফুল, কাঠল, চেৱাস, লেটকো, পনিয়াল, নেৱাৰ ইত্যাদি।

বাচন-বৰ্তন সম্পৰ্কীয় শব্দ— বোথি, চৰিয়া, কচলী, শিলপাটা, চৌকা, খুন্তি, কাৰাই, ডেচ্‌কি, লোটা, ঘোটি, থাল, চচ্, কল্‌সি, টুকুৰি, ডালা, চালাণ্ডি, কাঠাৰী, বাল্টিং, তাৱা, পাইলা, হাৰি, ইত্যাদি।

চাপৰ অঞ্চলত প্ৰচলিত আন কেতবোৰ শব্দ এনেধৰণৰ— খোৱাৰ (গৰাল), ভাণ্ডাৰ (ভঁৰাল), বাৰাণ্ডা (পিৰালী), চাপ্‌ৰা (চুটি-চাপৰ), লেচ (বেনী), চেংৰা (ডেকা), গামচা (গামোচা), চুন্দৰ (ধুনীয়া), ভাচা (ওহাৰ), মুসুৰী (আঠুৱা), সাক (তৰকাৰী), কালিকা (অহাকালি), ঘাক্‌চি (গেদগেদী), ইছিলা (মিছা মাছ), বোৱালি (বৰালী), চুৱৰ (গাহৰি), তেলমু (পইতাচৰা), কায়ছা (পুৰৈ), নিচুদ (এন্দুৰ), ছাগল (ছাগলী), নাউৱা (নাপিত), বকৰা (বোবা), টটে (ভাটৌ), ঘুগু (কপৌ), ৰসুন (নহৰু), বাটা (শৰাই), কলছি (কলহ), বালিচ (গাৰু), ভইচ (ম'হ)।

চাপৰ অঞ্চলত প্ৰচলিত 'সান্থৰ'বোৰৰ মাজেদি লোকজীৱনৰ জ্ঞান, বুদ্ধি, চিন্তা, বিবেচনা আদি ফুটি উঠিছে। উদাহৰণ স্বৰূপে—

(১) ইন্‌কিছি বিন্‌কিছি।
নাই চচা নাই বিচি।। (নিমখ)
(২) হাত খচঙা পাত খচঙা।
ডিমা পাৰে লঠঙা লঠঙা।। (চাল কোমোৰা)
(৩) ইনিত পখি বিনিত পৰে।
সাগৰ দেখিলে পাংখা মেলে।। (জাল)
(৪) ৰাজাৰ ঘোৰে সোণাৰ লাঠি।
পিৰ পিৰ গাঠি।। (কুঁহিয়াৰ)
(৫) পূব গেলুং, পশ্চিম গেলুং।
গেলুং ঘাপৰাৰ ঘাট।।
এমন বস্তু দেখিয়া আহিলুং।
ফলেৰ উপৰোত পাত।। (আনাৰস) ইত্যাদি

চাপৰ অঞ্চলত প্ৰচলিত 'শোলোক' (যোজনা বা পটন্তৰ) বোৰত বেছিভাগতে তিৰোতা মানুহৰ ওপৰত কটাক্ষ কৰা চানেকি পোৱা যায়। উদাহৰণ স্বৰূপে —

(১) এই হেনা গিৰি।
ঘৰোত্ত নাই শাখা পিন্ধা তিৰী।।
(২) চাৰী পিন্ধি বাই।
ভাতাৰেৰ কাতি চাই।।
(৩) নাককাটীৰ নাক কাটা যাই।
নাককাটীৰ বোলে মোৰ বিয়া হই।।
(৪) যেলা আহে ভাতাৰতা।
সেলা চৰে যঁতৰতা।।
(৫) পৰৰ হাতে কাটে।
ভাতাৰেৰ আগোত নাটে।।
(৬) হাটুৰ ওপৰত পাটানী।
ওয়ে মোৰ জেঠানী।। ইত্যাদি

চাপৰ অঞ্চলতপ্ৰচলিত ছাৱাৰ ৰং-তামাছাৰ গীত বা ওমোলা গীত সমূহক চাপৰৰ কথিত ভাষাৰ চানেকী পোৱা যায়। উদাহৰণ স্বৰূপে—

(১) চিকিমিকি নুনভে্‌লকি,
আবো গেইছে হাটোত
টেকেলী ফুটাং বাটত
মুই হাতদেউং মোকে মাৰে

ছয়কাৰে ভুকুত।

(২) ইচন বিচন ধাৰকা বিচন
মউ পৰে চিলা পৰে
ৰাজাৰ বেটী চাউল চৰে
কান নাক টুল হাত।

(৩) অকো বকো লাউবা লাতা
হাতত কি জোৰা
চিঙি মাছেৰ চোচৰা
এজি বেজী মোৰ কানত ধৰা।

(৪) ইকিৰি মিকিৰি দাত কিকিৰি
তাত ফেল্লু মণ্ডল গাঠি
মণ্ডল গাঠি লৰে চৰে
ঢেল কাউটা আগত পৰে
আয় গৌৰী হাটত যাং
দুধে-মুধে ভাত খাং
এল পাত বেল পাত
তুলে এক হাত।

মান্য অসমীয়া ভাষাৰ লগত চাপৰ অঞ্চলৰ কথিত ভাষাৰ পাৰ্থক্য ধ্বনি বা উচ্চাৰণৰ ক্ষেত্ৰত দেখা যায়। লোক সমাজত শ্বাসাঘাটৰ বিভিন্নতাৰ ফলত উচ্চাৰণ বিভিন্ন হোৱা দেখা যায়। যেনেঃ

| মান্য ভাষা | কথিত ভাষা |
|---|---|
| নপুংসক | নিপংসক |
| প্ৰজা | পৰ্জা |
| কেঁহা | কোষ্টা |
| কাইলৈ | কালিকা |
| চৰ্দ্দাৰিনী | চোদ্দানী |
| গৃহস্থানী | গিত্থানী |

| মান্য ভাষা | কথিত ভাষা |
|---|---|
| মানুহ | মান্সি |
| বাদুলী | বাদুৰ |
| সৰিয়হ | সইচ্চা |
| বিধবা | বিদুৱা |

| | |
|---|---|
| মেকুৰী | নাকাৰ/ বিলাই |
| নিমখ | নুন |
| দোমাহী | দোমাসী |
| ফণি | ফেনি/ মেচকা/কাকৈ |
| ধুমুহা | বাতাস |
| পদুলি | আদৰ |
| বোকা | কাদং |
| ৰুমাল | উমালা |
| বাপু | বাউ |
| মাদাৰ ফুল | মাদালা |
| বিশৃঙ্খল | আউলজাউল |
| গৰখীয়া | ৰাখাল |
| কেঁঠা | থেতা |
| ৰঙা পৰুৱা | গুন্দৰী পিপিৰা ইত্যাদি |

আন আন কথিত ভাষাৰ দৰে চাপৰৰ কথিত ভাষাটো বৈয়াকৰণিক নীতি-নিয়মলৈ প্ৰায়ে চকু দিয়া নহয়। মান্যৰ বহুবচনৰ সৰ্বনাম 'তোমালোক' চাপৰৰ কথিত ভাষাত 'তুমি' ৰূপে ব্যৱহাৰ হয়। অৰ্থাৎ মান্য অসমীয়াৰ দ্বিতীয় পুৰুষৰ একবচনৰ ৰূপ 'তুমি' সৰ্বনামটো চাপৰৰ কথিত ভাষাত বহুবচনৰ সৰ্বনাম হিচাপে ব্যৱহাৰ হয়। যেনে—

| মান্য ভাষা | কথিত ভাষা |
|---|---|
| তোমালোক পীৰাত বহা | তুমি ফিৰাত বস। |
| তোমালোক যোৱা | তুমি যা। |

| মান্য ভাষা | কথিত ভাষা |
|---|---|
| তোমালোকে খোৱা | তুমি খা। |
| তোমালোক আহিবা | তুমি আসিবি। |

তদুপৰি চাপৰৰ কথিত ভাষাত দ্বিতীয় পুৰুষ আৰু তৃতীয় পুৰুষৰ সৰ্বনামৰ মাজত পাৰ্থক্য নাই। মান্যাৰ্থৰ 'তুমি' বা 'আপুনি' সম্বোধনতকৈ কথিত ভাষাৰ 'তুই' সম্বোধন অধিক মৰ্য্যাদাসূচক। লোক সমাজত 'আপুনি' অমৰ্য্যাদাসূচক ৰূপ যেনে লাগে। ক'ৰবাত কোনোবাই 'আপুনি' কৰিলেও তাৰ লগত প্ৰয়োগ হোৱা ক্ৰিয়া পদটো প্ৰায়ে দ্বিতীয় পুৰুষৰ একবচন ৰূপে ব্যৱহাৰ হয়। যেনেঃ- 'আপ্নি কুনবেলা যাবি ?'; 'আপ্নি খাবি'। অৱশ্যে কথিত ভাষাত 'তুই', 'তুমিৰা' আদিৰ লগতো দ্বিতীয় পুৰুষৰ ক্ৰিয়া পদেই প্ৰয়োগ হয়। যেনেঃ

| মান্য ভাষা | কথিত ভাষা |
|---|---|
| তোমালোক কাইলৈ আহিবা | তুমিৰা কালিকা আহিবি। |

তুমি ভাত খাইছা? তুই ভাত খাইছি?

কেতিয়াবা কেতিয়াবা আঞ্চলিক আৰু সামাজিক বিভিন্নতাৰ কাৰণে কথিত ভাষাৰ কোনো শব্দৰ অৰ্থ বিভ্ৰান্তিকৰ হৈ পৰে। উদাহৰণস্বৰূপে— মান্য আৰু কামৰূপীত মাকৰ সখীয়েক বুজোৱা 'আমৈ' শব্দই চাপৰ অঞ্চলত 'মাকৰ বিয়েনী' অৰ্থত ব্যৱহাৰ হয়। তেনেদৰে মান্যৰ থৈলা, চৰু, বেৰা, আদৰ আদি শব্দই চাপৰ অঞ্চলত ক্ৰমে কেৰাহী, উৰু, খোজকৰা আৰু পদূলি অৰ্থক বুজায়।

প্ৰাচীন অসমীয়া ভাষাত চাপৰ অঞ্চলৰ অনেক শব্দৰ ব্যৱহাৰ পোৱা যায়— গলা (ডিঙি), বৰ (দৰা), মৈৰা (ম'ৰাচৰাই), আধাৰ (চৰাই আহাৰ), আম্ৰা (অমৰা), ডিমা (কণী) ইত্যাদি।

আহোম যুগত ৰচনা কৰা দুখন গ্ৰন্থ ক্ৰমে 'ঘোঁৰা নিদান' আৰু 'কামৰত্ন তন্ত্ৰত' চাপৰ অঞ্চলত ব্যৱহৃত কথিত শব্দৰ ব্যৱহাৰ আছে। যেনে—

ঘোঁৰা নিদান—— গাছ, গুৰা, দাৰু, দাপানা, পিপ্ৰা, বয়া, শুখনা, ফিক আদি।

কামৰত্ন —— গলা, চাম্‌নি, ঠানি, বেং, মৈৰা আদি।

চাপৰ অঞ্চলৰ ভাষাত বিশিষ্ট স্বৰধ্বনি সাতটা। এইবোৰ হ'ল— অ, আ, ই, উ, এ, এ', ও, সেইবোৰৰ উদাহৰণ হ'ল এনেধৰণৰ—

| | |
|---|---|
| /ই / তিল | /এ / তেলচোৰা |
| /এ' / তে'ল | /অ / তল; লৰা (ল'ৰা) |
| /ও / টোল | /উ / তুল |
| /আ / তাল | |

তদুপৰি বিশিষ্ট ব্যঞ্জনধ্বনি আঠাইশটা। সেইবোৰ হ'ল— ক, খ, গ, ঘ, ঙ, চ, ছ, জ, ঝ, ট, ঠ, ড, ঢ, ত, থ, দ, ধ, ন, প, ফ, ব, ভ, ম, ৰ, ল, শ, স, হ। সেইবোৰৰ ব্যৱহাৰ তলত দেখুৱা হ'ল—

| | |
|---|---|
| /ক / কাকৰ (কেঁকোৰা) | /খ / পাখাৰা (পখৰা) |
| /গ / গাছ (গছ) | /ঘ / ঘাস (ঘাঁহ) |
| /চ / চাকি (চাটি) | /ছ / চাতি |
| /জ / জাল | /ঝ / ঝালা (জলা) |
| /ট / পাটা | /ঠ / পাঠা |
| /ড / ডাল | /ঢ / ঢাল |
| /ত / তাল | /থা / থাল |
| /দ / দিপৰ (দুপৰীয়া) | /ধ / ধুপ |
| /ম / মাটি | /ন / চান (জোন) |
| /ঙ / চাঙ | /প / পাটা |

| | |
|---|---|
| /ফ / ফাৰা | /ব / বুৰা |
| /ভ / ভুৰা | /ৰ / ৰং |
| /ল / লং | /শ / মাশ (মাহ) |
| /স / মাস (মাছ) | /হ / হাতা (কলৰআখি) |

চাপৰ অঞ্চলত ব্যৱহৃত কেতবোৰ শব্দৰ লগত বড়ো ভাষাৰ কিছু মিল দেখা যায়। তেনেবোৰ শব্দৰ নমুনা দেখুৱা হ'ল –

| চাপৰ অঞ্চলৰ শব্দ | বড়ো শব্দ |
|---|---|
| হাটু | আনঠু |
| মেখ্‌লা | ডখ্‌লা |
| কপাল | খাফাল |
| মুখ | মুখাং |
| ফালি | ফাউৰী |
| দাবৰ | দাবোউৰ |
| দুৱাৰমুখ | দৰখোমুখাং |
| কাঠল | খানঠাল |
| থৈকাৰা | থেকেৰাই |
| নেঅল | নেউলাই |
| শিয়াল | শেলো |
| হাড়্গিলা | হাডিডিগলা |

| চাপৰ অঞ্চলৰ শব্দ | বড়ো শব্দ |
|---|---|
| বেসৰ | বেচৰ |
| জলপই | জলফোই |
| ঘোঁৰা | ঘোঁৰাই |
| হাতী | হাথী |
| মামা | আমাই |
| হালুৱা | হালুৱাই |
| আবো | আবোই |
| দাদি | দাদৈই |
| আয়ো | আই |
| আৰো | আৰো |
| ঘজ্জিআ | ঘজিয়া |
| ভেৰা | ভেব্‌ৰা ইত্যাদি। |

চাপৰ অঞ্চলৰ ভাষাত শ্বাসাঘাত শব্দৰ দ্বিতীয় অংশত পৰে। যেনে ঃ আম্ৰা, আঙ্ৰা, কুম্ৰা, দাম্ৰা আদি। তদুপৰি কোনো কোনো শব্দত দুটা 'আ' ধ্বনি ওচৰা-ওচৰিকৈ থাকে। যেনে ঃ চাকা, কানা, ৰাজা, তাৰা, চাতা, হাতা, পাটা, লাতা, বাটা, পাঠা আদি।

চাপৰৰ কথিত ভাষাত য'তেই সম্ভৱ ত'তেই সমীভৱন হয় যেনে ঃ বন্নাম (বৰ নাম), কদ্দৈ (কৰ দৈ), বান্নি (বাৰণী), পাহল্লু (পাহৰিলো), পুন্নিমা (পূর্ণিমা), পন্নাম (প্রণাম), তিৰ্পাল (ত্রিপাল) আদি।

মান্য ভাষাৰ 'ৰ' আৰু 'ন' ধ্বনিৰ ঠাইত চাপৰৰ কথিত ভাষাৰ কোনো কোনো শব্দত 'ল' ধ্বনি শুনা যায়। কেতিয়াবা 'ল' ধ্বনি 'ন' হৈ আৰু কেতিয়াবা দ্বিত হয়। যেনে—

| **মান্য ভাষা** | **কথিত ভাষা** |
|---|---|
| মৰিলো | মল্লুং |
| ধৰিলোঁ | ধল্লুং |
| লোণ | নুন |

| **মান্য ভাষা** | **কথিত ভাষা** |
|---|---|
| নোম | লুম |
| নেমু | লেবু |
| নেজ | লেটু ইত্যাদি। |

চাপৰৰ কথিত ভাষাত এক শব্দ হ'লে সাধাৰণতে 'ক' লোপ নহয়। যেনে—

| **মান্য ভাষা** | **কথিত ভাষা** |
|---|---|
| এ-বুকু | এক্-বুক |
| এবাৰ | এক্-বাৰ |

| **মান্য** | **কথিত** |
|---|---|
| এহাত | এক্-হাত |
| এফলীয়া | এক্-ফালীয়া |

| মান্য | কথিত |
|---|---|
| এচকল | এক্-চাকল |
| এডাল | একডেল ইত্যাদি । |

মান্য ভাষাৰ শব্দৰ শেষৰ 'ঐ' চাপৰৰ কথিত ভাষাত 'এ' হয়। যেনে—

| **মান্য** | **কথিত** |
|---|---|
| কেনেকৈ | কেংকা |
| এনেকৈ | এংকা |

| | |
|---|---|
| যেনেকৈ | যেংকা |
| সেনেকৈ | সেংকা আদি |

নামবাচক শব্দৰ শ, ষ, স, চাপৰৰ কথিত ভাষাত 'চ' ৰূপে উচ্চাৰিত হয়। যেনে—

| মান্য | কথিত |
|---|---|
| মহেশ | মহেচ |
| শশী | চ'চী |
| সুবোধ | চুবোধ |
| সুশীলা | চুচীলা |
| **মান্য** | **কথিত** |
| সুৰেণ | চুৰেণ |
| সতীশ | চতীচ |
| শ্যামল | চামল |
| সুনিতা | চুনিতা ইত্যাদি। |

মান্য বহুবচন বুজোৱাবোৰ, -বিলাক, -হঁতৰ ঠাইত চাপৰৰ কথিত ভাষাত— গিলা, -হৰে আদি ব্যৱহাৰ হয়। যেনে ঃ-

মানুহবোৰ— মান্‌সিগিলা
এইবোৰ— এইগিলা
লৰাহঁত— আপাগিলা
ছোৱালীবিলাক— আপিগিলা
মামাহঁতৰ- মামাহৰেৰ ইত্যাদি।

মান্য ভাষাৰ তুলনাত চাপৰৰ কথিত ভাষাৰ স্বাৰ্থিক প্ৰত্যয় সমূহ সুকীয়া। মান্যৰ -দেই, -চোন, -হবলা, -পায় আদিৰ ঠাইত চাপৰত -হা, -দে, -সা, -ভাই ব্যৱহাৰ হয়। যেনে ঃ মুই যাম হা ; মুই কৰ্‌চুং দে; মুই ভাত খাইচুং সা, তুই আহিবি সা, মুই যাবা নাপাং ভাই ইত্যাদি।

নিৰ্দেশাত্মক -টো, -জন, -জনীৰ ঠাইত চাপৰৰ কথিত ভাষাত -টা, -খিনি ব্যৱহাৰ হয়। যেনে ঃ- মান্‌সিটা, আপিটা, আপাটা, গৰুটা, কথাটা, আপিখিনি, আপাখিনি আদি।

সম্ভাব্য অতীত বুজাবলৈ -'হেঁতেন'ৰ ঠাইত চাপৰৰ কথিত ভাষাত -'হয়া' ব্যৱহাৰ হয়। যেনে ঃ ওই যদি আমাৰ বাৰীত আসিল হয়া মুই সেলা উমাৰ বাৰীত গেলুং হয়া। (তেওঁ যদি আমাৰ ঘৰত আহিলহেঁতেন , মই তেওঁৰ ঘৰলৈ গ'লোহেঁতেন)।

শব্দ বিভক্তিৰ ক্ষেত্ৰত মান্যভাষাৰ চতুৰ্থী-'লৈ', পঞ্চমীৰ-'পৰা' আৰু তৃতীয়াৰ -'ৰে'ৰ ঠাইত চাপৰৰ কথিত ভাষাত ক্ৰমে '-তে', '-ত'; -'পাৰে' আৰু '-দিয়া' ব্যৱহাৰ হয়। যেনে ঃ

| | মান্য | কথিত |
|---|---|---|
| -লৈ > -ত,-তে | ক'লৈ যোৱা | ক'ত্ যাইস্ |
| | বজাৰলৈ যাওঁ | বাজাৰত্ যাওং |
| -পৰা > -পাৰে, | তাৰপৰা আহিলো | ওইঠেৰ্ পাৰে আসিলুং |
| | সিঁহতৰপৰা | উমাৰ পাৰে |
| -ৰে > দিয়া | কাণেৰে | কান্দিয়া ইত্যাদি। |

চাপৰৰ কথিত ভাষাত ব্যৱহাৰ হোৱা ধ্বন্যাত্মক শব্দ কেতবোৰ এনেধৰণৰ —

কোমৰটা থচ থচাবা লাগছে।

নাকটা চেঙচেঙাবা লাগছে।

গাবটা জিনজিনাবা লাগছে।

কাথা কৈলেঁ কিয় ৰেঙৰেঙে উঠা।

পেচ পেচেআ নাথাকিবি।

টকটকে ক'ত যাইস।

পানী ফেলেয়া জাগাখান তেলতেলা কৰচ।

বাতাস হুৰ-হুৰেয়া আইছে।

গলাটা কুচকুচাবা লাগছে।

যুৰীয়া শব্দকেতবোৰ এনেধৰণৰ — হাই-পেচাল, মাথা-মুণ্ড, কান্দিয়া-কাটিয়া, ধাৰ-ধুৰ, কাথায়-কাথায়, দোকান-পোহাৰ ইত্যাদি।

এনেদৰে দেখা যায় বিভিন্ন জাতি-উপজাতিয়ে বসবাস কৰি থকা ঐতিয্যপূৰ্ণ চাপৰ অঞ্চলৰ স্থানীয় ভাষিক ৰূপসমূহ বৈশিষ্টপূৰ্ণ ৰূপ। সামাজিক-শ্ৰেণীগোষ্ঠী , ধৰ্মীয় সম্প্ৰদায় আদিৰ ওপৰত ভিত্তি কৰি চাপৰ অঞ্চলৰ ভাষাই সামগ্ৰিকভাৱে অসমীয়া ভাষাৰ বিকাশত অধিক অৰিহণা যোগাব পাৰে। স্থানীয় ভাষিক ৰূপৰ উপযুক্ত অনুসন্ধান, অধ্যয়ন আৰু ৰক্ষণাবেক্ষণৰ দ্বাৰা ভাষাৰ ভঁৰাল সমৃদ্ধ হয়। আশা ৰাখিছোঁ চাপৰ অঞ্চলৰ স্থানীয় ৰূপৰ ভেদ-বৈচিত্ৰ্যৰ বিজ্ঞান সন্মত বিশ্লেষণ আৰু মান্য বা অন্যান্য জনজাতিয় ভাষাৰ লগত বিজ্ঞানসন্মত তুলনামূলক অধ্যয়ন কৰিলে চাপৰ অঞ্চলৰ কথিত ভাষাই যথাযোগ্য মৰ্য্যাদা লাভ কৰিব আৰু কথিত অসমীয়া ভাষাৰ বিকাশত প্ৰভূত অৰিহণা যোগাব পাৰিব।

সহায়ক গ্ৰন্থ পুঞ্জী ঃ ড° বাণীকান্ত কাকতি, (Assamese its Formation and Development-1941)

ড" উপেন্দ্ৰ নাথ গোস্বামী, ভাষা বিজ্ঞান, (১৯৮২ চন)

তথ্য দাতা ঃ চাপৰ নিবাসী শ্ৰীযুতা তাকাতি নাথ, লিপিকা নাথ, মিনু নমঃ দাস, নাগেশ্বৰী পাঠক, জিৰণ বালা ৰায়, অমিও বালা সিংহ। ■■

# ঊনবিংশ শতিকাৰ গোৱালপাৰা জিলাৰ অৰ্থনৈতিক অৱস্থাৰ ইতিবৃত্ত

**মহঃ ছাহজাহান স্বেইখ**
*অধ্যাপক, ৰত্নপীঠ মহাবিদ্যালয়*

**ভূমিকা ঃ** ভৌগলিক ভাবে $89.7^0$-$91.4^0$ পূৰ দ্ৰাঘিমাংশ আৰু $25.8^0$-$26.9^0$ উত্তৰ অক্ষাংশৰ মাজত অৱস্থিত গোৱালপাৰা জিলাৰ পূৱে মানাহ আৰু পশ্চিমে সোণকোষ নৈ অৱস্থিত। উত্তৰে ভূটান আৰু দক্ষিণে বংগদেশ। ৰাজনৈতিক ভাবে জিলাখন বিভিন্ন সময়ত বিভিন্ন শাসক শ্ৰেণী আৰু বিভিন্ন শাসন গণ্ডীলৈ প্ৰগমন কৰিছিল। কিন্তু অৰ্থনৈতিক ভাবে জিলাখনৰ বিশেষ একো পৰিৱৰ্তন হোৱা নাছিল। 1767 চনত ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনলৈ যোৱাৰ সময়ত জিলাখনত প্ৰাৰম্ভিক পৰ্যায়ৰ কৃষিভিত্তিক এখন সমাজ বিদ্যমান আছিল। বৃটিছৰ কালত অৰ্থনীতি আধুনিক অৰ্থনীতিলৈ পৰিৱৰ্তনৰ সূচনা হয়। 4951 বৰ্গ মাইল আয়তনৰ সেৰেঙা জনবসতিৰ গোৱালপাৰা জিলাখনৰ উনবিংশ শতিকাত বৰ্তি থকা অৰ্থনৈতিক অৱস্থাৰ এক বিৱৰণ তলত দাঙি ধৰাৰ চেষ্টা কৰা হৈছে।

**ভূমি ব্যৱস্থা ঃ** জিলাখনৰ অধিকাংশ অঞ্চল আছিল সেৰেঙা জনবসতিৰ অথবা জনশূন্য। এই সেৰেঙা বসতি বা জনশূন্যতাৰ বাবে জিলাখনত জমিদাৰ আৰু কৃষকৰ মাজত মধ্যভোগী শ্ৰেণীৰ উত্থান সম্ভৱ হোৱা নাছিল। গৌৰীপুৰ আৰু কৰাইবাৰী জমিদাৰীৰ বাহিৰে জিলাখনৰ অন্যান্য অঞ্চলত জমিদাৰ আৰু কৃষকৰ মাজত প্ৰত্যক্ষ সম্পৰ্ক বিৰাজ কৰিছিল। কৰাইবাৰী জমিদাৰীত 'কৰাই' নামৰ কৃষক শ্ৰেণীয়ে কোনো পূৰ্ববন্দোবস্তী নোহোৱাকৈ মাটি ভাঙি খেতি আৰম্ভ কৰিব পাৰিছিল, কিন্তু কোনো ভূমিস্বত্ব লাভ কৰা নাছিল। বিজনী জমিদাৰীত 'সুখবাস' নামৰ কৃষক শ্ৰেণীয়ে ৰজাঘৰত সেৱা আগবঢ়াব লাগিছিল। সাধাৰণভাবে জমিদাৰে ভূমিৰ খাজনা নিৰূপণ কৰি ভূমি ৰাজহ সংগ্ৰহ কৰিছিল। মাটিৰ গুণাগুণ আৰু অৱস্থান ভেদে খাজনাৰ পৰিমাণ কম বেছি আছিল যদিও খাজনা বা ভূমিকৰৰ পৰিমাণ ১৯০৫ চনৰ আগলৈকে কোনো ক্ষেত্ৰতে বিঘাই প্ৰতি এটকাৰ ওপৰত

ধাৰ্য কৰা হোৱা নাছিল। তুলনামূলকভাবে কম সাৰুৱা মাটিত (শালি পথাৰৰ বাদে) ভূমি কৰ আঠ আনা বা তাতোকৈ কম আছিল। বংগ দেশৰ দৰে গোৱালপাৰা জিলাত ভূমি খাজনাৰ ক্ষেত্ৰত শোষণমুলক নীতি গ্ৰহণ কৰা হোৱা নাছিল।

**কৃষি ঃ** সভ্যতাৰ আৰম্ভণিৰ পৰাই কৃষি জিলাখনৰ প্ৰথম আৰু প্ৰধানতম জীৱিকাৰ উৎস। গোৱালপাৰা জিলাৰ ভিন্ন ভিন্ন অংশত ভিন ভিন শস্যৰ খেতি কৰা হৈছিল। এই শস্যবোৰৰ ভিতৰত খাদ্য শস্য যেনে ধান, গম, কাউন (Sateria italica), চিনা (panicum miliacium) ইত্যাদি আৰু অন্যান্য শস্যৰ ভিতৰত মৰাপাট, সৰিয়হ, মাহ জাতীয় শস্য, কুহিয়াৰ, কপাহ আদিয়েই প্ৰধান।

বিভিন্ন জাতৰ মাহ জাতীয় শস্য যেনে মাটি মাহ (radiatus) থাকেৰি কলই (উজ্বল ক'লা বৰণৰ), মুগ, খেচাৰী, মচুৰ আৰু মটৰ মাঁহ আদিৰ খেতি কৰা হয়। ৰহৰ (cajunus indicus) নামৰ আন এবিধ মাহ খেতি কৰা হৈছিল। এইবিধ মাঁহ চপাওঁতে প্ৰায় দহ মাহ সময়ৰ প্ৰয়োজন হয়।

উদ্যান শস্যৰ ভিতৰত কল জিলাখনৰ অতি উল্লেখযোগ্য খেতি। জিলাৰ বিভিন্ন ঠাইত প্ৰায় দহবিধ কলৰ খেতি কৰা হয়। এইবোৰৰ ভিতৰত আঠীয়া, মনোহৰ, চেনী চম্পা আৰু মালভোগ ক'ল প্ৰধান। আঠিয়া কলৰ অতি পৰিচিত প্ৰজাতিটোক 'ভিন্ন' কল নামেৰে জনা যায়। গোৱালপাৰা জিলাৰ মালভোগ আৰু চেনী চম্পাই ইউৰোপীয় সকলৰ প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। কলগছৰ বিভিন্ন ব্যৱহাৰ সম্পৰ্কে জনা যায়। কেচাকল আৰু ইয়াৰ ফুল আঞ্জা হিচাপে, কলপাত প্লেট হিচাপে আৰু গা-গছক বিভিন্ন পৰ্ব-পাৰ্বণত সাজ-সজ্জাৰ কামত ব্যৱহাৰ কৰা হয়। অন্যান্য উঁদ্যান শস্যৰ ভিতৰত তামোল, পাণ, আম, কঠাল, নেমু আৰু নাৰিকল উল্লেখ কৰিবলগীয়া। তৰকাৰী বা আঞ্জা জাতীয় শস্য যেনে বিভিন্ন জাতৰ কঁচু, আলু, কাঠ আলু, লফা শাক, মুলা, বেঙেনা, ঢেঁঙা শাক, পিয়াজ, নহৰু, জলকীয়া, আদা, হালধি ইত্যাদি।

**উৎপাদন আৰু দ্ৰব্য মূল্যঃ**

কৃষি উৎপাদন আছিল ঘাইকৈ প্ৰকৃতি নিৰ্ভৰ। অঞ্চল আৰু মাটিৰ গুণাগুণ ভেদে উৎপাদনৰ মাত্ৰা কম-বেছি পৰিলক্ষিত হৈছিল। ঊনৈশ শতিকাৰ শেষ দশকৰ গড় হিচাপে একেৰ প্ৰতি উৎপাদনৰ পৰিমাণ আছিল শালিধান 100 lb আৰু আহুধান 850 lb। প্ৰতি একৰ খেতি কৰি কৃষকে ৰোৱা ধানৰ ক্ষেত্ৰত 20 টকাৰ পৰা 22 টকালৈ আৰু আহুধানৰ ক্ষেত্ৰত 17 টকাৰ পৰা 19 টকালৈ আয় কৰিব পাৰিছিল।

বিনিময় প্ৰথা বহল ভিত্তিক প্ৰচলন থকা স্বত্বেও দ্ৰব্য মূল্যৰ উৰ্ধগতি পৰিলক্ষিত হৈছিল। দ্ৰব্যমূল্যৰ বৃদ্ধিৰ প্ৰধান কাৰণ আছিল প্ৰাকৃতিক দুৰ্যোগ যেনে বানপানী, মহামাৰী, দুৰ্ভিক্ষ ইত্যাদি। প্ৰতি এটকাত গড় হিচাপে ধানৰ বেচাকিনা হৈছিল। 1863-72 দশকত 20.5 সেৰ, 1873-82 দশকত 17.1 সেৰ, 1883-92 দশকত 15.2 সেৰ আৰু 1893-

1902 দশকত 11.9 সেৰ হিচাপে। শেষত দশক দুটাত দুৰ্ভিক্ষ সংঘটিত হোৱা বাবে দ্ৰব্যমূল্যৰ অধিক বৃদ্ধি হয়। 1904 চনত ফেব্ৰুৱাৰী মাহত ধুবুৰী বজাৰত প্ৰতি টকাত 16 সেৰ ধান বিক্ৰী হৈছিল। গৰিষ্ঠ সংখ্যক মানুহ কৃষক আছিল আৰু স্থানীয় উৎপাদন সন্তোষজনক আছিল বাবে সাধাৰণ মানুহে দ্ৰব্য মূল্যৰ উৰ্ধগতিত বৰ বেছি ক্ষতিগ্ৰস্থ হোৱা নাছিল। 1903 চনত নিমখৰ ওপৰত কৰ হ্ৰাস পোৱা বাবে প্ৰতি টকাত 10ৰ পৰা 12 সেৰ নিমখ কিনিবলৈ পোৱা গৈছিল। মাহজাতীয় শস্য যেনে সৰিয়হ, মাটিমাহ, মচুৰ আদিৰ দাম আছিল প্ৰতি মোণ (৪০ কিঃগ্ৰাঃ)ত তিনিৰ পৰা চাৰি টকা।

**পোহনীয়া জীৱ-জন্তুঃ** ঘৰত জীৱ-জন্তু পোহপালৰ ফালৰ পৰা জিলাখন অসমৰ অন্যান্য জিলাৰ লগত বহুলাংশে মিল দেখা যায়। গাইগৰুৰ পোহপালনতকৈ ম'হৰ পোহপালনত আগ্ৰহ অধিক। সাধাৰণতে দুই প্ৰজাতিৰ ম'হ পালন কৰা হৈছিল 'কচ্ছৰ' আৰু 'বনজাৰ'। কচ্ছৰ প্ৰজাতিৰ ম'হে অধিক গাখীৰ দিছিল। প্ৰতিজনী ম'হৰ দাম ১৫ টকাৰ পৰা ৭০ টকা হোৱাৰ বিপৰীতে প্ৰতিটো মতা মহৰ দাম আছিল ১০ টকাৰ পৰা ৫০ টকা। বলধৰ ঘোঁৰা ৩০ টকাৰ পৰা ৪০ টকা আৰু গাই গৰু এজনীৰ দাম ৮ টকাৰ পৰা ২৫ টকাৰ ভিতৰত আছিল।

কৃষিৰ ক্ষেত্ৰত জিলাখনত কিছু আধুনিক ব্যৱস্থা প্ৰয়োগ কৰা হৈছিল। মৰাপাট আৰু সৰিয়হ খেতিৰ পথাৰত গৰু, মহ বান্ধি, ইহঁতৰ পেলনীয়া গোবৰ আদিৰ দ্বাৰা মাটিৰ উৰ্বৰতা বৃদ্ধিৰ চেষ্টা কৰা হৈছিল। জিলাখনৰ পূব অংশত জান, জুৰি, বিল আদিৰ পৰা ডোং কাটি পথাৰত পানী দিয়াৰ প্ৰচলন আছিল।

**উদ্যোগ ঃ** উদ্যোগৰ ক্ষেত্ৰত জিলাখন বৰ আগবঢ়া নাছিল। চাহ, এড়িসুতা, কপাহীবস্ত্ৰ বোৱা আদি আছিল ইয়াৰ প্ৰধান উদ্যোগ। এড়ি সুতাৰ পৰা চিল্ক কাপোৰ উৎপাদন কৰা হৈছিল, যদিও ই পৰিমাণত আছিল বৰ কম। ৰংজুলি, উত্তৰ শালমাৰা আৰু পূব দুৱাৰ অঞ্চলত মুখ্যতঃ চিল্কৰ উৎপাদন হৈছিল। এড়ি চাদৰ (বিশ ফুট দীঘল পাঁচ পুট বহল) এখনৰ দাম আছিল আঠ টকাৰ পৰা বাৰ টকালৈ।

মৃণ শিল্পৰ ক্ষেত্ৰত জিলা খনৰ অৱস্থান বেচ মজবুত আছিল। চাক (wheel), আঠালি (mould), বালিয়া-পিটেনি (mallet) আৰু চাকি (pollisher) আদি সঁজুলি ব্যৱহাৰ কৰি শিল্পী সকলে বিভিন্ন সামগ্ৰী উৎপাদন কৰিছিল। এইবোৰৰ ভিতৰত হাড়ি (cooking pot), কলসী (water gars), হাড়ি জংগা (larger vesel), চাকি (lamp), নলী (pipe) আছিল প্ৰধান। অৱশ্যে এই উদ্যোগৰ পৰা হোৱা মুনাফাৰ পৰিমাণ আছিল অতি নিম্ন। জিলাখনৰ মৃৎ শিল্প বংগ দেশ আৰু অন্যান্য প্ৰদেশৰ পৰা অহা উচ্চমানৰ সামগ্ৰীবোৰৰ লগত তীব্ৰ প্ৰতিযোগিতাৰ সম্মুখীন হ'ব লগা হৈছিল। গৌৰীপুৰ, ৰূপসী, ফকিৰগঞ্জ, ৰোকাখাতা, ডুবাপাৰা আৰু মৰনৈ আছিল এই শিল্পৰ প্ৰধান কেন্দ্ৰ।

ঢাড়ি-পাটী তৈয়াৰ কৰা জিলাখনৰ আন এক প্ৰধান উদ্যোগ আছিল। প্ৰায় চাৰি প্ৰকাৰৰ ঢাড়ি-পাটী যেনে পাটী, কাথা, ঢাড়ি আৰু কাতিয়া ঢাড়ি তৈয়াৰ কৰা হৈছিল আৰু এই কামত

জড়িত আছিল 'পাতিয়' নামৰ এক বিশেষ সম্প্ৰদায়ৰ লোকে। প্ৰতিটো পাটীৰ দাম আঠ অনাৰ পৰা এটকাৰ ভিতৰত আছিল। 'কাথাপাটী' তৈয়াৰ হৈছিল 'মৌজ' নামৰ সামগ্ৰীবিধৰ পৰা আৰু কপাহী বস্ত্ৰৰ দৰে নিৰ্দিষ্ট নিয়মত বোৱা হৈছিল। বাঁহৰ পৰা 'ঢাড়ি' আৰু নল-খাকৰিৰ পৰা 'কাতিয়া ঢাড়ি' তৈয়াৰী হৈছিল। বজাৰত এইবোৰৰ দাম আছিল ছয় আনাৰ পৰা দহ আনা। মালাকৰ আৰু ঘুৰলা, জামিৰা, পৰ্বতজোৱাৰ আদি পৰগণাৰ ৰাজবংশীসকলে পুতুলা আৰু বিভিন্ন দেৱদেৱীৰ মূৰ্তি তৈয়াৰ কৰি বজাৰত তিনি-চাৰি টকা দৰত বিক্ৰি কৰিছিল।

**মজুৰি ঃ** জনসংখ্যাৰ এক ক্ষুদ্ৰ অংশ দৈনিক হাজিৰা বা দিন মজুৰি কৰি জীৱন নিৰ্বাহ কৰিছিল। এওঁলোকক 'কুলি' বোলা হৈছিল। 'কুলি' সকলৰ মজুৰিৰ পৰিমাণ দৈনিক চাৰি আনাৰ পৰা ছয় আনা আছিল যদিও এই ধৰণৰ শ্ৰমিক বৰ সুলভ নাছিল। বনুৱা সকলৰ মজুৰি দ্ৰব্যৰ দ্বাৰা আদায় দিয়া হৈছিল। কৰ্মচাৰীসকলে মাহিলী খাদ্যদ্ৰব্যৰ সৈতে তিনিৰ পৰা পাঁচটকা দৰমহা পাইছিল। শ্ৰম বজাৰত অগ্ৰীম ধন দিয়াৰ প্ৰচলন আছিল।

**ঋণগ্ৰস্থতা ঃ** সৰ্বসাধাৰণ লোকৰ প্ৰায় অধিকাংশ ঋণগ্ৰস্থতাত পোত গৈ আছিল। স্থানীয় জমিদাৰ, ব্যৱসায়ী, মহাজন আদিৰ পৰা কৃষকসকলে বিভিন্ন সময়ত ধাৰ লোৱাৰ প্ৰচলন আছিল। যিবোৰ কাৰণত কৃষকে ঋণ ল'ব লগাত পৰিছিল তাৰ ভিতৰত প্ৰধান আছিল হালৰ গৰু কিনা, বিবাহ, অন্নপ্ৰাশন, শ্ৰাদ্ধ অনুষ্ঠান, ভূ-মালিকৰ খাজনা আদায়ৰ দাবী ইত্যাদি। সুতৰ হাৰ সাধাৰণতে শতকৰা বছৰি বাৰ টকাৰ পৰা যাঠী টকালৈ আছিল।

কৃষকসকলে নগদ টকাৰ বাবে উৎপাদিত ধান, সৰিয়হ, মৰাপাট আদি বিক্ৰী কৰিছিল বা বনাঞ্চলত কাম কৰিছিল। কেতিয়াবা জিলাৰ থলুৱা লোকসকলে নগদ টকাৰ বাবে 'কুলি'ৰ কাম কৰিছিল আৰু ৰেলপথ নিৰ্মাণত শ্ৰমদান কৰিছিল যদিও এই সংখ্যা আছিল নগণ্য। মানুহে বাগিচাত কাম কৰাত আগ্ৰহী নাছিল।

**যাতায়ত ব্যৱস্থা ঃ** বৃটিছ সকলৰ প্ৰথমাৱস্থাত জিলাখনৰ লগত বহিৰ্জগতৰ সংযোগ ৰক্ষা কৰা হৈছিল জলপথৰ মাধ্যমত। কলিকতাৰ পৰা ৰংপুৰ হৈ ধুবুৰীলৈ পানী জাহাজ অহা যোৱা কৰিছিল আৰু এই পথত সময় লাগিছিল ২৫ দিনৰ পৰা ৩৫ দিন। ১৯৪৮ চনত তদানীন্তন চৰকাৰে কলিকতাৰ পৰা গুৱাহাটীলৈ পৰীক্ষামূলকভাবে জাহাজ চলাচল আৰম্ভ কৰে আৰু ১৮৬০ চনতে India General Steam Navigation Company য়ে প্ৰতি ছয় সপ্তাহত এবাৰকৈ এই পথত জাহাজ চলাচলৰ বাবে চুক্তি কৰে। ধুবুৰীৰ পৰা যাত্ৰাপুৰলৈ এখন জাহাজ অহা যোৱা কৰিছিল আৰু যাত্ৰাপুৰৰ পৰা কলিকতাৰ লগত ৰেল সংযোগ আছিল। ধুবুৰী, বিলাসীপাৰা, গোৱালপাৰা আৰু দলগোমা আছিল প্ৰধান বন্দৰ।

১৯০২ চনত ধুবুৰী চহৰক কলিকতাৰ লগত ৰেলপথেৰে সংযোগ কৰা হয়। কলিকতাৰ পৰা এটা ৰেল উপপথ জিলাখনত 'বিশখোৱা' নদী পাৰ হৈ সোমায় আৰু গোলোকগঞ্জ, বালাজান, গৌৰীপুৰ হৈ ধুবুৰী চহৰত পায়। গোলোকগঞ্জৰ পৰা জিলাখনৰ মাজেদি কামৰূপ জিলাৰ উত্তৰ গুৱাহাটীলৈ আন এটা ৰেলপথ নিৰ্মাণ কৰা হয়। এই

পথত বাশবাৰী, টিপকাই, ফকিৰাগ্ৰাম, কোকৰাঝাৰ, বাসুগাঁও আৰু বিজনীত ষ্টেচন আছিল। এই পথ ১৯০৫ চনত মুকলি কৰা হয়।

জিলাখন দুটা ট্ৰাংক ৰোড (বা স্থলপথ)ৰ দ্বাৰা সংযুক্ত হৈ আছিল। উত্তৰ পাৰৰ ট্ৰাংক ৰোড ধুবুৰীৰ পৰা উত্তৰমুখী হৈ বাসু গাঁৱলৈ ৫০ মাইল দীঘলে বিস্তৃত আছিল আৰু কুচগাঁৱৰ পৰা পূৱমুখী হৈ কামৰূপৰ ৰহালৈ বিস্তৃত আছিল। ধুবুৰীৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে আন এখন স্থলপথ উত্তৰ শালমাৰা হৈ ৰহালৈ বিস্তৃত আছিল। এই পথত মণিপুৰ, বিলাসীপাৰা, চাপৰ, উত্তৰ শালমাৰা আৰু ৰহাত পৰিদৰ্শন বাংলা আছিল। বিলাসীপাৰাৰ পৰা উত্তৰৰ ট্ৰাংক ৰোডত পাটগাঁৱত এখন আৰু কোকৰাঝাৰত আন এটা সংযোগী ৰাস্তা আছিল। যোগীঘোপাৰ পৰা উত্তৰ শালমাৰালৈ আৰু এটা সংযোগী পথ আছিল। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে দক্ষিণ ট্ৰাংক ৰোড ফকিৰগঞ্জৰ পৰা পূৱফালে বিস্তৃত আছিল আৰু ফকিৰগঞ্জৰ পৰা মানকাচাৰলৈ এখন সংযোগী পথ আছিল। গোৱালপাৰা চহৰক এখন সংযোগী পথ আগিয়াৰ ওচৰত দক্ষিণ ট্ৰাংক ৰোডক সংযুক্ত কৰিছিল।

সৰ্বমুঠ ১৬০ মাইল পথ গড়কাপ্তানী বিভাগ আৰু ৩৫৬ মাইল পথ লোকেল বোৰ্ডে তত্বাৱধান কৰিছিল। ১৯০৪ চনলৈ এই জিলাত কোনো পকা ৰাস্তা নাছিল আৰু বাৰিষাৰ কালত যাতায়তৰ অনুপযুক্ত হৈ পৰিছিল। সৰু সৰু নৈ বোৰৰ ওপৰত কাঠৰ দলং আছিল যদিও প্ৰায় ১৪০ ৰো অধিক ঠাইত ফেৰী সেৱাৰ প্ৰচলন আছিল। ব্ৰহ্মপুত্ৰৰ দুয়োপাৰ সংযোগ কৰি ধুবুৰী, ফকিৰগঞ্জ আৰু যোগীঘোপা-পঞ্চৰত্নত ফেৰী সেৱাৰ প্ৰচলন আছিল।

**ডাক তাঁৰ ব্যৱস্থা ঃ** ১৮৭১ চনৰ পাছতহে জিলাখনৰ ডাক-তাঁৰ ব্যৱস্থাৰ কিছু উন্নতি হয়। ১৮৭৫-৭৬ চনত মুঠ ডাকঘৰ ১২খনৰ পৰা ১৯০৩-০৪ চনত ৩৪ খনলৈ বৃদ্ধি পায়। চিঠিপত্ৰৰ আদান প্ৰদান বৃদ্ধি পায় ৩২,০০০ ৰ পৰা ৪,৭৮,০০০ লৈ। ডাকঘৰ সমূহত ক্ষুদ্ৰ সঞ্চয় বহী ২৯ৰ পৰা ১৬৩৬ খনলৈ আৰু জমাৰ পৰিমাণ ৮০০ টকাৰ পৰা ২,৯৬,০০০ টকালৈ বৃদ্ধি পায়। কলিকতাৰ পৰা East Bengal State Railway য়ে ডাকসমূহ ধুবুৰীলৈ কঢ়িয়াই আনিছিল আৰু স্থানীয় ৰানাৰ সকলে ৰাইজৰ মাজত বিতৰণ কৰিছিল।

**বাণিজ্যঃ** জিলাখনৰ পৰা বহুবিধ সামগ্ৰী বাহিৰলৈ ৰপ্তানি কৰা হৈছিল। এইবোৰৰ ভিতৰত কাঠ, সৰিয়হ, মৰাপাট, চামৰা, মাছ, চিল্কৰ বস্ত্ৰ, তামোল, কপাহ আৰু লাহা উল্লেখযোগ্য। কপাহ আৰু লাহা গাৰোপাহাৰ জিলাৰ পৰা আহি গোৱালপাৰাৰ পৰা ৰপ্তানি হৈছিল। ৰপ্তানিকৃত সামগ্ৰীৰ বিনিময়ত আমদানি কৰা সামগ্ৰীবোৰ আছিল প্ৰধানতঃ ইউৰোপীয় তৈয়াৰী সামগ্ৰী, নিমখ, তেল, ধপাত, দাইল, ময়দা, চেনী, মচলা, ছাতি, কাহ-পিতলৰ সামগ্ৰী আদি। জিলাখনৰ প্ৰধান বাণিজ্য কেন্দ্ৰ সমূহ আছিল গোৱালপাৰা, মানকাচাৰ, বিলাসীপাৰা, বগৰীবাৰী, গৌৰীপুৰ আৰু ধুবুৰী। মৰাপাট ৰপ্তানিৰ প্ৰধান কেন্দ্ৰ আছিল পাটামাৰী (বৰ্তমান নদী গৰ্ভত বিলীন বাংলাদেশ সীমান্তৱৰ্তী গাঁও)।

মাৰোৱাৰীসকল আছিল জিলাখনৰ ধনী আৰু প্ৰদান বণিক সম্প্ৰদায়। এওঁলোকৰ মাধ্যমতেই জিলাখনৰ আমদানি-ৰপ্তানি নিয়ন্ত্ৰণ হৈছিল। বজাৰ বা হাট সমূহত ডাঙৰ

ডাঙৰ দোকানবোৰৰ মালিক আছিল পূৰ্ব বংগীয় মুছলমান ব্যৱসায়ীৰ হাতত। তেওঁলোকে নিমখ, তেল, মচলা, চাকি, কাপোৰ, চিলাই সামগ্ৰী, কিতাপ-বহী আদি বিক্ৰী কৰিছিল। স্থানীয় মানুহে কিছু খুচুৰা ব্যৱসায় পৰিচালনা কৰিছিল।

**বজাৰ মেলাঃ** হাট বা বজাৰ বোৰৰ জৰিয়তে জিলাখনৰ আভ্যন্তৰীণ বজাৰ বা বাণিজ্য পৰিচালিত হৈছিল। গাঁওৰ মানুহে নিজৰ পাম বা পথাৰৰ উৎপাদিত সামগ্ৰী বিক্ৰীৰবাবে হাটসমূহত লৈ আনিছিল। জিলাখনৰ পূৰ্ব অংশত বিনিময় প্ৰথাৰ প্ৰচলন আছিল। শুকান মাছ আৰু মাটিৰ বাচন-বৰ্তন ভৰ্তি কৰি নাও সমূহলৈ ব্যৱসায়ীসকলে গাঁওলৈ ঢাপলি মেলিছিল আৰু ধানৰ বিনিময়ত সামগ্ৰীসমূহ বিক্ৰী কৰা হৈছিল। বিনিময় হাৰ গাঁও পঞ্চায়তৰ দ্বাৰা নিৰ্দ্ধাৰণ কৰা হৈছিল। সাধাৰণতে এটা মাটিৰ হাড়ি ৫/৬ সেৰ ধানৰ বিনিময়ত আৰু শুকানমাছ ইয়াৰ ১৫/২০ গুণ ওজন ধানৰ বিনিময়ত বিক্ৰী হৈছিল। জিলাখনৰ প্ৰায় ৬৭ খন ঠাইত সপ্তাহত এদিন বা দুদিন কৈ হাট বহিছিল। কাজিপাৰাত তেতিয়া সোমবাৰ আৰু শুক্ৰবাৰে হাট বহিছিল। ইয়াৰোপৰি ধুবুৰী, গৌৰীপুৰ, দলগোমা আৰু ছত্ৰশালাত বছৰত দুই এবাৰকৈ মেলা বহিছিল। জিলাখনৰ আভ্যন্তৰীণ আৰু বৰ্হিবাণিজ্য জলপথেৰে সংঘটিত হৈছিল। ভূটানৰ লগত সীমান্ত বাণিজ্য আছিল যদিও ই বছৰি ৬/৭ হাজাৰ টকাৰ তলতে সীমাবদ্ধ আছিল। ভূটানৰ লগত প্ৰধান বাণিজ্য আছিল ৰবৰৰ আমদানি আৰু চিল্কৰ ৰপ্তানি।

**শিক্ষা** ঃ জিলাখনৰ শিক্ষা ব্যৱস্থা সম্পৰ্কে ১৮৪১ চনত মিঃ ৰবিনচনে মন্তব্য কৰিছিল 'Deplorable in the Extreme'। ১৮৪৭-৪৮ চনলৈ মাত্ৰ ৯খন আৰু এখন মাধ্যমিক বিদ্যালয় আছিল। ১৮৭৪-৭৫ চনৰ পৰা এই ক্ষেত্ৰত কিছু উন্নতি হয়। এই বছৰৰ প্ৰাথমিক বিদ্যালয় ৮০খন আৰু মাধ্যমিক বিদ্যালয় ১৫খনৰ পৰা ১৯০১ চনলৈ প্ৰাথমিক বিদ্যালয় ২৩০ আৰু মাধ্যমিক বিদ্যালয় ১৯খনলৈ বৃদ্ধি পায়। ধুবুৰী, গৌৰীপুৰ, অভয়াপুৰী আৰু গোৱালপাৰাত হাইস্কুল আছিল যদিও মাত্ৰ এখনহে চৰকাৰী আছিল। ১৯০১ চনলৈ জিলাখনৰ শিক্ষিতৰ হাৰ আছিল পুৰুষ ১৮.৭ শতাংশ আৰু মহিলা ১.২৩ শতাংশ।

**জনস্বাস্থ্যঃ** জিলাখনৰ জনস্বাস্থ্য বৰ উন্নত নাছিল। কলেৰা, কলাজ্বৰ আদি মহামাৰীৰ ৰূপত দেখা দিছিল। ধুবুৰীত এজন চিকিৎসক থাকিছিল। জন্ম আৰু মৃত্যুৰ হাৰ আছিল (১৯০৩ চনত) ক্ৰমে ৪৩ আৰু ৩৩ প্ৰতি হাজাৰত। প্ৰণালীবদ্ধ পাইখানাৰ ব্যৱস্থা নাছিল। খোৱাপানীৰ বাবে লোকেল বৰ্ডৰ দুই-চাৰিটা কুৱা আছিল। সকলোৱে প্ৰকৃতিৰ মুক্ত পানী ব্যৱহাৰ কৰিছিল।

ওপৰৰ আলোচনাৰ পৰা দেখা গ'ল যে গোৱালপাৰা জিলাৰ অৰ্থনীতি ঐতিহাসিক ভাবে পিছপৰা অৰ্থনীতি। উনবিংশ শতিকাত আৰম্ভ হোৱা ৰূপান্তৰ এতিয়াও সম্পূৰ্ণ হোৱা নাই আৰু আধুনিক বিশ্বৰ লগত সংগতি ৰাখি আগবাঢ়ি যাবলৈ হ'লে অধিক প্ৰণালীবদ্ধ আৰ্হিৰে কঠোৰ পৰিশ্ৰম কৰিব লাগিব। বৰ্তমানৰ বজাৰ সৰ্বস্ব মুক্ত অৰ্থনীতিত বিলীন নেযাই স্থানীয়ভাৱে প্ৰযোজ্য সুত্ৰ আৱিষ্কাৰ কৰিব লাগিব।

প্ৰসংগঃ 1. Assam District Gazetters, Vol-III, 1903.

2. Origin and Development of Gauripur Zamindars-Sikim Uddin Sk.■■

# স্বায়ত্ব শাসনত পঞ্চায়তৰ গুৰুত্ব

মোবাৰক হুচেইন

অধ্যাপক , বিলাসীপাৰা কলেজ

স্বায়ত্বশাসিত শাসন গণতান্ত্রিক শাসন ব্যবস্থাত অতীব প্ৰয়োজন। পৃথিবীৰ গণতান্ত্রিক ৰাষ্ট্ৰসমূহত প্ৰাচীনকালৰ পৰা স্বায়ত্ব শাসন চলি আছে। ব্ৰিটেইন, আমেৰিকা যুক্তৰাষ্ট্ৰ, ফ্ৰান্স, জাপান, চীন আদি ইউৰোপীয় দেশসমূহতক তাহানিকালৰ পৰা স্বায়ত্ব শাসনৰ বিভিন্ন অনুষ্ঠান থকাৰ প্ৰমাণ পোৱা যায়।

ভাৰতৰ স্বায়ত্ব শাসণ ব্যবস্থাত তৃতীয় শতাব্দীৰ পৰা চলি থকাৰ প্ৰমাণ পোৱা যায়। মনুৰ 'স্মৃতিগ্ৰন্থ' কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ', মেগেস্থেনিচৰ টোকা আৰু দক্ষিণ ভাৰতত পোৱা অসংখ্য শিলা লিপিত স্বায়ত্ব শাসন ব্যবস্থাৰ উল্লেখ আছে। বৈদিক যুগত গিল্ড নামে স্বায়ত্ব শাসিত সংস্থা গঠন কৰা হৈছিল। গিল্ড সমূহে বিভিন্ন প্ৰকাৰৰ নিয়ম আৰু আইন প্ৰণয়ণ কৰি জনকল্যাণৰ কাৰণে কাম কৰিছিল। গিল্ডে কৰ-কাটল সংগ্ৰহ কৰা আৰু ন্যায়িক ক্ষমতা ভোগ কৰিব পাৰিছিল। মনুৰ স্মৃতি গ্ৰন্থত উল্লেখিত সংস্থা বেপাৰ বাণিজ্যৰ উদ্দেশ্যে গঠন কৰা হৈছিল। এই সংস্থাই সামাজিক জীৱন ৰক্ষা কৰা আৰু জনসাধাৰণৰ আধ্যাত্মিক উন্নতিৰ দায়িত্বও পালন কৰিছিল। মঠ-মন্দিৰ, ৰাজহুৱা ভৱনত জিৰণি ঘৰ নিৰ্মাণ আৰু পৰিচালনাৰ দায়িত্ব নাগৰিক সংস্থাৰ ওপৰত অৰ্পণ কৰা হৈছিল। মাদ্ৰাচাত 'উৰ' আৰু 'সভা' নামৰ স্বায়ত্ব শাসনৰ অনুষ্ঠান গঠন কৰা হৈছিল।

বৃটিছৰ শাসনকালত ভাৰতত স্বায়ত্ব শাসনৰ অনুষ্ঠান বিশেষকৈ গাঁও প্ৰশাসন ব্যবস্থাত গাঁওৰ মুখিয়ালৰ ওপৰত বিভিন্ন দায়িত্ব অৰ্পণ কৰা হৈছিল। গাঁওখনৰ আইন শৃংখলা ৰক্ষা কৰা, ষ্টেটৰ খাজনা আদায় কৰা বাসিন্দা সকলৰ মাজত সৃষ্টি হোৱা কাজিয়া বা বিবাদ নিস্পত্তি কৰাৰ ক্ষমতা আৰু দায়িত্বও গাঁওৰ মুখিয়ালে পালন কৰিছিল। গাঁওৰ মুখিয়াল সকলক উত্তৰ প্ৰদেশ, পাঞ্জাৱত লম্বদাৰ বা চৌধুৰী বা মুখিয়া, গুজৰাটৰ পেটেল মহাৰাষ্ট্ৰত পাটিল আৰু অসমত গাঁওবুঢ়া বুলি কোৱা হৈছিল।

বৃটিছৰ শাসন কালত স্বায়ত্ব শাসন ব্যৱস্থা শক্তিশালী কৰাৰ বিশেষ গুৰুত্ব দিয়া হোৱা নাছিল। লৰ্ড ৰিপনে ভাৰতৰ গৱৰ্ণৰ জেনেৰেল হৈ ইয়াৰ স্বায়ত্ব শাসনৰ ক্ষেত্ৰত মনোনিবেশ কৰে। তেওঁ ১৮৮২ চনত ভাৰতৰ স্বায়ত্ব শাসনৰ আমোল পৰিৱৰ্তনৰ বাবে এক ঐতিহাসিক প্ৰস্তাৱ গ্ৰহণ কৰে। সেই সময়ত ভাৰতীয় জাতীয় নেতাসকলে লৰ্ড ৰিপনৰ এই প্ৰস্তাৱ গ্ৰহণ কৰে। সেই সময়ত ভাৰতীয় জাতীয় নেতাসকলে লৰ্ড ৰিপনৰ এই প্ৰস্তাৱৰ প্ৰতি পূৰ্ণ সমৰ্থন আগবঢ়াইছিল যদিও কেন্দ্ৰীয় আৰু প্ৰাদেশিক চৰকাৰে এই সংস্কাৰৰ প্ৰতি সহানুভূতি নাছিল। এচ. এন. বেনাৰ্জী গোপাল কৃষ্ণ গোখলে ফিৰোজ শ্বাহ মেহতা, প্যাৰীমোহন মুখাৰ্জী আদি জাতীয় নেতাসকলে লৰ্ড ৰিপনৰ এই ঐতিহাসিক প্ৰস্তাৱৰ গুৰুত্ব উপলব্ধি কৰি তেওঁক আধুনিক ভাৰতৰ স্বায়ত্ব শাসনৰ জন্মদাতা বুলি অভিহিত কৰে। পৰৱৰ্তী সময়ত ১৯১৯ চনৰ ভাৰত চৰকাৰ আইন আৰু ১৯৩৫ চনৰ ভাৰত চৰকাৰ আইনৰ জৰিয়তে স্বায়ত্ব শাসন ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছিল।

জাতিৰ পিতা মহাত্মা গান্ধীয়ে গ্ৰাম্য স্বায়ত্ব শাসনৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। ভাৰতৰ ৮০ শতাংশ মানুহ গাঁওত বসবাস কৰে। গাঁও অঞ্চলৰ উন্নয়নৰ ওপৰতেই সমগ্ৰ ভাৰতৰ উন্নয়ন নিৰ্ভৰ কৰে বুলি ভাবি গান্ধীজিয়ে গাঁওলৈ ঘুৰি যাবলৈ সকলোকে আহ্বান জনাইছিল। গাঁও অঞ্চলৰ আৰ্থ সামাজিক উন্নতি আৰু ৰাজনৈতিক বিকাশৰ বাবে স্বায়ত্ব শাসিত অনুষ্ঠান হিচাপে পঞ্চায়ত ৰাজ ব্যৱস্থাসমূহ বেছি শক্তিশালী কৰাৰ বিশেষ প্ৰয়োজন। এই উদ্দেশ্য আগত ৰাখি স্বাধীনোত্তৰ ভাৰতত সংবিধানৰ প্ৰণেতাসকলে পঞ্চায়তীৰাজ অনুষ্ঠান বাধ্যতামূলক কৰিবলৈ সংবিধান সংশোধন কৰি প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰাৰ কৰ্তৃত্ব প্ৰদান কৰা হৈছে। স্বাধীনতাৰ পিছত ১৯৪৮ চনত সৰ্বপ্ৰথম পঞ্চায়ত সম্পৰ্কীয় মন্ত্ৰীসকলৰ সৰ্বভাৰতীয় বৈঠক প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰুৰ নেতৃত্বত অনুষ্ঠিত হয়। বৈঠকত প্ৰাদেশিক চৰকাৰ সমূহক পঞ্চায়তীৰাজ ব্যৱস্থা শক্তিশালী কৰাৰ বাবে বিভিন্ন পৰামৰ্শ আগবঢ়ায়। পৰৱৰ্তী সময়ত ভাৰতৰ বিভিন্ন প্ৰাদেশিক চৰকাৰ যেনে বেঙ্গল, অসম, পাঞ্জাব, মহাৰাষ্ট্ৰ, গুজৰাট, তামিলনাডু আদি ৰাজ্যত পঞ্চায়ত আইন প্ৰণয়ন কৰি পঞ্চায়ত ব্যৱস্থা কৰে। ১৯৯২ চনত সংবিধানৰ ৭৩ তম অনুচ্ছেদ সংশোধনীৰ জৰিয়তে সমগ্ৰ ভাৰতবৰ্ষত পঞ্চায়তীৰাজ ব্যৱস্থাটোৰ এক ঐতিহাসিক সিদ্ধান্ত গ্ৰহণ কৰা হয়। এই সংশোধনীৰ জৰিয়তে পঞ্চায়তীৰাজ ব্যৱস্থাটো এক সাংবিধানিক ৰূপ দিয়া হয়; অৰ্থাৎ পঞ্চায়তীৰাজ ব্যৱস্থা বাধ্যতামূলক কৰা হয়।

স্বায়ত্ব শাসিত অনুষ্ঠান হিচাপে পঞ্চায়তীৰাজ ব্যৱস্থা ভাৰতীয় গণতান্ত্ৰিক শাসন ব্যৱস্থাত অত্যন্ত জৰুৰী আৰু প্ৰয়োজনীয়। গণতন্ত্ৰৰ কৃতকাৰ্যতা নিৰ্ভৰ কৰে বিশেষকৈ এক সুসংগঠিত, স্থায়ী, কাৰ্য দক্ষ আৰু শক্তিশালী স্থানীয় প্ৰশাসন ব্যৱস্থা প্ৰতিষ্ঠিত হোৱাৰ ওপৰত। চৰকাৰী কামত নাগৰিক সকলৰ সক্ৰিয় অংশগ্ৰহণ আৰু সুস্থ সবল জনমত

অবিহনে গণতান্ত্রিক ৰাষ্ট্র এখন গঠন হব নোৱাৰে। নাগৰিক সকলে ৰাজনৈতিক দায়িত্ব পালনৰ সুবিধা নাপালে কোনো ৰাষ্ট্রতে গণতান্ত্রিক ৰাজনৈতিক আৰু মানবীয় আদৰ্শই গঢ় নলয়। নাগৰিক সকলৰ গণতান্ত্রিক চেতনা বিকাশৰ ক্ষেত্রত স্থানীয় প্রশাসনৰ গুৰুত্ব অপৰিসীম। নাগৰিক সকলৰ গণতান্ত্রিক শিক্ষাদানত স্থানীয় প্রশাসনৰ ভূমিকা অনস্বীকাৰ্য। স্থানীয় স্বায়ত্ব শাসন গণতন্ত্ৰৰ ভেটি স্বৰূপ। গণতন্ত্র সৰু সৰু গাঁও আৰু নগৰ আদিতে আৰম্ভ হয়। স্বায়ত্ব শাসনত সকলো মানুহ একেলগ হৈ সেই অঞ্চলৰ বিভিন্ন সমস্যা আলোচনা কৰি সমাধান কৰিব পাৰে।

ক্ষমতা বিকেন্দ্রীকৰণে পঞ্চায়তীৰাজ অনুষ্ঠান সমূহক স্বতন্ত্রতা প্রদান কৰিছে। গণতান্ত্রিক চৰকাৰৰ মূলনীতি হ'ল ক্ষমতা বিকেন্দ্রীকৰণ। সকলো ক্ষমতা কেন্দ্রীয় চৰকাৰৰ হাতত কেন্দ্রীভূত হলে স্বেচ্ছাচাৰিতাই দেখা দিয়ে। ক্ষমতা বিকেন্দ্রীকৰণে নাগৰিকসকলৰ স্বাধীনতা ৰক্ষা কৰে। চৰকাৰে পঞ্চায়তীৰাজ আইন প্রণয়ন কৰি পঞ্চায়তীৰাজ অনুষ্ঠান সমূহলৈ বিভিন্ন ক্ষমতা প্রদান কৰিছে। ক্ষমতা বিকেন্দ্রীকৰণৰ ফলত পঞ্চায়তীৰাজ অনুষ্ঠান সমূহৰ আত্মশাসনৰ স্বাধীনতা লাভ কৰিছে। আৰু এনে স্বাধীনতা আৰ্থিক আৰু প্রশাসনীয় দিশত পৰিলক্ষিত হয়। স্বায়ত্ব শাসিত সংস্থাই নিজে প্রস্তাৱ উপবিধি প্রণয়ণ আৰু বিভিন্ন বিষয়ৰ ওপৰত সিদ্ধান্ত গ্ৰহণ কৰিব পাৰে। আৰ্থিক দিশতো এই অনুষ্ঠানৰ স্বতন্ত্রতা আছে। স্বায়ত্ব শাসিত সংস্থাই নিজে বাজেট কৰাৰ উপৰিও কৰ আৰোপ আৰু সংগ্ৰহ কৰিব পাৰে। কেন্দ্রীয় আৰু ৰাজ্যিক চৰকাৰে আগবঢ়োৱা অনুদান আৰু বিভিন্ন উন্নয়নমূলক আঁচনি পঞ্চায়তীৰাজ অনুষ্ঠান সমূহে কাৰ্যকৰী কৰে। জিলা গ্রাম্য উন্নয়ন অভিকৰণৰ জৰিয়তে কেন্দ্রীয় চৰকাৰে বিভিন্ন প্রকাৰৰ আঁচনিও এই স্বায়ত্ব শাসিত অনুষ্ঠানবোৰৰ যোগেদি ৰূপায়ন কৰে।

গণতন্ত্ৰৰ প্রশিক্ষণ কেন্দ্র হিচাপে পঞ্চায়তীৰাজ অনুষ্ঠান সমূহৰ যথেষ্ট গুৰুত্ব আছে। নাগৰিক সকলে ৰাজনৈতিক শিক্ষাৰ প্রাথমিক শিক্ষাৰ প্রাথমিক জ্ঞান লাভ কৰিবলৈ জনসাধাৰণক সমৰ্থবান কৰি তোলে। গধুৰ দায়িত্বসমূহ সমাধান কৰাৰ অৰ্থে স্থানীয় প্রশাসনে ৰাজহুৱা কামৰ জৰিয়তে বহুসংখ্যক লোকক আৱশ্যকীয় প্রশিক্ষণ দিয়ে। নতুন নেতৃত্ব সৃষ্টি কৰাত ই যথেষ্ট সহায় কৰে। নিৰ্বাচনত অংশগ্ৰহণ কৰি স্বায়ত্বশাসনৰ কৌশল আৰু দায়িত্বশীল প্রতিনিধিত্বৰ নীতি নাগৰিক সকলে শিকিব পাৰে। নাগৰিক সকলে স্থানীয় সংস্থাসমূহ পৰিচালনা কৰি ৰাজনৈতিক শিক্ষা অৰ্জন কৰিব পাৰে আৰু এই ৰাজনৈতিক জ্ঞান আৰু সচেতনতাই গণতান্ত্রিক চৰকাৰ সফল কৰাত সহায় কৰে। জৱহৰলাল নেহৰু বল্লভভাই পেটেল আদি নেতৃস্থানীয় লোকসকলে তেওঁলোকৰ ৰাজনৈতিক জীৱনৰ আৰম্ভণিতে স্থানীয় প্রশাসনত অংশ গ্ৰহণ কৰিছিল। সেয়ে লৰ্ড ব্ৰাইছে কৈছে,' গণতন্ত্ৰৰ আটাইতকৈ ভাল প্রশিক্ষণ কেন্দ্র আৰু ইয়াৰ কৃতকাৰ্যতাৰ আটাইতকৈ অধিক নিশ্চয়তা হ'ল স্থানীয় শাসনৰ অনুশীলন।' তাৰোপৰি তেওঁ কয় যে, ইয়েই নাগৰিকসকলৰ মাজত

উমৈহতীয়া কাৰ্যসমূহৰ কাৰণে উমৈহতীয়া স্বাৰ্থৰ জ্ঞানৰ উদ্ভৱ কৰে আৰু এই কাৰ্যসমূহ দক্ষতাৰে আৰু সততাৰে প্ৰতিপালন আৰু তত্বাৱধান কৰিবলৈ ব্যক্তিগত লগতে উমৈহতীয়া কৰ্তব্যবোধ জগাই তোলে। স্বায়ত্ব শাসিত অনুষ্ঠানবোৰে জনসাধাৰণৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰিব পাৰে। জনসাধাৰণে তেওঁলোকৰ অভাৱ অভিযোগ আৰু সমস্যা সমূহৰ আলোচনা আৰু বুজাবুজিৰ মাজেৰে সমাধান কৰা হয়। আমোলাতন্ত্ৰৰ প্ৰভাৱ সীমিত হোৱা বাবে স্থানীয় প্ৰশাসনৰ কাম কাজৰ পদ্ধতিসমূহ অতি সহজ-সৰল। সাধাৰণভাৱে লিখিব পঢ়িব নজনা মানুহেও স্বায়ত্ব শাসনৰ কাম-কাজ পৰিচালনাত সমস্যাৰ সন্মুখীন নহয়।

স্থানীয় সমস্যা সমূহ পঞ্চায়তীৰাজ অনুষ্ঠান সমূহৰ জৰিয়তে অতি সহজে সমাধান কৰিব পাৰি। গ্ৰাম্য উন্নয়ন বিভিন্ন আঁচনি ইয়াৰ দ্বাৰা কাৰ্যকৰী কৰা হয়। ৰাস্তাঘাট নিৰ্মাণ আৰু মেৰামতি, খোৱা পানীৰ ব্যৱস্থা, কুটীৰ শিল্প উন্নয়ন , কৃষি, পশুপালন, সামাজিক বনানিকৰণ, জনস্বাস্থ্য আৰু স্বাস্থ্যৰক্ষা বিষয়ক কাম, শিক্ষা সংস্কৃতি উন্নয়ন কাৰ্যসমূহ, জনকল্যানমূলক কাৰ্য- খৰাং, বতৰ বানপানী, ভূমিকম্প, দুৰ্ভিক্ষ আদিত ক্ষতিগ্ৰস্থ লোক সকলক সাহাৰ্য দিয়া, সমবায় সমিতি গঠন, গাঁওৰক্ষী বাহিনী গঠন, পথাৰ পৰিচালনা সমিতি গঠন আৰু পৰিচালনা ইত্যাদি কাৰ্যসমূহ পঞ্চায়তীৰাজ অনুষ্ঠানৰ জৰিয়তে সম্পাদন কৰা হয়। উপৰোক্ত আলোচনাৰ পৰা দেখা যায় যে, স্থানীয় আৰ্থ সামাজিক উন্নয়নৰ বাবে পঞ্চায়তীৰাজ অনুষ্ঠানসমূহে যোগাত্মক ভূমিকা পালন কৰিব পাৰে। তদুপৰি জনসাধাৰণৰ ৰাজনৈতিক শিক্ষা আৰু গণতান্ত্ৰিক মূল্যবোধৰ ধ্যান ধাৰণাৰ বিকাশ আৰু গণতান্ত্ৰিক শাসন ব্যৱস্থা কাৰ্যকৰীতাৰ বাবে পঞ্চায়তীৰাজৰ গুৰুত্ব কোনেও নুই কৰিব নোৱাৰে। পঞ্চায়তীৰাজ ব্যৱস্থাৰ বিভিন্ন যোগাত্মক দিশ থাকিলেও তলত উল্লেখিত দুৰ্বলতা সমূহৰ বাবে এনে ব্যৱস্থা সফলতা লাভ কৰিব পৰা নাই।

(১) পঞ্চায়তীৰাজ অনুষ্ঠান সমূহ — গাঁও পঞ্চায়ত, আঞ্চলিক পঞ্চায়ত আৰু জিলা পৰিষদৰ কামকাজ সমূহৰ প্ৰকৃতি দ্বৈত চৰিত্ৰৰ। অৰ্থাৎ একে ধৰণৰ কামৰ দায়িত্ব পঞ্চায়তৰাজৰ প্ৰত্যেকটো অনুষ্ঠানৰ ওপৰত অৰ্পণ কৰাত Duplicacy আৰু Overlapping সমস্যাৰ সৃষ্টি কৰিছে। পঞ্চয়তীৰাজ আইনে অনুষ্ঠানসমূহৰ কামৰ ক্ষেত্ৰাধিকাৰ সুস্পষ্টভাৱে নিৰূপণ কৰিব পৰা নাই। ইয়াৰ ফলত পঞ্চায়তীৰাজ অনুষ্ঠান সমূহৰ মাজত দ্বন্দ আৰু কাজিয়াৰ সৃষ্টি হৈছে।

(২) পঞ্চায়তীৰাজ অনুষ্ঠান সমূহৰ নিচিনা গ্ৰাম্য উন্নয়নৰ বাবে অন্যান্য স্বতন্ত্ৰ অনুষ্ঠানসমূহ যেনে- জিলা গ্ৰাম্য উন্নয়ন অভিকৰণ, অখণ্ড জনজাতি উন্নয়ন প্ৰকল্প, জনজাতি উন্নয়ন নিগম ইত্যাদি স্বতন্ত্ৰভাৱে কাৰ্যনিৰ্বাহ কৰাত পঞ্চায়তীৰাজ অনুষ্ঠান সমূহ সফল হ'ব পৰা নাই।

(৩) ৰাজনৈতিক ব্যক্তি, আমোলা, গ্ৰাম্য ধনী আৰু প্ৰভাৱশালী লোক সমূহৰ

মাজত বেয়া যোগসূত্ৰ স্থাপন হোৱাত দুৰ্নীতি যথেষ্ট বৃদ্ধি পাইছে আৰু উন্নয়ন কাম বাধাগ্ৰস্থ হৈছে। প্ৰকৃত গাঁও অঞ্চলত জমসাধাৰণৰ উপকৃত নহৈ উপৰোক্ত ব্যক্তিসকলেহে লাভবান হৈছে। পঞ্চায়তীৰাজ অনুষ্ঠান সমূহত চলা অবাধ দুৰ্নীতি ৰোধ কৰিব নোৱাৰিলে এনে ব্যৱস্থা কেতিযাও সফল হ'ব নোৱাৰে।

(৪) অশিক্ষা, দাৰিদ্ৰতা আৰু গৰিষ্ঠ সংখ্যক মানুহৰ ৰাজনৈতিক অজ্ঞতাই স্থানীয় শাসনত সমস্যাৰ সৃষ্টি কৰিছে। এই সমস্যা দূৰ কৰিবলৈ গাঁওৰ জনসাধাৰণ সজাগ, সচেতন আৰু সু-সংগঠিত হৈ ঐক্য গঢ়ি তুলিব লাগিব। মানৱীয় মূল্যবোধৰ অৱক্ষয় দূৰ কৰিবলৈ জনসাধাৰণে প্ৰচেষ্টা হাতত ল'ব লাগিব। তেতিয়াহে জনসাধাৰণে তেওঁলোকৰ সমস্যা সমাধান কৰিব পাৰিব।

(৫) পঞ্চায়তীৰাজ অনুষ্ঠান সমূহৰ এটা জলন্ত সমস্যা হ'ল— আৰ্থিক সংকট। পৰ্যাপ্ত পৰিমাণৰ অৰ্থৰ অভাৱত এই অনুষ্ঠান সমূহে উন্নয়নমূলক আঁচনি গ্ৰহণ আৰু কাৰ্যকৰী কৰিব পৰা নাই। কেন্দ্ৰীয় আৰু ৰাজ্যিক অনুদানৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱাত পঞ্চায়তীৰাজ অনুষ্ঠান সমূহে স্বতন্ত্ৰভাবে কাম-কাজ কৰিব পৰা নাই। আৰ্থিক সংকট দূৰ কৰাৰ কাৰণে এই অনুষ্ঠান সমূহ আয়ৰ উৎস বৃদ্ধি কৰাৰ ওপৰত বিশেষ গুৰুত্ব দিয়াৰ প্ৰয়োজন আছে। ■■

# গোৱালপৰীয়া লোক সংস্কৃতি-বিয়াগীত

**চন্দ্ৰা বৰ্মণ** (প্ৰাক্তন ছাত্ৰী)

অসমৰ পশ্চিম সীমান্তত অৱস্থিত গোৱালপাৰাৰ গোৱালপৰীয়া সংস্কৃতি-সাংস্কৃতিক জগতৰ এটি উল্লেখযোগ্য নাম। গোৱালপৰীয়া সংস্কৃতি বুলিলে বৰ্তমান গোৱালপাৰা, ধুবুৰী. বঙ্গাইগাঁও আৰু কোকৰাঝাৰ জিলাৰ সমূহীয়া সংস্কৃতিকে বুজায়। ই বৃহৎ অসমীয়া সংস্কৃতিৰ এটি অবিচ্ছেদ্য অংশ। ইয়াৰ এটা সুকীয়া বৈশিষ্ট্য আছে। চহা জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন, বিৰহ-বেদনা, আশা-আকাংক্ষাবোৰ লোক সংস্কৃতিত নিবিড়ভাৱে জড়িত হৈ আছে।

গোৱালপাৰাত বৈদিক প্ৰথা মতে বিবাহ কাৰ্য সম্পন্ন হ'লেও ইয়াত নাৰী সমাজে সুকীয়া কিছুমান অনুষ্ঠান অনুষ্ঠিত কৰে। এই অনুষ্ঠানসমূহৰ লগত সামঞ্জস্য ৰাখি বিয়াগীত সমূহ পৰিবেশিত হয়। কৃষ্টি সংস্কৃতিৰ ধাৰক-বাহক তিৰোতা সমাজ। তিৰোতাসকলে বিয়া গীতবোৰ সংযত আৰু পবিত্ৰতাৰে বিয়া অনুষ্ঠানত গায়। গীত গোৱা তিৰোতাসকলক নামতী বা নামাতী বুলি কোৱা হয়। বিয়া গীতবোৰ আকৌ দুই ধৰণে গোৱা হয়। কিছুমান গীত গহীন আৰু ৰুচিপূৰ্ণ আৰু আন কিছুমান গীত জোৰাগীত-খিচতা বা খিচা গীত। দৰা-কইনাক শিৱ-পাৰ্বতী, সীতা-ৰাম, ৰাধা-কৃষ্ণ, ৰুক্মিণী আদি আখ্যা দি গোৱা গীতবোৰে বিয়া ঘৰখনক গহীন পৰিবেশৰ সৃষ্টি কৰি তোলে।

আনবিধ গীত জোৰাগীত বা খিচা গীতৰ সুৰ লঘু আৰু কৌতুকপূৰ্ণ। দৰা ঘৰীয়াই কন্যা ঘৰক, কন্যা ঘৰীয়াই দৰা ঘৰক নিজ নিজ সম্বন্ধীয় ব্যক্তিসকলক আনকি পুৰোহিত, নাপিত আদিক জোকাই নানা ধৰণৰ ৰং-ৰহইচ কৰি গীত গোৱাই ইয়াৰ প্ৰধান উদ্দেশ্য।

অবিভক্ত গোৱালপাৰা জিলাত বিভিন্ন সম্প্ৰদায়ৰ লোকে বাস কৰে। কোচ-কলিতা, ৰাজবংশী. দেশী মুছলমান, চৰ চাপৰিৰ অধিবাসী আদি তিৰোতাসকলে বিয়া অনুষ্ঠানত যিবোৰ গীত গায় তাৰ অন্তৰ্নিহিত অৰ্থবোৰ প্ৰায় একে ধৰণৰ আৰু তাৎপৰ্যপূৰ্ণ। অৱশ্যে ইয়াৰ কথা আৰু সুৰ বেলেগ বেলেগ ধৰণৰ।

বৰ্তমান গোৱালপাৰা জিলাৰ পূৱ আৰু মধ্য অঞ্চলৰ বিয়াৰ গীতবোৰত কিছু কামৰূপ আৰু বৰপেটা জিলাৰ আয়তীসকলৰ সুৰৰ লগত মিল থকা দেখা যায়। আনহাতে বইটামাৰী, চাপৰ, বিলাসীপাৰা, কোকৰাঝাৰৰ আয়তীসকলৰ গীতবোৰত বিষয়বস্তু আৰু সুৰ প্ৰায় একেই। মানৱ জীৱনৰ এফালে মিলনৰ আনন্দ আৰু আনফালে বিচ্ছেদৰ বিষাদ থকা এই গীতসমূহে বিয়া অনুষ্ঠানটোক প্ৰাণৱন্ত কৰি তোলে। ইয়াত নাৰী হৃদয়ৰ গভীৰ অনুভূতিৰ উমান পোৱা যায়। গোৱালপৰীয়া নামতীসকলে বিয়া কাৰ্য সম্পন্ন হোৱাৰ ভিন্ ভিন্ সময়ত কাৰ্য আৰু ৰীতি-নীতি অনুযায়ী বিভিন্ন ধৰণৰ বিয়াৰ গীতবোৰ গায়। কোনো কোনো অঞ্চলত নামতীসকলক মাননি দি গীত গাবলৈ অনা হয়।

বিয়াৰ আগদিনা জোৰণ দিয়া হয়। জোৰণত দৰা পক্ষই কাপোৰ-কানি, আ-অলঙ্কাৰ আদি লৈ আহে। জোৰণৰ দিনাৰ পৰাই কইনাজনী পৰ হৈ পৰে। জোৰণ অহাৰ লগে লগে কইনাজনীও কান্দি-কাটি আউল-বাউল হয়। সেই সময়ত আয়তীসকলে বুজাই-বঢ়াই কইনাক আ-অলঙ্কাৰবোৰ পিন্ধিবলৈ কয়। তেতিয়া পাঁচ বৈৰাতীকে আদি কৰি তিৰোতাসকলে গাবলৈ ধৰে—

মাওৰে অলঙ্কাৰ থোৱাহে মাই তুই
বাপৰে অলঙ্কাৰ থোৱা
স্বামীৰ অলঙ্কাৰ পঠেয়া দিছে
হাতযোৰ কৰিয়া লোৱাহে।

বিয়াৰ দিনা দ'ৰা-কইনাক গা ধুৱাবৰ বাবে পানী তোলা হয়। এই পানীতোলা অনুষ্ঠানটো প্ৰথম আৰু প্ৰধান অনুষ্ঠান। নিচেই ৰাতি পুৱাতে পাঁচগৰাকী বৈৰাতীয়ে বিয়া ঘৰৰ আন কেইগৰাকী তিৰোতাৰ সৈতে নদীত বা ৰাজহুৱা কুঁৱা বা নাদত পানী তুলিবলৈ যায়। যাবৰ সময়ত তেওঁলোকে গাঁৱৰ মাজেদিয়ে যায়। তেতিয়া গাঁওবাসীক উদ্দেশ্য কৰি এইদৰে গায়—

আইসোৰে গাৱায়া সকল পানী তুলিব লাগেৰে
আৰেয়াৰঝাৰৰ পথাৰতে ও ঘিলা মাৰে কুতি
হে হাল দিয়া যা।
ছাবাল বাপুৰ পানী তুলেও ডাংকা গেছে কুতি
হে হাল দিয়া যা।

পানী তুলিবলৈ যাওঁতে লগত আমৰ ডাল, কুমাৰৰ ঘট লৈ যায়। নাদ বা কুঁৱাৰ পৰা পানী আনি চোতালত ভৰি দিয়াৰ লগে লগে আয়তীসকলে গাবলৈ ধৰে—

হে হে কইনাৰ মাওৰে দুৱাৰ খুলিয়া দে
আমি আনিছুং গঙ্গাৰ পানী থবা জাগা দে।

গা ধোৱাৰ সময়ত যেতিয়া দৰা বা কইনাৰ মূৰত পানী ঢালে তেতিয়া আকৌ গায়-

কইনাৰ ঘৰেৰ পাচিলাতে হালি আছে নল

কলসে কল্সে পানী ঢালে যমুনাৰে জল।

পানী তোলাৰ পিছত কইনাক গা ধুওৱা হয়। গা-ধোৱা সময়ত প্ৰথমতে মাহ-হালধি গাত ঘঁহি-পিহি দি গা ধুৱায়। মাহ-হালধি বটাৰ সময়ত নামতীসকলে এইদৰে গায়—

*মাষ কালাই বটিলুং ফালা হৰি হৰি*

*মাষ কালাই বটিলুং ফালা*

*হে বৰা কালাই বটিলুং চিৰে হৰি হৰি*

*বৰ কালাই বটিলুং চিৰে*

*ওলায়া আয়ৰে আমাৰ গৌৰীৰে*

*গাতে সানিয়া দিংৰে।*

কন্যাৰ গাত মাহ-হালধি ঘঁহাৰ পিছত মূৰত পানী ঢালি দিয়াৰ সময়ত আকৌ গায়—

*ডাইন হাতে নাৰিকল বাওহাতে চিৰিফল*

*মস্তকে ঢালে গঙ্গা-যমুনাৰে জল।*

মাহ-হালধিৰে গা ধুৱাই সোণত সুৱাগা কৰি তোলা কইনাজনীৰ ৰূপ-লাৱণ্য চাই আয়তীসকলে ৰূপৰ বৰ্ণনা এইদৰে কৰে—

*হাতেৰে আঙুলি ঐ ৰাম লেহেৰা-লেহেৰি*

*ঐ ৰাম ভৰিৰে আঙুলি ঘন' ও*

*কুন ভাগ্যৱতী ঐ ৰাম বেটি জন্ম দিছে*

*ঐ ৰাম চাই থাকিব'ৰে মনও।*

বিয়াৰ দিনা দ'ৰা বা কন্যাক অধিবাস কৰা হয়। অধিবাসৰ সময়ত সামাজিক প্ৰথা অনুযায়ী পাঁচ বৈৰাতীয়ে কিছুমান নিয়ম-নীতি কৰে। সেই সময়ত কইনা ঘৰৰ পৰিৱেশটো কিছু কান্দোনমুৱা হৈ থাকে। বৈৰাতীসকলে তেতিয়া হৃদয় বিদাৰক কিছুমান গীত গায়।

*আজি ময়নাৰ অধিবাস কালি ময়নাৰ বিয়া*

*হাড়িয়া মেঘে ঢাকিয়া ধৰিছে*

*অমলে নাদে দেখা ৰে।*

অধিবাসৰ দিনা পাঁচ বৈৰাতীয়ে গন্ধতেল তৈয়াৰ কৰি কইনা জনীৰ গাত ঘঁহি দিয়ে। ইয়াৰ এটা সুকীয়া গোন্ধ আছে। সন্দা, মেথি আৰু মিঠাতেলেৰে এই গন্ধতেল

তৈয়াৰ কৰি লয় বৈৰাতীসকলে। কইনাজনীৰ গাত গন্ধতেল ঘঁহাৰ আগতে কোনোবা এখন থান (মন্দিৰ)ত গৈ বিভিন্ন দেৱ-দেৱীৰ নামত এজোৰা তামোল-পাণ, সিন্দুৰ আৰু তেলখিনি আগবঢ়াই দিয়া হয়। তেতিয়া বৈৰাতীসকলে গায়—

*আহাৰে কাচা বাসেৰ তলে*
*গনতেল দিবা যাং*
*কালী মা'ৰ থানে।*

এই গণতেল কইনা বা দ'ৰাৰ গাত ঘঁহা নিয়মটো মুছলমান সম্প্ৰদায়ৰ মাজতো দেখা যায়। মুছলমান তিৰোতাসকলে এইদৰে গায়—

*কাজিপাৰীয়া সন্দাৰে আৰে মোৰ*
*বিলাসীপাৰায়ী নাৰনীহ তেলো ৰে*
*হাতে মেলিয়াদেওৰে বাছা পাৰো মেলিয়া দেওৰে*
*বাছা লাগিয়া যাওক তোৰ ইনো সন্দা বাসোৰে*
*সেইনা সন্দা পিন্দিয়াৰে ধায়া ধায়া যায়*
*মায়েৰ আগেৰে, মাও দুলালিৰে বাছা*
*লাগিয়া যাওঁক তোৰ ইনো সন্দা বাসৰে বাসৰে*
*কাজিপাৰীয়া সন্দা............*
*আৰে বিলাসীপাৰীয়া............... তেল ৰে।*

সৱাগঝাৰ বা সুৱাগঝাৰা গোৱালপৰীয়া বিয়াৰ এটা প্ৰধান বৈশিষ্ট্য। পাঁচ বৈৰাতীৰ সৈতে তেলধৰী গৰাকীও নদীৰ ঘাটত বা পুখুৰীৰ পাৰত অথবা ৰাজহুৱা কুঁৱাত দৰা অহাৰ আগতে এই নিয়ম কৰে। তেওঁলোকে যোৱাৰ সময়ত বাটত এইদৰে গায়—

*সুৱাগ ঝাৰিবাৰ ওলাইছে বৈৰাতীয়ে*
*চাৰিওফালে লাগাইছে বাতি*
*কইনাৰ ভাউজী তেল ধৰি দেহ নচলে*
*নিয়া আয়ৰে বৈৰাতীসকল তাৰাতাৰি মাতি।*

নাপিতে দৰা-কইনাৰ গাত খুৰ লগালেহে গা-ধুব লাগে। তেতিয়াহে তেওঁলোকৰ গা শুচি হয় বুলি লোক বিশ্বাস। ইয়াক 'নাউৰা কামোৱা' কোৱা হয়। সেয়ে বৈৰাতীসকলে গায়—

*কুতিৰ পাৰা আহিলি নাউৰা*
*মাথায় দিয়া ছাতা*
*ভাল কৰিয়া কয়া যা নাউৰা*
*শিবেৰ বিয়াৰ কথা।*

আগৰ দিনত গৰুৰ গাড়ী বা ম'হৰ গাড়ীত উঠি দৰা বিয়া কৰাবলৈ গৈছিল। বহুদূৰ যোৱাৰ পিছতো যেতিয়া কইনাৰ ঘৰ দেখা নাযায় তেতিয়া আয়তীসকলে গায়—

*চাম্পা নদী দিয়া উজিয়া আইসৰে জিঞ্জৰ*

*তেওঁতো নাপাং মুই জিঞ্জৰেৰ বাবাৰ বাৰীৰে।*

চৰ-চাপৰিৰ মুছলমান তিৰোতাসকলে দৰাই কন্যাৰ ঘৰ পোৱাৰ আগতে যেতিয়া দূৰৈৰ পৰা বাজনা শুনিবলৈ পায় তেতিয়া তেওঁলোকে এইদৰে গাবলৈ ধৰে-

*ঐ না নদীৰ কুলে কুলে*

*কিসেৰ বাজনাই বাজে গো*

*সুন্দৰ মনোহাৰি তোতা গো।*

*ঐ না নদীৰ কুলে কুলে-*

*বিয়াৰ বাইচ্ বাজেগো*

*সুন্দৰ............ তোতাগো।*

বাবজান আমাকে বিয়া দিয়া কেমন কইৰাই থাকবেন গো

*সুন্দৰ....................*

*বেটি গো তোমাকে বিয়া দিয়া*

*দিলে ছুবুৰ দিয়া থাইকবো গো*

*সুন্দৰ...................... ।*

কইনাক ৰভাৰ তলীলৈ অনাৰ আগতে দৰা ঘৰৰ কেইজনীমান তিৰোতাই কইনাক কাপোৰ কানি, আ-অলঙ্কাৰ লৈ কইনা সজাবলৈ যায়। তেতিয়া আয়তীসকলে এইদৰে গায়—

*চোতালত বিয়া, দুৱাৰ দিয়া কইনা কাচাবৰ যাংৰে*

*সাত তোলা সোণা আইনছুং কইনাৰ হাতত দিংৰে*

কইনাক ৰভাৰ তলীত অনাৰ সময়ত কইনাজনীৰ লগতে মাক, ভায়েক-ভনীয়েক, আত্মীয়-কুটুম সকলোৰে কান্দোনৰ সুৰে বিয়া ঘৰখনক বিষাদময় কৰি তোলে। তেতিয়া আয়তীসকলে গায়—

*তোৰ মাৰ কান্দোন ইমিৰে ঝিমি*

*তোৰ বইনীৰ কান্দোন আউল লাগাইল*

*পৰাণৰে শেওলাই। তোৰ বইনীৰ.......*

*চাকিৰিয়া দামান ৰইল জোৰ জোৰ মাওৰাৰ*

*তোলেৰে শেওলাই।*

চৰ অঞ্চলৰ মুছলমান তিৰোতাসকলে দৰা ৰভাৰ তলীত বহাৰ পিছত সিঁহতৰ

সমাজৰ প্ৰচলিত প্ৰথা মতে যেতিয়া দেন মোহৰত চুক্তি স্বাক্ষৰ কৰি কইনা ঘৰৰ মানুহে এখন ডালা দৰা ঘৰৰ মানুহৰ ওচৰলৈ আ-অলঙ্কাৰ আৰু কাপোৰ-কানি আনিবৰ কাৰণে লৈ যায়, তেতিয়া সিঁহতে গাবলৈ ধৰে—

*আমফুলেৰ নদীতে জামফুল খেলিতে*
*হাৰেয়া আসিলাম বালিৰ সিতাৰ সিংৰিগো*
*পেন্দো পেন্দোবালি আমাৰ ভাই বউৰ সিংৰিগো*
*না পেন্দোং সদাগৰ তোমাৰ ভাইবউৰ সিংৰিগো*
*অৰ্দ্ধেক ৰাস্তা গেলে তুলনা দিবেগো*
*বাৰীত না গেলে খোসায়া নিবে গো।*

কইনাক ৰভাৰ তলীলৈ অনাৰ পিছত বিয়া ঘৰত কন্দা-কটা শেষ হোৱাত এটি গহীন পৰিৱেশৰ সৃষ্টি হয়। ব্ৰাহ্মণজনে বিয়াৰ মন্ত্ৰ গাই থাকে। এইহেন শান্ত সমাহিত সময়ত আয়তীসকলে দৰা-কইনাক শিৱ-পাৰ্বতী, সীতা-ৰাম আদি আখ্যা দি গীত গায়-

*ৰাম আইসে সীতাকে হৰিবা*
*ঘূৰে ৰাজা ঘূৰে প্ৰজা, ঘূৰে কি কাৰণে*
*পাৰ্বতী সেৱা কৰে শিৱেৰ চৰণে*
*তুলিয়া ধৰো, তুলিয়া ধৰো, পাৰ্বতী সেৱা.....*
*ৰামচন্দ্ৰ সৰু বুলি জগতে হাঁহিলে*
*বাওহাতে ধনু ধৰি মাজতে ভাঙিলে*
*ধনু ভাঙি ৰামচন্দ্ৰ সভাতে বহিল*
*সীতা দেবী আহি ৰামক স্বামী বৰণ কৰিলে।*

বিয়া কাৰ্য চলি থাকে। এই ছেগতে নামতীসকলে ঢুলীয়াকো কিছু জোৰা গীত বা থিচা গীত গাই মনৰ আনন্দ প্ৰকাশ কৰে-

*ঢুলীয়া ঢোল বাজাওৰে, ঢোলেৰ নুঠে বাজি*
*এমুন ঢোল নিয়া আইছিসৰে টাকা খাবাৰ বাজি।*

তাৰোপৰি নামতীসকলে বামুণকো নোজোকোৱাকৈ নাথাকে। তেওঁলোকে এইদৰে গায়—

*বামুণ যায়ৰে দূৰেৰ বিয়াত*
*বামুণী বসিয়া কান্দে*
*অ'হৰে খাচা পেটী-বামুণী শাৰীৰ হাবিলাস কৰে*
*যেতো নাইওৰীৰ কমৰেৰ শাৰী, বামুণ চুৰি কৰে।*
*ঘৰেৰ বেৰা ভাঙেয়া বামুণ, পলোৱাৰ বুদ্ধি কৰে।*

*বিয়া কাৰ্য সম্পন্ন হ'ল। কইনা ওলাই যাবৰ সময়ত হ'লে, তেতিয়া নামতীসকলে এইদৰে গায়—*

*বাৰীৰ সাজোন কাছন গাছো গাছালী*
*মজিয়াৰ. সাজোন বেটি*
*ঘৰ ভৰা ভাইয়া থাকতে, মইনা যায়ৰে চলি।*
*কইনাৰ ঘৰৰ বাপ- ভাই সবে ৰইল চাই,*
*ৰামচন্দ্ৰ ধনু ভাঙি সীতাকে লৈয়া যায়।*

কইনা ওলাই যাবৰ সময়ত কান্দি কাটি আউল-বাউল হয়। তেতিয়া তিৰোতাসকলে গাবলৈ ধৰে—

*নৈতন দুবুলাৰ কান্দোন, গায়া সাজোন সাজেবে*
*কেযাইবে নৈতন দুবুলাৰ সাথেৰে।*
*গায়া আইছে ভালো হইছে, হাল বোৱাৰ ভাল হইছে।*
*তোৰ বইন আইছে ভালো হইছে, বিছনা পাৰীয়া দিবৰে*
*কে যাইবে নৈতন দুবুলাৰ সাথে ৰে।*

ওপৰোক্ত বিয়াৰ গীতটিত হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মাজত কথা আৰু সুৰৰ যথেষ্ট মিল থকা দেখা যায় অবিভক্ত গোৱালপাৰা জিলাত।

বিয়া কাৰ্য চলি থকা সময়ত দৰা ঘৰীয়া কইনা পক্ষক আকৌ কইনা ঘৰীয়াই দৰা পক্ষৰ মানুহক কিছুমান থিচাগীত বা জোৰা গীত জাউৰীয়ে জাউৰীয়ে গাই অপাৰ আনন্দ লাভ কৰে। তেওঁলোকে এইদৰে গায়—

১। বৰেৰ মাওটা বহিছে আগত
এখান গুৱা দিবা নাপায় পৰিছে লাজত।

২। কইনাৰ মাওটা হুদুল দুদীহে
কাণেৰ সোণা লৰে
এখান গুৱা দিবা মনত নপৰে।

৩। আ হা ৰে লাউৰ তলে ছাই
কইনাৰ বইনীটাৰ নাকেৰ আগাল নাই হে
অ' হৰি ৰাম।

৪। বাসেৰ তলীত বেঙেৰ লেকু
কৰে কেকু মেকু মেকু
বৰ ঘৰেৰ ল'ৰা কেইটাৰ
ছোৱালীৰ কাতি চকু।

৫। কুৱাৰ পাৰেৰ বাল্টি বাল্টি
নসাৰিৰ বইনটা একেবাৰে কাল্টি (চৰ অঞ্চলৰ)
৬। মাছ ভাজি নাখায় মীনা
মাংস ভাজি লাগেৰে
মীনাৰ মাও কান্দিবাৰ লাগছে
মাংস ভাজি লয়াৰে
হেনো হেনো মীনা মোৰ
কোনে ভুলাই নিলোৰে
চাপৰেৰ ভোগৰা পাটা
তায়ে ভুলাই নিলৰে। (চৰ অঞ্চলৰ)

হিন্দু মুছলমান নানা জাতি উপজাতিৰ সংমিশ্রণত চৰুৱা ঝাৰুৱাই বিবাহ কাৰ্য সম্পন্ন কৰি নানা ধৰণৰ থিচা গীতবোৰ গাই মনৰ আনন্দ প্ৰকাশ কৰে।

এইদৰে নানা ধৰণৰ গীত মাতেৰে গোৱালপৰীয়া নামতী বা তিৰোতাসকলে বিয়া অনুষ্ঠানৰ সকলোবোৰ মাঙ্গলিক কাৰ্য সম্পন্ন কৰে। এই গীতবোৰে নাৰী হৃদয়ৰ কৰুণ সুৰ বাজি উঠাৰ উপৰিও নানা ধৰণৰ ৰং ধেমালি, হাঁহি-তামাচাৰ সুৰে ৰভাতলীখন মুখৰিত কৰি তোলে। জাতীয়তাবোধৰ অভাৱ, লোক-সংস্কৃতিৰ প্ৰতি অৱহেলা আৰু সমাজ সচেতনতাৰ অভাৱৰ ফলত এই গীতসমূহ বিয়া অনুষ্ঠানৰ পৰা আঁতৰি যাব লগাত পৰিছে। তাৰ ঠাই নগৰীয়া সভ্যতাই পোখা মেলিছে। আমি সকলোৱে সজাগ হোৱা উচিত যাতে ভৱিষ্যত প্ৰজন্মই আমাৰ এই গীত মাতবোৰ চৰ্চা কৰি থাকিব পাৰে। তেতিয়াহে আমাৰ সংস্কৃতি ৰক্ষা পৰিব। হয়তো এনেকুৱা এটা সময় আহি পৰিব আমি নিজা সংস্কৃতিৰে বিশ্বদৰবাৰত চিনাকি দিব নোৱাৰিম।

তথ্য সংগ্ৰহঃ

১। শ্ৰীযুত কুসুম মেধি- আৰেয়াঝাৰ
২। শ্ৰীযুতা সৰলা ৰায়- ধীৰঘাট
৩। শ্ৰীযুতা সুমতী ৰায়-সত্যপুৰ
৪। শ্ৰীযুতা কমেলা খাতুন-ধীৰঘাট
৫। শ্ৰীযুতা জয়গন বেওৱা-ধীৰঘাট
৬। শ্ৰীযুতা পামিনা বিবি- ঘূণীমাৰী
৭। শ্ৰীযুতা নমিৰজান বিবি-ঘূণীমাৰী
৮। শ্ৰীযুতা বেলা বেওৱা - ঘূণীমাৰী■■

# ছাত্ৰ-ছাত্ৰীৰ নৈতিক চৰিত্ৰ গঠনত শিক্ষকৰ ভূমিকা (ক)

**শ্ৰীগণেশ দাস**

চাৰি সমুদ্ৰে বেৰি থকা এই বৈচিত্ৰ্যময় বিশাল সংসাৰখনত মানুহ হ'ল সকলো জীৱতকৈ শ্ৰেষ্ঠ জীৱ। এই জীৱ শ্ৰেষ্ঠ মানুহৰ বহু গুণৰ ভিতৰত চৰিত্ৰ এটি অমূল্য সম্পদ। সংসাৰৰ আন আন বৈষয়িক সম্পদৰ লগত এই চৰিত্ৰ সম্পদৰ কোনো ফালেদি তুলনা নহয়। প্ৰাচীন শিক্ষা বুৰঞ্জীৰ পাত লুটিয়াই চালে দেখা যায় যে অতীৰ যুগত আজিৰ দৰে বিদ্যানুষ্ঠানৰ কোনো ধৰণৰ প্ৰচলন নাছিল। সেই যুগত শিশুসকলক লিখা, পঢ়া আৰু অংক কৰা শিক্ষাক কৈ শিশুৰ মানসপটত লুকাই থকা শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক গুণবোৰৰ সৰ্বাঙ্গীন উন্নতি সাধনৰ বাবে গুৰুকুল শিক্ষাৰ প্ৰচলন বাৰুকৈয়ে দেখা যায়। তাহানিৰ যুগত শিক্ষাৰ খেল-পথাৰ খনত কেৱল ব্ৰম্মা বিদ্যাৰ হে চৰ্চা চলিছিল আৰু পাঠ্যক্ৰম আছিল বেদ বিদ্যাহে। যিসকল গুণী ব্যক্তিয়ে এই শিক্ষাৰ গুৰি বঠাপাত ধৰি শিক্ষা দিছিল তেখেতসকলক আচাৰ্য নামে বিভূষিত আছিল। নিজ চৰিত্ৰত আচৰণ কৰি যিয়ে আনক শিক্ষা দিয়ে সিজনেই হ'ল আচাৰ্য। সেয়ে দ্ৰোণচাৰ্য্য, কৃপাচাৰ্য্য, সন্দিপনী আদি মহান আচাৰ্য্যসকলৰ নাম আজিও চিৰস্মৰণীয়।

চৰিত্ৰ কাক বোলে বা চৰিত্ৰ বুলিলে আমি কি বুজোঁ। এই কথা আমি অতি সহজ ভাবে উপলব্ধি কৰিব পাৰোঁ যে কোনো এটা কামৰ পুনৰাবৃত্তিয়ে অভ্যাস আৰু অভ্যাসৰ সমষ্টিয়ে হ'ল চৰিত্ৰ। চৰিত্ৰ মহৎ গুণৰ অধিকাৰী। এই চৰিত্ৰ গঠনত বিশেষভাৱে প্ৰভাৱ পেলায় পৰিয়াল, সমাজ, বিদ্যালয় আৰু শিক্ষক। শিশু শিক্ষাৰ কঠীয়াতলি ঘৰখন। তাৰে পৰা শিশুৰূপী কঠীয়া আনি ৰোপণ কৰা হয় বিদ্যালয়ত। বিদ্যালয়ত আহিয়ে শিশুসকল পোনতে পৰিৱেশৰ ভিন্নতা অনুভৱ কৰে। এই নতুন পৰিৱেশৰ লগত শিশুসকলক খাপ খুৱাই ল'ব পৰাটো শিক্ষকৰ এটি প্ৰধান গুণ বা কৰ্তব্য। জাৰ্মান শিক্ষাবিদ ফ্ৰোবেলে বিদ্যালয়খনক কিণ্ডাৰ গাৰ্ডেন নামে নামাকৰণ কৰি কৈছে যে এই বিদ্যালয়খন হৈছে শিশু বাগিচা। অৰ্থাৎ কিণ্ডাৰ মানে শিশুসকল আৰু গাৰ্ডেন মানে বাগিচা।

এই শিশু বাগিচাৰ মালী হ'ল শিক্ষাদাতা গুৰু বা শিক্ষকসকল। মালীয়ে যেনেকৈ পুলিবোৰক নানা ধৰণৰ সাৰ আদি প্ৰয়োগ কৰি পুলি জোপাৰ উৎকৰ্ষ সাধন কৰে ঠিক সেইদৰে শিক্ষকসকলে ছাত্ৰ-ছাত্ৰীৰ প্ৰয়োজন বোধে পাঠৰ নানা ধৰণৰ উপদেশমূলক চুটি সহজ গল্পৰ জৰিয়তে বিষয়ৰ লগত সঙ্গতি ৰাখি বিষয়ৰ ওপৰতো উপ বিষয়ৰ যোজনা কৰি শিশুক শিক্ষা দিব পৰা গুণ থাকিব লাগিব।

শিক্ষাৰ এটি প্ৰধান উদ্দেশ্য হ'ল শিশুকালৰ পৰাই চৰিত্ৰ গঠন কৰা। শিশুসকলৰ ইচ্ছা বৃত্তি বিকাশ নোহোৱা পৰ্যন্ত প্ৰকৃত চৰিত্ৰ গঠন সম্ভৱ নহয়। এই ইচ্ছা বৃত্তি বিকাশ হোৱাৰ পূৰ্বে শিশুৱে চিন্তা আৰু বিচাৰ কৰি কাম কৰিবলৈ অপাৰগ। সেই বাবে শিশুৰ চৰিত্ৰ নাই বুলিলেও বেছি কোৱা নহয়। শিশুৱে গল্প বা সাধু কথা শুনিবলৈ বৰ ভাল পায়। প্ৰায় চাৰি বছৰমান বয়সৰ পৰাই শিশুৱে শিয়াল, মেকুৰী আদি জীৱ-জন্তুৰ সাধু শুনিবলৈ ভাল পায়-পিচৰ বয়সত বুঢ়া-বুঢ়ীৰ গল্প, তাৰ পিছত ৰজা ৰাণীৰ গল্প আদি শুনাত বৰ আগ্ৰহ জন্মে। এই চুটি গল্পৰ সাৰমৰ্ম আৰু আদৰ্শবোৰ শিশুৰ আগত দাঙি ধৰি সিহঁতৰ ইচ্ছা শক্তি আৰু ভাৱপ্ৰৱণতা গুণ জাগৰণ কৰিব লাগিব। এই ক্ষেত্ৰত শিক্ষকে অতি সাধাৰণভাৱে গল্পৰ সাৰমৰ্ম দাঙি ধৰি ভৱিষ্যৎ জীৱনৰ লাইখুটি ডাল পুতিব পৰা গুণ শিক্ষকৰ নিশ্চয় থাকিব লাগিব। শিক্ষক হ'ল আদৰ্শ স্থানীয় আৰু শিশুসকল অনুকৰণ প্ৰিয়। সেই বাবে শিক্ষক ছাত্ৰ-ছাত্ৰীৰ আগত নানা ধৰণৰ আদৰ্শ থকা গল্প মহাপুৰুষসকলৰ চিত্ৰ সৎ কামৰ ফলাফল আদি গুণৰাখি উপস্থাপন কৰি সৎ কাম আদিৰ আদৰ্শ দাঙি দৰিব লাগে। আৱশ্যক বোধে শিক্ষাদানৰ প্ৰদীপণ শ্ৰেণী কোঠাত ব্যৱহাৰ কৰি স্পষ্ট ধাৰণাত সহায় কৰিব পৰা নিদৰ্শন প্ৰয়োগ কৰিব লাগে। এয়া হ'ল শিক্ষকৰ শিক্ষাদানৰ কৌশল।

কৌতুহ'ল বা অনুসন্ধিৎসা এই প্ৰবৃত্তি সৰু সৰু শিশুৰ গাত দেখিবলৈ পোৱা যায়। এই প্ৰবৃত্তি শিশুৱে জন্মৰ লগতে লৈ অহা এটি গুণ। সংসাৰৰ প্ৰতিটো নতুন বস্তুৰ বাবে শিশু মনত নানা ভাৱৰ সৃষ্টি কৰে, সেয়েহে এইটো কি? সেইটো কি? এনে ধৰণৰ প্ৰশ্নৰ উদয় হয়। এই কৌতু হ'ল প্ৰবৃত্তি সজাগ কৰি তুলিবলৈ শিক্ষকে নানা ধৰণৰ প্ৰত্যেক্ষ বস্তু নাইবা চিত্ৰ আদিৰ দ্বাৰাই মূল বিষয়ৰ লগত সংগতি ৰাখি শিশুৰ মনত স্থায়ী ভাৱৰ সমাবেশৰ চেষ্টা কৰা উচিত।

শিশুসকলৰ গাত তপৰাই মিছা কোৱাৰ আন এটি বৃত্তি দেখা যায়। এই ক্ষেত্ৰত শিক্ষকে মিছা কথা কোৱাৰ পৰিণাম যে অতি ভয়াবহ তাক সহজ ভাষাৰে বুজাবলৈ শিক্ষকে চুটি চুটি প্ৰশ্নৰ জৰিয়তে 'গৰখীয়া আৰু বাঘৰ গল্পটো' অতি তাৎপৰ্যভাৱে বুজাবলৈ চেষ্টা কৰি শিশুমনত বেয়া কামৰ প্ৰতি ভয় ভাগ জগাই ভৱিষ্যৎ যাতে মিছা নকয় সেই প্ৰবৃত্তি গুচাবৰ চেষ্টা কৰিব পাৰিব লাগিব।

নকল কৰা বা আনৰ দেখি কৰা কাৰ্য শিশু সকলৰ গাত প্ৰায়ে দেখা যায়। এই দোষ গুচাবৰ বাবে শিক্ষা পদ্ধতিতকৈ শিক্ষকৰ চাতুৰ্য গুণহে বেছি আৱশ্যক। নকল কৰা

অৰ্থ সহজভাৱে বুজাবলৈ হ'লে আনৰ জ্ঞান চুৰ কৰা। গতিকে এই দোষ গুচাবৰ বাবে শিক্ষকে নানা পন্থা ল'ব লাগিব। সৰু কিন্তু চোৰ বা নকল কৰাৰ কথা বুজাওঁতে শিক্ষকে আদৰ্শ স্থানীয় কিন্তু বাস্তৱ গল্পৰ সহায় লৈ জাতিৰ পিতা মহাত্মা গান্ধীৰ শিশু অৱস্থাৰ এটি ছাত্ৰ জীৱনৰ গল্প অতি সতৰ্কতা ৰে দাঙি ধৰি শিশুসকলৰ তেনে কামলৈ ঘৃণাৰ ভাৱ জগাই তুলিব গান্ধী পঢ়ি থকা বিদ্যালয়ত শিক্ষা বিভাগৰ এজন পৰিদৰ্শক আহি ছাত্ৰ-ছাত্ৰীসকলে নোবাৰাত পিচৰ পৰা এজন শিক্ষকে লিখি দিছিল আন আন ছাত্ৰ-ছাত্ৰীয়ে দেখি লিখিলে কিন্তু গান্ধীয়ে নিজে নজনা বানানটো আনে লিখাই দিয়াটো চাই নিলিখিলে। এই ঘটনাত পৰীক্ষকজনৰ পৰা আশীৰ্বাদ পাইছিল। এয়া বৰ আপুৰুগীয়া সম্পদ জীৱনৰ বাবে। এই অমূল্য সম্পদৰ গুণত মহাত্মাই জীৱনৰ খোজে খোজে গৈ জাতিৰ পিতা নামে জনাজাত হ'ল। এই মহান দৃষ্টান্ত শিক্ষকে শিশু ছাত্ৰ-ছাত্ৰীৰ আগত দাঙি ধৰি শিশুৰ চৰিত্ৰ গঠনত এটি নতুন ৰূপ দিব পাৰে। লগতে মহা মহা পুৰুষৰ দুই এটা আদৰ্শ গল্পৰ সহায়েৰে কৈ শিশু চৰিত্ৰত ইন্ধন যোগাব পৰা গুণ শিক্ষকৰ নিশ্চয় থাকিব লাগে।

শিশুৰ চৰিত্ৰ গঠন কৰা শিক্ষাৰ এটি প্ৰধান লক্ষ্য। এই চৰিত্ৰ গঠন কৰাত বংশানুগত আৰু পাৰিপাৰ্শ্বিকতাই বিশেষভাৱে প্ৰভাৱ পেলায়। এই পাৰিপাৰ্শ্বিকতাৰ হেঁচা বেছি। তুলনা হিচাপে দেখা যায় যে জন্মৰ লগে লগে যদি কলিকতাৰ এজন শিশুক নগাপাহাৰত থোৱা যায় আৰু নগা পাহাৰত জন্ম লোৱা এজন শিশুক যদি কলিকতাত থোৱা যায় কালত দেখা যাব যে দুই জনৰে চৰিত্ৰ ওলট-পালট হৈ গৈছে। ই একো নহয় কেৱল পাৰিপাৰ্শ্বিকতাৰ হে প্ৰভাৱ। সাধাৰণতে পাৰিপাৰ্শ্বিক বুলিলে আমি পোনতে দেখা পাওঁ ঘৰৰ পৰিয়াল, ওচৰ চুবুৰীয়া আৰু সমাজ। এই সমাজৰ এটি আশা ভৰসাৰ স্থল হ'ল আমাৰ শিক্ষানুষ্ঠান বা স্কুলঘৰ। এই শিক্ষানুষ্ঠানত শিশুসকলৰ সুকুমাৰ ভাৱবৃত্তিবোৰেই শিশুৰ জীৱনত কৰ্মপ্ৰেৰণা দিয়ে। প্ৰেম, দয়া, সহানুভূতি, ধৰ্মৰ প্ৰতি অনুৰাগ, সত্যবাদিতা আদি সুপ্ত গুণবোৰৰ বিকাশ সাধন কৰি ভৱিষ্যৎ সুস্থ সবল চৰিত্ৰ গঢ়ি তোলা। এই গুণবোৰৰ লগত ভাৱ বৃত্তিবোৰৰ অঙ্গা অঙ্গি সম্পৰ্ক। সেই বাবে শিক্ষকে অতি সতৰ্কভাৱে শিক্ষাদানৰ কৌশল আৰু নিজৰ দক্ষতাৰ প্ৰতি লক্ষ্য ৰাখি-দয়া কি কাক বোলে এই কথা সঙ্গতি ৰাখি মূল বিষয়ৰ পৰা পিচলি নোযোৱা কৈ বগলীজনীৰ প্ৰতি সিদ্ধাৰ্থই যি দয়া কৰিছিল, তাক চুটি গল্পৰ জৰিয়তে বুজাই তীৰবিদ্ধ বগলীৰ গল্পটো কৈ সকলো জীৱকে সমানে দয়া কৰিব লাগে। এই মনোভাৱ যোগাই তুলিব পৰা দক্ষতা গুণ শিক্ষকৰ থাকিব লাগিব।

ইজনে সিজনক ভাল পোৱা বা আনৰ দুখত সহানুভূতি দেখুৱা যে মানুহৰ ধৰ্ম এই কথা ছাত্ৰ-ছাত্ৰীসকলক উপস্থাপন কৰি বুদ্ধদেৱৰ প্ৰেম, ভাতৃত্ববোধ আৰু সহানুভূতি আদি কথাখিনি ব্যাখ্যা কৰি শিশুমনত উক্ত ভাবৰ সৃষ্টি কৰিব পৰা গুণ শিক্ষকসকলৰ থাকিলেহে শিশুৰ নৈতিক চৰিত্ৰত সমল যোগাব পাৰিব। বয়স বাঢ়ি অহাৰ লগে লগে শিশুৰ অন্তৰত

ধৰ্মানুৰাগ, দেশানুৰাগ ভাব জগাই তুলি শিশুসকলক সুচৰিত্ৰ গঠনত সহায় কৰা শিক্ষকৰ এটি মহান দায়িত্ব বা কৰ্তব্য বুলি ধৰিব লাগিব।

প্ৰথম বাল্য অৱস্থাত শিশুৰ ইন্দ্ৰিয়ানুভূতি সতেজ হৈ থাকে। সেই কাৰণে এই বয়সত ইন্দ্ৰিয়ৰ সহায়ত নানা ধৰণৰ জানিব লগা বিষয়ৰ জৰিয়তে সুকুমাৰ চৰিত্ৰ গঠনত শিক্ষকৰ ভূমিকা অতি প্ৰয়োজন। এই বয়সত কথোপকথন, সাৰমৰ্ম থকা গল্প, উপদেশমূলক নীতি কথা ছাত্ৰ-ছাত্ৰীহঁতৰ আগত দাঙি ধৰি সৎ চৰিত্ৰ-গঠনত শিক্ষকে সহায়ক হিচাপে আগবাঢ়িব লাগিব। কিন্তু সেই ভুল ভুতৰ গল্প বা তেনে ধৰণৰ ভয় লগা গল্প কোৱা অনুচিত।

শিশুক ইচ্ছা শক্তিৰ দুৰ্বলতাৰ বাবে সিহঁতৰ গাত কিছুমান মইমতালিৰ ভাব দেখা যায়, যেনে উপদেশ দিলে দলিয়াই পেলায়, বুজালেও নুবুজে, হাক বা বাধা দিলেও নুশুনে। ইয়াৰ তত্ব শিশুৱে নিজৰ মনক দমন কৰিব নোৱাৰে। এনে ছাত্ৰ-ছাত্ৰী পালে শিক্ষকে তৎক্ষণাৎ তাৰ কামত বাধা নজন্মাই নানা ধৰণৰ বাস্তৱমুখী সাৰুৱা উপদেশ দাঙি ধৰি বুজাবৰ চেষ্টা কৰিব লাগিব। ইয়াত শাসন কৰিব নেলাগে। কাৰণ শাসনে বেয়া কামৰ পৰা বিৰত থাকিব পাৰে কিন্তু ভাল কামলৈ উৎসাহ নিদিয়ে। এই বিষয়ত শিক্ষক সতৰ্ক থাকিব লাগিব।

কোনো বিষয়ৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰি তাৰ জ্ঞান লাভালাভৰ বাবে যি প্ৰবৃত্তি জন্মে তাকে অনুৰাগ বোলে। পাঠত এই অনুৰাগ জন্মাবলৈ শিক্ষকৰ চাতুৰ্য গুণৰ সহায়ত আৱশ্যকবোধে নানা চিত্ৰ আদিৰ সহায়ত শিশু চৰিত্ৰত সহায়ৰ প্ৰতি কৃতি দাঙি ধৰিব পৰা গুণ শিক্ষকে যোজনা কৰিব লাগিব। শিক্ষা ক্ষেত্ৰত বা শ্ৰেণী পাঠ দানত শিক্ষকৰ বহু গুণৰ আৱশ্যক হলেও শিক্ষকৰ গাত সাধাৰণতে বাইশটি গুণৰ বিশেষ আৱশ্যক। যেনে-

*'বিষয় প্ৰণালী জ্ঞান শাসন ক্ষমতা।*
*স্বাস্থ্য উপস্থিত বুদ্ধি আৰু উদ্যোগীতা।।*
*সন্মান প্ৰবৃত্তি আগ্ৰহ, দয়া, প্ৰফুল্লতা।*
*গাম্ভীৰ্য্য, ধৈৰ্য্য আৰু কষ্ট সহিষ্ণুতা।।*
*সময় নিষ্ঠা নিয়োমিতা আৰু মিতব্যয়িতা।*
*শৃঙ্খলা, মনৰ বল আৰু চাফ চিকুণতা।।*
*সত্যবাদিতা, ধৰ্ম আৰু দেশ প্ৰেম ধৰি।*
*অভিভাৱক, সহকৰ্মীৰ লগত সহযোগ কৰি।।*
*কৰ্তৃপক্ষক সম্বন্ধ ধৰি বাইশটি গুণ।*
*নেথাকে যে কোনোটিৰে তিল মাত্ৰ ঘূণ।।*

ওপৰত উনুকিওৱা দক্ষতাসমূহৰ বাহিৰে শিশু চৰিত্ৰ গঠনৰ বাবে শিক্ষাগুৰুসকলৰ গাত যোগ্যতা, শিক্ষা কাৰ্যত নিজৰ চাতুৰ্য, হাস্যৰস চৰিত্ৰ, কথাকোৱাৰ ভঙ্গী, পাঠ ৰসাল কৰিব পৰা গুণ আদি থকা বাঞ্ছনীয়। ■■

# ছাত্র-ছাত্ৰীৰ নৈতিক চৰিত্ৰ গঠনত শিক্ষকৰ ভূমিকা (খ)

মহঃ নুৰুল ইছলাম

চৰিত্ৰ আৰু ব্যক্তিত্বৰ সুন্দৰতাই হৈছে জীৱনৰ সকলো কৃতকাৰ্যতাৰ মূল কাৰণ। সেইবাবে বিষয় বস্তুৰ পুথিগত জ্ঞান ছাত্ৰ-ছাত্ৰীৰ চৰিত্ৰ গঠনৰ প্ৰসঙ্গত প্ৰথম বিবেচ্য হোৱা উচিত। চৰিত্ৰৰ লক্ষণ সমূহ চিনাক্ত কৰি প্ৰয়োজনীয় অনুশীলনৰ কাৰ্যকৰী ব্যৱস্থা পাঠ্যক্ৰমত সন্নিবিষ্ট হোৱা উচিত।

ছাত্ৰ-ছাত্ৰীৰ চৰিত্ৰ গঠনত শিক্ষকৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। ছাত্ৰ-ছাত্ৰীক পাঠদান দিয়াই শিক্ষকৰ দায়িত্ব শেষ নহয়। ছাত্ৰ-ছাত্ৰীৰ সুস্থ, সবল চৰিত্ৰ আৰু ব্যক্তিত্ব গঠনৰ সকলো আনুসঙ্গিক শিক্ষকে বিবেচনা কৰি তুলি সমাজত এজন সৎ চৰিত্ৰবান, সু-নাগৰিক আৰু সমাজৰ যোগ্য ব্যক্তি হিচাপে প্ৰতিষ্ঠা কৰাটো হৈছে শিক্ষকৰ কৰ্তব্য। শিক্ষাৰ মূল উদ্দেশ্য হৈছে ছাত্ৰ-ছাত্ৰীৰ ব্যক্তিত্ব গঠন কৰি তোলা আৰু এই ব্যক্তিত্বই হৈছে শিক্ষকৰ ব্যক্তিত্বৰ সুস্থ আৰু সামগ্ৰীক প্ৰভাৱৰ পৰিণতি। যিহেতু শিক্ষকৰ ব্যক্তিত্বই আদৰ্শ ৰচনা আৰু পৰিচালনা কৰে সেই হেতুকেই শিক্ষকৰ ব্যক্তিত্বৰ প্ৰভাৱতেই ছাত্ৰৰ ব্যক্তিত্বৰ প্ৰভাৱ প্ৰস্ফুটিত কৰি তুলিব পাৰি।

বিদ্যালয়খনক ছাত্ৰ-ছাত্ৰীৰ নৈতিক চৰিত্ৰ গঠনৰ কেন্দ্ৰ বুলিও ক'ব পাৰি। নৈতিকতাৰ আদৰ্শ আৰু মূল্যবোধৰ ভাৱ ল'ৰা-ছোৱালীৰ মনত জগাই তুলিব নোৱাৰিলে ব্যক্তিৰ সুস্থ, সবল চৰিত্ৰ, সু-নাগৰিক আৰু সামাজিক যোগ্য ব্যক্তি হিচাপে প্ৰতিষ্ঠা কৰাৰ আশা কৰিব নোৱাৰি। বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ মনত বৰ্তমান সমাজৰ কেতবোৰ অসুস্থ আৰু অনৈতিক প্ৰভাৱ পৰিব পাৰে। এনেবোৰ কু-প্ৰভাৱৰ পৰা যাতে ছাত্ৰ-ছাত্ৰীক মুক্ত কৰি ৰাখিব পাৰি তাৰ প্ৰতি শিক্ষক তথা বিদ্যালয় কৰ্তৃপক্ষই বিশেষ চকু দিব লাগে। ছাত্ৰ-ছাত্ৰীৰ নৈতিক চৰিত্ৰ বিকাশৰ বিভিন্ন পৰ্যায়ৰ নিজ নিজ বৈশিষ্ট্য আৰু সমস্যা আদি থাকে। বিভিন্ন পৰ্যায়ৰ বৈশিষ্ট্য অনুযায়ীহে চৰিত্ৰৰ বিকাশ সাধিত হয়। এনে বিকাশৰ স্বৰূপ আৰু তাৰ সমস্যা

সমূহৰ বিষয়ে পৰিয়ালৰ কৰ্তৃপক্ষই ভাল দৰে জনা উচিত আৰু শিক্ষকৰ সহযোগিতাত আৱশ্যকীয় পৰামৰ্শ গ্ৰহণ কৰা উচিত।

শিক্ষাৰ লগত ধৰ্মৰ এক নিকট সম্বন্ধ প্ৰাচীন কালৰ পৰাই স্থাপন হৈ আহিছে। শিক্ষা বুৰঞ্জী অধ্যয়নত জানিব পাৰি যে, পুৰণি কালত ধৰ্মীয় অনুষ্ঠানবোৰেই নিৰক্ষৰ লোক সকলক শিক্ষাৰ নৈতিক দায়িত্ব বহন কৰি শিক্ষা গুৰুৰ ভূমিকা পালন কৰি আহিছিল। ধৰ্মগুৰুসকলে অশিক্ষিত জন সাধাৰণক ধৰ্ম শাস্ত্ৰৰ জ্ঞানৰ পোহৰেৰে শিক্ষিত কৰি তোলাটোৱেই ধৰ্মীয় গুৰুসকলৰ পৱিত্ৰ কৰ্তব্য বুলি বিবেচনা কৰিছিল আৰু এই ক্ষেত্ৰত মন্দিৰ, মছজিদ আৰু গীৰ্জা আদি ধৰ্মীয় অনুষ্ঠানবোৰেই শিক্ষাৰ কেন্দ্ৰ স্বৰূপ বিবেচনা কৰিছিল। প্ৰাচীন কালত ৰজা মহাৰজা সকলে ধৰ্মীয় শিক্ষাৰ লগতে দৈৱ জ্ঞান, অস্ত্ৰ বিদ্যা, ব্যক্তিত্ব আৰু নৈতিক চৰিত্ৰ গঠনৰ বাবে নিজ পুত্ৰ সকলক গুৰু গৃহ ৰাখিছিল। গুৰুসকলে শিষ্য সকলৰ সকলো দায়িত্ব গ্ৰহণ কৰি নিজ গৃহত ৰাখি ধৰ্মীয় শিক্ষাৰ লগতে ব্যক্তিত্ব আৰু নৈতিক চৰিত্ৰ গঠনৰ সকলো দিশত শিক্ষাদান কৰিছিল। দৈৱজ্ঞান প্ৰাপ্তিৰ পৰা আৰম্ভ কৰি অস্ত্ৰ বিদ্যাত পাৰদৰ্শিতা লাভ কৰাৰ পাছত শিষ্য সকলক নিজ গৃহত প্ৰত্যাৱৰ্তনৰ অনুমতি দিছিল। এই ক্ষেত্ৰত দেখা যায় যে প্ৰাচীন কালৰ পৰাই ছাত্ৰ-ছাত্ৰীৰ নৈতিক চৰিত্ৰ আৰু ব্যক্তিত্ব গঠনৰ সকলো দায়িত্বৰ ভূমিকা পালন কৰিছিল।

শিক্ষক হৈছে শিক্ষা কাৰ্যৰ পৰিচালক। শিক্ষাৰ লক্ষ্য নিৰ্দ্ধাৰণ, পাঠ্যক্ৰমৰ কাৰ্যকৰীকৰণ, ছাত্ৰ-ছাত্ৰীৰ শৈক্ষিক মূল্যায়ন আৰু অনুশাসন ৰক্ষা আদি শিক্ষাৰ সকলো দিশৰ কাৰ্যকৰী ৰূপদান দিয়াৰ মূল ব্যক্তিজন হৈছে শিক্ষক। শিক্ষকে শিক্ষাৰ সকলো বিষয় বস্তু জনাৰ উপৰিও শিক্ষা গ্ৰহণকাৰী ছাত্ৰ-ছাত্ৰী আৰু নিজেই নিজক ভালদৰে জনাটো প্ৰয়োজন। এই ক্ষেত্ৰত শিক্ষকৰ ব্যক্তিগত যোগ্যতা, জ্ঞান অভিজ্ঞতা আৰু শিক্ষাৰ সকলো দিশৰ প্ৰতি অন্তৰ্দৰ্শন ক্ষমতা থাকিব লাগিব। শিক্ষকৰ দায়িত্ব কেৱল স্কুলৰ চাৰি সীমাৰ ভিতৰত আৱদ্ধ নাথাকে বৰং সমাজ বা সম্প্ৰদায়ৰো এজন শিক্ষক তথা নেতা স্বৰূপে বিবেচনা কৰা হয়। শিক্ষাৰ প্ৰয়োজন যিমানেই বৃদ্ধি পাই আহিছে সিমানেই শিক্ষকৰ দায়িত্ব, কৰ্তব্য আৰু যোগ্য ব্যক্তিৰো প্ৰয়োজন হৈ পৰিছে। সময়ৰ পৰিৱৰ্তনৰ লগে লগে শিক্ষাৰ বিভিন্ন ধাৰণা সলনি আৰু পুনৰ মূল্যায়ন হোৱাৰ পৰিপ্ৰেক্ষিতত শিক্ষকতাৰ পুৰণি ধাৰণাৰ পৰিৱৰ্তন হৈ উঠিছে। বৰ্তমান শিক্ষাত শিক্ষকৰ ব্যক্তিত্ব আৰু চৰিত্ৰ গঠনত তেওঁৰ ভূমিকাৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হয়। শিক্ষকৰ শক্তিশালী ব্যক্তিত্বৰ ওপৰত ছাত্ৰ-ছাত্ৰীৰ ব্যক্তিত্ব আৰু চৰিত্ৰ গঠনত সহায়ক হিচাপে নিৰ্ভৰশীল বাবেই শিক্ষক এজন পথ পৰিদৰ্শক, নিৰ্দেশক আৰু এজন প্ৰকৃত বন্ধু হিচাপে বিবেচনা কৰা হয়। স্কুলৰ কাৰ্য-ক্ৰিয়াকলাপ, উন্নয়নমূলক আঁচনি সমাজৰ বিকাশৰ বাবেই প্ৰস্তুত কৰা হয়। সেয়ে শিক্ষক সকলক কেৱল স্কুলৰেই নহয় বৰং এখন সমাজৰ তথা সম্প্ৰদায়ৰো নেতা বা পৰিচালক হিচাপে গণ্য কৰা হয়। শিক্ষকৰ ব্যক্তিত্বই ছাত্ৰৰ ব্যক্তিত্বৰ প্ৰভাৱ পেলোৱাৰ বাবে ছাত্ৰৰ ব্যক্তিত্ব সংশোধন হয়।

যিহেতু ছাত্ৰ-ছাত্ৰীৰ ব্যক্তিত্ব বিকাশ সম্বন্ধীয় কাৰ্যৰ বিষয়ে শিক্ষকৰ মনত এক স্পষ্ট আৰু নিশ্চিত অভিপ্ৰায় থাকে, সেই হেতু শিক্ষকে এনে বিকাশৰ ক্ষেত্ৰত তেওঁৰ ব্যক্তিত্ব প্ৰভাৱৰ যোগে প্ৰত্যক্ষ ভাবে আৰু ভিন ভিন বিষয়ৰ শিক্ষাদানৰ যোগে পৰোক্ষ ভাবে প্ৰভাৱ পেলাব পাৰে। সমাজৰ ৰাজনৈতিক, আৰ্থিক আৰু সাংস্কৃতিক বিষয় আৰু এই সম্বন্ধীয় সমস্যা আৰু দায়িত্ব পালনৰ নেতৃত্ব শিক্ষকেই গ্ৰহণ কৰিব লগা হয় আৰু সেই বাবেই শিক্ষকৰ ব্যক্তিত্ব আৰু নিৰপেক্ষ নেতৃত্বৰ প্ৰভাৱ সমাজৰ প্ৰতিজন শিক্ষিত লোকেই নিজ জীৱনত অনুভৱ কৰে আৰু সেই বাবেই শিক্ষকসকলক বৰ্তমানেও সকলো লোকৰ দৃষ্টিত শিক্ষকসকল আদৰ্শ আৰু অনুপ্ৰেৰণাদায়ক আৰু অনুকৰণীয় ব্যক্তি।

ছাত্ৰ-ছাত্ৰীৰ চৰিত্ৰ গঠনৰ আন এটা উল্লেখযোগ্য দিশ হৈছে স্কাউট। শ্ৰেণী কোঠাৰ বাহিৰত কাৰ্যকৰী ক্ৰীড়াত্মক ব্যৱস্থাৰ যোগেদি স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ চৰিত্ৰ গঠন আৰু ব্যক্তিত্ব বিকাশৰ আঁচনি স্কাউট আৰু গাইড ব্যৱস্থাত পোৱা যায়। স্কাউটৰ মূল উদ্দেশ্য হৈছে ছাত্ৰ-ছাত্ৰীসকলক কাৰ্যকৰীভাৱে সমাজৰ প্ৰয়োজনীয় অভিজ্ঞতা প্ৰদান কৰি চৰিত্ৰবান, সমাজ সচেতন আৰু সমাজৰ সহায়কাৰী ব্যক্তি হিচাপে গঢ়ি তোলা। এনে শিক্ষাই ছাত্ৰ-ছাত্ৰীৰ দৈহিক, মানসিক আৰু নৈতিক শক্তিৰ বিকাশ সাধনত সহায় কৰে। স্কাউটৰ পোছাক পৰিচ্ছদ আৰু সা-সজুলি আদিয়েও তেওঁলোকক সতেজ, সাহসী আৰু উৎসাহী কৰি তোলে। স্কাউটৰ শিবিৰ জীৱন যাপনৰ যোগেদি দলগতভাৱে কাম কৰা, সহযোগিতাৰ মনোভাব গঢ়ি তোলা, অধিনায়কৰ নিৰ্দেশ পালন কৰা, নিয়ম-শৃঙ্খলা আৰু অনুশাসন মানি চলা আদি সামাজিক জীৱনৰ কেতবোৰ প্ৰয়োজনীয় শিক্ষা অভিজ্ঞতা লাভ কৰিব পাৰি। ছাত্ৰ-ছাত্ৰীৰ নৈতিক চৰিত্ৰ গঠনৰ প্ৰথম পদক্ষেপ হিচাপে প্ৰাথমিক স্তৰ পৰাই এনে ব্যৱস্থা আছে। কিশোৰ অৱস্থাৰ পৰাই শিশুসকলক এনে মনোভাব গঢ়ি তোলাৰ কাৰণে শ্ৰেণী কোঠাৰ বাহিৰত ছাত্ৰ-ছাত্ৰীসকলক সামূহীয়া চাফাই, প্ৰাৰ্থনা, কছৰৎ আৰু শৰীৰ চৰ্চা আদি ক্ৰিয়াকলাপ কৰিব দিব লাগে। এনে ক্ৰিয়াকলাপৰৰ যোগেদি কিশোৰৰ পৰাই ছাত্ৰ-ছাত্ৰীসকলৰ ব্যক্তিত্ব, নিষ্ঠা আৰু চৰিত্ৰ গঠনত গঢ় দিব পাৰি।

জন্মোত্তৰ কালত শিশুৰ তৎকালীন পৰিৱেশ হৈছে গৃহ। বিভিন্ন পৰিস্থিতিত সুখ দুখৰ মুখ্য ভূমিকা গ্ৰহণকাৰী ব্যক্তি হৈছে শিশুৰ মাক দেউতাক। গৃহ পৰিৱেশত মাক-দেউতাকৰ সংস্পৰ্শই শিশুক পোন প্ৰথম নৈতিক চেতনা আৰু আচৰণৰ অভিজ্ঞতা দান কৰে। মাক-দেউতাকৰ ক্ৰিয়া, আচৰণ, বিচাৰ, বিবেচনা আৰু গ্ৰহণীয় বিষয়সমূহেই শিশুৰ বাবে নৈতিকতাৰ মানদণ্ডৰ ৰূপ হিচাপে বিবেচিত হয়। সেয়ে, নৈতিক ক্ৰিয়া আচৰণ তেওঁলোকৰ বিচাৰ বিবেচনাৰ দিশত মাক-দেউতাকেই শিশুৰ বাবে হৈ উঠে আদৰ্শ আৰু অনুকৰণীয় ব্যক্তি।

ঘৰুৱা পৰিৱেশে শিশুক সৰুৰে পৰা মানসিক ক্ৰিয়া কৰে আৰু শিশু সকলেও ঘৰুৱা পৰিৱেশ সহজে গ্ৰহণ কৰে। সেয়ে চৰিত্ৰ গঠনৰ মূল কেন্দ্ৰ হিচাপে ঘৰুৱা

পৰিৱেশটোক বিবেচিত কৰা হৈছে আৰু ইয়াক বিকশিত কৰাৰ ভূমিকা শিক্ষকৰ লগতে মাক-দেউতাকক সমানে দায়বদ্ধ কৰা হৈছে। মাতৃসকলে ঘৰুৱা পৰিৱেশটোক এনে সুন্দৰভাৱে গঢ়ি তুলিব লাগে যাতে শিশুসকলে অতি সোনকালেই পৰিৱেশটোৰ প্ৰতি আকৃষ্ট হ'ব পাৰে।

শিশুসকলক দেশৰ সু-নাগৰিক, নৈতিক ব্যক্তিত্ব সম্পন্ন হিচাপে গঢ়ি তুলিব বিদ্যালয়ৰ পৰিবেশে আৰু শিক্ষক-শিক্ষয়িত্ৰীসকলে। বিদ্যালয়ৰ পৰিৱেশ আনন্দদায়ক কৰি তোলাটো প্ৰথম পদক্ষেপ হোৱা বাঞ্ছনীয় যাতে, শিশুৱে স্কুলত প্ৰৱেশ কৰাৰ লগে লগে সুখানুভূতিত আবেগ প্ৰৱল হৈ পৰে। বিদ্যালয়ৰ পৰিৱেশ এনে হ'ব নালাগে যাতে, শিশু মনৰ ছাত্ৰ-ছাত্ৰীসকলে বিদ্যালয়লৈ অহাত অনীহা প্ৰকাশ কৰিব নোৱাৰে। এই ক্ষেত্ৰত শিক্ষক শিক্ষয়িত্ৰীসকলেই মুখ্য ভূমিকা ল'ব লাগিব। শিশু মনৰ ছাত্ৰ-ছাত্ৰীসকলৰ বৌদ্ধিক, মানসিক দিশ বিকাশ হোৱাৰ বাবে স্থানীয় ৰাইজ, অভিভাৱক তথা প্ৰধান শিক্ষকে গুৰুতৰ ভূমিকা পালন কৰিব লাগিব।

শিক্ষক-শিক্ষয়িত্ৰীসকলৰ গুণবোৰৰ ভিতৰত প্ৰথমে প্ৰয়োজন হ'ব শিক্ষকৰ মৰমীয়াল চৰিত্ৰ। শিক্ষক সকল মৰমিয়াল হলেহে তেওঁলোকৰ উদ্দেশ্য সফল হ'ব। শিক্ষকজন ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰয়োজনত হ'ব লাগিব পিতৃ-মাতৃ, ভাই-ভনী আৰু বন্ধু-বান্ধৱী। ছাত্ৰ-ছাত্ৰীৰ মনত পৰোক্ষভাৱে আৰু মনোবৈজ্ঞানিক প্ৰভাৱ পেলাবৰ বাবে শিক্ষকৰ ব্যক্তিত্ব অসাধাৰণ গুণসম্পন্ন আৰু ক্ষমতাৰ প্ৰয়োজন যি সমাজৰ ৰাজনৈতিক নেতাৰ গাত পাব পৰা নাযায়। শিক্ষকজন বন্ধু ভাবাপন্ন, শ্ৰেষ্ঠতাৰ প্ৰতি অনুভূতিশীল, সংযত আৰু আত্ম নিয়ন্ত্ৰিত আচৰণৰ হোৱা উচিত। শিশুৰ মনত আচাৰ্য্য ভাৱৰ সৃষ্টি কৰিব পৰা ক্ষমতা নিজে স্থিৰ কৰা আদৰ্শৰ প্ৰতি বিশেষ আগ্ৰহ আৰু অনুভূতি থকাটো প্ৰয়োজন। শিক্ষকজনৰ ছাত্ৰৰ ওচৰত আত্ম-সন্মান বজাই ৰাখিব পৰা আৰু কমবয়সীয়া ছাত্ৰসকলক আকৰ্ষণ কৰিব পৰা জ্ঞান-অভিজ্ঞতাৰ চৰ্চা থকা প্ৰয়োজন। এনেবোৰ স্বকীয় বৈশিষ্ট্যই শিক্ষকৰ ব্যক্তিত্ব স্বাভাৱিকতেই ছাত্ৰ-সকলক আকৰ্ষিত কৰি তোলে আৰু সেয়ে, শিক্ষকজন হয় সমাজৰ চকুত আদৰণীয় আৰু ছাত্ৰসকলৰ বাবে তেওঁ হয় শ্ৰদ্ধা, ভক্তি সম্পন্ন আৰু অনুকৰণীয় ব্যক্তি। এনে গুণৰ অধিকাৰী একোজন সৎ চৰিত্ৰবান, সু-নাগৰিক আৰু আদৰ্শ ব্যক্তি হিচাপে প্ৰতিষ্ঠা কৰিব পাৰিব। শিক্ষাৰ উদ্দেশ্য যিয়েই নাথাকক কিয়, তাক কাৰ্যকৰী কৰি তুলিব পৰা যায় কেৱল পাঠ্যক্ৰমৰ ক্ৰিয়া আঁচনিৰ যোগেদিহে। শিক্ষকৰ শিক্ষাদান আৰু ছাত্ৰ-ছাত্ৰীৰ শিক্ষা গ্ৰহণৰ দিশত শিক্ষকেই পথ প্ৰদৰ্শকৰ ভূমিকা পালন কৰে। মানৱ সমাজৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ জ্ঞান-অভিজ্ঞতাৰ যোগসূত্ৰ স্থাপন কৰি ছাত্ৰ-ছাত্ৰীক প্ৰণালীবদ্ধভাৱে আৰু বিজ্ঞানসন্মতভাবে পাঠ্যক্ৰম প্ৰস্তুত কৰি ছাত্ৰ-ছাত্ৰীৰ ব্যক্তিত্ব আৰু নৈতিক চৰিত্ৰ গঠনৰ দিশ সমূহ বিকশিত কৰি ছাত্ৰ-ছাত্ৰীক সমাজত এজন সৎ চৰিত্ৰৰ ব্যক্তি হিচাপে প্ৰতিষ্ঠা কৰিব পাৰি। ■■

# প্ৰতিষ্ঠানৰ বাবে বিদ্যা- এটা বাস্তৱ প্ৰয়োজন

**বিদ্যুৎ তামুলী**
ৰত্নপীঠ কলেজ

*'ন হি জ্ঞানেন সদৃশং পৱিত্ৰমিহ বিদ্যতে।*
*তৎ স্বয়ং যোগসংসিদ্ধ কালেনাত্মনি বিন্দতি।।'*

'এই লোকত জ্ঞানৰ নিচিনা পৱিত্ৰাকাৰী আন একোৱেই নাই। কৰ্মযোগত সিদ্ধপুৰুষে সেই জ্ঞান কালক্ৰমে আপুনিয়েই অন্তৰত উপলব্ধি কৰে।

সঁচাকৈয়ে জ্ঞানৰ সাধনাত সিদ্ধি লাভেৰে জ্ঞান জ্যোতিক স্বয়ং অন্তৰত উপলব্ধি কৰিবলৈ কৰ্মযোগতকৈ প্ৰভাৱকাৰী আৰু পৱিত্ৰ উপায় আন একোৱেই হ'ব নোৱাৰে। আৰু জ্ঞানৰ সাধনাত এই কৰ্মযোগৰ বীজমন্ত্ৰ হ'ল শিক্ষা। শিক্ষা মানৱ সম্পদৰ এনে এক অন্তৰ্নিহিত শক্তি, যি শক্তিৰ অবিহনে সামগ্ৰিক ভাবে এখন সমাজৰ আৰ্থ সামাজিক উন্নয়নৰ কথা ভবাটোও অমূলক। অৱশ্যে এই কথাও অনস্বীকাৰ্য যে সেই শিক্ষা সময় সাপেক্ষে মানৱীয় সত্বাৰ অগ্ৰগতিৰ সতে তাল মিলাই আগবাঢ়িব পৰা হ'ব লাগিব। ওপৰত উল্লেখ কৰা গীতাৰ শ্লোক ফাকিৰ ভাষাৰে জ্ঞান সাধনাৰ সিদ্ধি কৰ্মযোগেৰে পৰিপুষ্ট আৰু প্ৰতিষ্ঠিত হ'ব লাগিব।

বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ ধামখুমীয়াত পৰি আমাৰ সমাজখনৰ আৰ্থ-সামাজিক পৰিৱেশৰ যি তীব্ৰবেগী পৰিৱৰ্তন হৈছে তালৈ চাই আমাৰ শিক্ষা ব্যৱস্থাৰো আমূল পৰিৱৰ্তনৰ প্ৰয়োজন হৈছে। কাৰণ শিক্ষাৰ প্ৰয়োজনেই জীৱনক প্ৰতিষ্ঠা কৰি সমাজ আৰু দেশৰ উন্নতি সুনিশ্চিত কৰা নহয় জানো?

পিছে দুৰ্ভাগ্যবশতঃ আমাৰ শিক্ষা ব্যৱস্থা আজিও এনে এক আওপুৰণি পৰিসৰৰ মাজতে আবদ্ধ হৈ আছে, সিয়ে সময়ৰ সকীয়নিক এতিয়াও অনুভৱ কৰিব পৰা নাই। সম্পূৰ্ণ শৈক্ষিক ব্যৱস্থা এটা পৰম্পৰাত আবদ্ধ। সেই একেই শ্ৰেণীকোঠা সৰ্বস্ব,

পাঠ্যপুথিকত, নিৰ্দিষ্ট আওপুৰণি সূত্ৰভিত্তিক, নিয়মমাফিক শিক্ষা। জীৱনৰ মূল্যায়ণত এই নিৰ্দিষ্ট সূত্ৰত আবদ্ধ শিক্ষাৰ প্ৰয়োজনীয়তাক নুই কৰিব নোৱাৰি। তথাপি কেৱল শিক্ষাৰ বাবে শিক্ষাক জীয়াই ৰখাৰ বাহিৰে প্ৰাপ্তি আৰু প্ৰতিষ্ঠাৰ বাস্তৱসন্মত পূৰ্ণতা অনাৰ বাবে আজিৰ শিক্ষা ব্যৱস্থাই কি কৰিব পাৰিছে সন্দেহৰ বিষয়। অৱশ্যে এই পূৰ্ণতা আনিব বাস্তৱসন্মত বৃত্তিমুখী শিক্ষাই। সমূহ শিক্ষানুষ্ঠানতে পৰম্পৰাগত বিষয়বোৰৰ তুলনাত প্ৰতিষ্ঠা লাভৰ বাবে প্ৰয়োজনীয় বৃত্তিমুখী বিষয়ৰ উপস্থিতি তেনেই নগণ্য। একবিংশ শতিকাৰ আহ্বানত আমাৰ দৈনন্দিন প্ৰয়োজন, জীৱন ধাৰণৰ মানদণ্ড যি তীব্ৰবেগেৰ প্ৰতিযোগিতামুখী হৈছে, তাৰমতে আমাৰ শিক্ষা ব্যৱস্থাই মুঠেও খোজ মিলাব পৰা নাই। একেই তাহানিৰ দিনৰ পৰম্পৰাগত শ্ৰেণীকোঠা সৰ্বস্ব শিক্ষা। তুলনামূলকভাৱে অসমৰ আটাইবোৰ উচ্চ শিক্ষানুষ্ঠানৰে অৱস্থা একেই। এয়া কিয় হৈছে? জীৱন ধাৰণৰ সকলো ক্ষেত্ৰতে সময়ৰ দাবীক মানি লৈ আগবঢ়াৰ পিছত, শিক্ষাৰ ক্ষেত্ৰত সময়ৰ দাবী মানি লোৱাত ইমান অনীহা কিয়? বিশেষকৈ উচ্চতৰ শিক্ষাৰ ব্যৱস্থাপনাত যদি সময়ৰ দাবীক মানি লৈ বৃত্তিমুখী শিক্ষাৰ প্ৰয়োজনীয়তাক এতিয়াও অনুভৱ কৰা নহয়, তেনেহ'লে আজি সঁচাকৈয়ে নিবনুৱা সমস্যাই ভয়াবহ কৰি তোলা বাস্তৱক চকু মুদি অস্বীকাৰ কৰা হ'ব।

এতিয়া প্ৰশ্ন হ'ল কি কৰিলে শিক্ষা ব্যৱস্থা প্ৰকৃতপক্ষে বাস্তৱ জীৱনৰ প্ৰতিষ্ঠাৰ বাবে প্ৰয়োজনীয় শিক্ষা হ'ব। তাৰ বাবে প্ৰথম চৰ্ত হ'ল— পৰম্পৰাগত মানসিকতাৰ শৈক্ষিক অৰ্হতাৰ সতে বৃত্তিমুখী শৈক্ষিক অৰ্হতাৰ সামান্যকৰণ। সাৰ্বজনীন শিক্ষা ব্যৱস্থা বৃত্তিমুখী শিক্ষণ আৰু প্ৰশিক্ষণ প্ৰধান হ'ব লাগিব, যাতে প্ৰত্যেকজন অৰ্হতাসম্পন্ন প্ৰধান হ'ব লাগিব, যাতে প্ৰত্যেকজন অৰ্হতাসম্পন্ন পাৰদৰ্শীয়ে নিজা নিজা অন্তৰ্নিহিত পাৰদৰ্শিতা প্ৰযোজ্য কৰি নিজৰ, সমাজৰ, দেশৰ উন্নতি আৱশ্যম্ভাৱী কৰি তুলিব পাৰে।

আমাৰ দেশৰ শিক্ষানুষ্ঠানবোৰত উচ্চ শিক্ষাৰ প্ৰাথমিক স্তৰ হিচাপে স্নাতক পৰ্যায়ৰ শিক্ষাকেই প্ৰাধান্য দিয়া হয়। সেয়েহে এই স্নাতক পৰ্যায়ৰ পাঠ্যক্ৰমত প্ৰয়োজন সাপেক্ষে বৃত্তিমুখী শিক্ষাৰ বিষয়সমূহৰ অন্তভুক্তি বাঞ্চনীয়। যাতে প্ৰত্যেক শিক্ষাৰ্থীয়ে নিজা নিজা আগ্ৰহ, পছন্দ বা পাৰদৰ্শিতা অনুযায়ী একোটা বিশেষ দিশ অনুধাৱন কৰি কেৱল নিজৰেই নহয়, স্থানীয়, জাতীয় বা ৰাষ্ট্ৰীয় ক্ষেত্ৰতো প্ৰয়োজনীয় সংকট মোচনৰ ক্ষেত্ৰত সহায়ক হ'ব পাৰে। এইদৰে শিক্ষাৰ্থীসকলে নিজৰ অস্তিত্ব ৰক্ষা কৰি নিজক প্ৰতিষ্ঠা কৰাৰ উপৰিও সমাজকো প্ৰতিষ্ঠা দিব পাৰিব।

আৰ্থ সামাজিক দিশতেই হওঁক বা শিক্ষাৰ ক্ষেত্ৰতেই হওঁক, বৰ্তমানৰ যুগ হৈছে গোলকীকৰণৰ যুগ, প্ৰতিযোগিতাৰ যুগ। সেয়ে শিক্ষাৰ ব্যৱহাৰিক দিশৰ প্ৰতি লক্ষ্য ৰাখি শিক্ষাৰ উৰ্ধতম কৰ্তৃপক্ষ বিশ্ববিদ্যালয় অনুদান আয়োগেও ইতিমধ্যে বৃত্তিগত শিক্ষাৰ ওপৰত জোৰ দিয়েই উচ্চ শিক্ষাৰ স্তৰত উপযুক্ত বৃত্তিমুখী শৈক্ষিক পৰিকল্পনাৰ সৃষ্টি কৰিছে। স্নাতক পৰ্যায়ৰ শিক্ষাৰ্থীসকলক সাজু কৰিবৰ বাবে আনকি সাৰ্বজনীনভাৱে প্ৰাক-স্নাতক

বা তাৰো আগৰ প্ৰৱেশিকা পৰ্যায়ৰ পৰাই শিক্ষাৰ্থীসকলক বৃত্তিমুখী শিক্ষাৰ সতে চিনাকি কৰি দিয়াৰ চেষ্টা চলোৱা হৈছে। তাৰ বাবে শিক্ষানুষ্ঠানবোৰত কম্পিউটাৰ শিক্ষা, বিভিন্ন বৃত্তিমুখী শিক্ষাৰ Certificate Course, Diploma Course, Advance Diploma Course আদিৰ প্ৰৱৰ্তনও কৰা হৈছে। যাতে শিক্ষাৰ্থী আৰু প্ৰশিক্ষাৰ্থীসকলে নিজা নিজা অন্তনিৰ্হিত প্ৰতিভা অনুযায়ী পাৰদৰ্শিতাক অনুধাৱন কৰিবলৈ সুবিধা পায় আৰু নিজৰ ভৱিষ্যত জীৱনক প্ৰতিষ্ঠা কৰিবলৈ সেইখন ক্ষেত্ৰত নিজকে এজন সক্ষম দাবীদাৰ কৰি গঢ়ি তুলিব পাৰে। পৰৱৰ্তী পদক্ষেপ হিচাপে আয়োগে এই Course সমূহৰ পৰিসৰ বৃদ্ধি কৰি এইবোৰক কলা/বাণিজ্য/বিজ্ঞানৰ স্নাতক বা স্নাতকোত্তৰ সমপৰ্যায়ৰ কৰাৰ চেষ্টা চলাইছে। যদিও সামগ্ৰিকভাবে আমাৰ দেশত এই চেষ্টা এতিয়াও চেষ্টাৰ পৰ্যায়তে আছে। অৱশ্যে কেইখনমান অনুষ্ঠান (বিশেষকৈ ব্যক্তিগত খণ্ডৰ) এই ক্ষেত্ৰত ব্যতিক্ৰম। যথেষ্ট প্ৰত্যাহ্বানেৰে এইকেইখন অনুষ্ঠানে কিছু সফলতাৰ মুখ দেখিছে যদিও বৃত্তিমুখী শিক্ষা প্ৰৱৰ্তনৰ এই সফলতাই আমাৰ দেশৰ ৰাইজৰ সাৰ্বজনীনতা অথবা আমাৰ সমাজৰ সামাজিক মনস্তত্বক চুব পৰা নাই। শিক্ষা কৰ্তৃপক্ষৰ এই প্ৰচেষ্টাক যোল অনাই সম্পূৰ্ণ কৰিবলৈ শিক্ষানুষ্ঠান সমূহে, বিশেষকৈ মহাবিদ্যালয় স্তৰৰ শিক্ষাৰ্থী-প্ৰশিক্ষাৰ্থী সকলক অত্যাধুনিক সা-সুবিধাৰে পূৰ্ণ এখন বহল ক্ষেত্ৰৰ যোগান ধৰাটো প্ৰাথমিক আৰু অপৰিহাৰ্য চৰ্ত হ'ব। প্ৰত্যেক শিক্ষাৰ্থীয়ে নিজ নিজ আগ্ৰহ পছন্দ অনুযায়ী, উপযুক্ত পাৰদৰ্শিতা অনুযায়ী ভিন ভিন বৃত্তিমুখী বিষয় বাচনি কৰাৰ সুবিধা পাব লাগিব। আৰু সেই বিষয় সমূহত ব্যৱহাৰিক জ্ঞানেৰে পৰিপূৰ্ণ হৈ সুদক্ষ হ'বৰ বাবে শিক্ষাৰ্থীসকলে অত্যাধুনিক সা-সুবিধা যুক্ত ব্যৱহাৰিক ক্ষেত্ৰখন সহজে পাব পৰা হ'ব লাগিব। অৱশ্যে আমাৰ দেশৰ সামগ্ৰিক আৰ্থ সামাজিক পৰিৱেশ পাৰিপাৰ্শ্বিকতালৈ চাই এই ক্ৰিয়া এক প্ৰকাৰৰ নৱজাগৰণৰ সৃষ্টি কৰি আলোড়নৰ লেখীয়াই হ'ব। সুখৰ বিষয়, এই ধৰণৰ আলোড়নে ইতিমধ্যে আমাৰ সমাজত ভূমুকি মাৰিছে।

তথাপিও বিভিন্ন কাৰণত অসমৰ শিক্ষানুষ্ঠানবোৰত এই আলোড়নে সম্পূৰ্ণ ধনাত্মক ফল প্ৰদান কৰিব পৰা নাই। হয়তো প্ৰকৃত জন সচেতনতাৰ অভাৱ, পৰম্পৰাগত শিক্ষাৰ প্ৰতি অন্ধ অনুসৰণ, শিক্ষা সম্বন্ধে আওপুৰণি মানসিকতা, আৰ্থ-সামাজিক পৰিৱেশ, বৃত্তিমুখী বিষয়সমূহৰ যথাৰ্থতা সম্বন্ধে উপযুক্ত প্ৰচাৰৰ অভাৱ, বিষয়সমূহত উপযুক্ত শিক্ষক-প্ৰশিক্ষক, লগতে ব্যৱহাৰিক জ্ঞানৰ বাবে অত্যাধুনিক সা-সুবিধাৰ অভাৱ আদিয়েই প্ৰধান কাৰণ। ইমানবোৰ অভাৱৰ মাজত শিক্ষাৰ্থীসকলে জ্ঞানযোগৰ সাধনাত কেনেকৈ কৰ্মযোগী হৈ তিষ্ঠিব পাৰিব? ■■

আৰু সেই কাম-কাজ বিলাক কেনে ধৰণে অগ্ৰগতি লাভ কৰি আছে সেইবোৰ কথা সময়ে সময়ে ৰাইজৰ আগত দাঙি ধৰিবৰ কাৰণে এখন প্ৰচাৰ পত্ৰিকাৰ প্ৰয়োজন। ৰাইজে আগবঢ়োৱা দান-বৰঙণি আৰু নানা ভাৱে ৰাইজে দেখুওৱা উৎসাহ-উদ্দীপনাৰো বহুল প্ৰচাৰৰ প্ৰয়োজন। তাৰ দ্বাৰা সংগঠনৰ ক্ষেত্ৰত কাম কৰা কৰ্মীসকলে উৎসাহ লাভ কৰিব আৰু ৰাইজেও কলেজৰ সম্পৰ্কে সকলো কথা জানিব পাৰিব। এই উদ্দেশ্যে কলেজৰ পক্ষৰ পৰা প্ৰকাশ কৰা চাপৰ বহলপুৰ কলেজ বুলেটিন প্ৰকাশ কৰা ব্যৱস্থাক অনুমোদন জনায়। আৰু সময়ে সময়ে এই বুলেটিন প্ৰকাশ কৰি কলেজ সম্পৰ্কীয় সকলো কথা ৰাইজৰ আগত দাঙি ধৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে।

**কলেজৰ প্ৰতীক আৰু পতাকা ঃ**

সভাত কলেজৰ পতাকা আৰু প্ৰতীক সম্বন্ধে আলোচনা কৰা হয়। আলোচনাৰ অন্তত অধ্যক্ষই দাঙি ধৰা তলত দিয়া প্ৰতীক আৰু পতাকা সম্পৰ্কীয় প্ৰস্তাৱ গৃহীত হয়।

**পতাকা ঃ**

পতাকাখন আকাশী নীলা ৰঙৰ ৰেচমী কাপোৰৰ হ'ব। পুতলে যিমান, দীঘলে তাৰ ডেৰগুণ হ'ব লাগিব। কলেজৰ সন্মুখত উৰুওৱা পতাকাখন বহলে ৬৬ ছেণ্টিমিটাৰ আৰু দীঘল ১ মিটাৰ হ'ব লাগিব। পতাকাৰ সোঁমাজত বগা ৰঙেৰে কলেজৰ প্ৰতীকটো থাকিব।

**প্ৰতীক ঃ**

বগা বৃত্তৰে আবৃত আকাশী নীলা ৰঙৰ ক্ষেত্ৰত এটি বগা বিদ্যুতৰ চিক মিকনিয়েই কলেজৰ প্ৰতীক।

**নীতিবাক্য (Motto) ঃ**

'বিদ্যাই প্ৰতিষ্ঠা'— কলেজৰ শিক্ষা সমাপ্ত কৰাৰ পিছত জীৱনত প্ৰতিষ্ঠা লাভ কৰিবলৈ যি শক্তি আৰু যোগ্যতাৰ প্ৰয়োজন, কলেজৰ শিক্ষা ব্যৱস্থাত তাৰ বাবে বুদ্ধিমত্তা, মানসিকতা, শাৰীৰিক সামৰ্থ আৰু ব্যৱহাৰিক কৌশল সৰ্বোপৰি তাৰ বাবে সংকল্প আৰু মনোবল দান কৰাই হ'ব এই কলেজৰ শিক্ষান্ত দীক্ষা।

**বিত্ত পৰিচালনা**

সভাত বিত্ত পৰিচালনা বিধি সম্পৰ্কে আলোচনা কৰা হয়। কলেজৰ নামত সংগৃহীত ধন-বিত কেৱল বেংকৰ জৰিয়তে লেনদেন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হয়। সংগৃহীত সকলো অৰ্থ প্ৰথমেই বেংকত জমা হ'ব লাগিব। বেংকত জমা নকৰাকৈ কোনো ধন খৰচ কৰিব নোৱাৰিব। খৰচ কৰিব লাগিলে বেংকৰ পৰা উঠাইহে খৰচ কৰিব লাগিব।

**পুঁজি সংগ্ৰহ ব্যৱস্থা ঃ**

প্ৰধান সম্পাদকৰ বাহিৰেও তিনিজন সম্পাদকক পৃথক পৃথককৈ পুঁজি সংগ্ৰহ সমিতিৰ আহ্বায়ক কৰি তিনিটা কমিটী গঠন কৰি অঞ্চলটো তিনিটা ভাগ কৰি পৃথক দায়িত্ব দিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে।

**প্ৰতিষ্ঠাতা পৃষ্ঠপোষক আৰু দাতা ঃ**

পাঁচশ টকা বা তদুৰ্ধ, এহাজাৰ টকা বা তদুৰ্ধ দাতাসকলক যথাক্ৰমে প্ৰতিষ্ঠাতা দাতা আৰু প্ৰতিষ্ঠাতা পৃষ্ঠপোষক বুলি স্বীকৃতি দিয়া আৰু কলেজ প্ৰৱেশদ্বাৰত তেনে দাতাসকলৰ নাম আৰু দানৰ পৰিমাণ শিলৰ ফলিত লিখি ৰখা সিদ্ধান্ত গৃহীত হয়।

কাৰ্যকৰী কমিটীলৈ সদস্য মনোনয়ন

তলত দিয়া সদস্যসকলক কাৰ্যকৰী কমিটীৰ সদস্য বুলি মনোনীত কৰা হয়।

১। অঞ্চল অন্তৰ্ভুক্ত মহকুমা পৰিষদৰ সদস্য।

২। অঞ্চল অন্তৰ্ভুক্ত গাঁওসভাৰ সভাপতি

৩। শ্ৰীমানিক বিসমিখ

৪। শ্ৰীময়জুদ্দিন শেখ

৫। শ্ৰীআহমদ হুছেইন এম পি

**কাজিপাৰা চন্দিনা হাট**

কলেজ স্থাপনৰ প্ৰস্তাৱ হোৱাৰ লগে লগে কাজিপাৰা চন্দিনা হাটৰ ৰাজহ সংগ্ৰহৰ ব্যৱস্থা দ্বাৰা প্ৰথমেই কলেজৰ পুঁজি সংগ্ৰহ কৰা হৈছিল। এইবেলি হাটখন কলেজৰ নামত বন্দৱস্তি লৈ কলেজৰ পুঁজি সংগ্ৰহৰ ব্যৱস্থা কৰিবলৈ তলত দিয়া সদস্যসকলক লৈ এখন সমিতি গঠন কৰা হয়।

**সদস্যসকল ঃ**

১। শ্ৰীভদ্ৰেশ্বৰ দাস, ২। শ্ৰীডালিম কুমাৰ মেধি, ৩। শ্ৰীপ্ৰফুল্ল দাস, ৪। শ্ৰীআব্দুল গফুৰ ৫। শ্ৰীফণীন্দ্ৰ মুছাহাৰী, ৬। শ্ৰীনীলকণ্ঠ অধিকাৰী

**চাপৰ বহলপুৰ কলেজৰ সাধাৰণ সভা**

যোৱা ২০ মে' ৰবিবাৰে দিনা চাপৰ বহলপুৰ কলেজৰ স্থায়ী সভাপতি শ্ৰীবিশ্বনাথ বৰৈৰ সভাপতিত্বত কলেজ প্ৰাঙ্গণ বহলপুৰ নাথপাৰাত চাপৰ বহলপুৰ কলেজৰ সাধাৰণ সভা বহে। সভাত কলেজৰ বিভিন্ন কাম-কাজ সম্বন্ধে বিশদ আলোচনা কৰা হয়।

কলেজখনৰ পূৰ্ণাংগ বিকাশৰ কাৰণে মাটি লাগিব ১৫০ বিঘা। কলেজগৃহ, অধ্যাপকসকলৰ বাসগৃহ, ছাত্ৰাবাস, খেলপথাৰ, ষ্টেডিয়াম আদিতো থাকিবই। তদুপৰি পুখুৰী, বাগিচা, ফুলনি বাট-ঘাট আৰু গছ-গছনিৰে শুৱনিকৈ সজাবলৈ যথেষ্ট মাটি লাগিব। চৰকাৰৰ অনুদান পোৱাৰ আগপৰ্যন্ত অতিকমেও ১০ লাখ মান টকা নিৰ্মাণ আৰু অন্যান্য ব্যয়ৰ কাৰণে লাগিব।

দাতাসকলৰ পৰা গৃহদান কক্ষদান প্ৰতিষ্ঠাতা পৃষ্ঠপোষক আৰু দাতা হিচাপে দিয়া দান বা কলেজৰ বিশেষ বিশেষ অঙ্গ পৰিবৰ্ধনৰ কাৰণে ল'ব পৰা বিশেষ বিশেষ দান সম্পৰ্কে আলোচনা কৰা হয়। এনে এখন কলেজ পাতিবৰ কাৰণে ঐক্যবদ্ধ চেষ্টা, দৃঢ় সংকল্প আৰু নিষ্ঠাবান কৰ্মী এদলৰ প্ৰয়োজনীয়তাৰ কথাও আলোচনা কৰা হয়। নিষ্ঠা ঐক্য আৰু ঐকান্তিকতা এই তিনিটা কথাৰ ওপৰত কলেজৰ অগ্ৰগতি নিৰ্ভৰ কৰিছে। ৰাইজৰ মনত বিশ্বাস আৰু প্ৰত্যয় জন্মিলে টকাৰ অভাৱ নহ'ব। কাৰ্যনিৰ্বাহক সমিতিত এই সম্পৰ্কে গ্ৰহণ কৰা প্ৰস্তাৱবোৰৰ অনুমোদন কৰা হয়।

এইবোৰ কথাৰ আলোচনাৰ অন্তত কাৰ্যনিৰ্বাহক কমিটীয়ে ৰজ্জু মে' তাৰিখে গ্ৰহণ কৰা চাপৰ বহলপুৰ কলেজৰ নাম পৰিবৰ্তন কৰি 'ৰত্নপীঠ' কলেজ নামকৰণ প্ৰস্তাৱটো উত্থাপিত আৰু আলোচনা অন্তে সৰ্বসন্মতিক্ৰমে গৃহীত হয়। সভাত পতাকা, প্ৰতীক আৰু নীতিবাক্য (Motto) সম্পৰ্কে কাৰ্যনিৰ্বাহক সমিতিয়ে গ্ৰহণ কৰা প্ৰস্তাৱটি সৰ্বসন্মতিক্ৰমে গৃহীত হয়।

**পুঁজি সংগ্ৰহ ঃ**

কলেজৰ বাবে পুঁজি সংগ্ৰহৰ সুবিধাৰ বাবে তলত দিয়া অৰ্থ সংগ্ৰহৰ উপ সমিতিবোৰ গঠন কৰিবলৈ কাৰ্যনিৰ্বাহক কমিটীক ভাৰ দিয়া হয়।

১। পৃষ্ঠপোষক আৰু দাতাসকলৰ পৰা পুঁজি সংগ্ৰহ।

২। মাহিলী বৰঙণি আদায় সমিতি

**চিনেমাৰ টিকটৰ প্ৰতি ১০ পইচাৰ বৰঙণি ঃ**

আগেয়ে প্ৰচলিত হোৱা আৰু পিছত স্থগিত ৰখা চাপৰ ফ্ৰেণ্ডছ, চিনেমাত টিকতে প্ৰতি যি ১০ পইচা বৰঙণি আদায় কৰা হৈছিল সেই বৰঙণি আদায় পুনঃ প্ৰৱৰ্তন কৰিবলৈ চিনেমা হলৰ মালিক পক্ষক বিশেষ অনুৰোধ জনায়। এই বিষয়ত মালিক পক্ষই যাতে পূৰ্ণ সহযোগ কৰে তাৰ বাবে ৰাইজক বিশেষকৈ দৰ্শকসকলক নম্ৰভাৱে অনুৰোধ কৰা হয়। কাজিপাৰা চান্দিনা হাট বজাৰ সম্পৰ্কে লোৱা প্ৰস্তাৱটো সাধাৰণ সভাই অনুমোদন জনায় আৰু সমূহ ৰাইজক অনুৰোধ কৰে যেন সকলোৱে এই বিষয়ত সহযোগ আগবঢ়ায়।

**ধন্যবাদ ঃ**

সাধাৰণ সভাই পৃষ্ঠপোষক, দাতা, প্ৰতিষ্ঠাতা দাতাসকলক তেওঁলোকৰ মুক্তহস্তে দিয়া দানৰ বাবে কলেজ কৰ্তৃপক্ষৰ পৰা ধন্যবাদ আগবঢ়োৱা হয়।

**কেইজনমান উদ্যোগী ব্যক্তিৰ কথা ঃ**

কলেজৰ উদোক্তাসকল কলেজৰ বাবে পুঁজি সংগ্ৰহ কাৰ্যত বৰ ব্যস্তত। সময় তাকৰ। সংগ্ৰহ কৰিব লগা টকাৰ পৰিমাণ বহুত বেছি। টকাখিনি ঠিক সময়ত সংগ্ৰহ কৰিব নোৱাৰিলে, এইবেলিও কলেজ স্থাপন কৰিবলৈ বিশ্ববিদ্যালয়ৰ পৰা অনুমতি পোৱা সম্ভৱ

নহ'ব। এই কাৰণে উদ্যোক্তাসকল উদ্বিগ্ন আৰু ধন সংগ্ৰহ অভিযানত ব্যস্ত।

এই অভিযানৰ প্ৰথম পৰ্যায়ত পাঁচশতকৈ বেছি যিসকলে দিবলৈ সক্ষম তেনে দাতাসকলৰ ওচৰলৈহে যোৱা হৈছে। শ্ৰীসোমবাৰু নাথ ষ্টেট ট্ৰান্সপৰ্ট ষ্টেচনৰ এজন পোৰ্টাৰ। স্বাভাৱিকতে উদ্যোক্তাসকল তেওঁৰ ওচৰলৈ যোৱা নাই। তেওঁৰ কিন্তু কলেজলৈ দান দিবলৈ বৰ আগ্ৰহ। দুখীয়া হ'লেও কলেজ এখনৰ কাৰণে তেওঁ দান দিবই। নিজে লিখা-পঢ়া শিকিবলৈ সুবিধা নাপালেও শ্ৰী সোমবাৰু নাথৰ বিদ্যাৰম্ভ মনটোৱে কলেজ প্ৰতিষ্ঠাত সহযোগ কৰি তেওঁৰ দৰে সুবিধা নোপোৱাসকলক সুবিধা দিবলৈ অধীৰ হৈ উঠিল। দুই এজনক তেওঁ দিব খোজা দানৰ কথা ক'লেও। কিন্তু কোনেও কান নিদিয়ে। সোমবাৰু ক'ৰ পৰা পাঁচশ টকা দিব?

এদিন ৰাতিপুৱা উদ্যোক্তাসকল এঠাইত বহি আলোচনা কৰি আছে। বিষয় বস্তু ধন সংগ্ৰহ। এনেতে সোমবাৰু ওলাল তাত। তেওঁ ক'লে, তেওঁৰ দান ল'বই লাগিব। দুখীয়া বুলি উপেক্ষা কৰিব নোৱাৰিব। উদ্যোক্তাসকলে কৃতজ্ঞতাৰে সোমবাৰুৰ দান গ্ৰহণ কৰিলে।

পূৰ্ণনন্দ ৰায় এগৰাকী উদ্যোগী সমাজ সেৱক কৰ্মী। উদ্যোক্তাসকলে ঠিক কৰিলে তেওঁৰ পৰা এহাজাৰ টকাৰ দান ল'ব। তেওঁ ঘৰলৈ গ'ল। আলোচনা হ'ল। পূৰ্ব সিদ্ধান্ত মতে এহাজাৰ টকাৰ ৰছিত এখন দিয়া হ'ল। ৰছিদ দিয়াৰ পিছত তেওঁ ক'লে, মই যে দুহাজাৰ টকা দিব খুজিছো। উদ্যোক্তাসকলে অলপ লাজ পালে। দুহাজাৰ টকাৰ দান গ্ৰহণ কৰা হ'ল।

সেইদৰে শ্ৰীপ্ৰসন্ন কুমাৰ দাসৰ ওচৰলৈ যোৱা হৈছিল। আলোচনান্তে ৰছিদ দিয়া হ'ল পাঁচশ টকাৰ। কিন্তু শ্ৰীদাসে ক'লে যে তেওঁ দিব খুজিছে এহাজাৰ টকা। গতিকে ৰচিদখন কাটি নতুনকৈ এহাজাৰ টকাৰ ৰছিদ দিয়া হ'ল।

শ্ৰীহৰিপদ তালুকদাৰ এজন আঢ্যৱন্ত ব্যৱসায়ী। ব্যৱসায়ী সংক্ৰান্তত বিভিন্ন ঠাই ভ্ৰমণ কৰি থাকে। উদ্যোক্তাসকলে লগ ধৰিব পৰা নাছিল। শ্ৰীতালুকদাৰে কিন্তু ভাবিছিল, উদ্যোক্তাসকলে অৱহেলা কৰি তেওঁক লগ ধৰা নাই। এই বাবে তেওঁৰ বৰ খং। সকলোৰে পৰা দান ল'ব, তেওঁৰ পৰা কিয় নল'ব? এই কথাৰ সম্ভেদ পাই উদ্যোক্তাসকল তেওঁৰ তাত উপস্থিত হ'ল আৰু ত্ৰুটি মাৰ্জনা ভিক্ষা কৰি দুহাজাৰ টকাৰ দান গ্ৰহণ কৰিলে।

**কলেজৰ হিচাপ ঃ**

কলেজ বুলেটিনৰ তৃতীয় সংখ্যাত কলেজৰ হিচাপ দাঙি ধৰা হ'ব।

শ্ৰীতৰণীকান্ত ৰায়

অধ্যক্ষ আৰু সম্পাদক, ৰত্নপীঠ কলেজ

২১-৫-৭৯

**ৰাইজলৈ নিবেদন**

ৰত্নপীঠ কলেজৰ কাৰ্য ক্ষেত্ৰান্তৰ্গত অঞ্চলত বহুত বিদ্যাৰম্ভ মন থকা উদ্যোগী পুৰুষ আছিল। কিছুমানৰ কথা আমি জানো, কিছুমানৰ কথা নাজানো। যিসকলৰ কথা জানো তাকো হয়তো ভালকৈ নাজানো। আমাৰ এই বুলেটিনত উল্লেখ কৰা তেনে পুৰুষসকলৰ কথা অসম্পূৰ্ণ হ'ব পাৰে, উল্লেখ কৰিব লগা বহুতো তেনে ব্যক্তিৰ নাম হয়তো আমাৰ অজ্ঞতাবশতঃ কৰিব পৰা নাই। তেনে ক্ষেত্ৰত যি সকলে জানে, সেইসকলে অনুগ্ৰহ কৰি আমাক জনায় যেন। আমি সেইবোৰ সংশোধন কৰি প্ৰকাশ কৰিম। অনিচ্ছাকৃত ভুল-ত্ৰুটিৰ বাবে ক্ষমা কৰে যেন।

বিনীত

শ্ৰীসমীৎ ৰায়, সম্পাদক

**আমি পাহৰা নাই ঃ**

চাপৰ হাইস্কুল নতুনকৈ স্থাপিত হৈছিল। খেৰ, খুটা সংগ্ৰহ কৰি স্কুলঘৰ সাজি ৰাইজে অতি উদ্যম আৰু উৎসাহেৰে স্কুল পতা কামত মন দিছিল। কেৱল স্কুলৰে কথা। হাটে-ঘাটে, বাটে দুজনে লগ লাগি কথা পাতিলে প্ৰথমেই স্কুলৰ কথাহে ওলায়। সেই সময়ত চাপৰ স্কুলৰ কাৰণে চৰকাৰে কোনো মঞ্জুৰী দিয়া নাছিল। চৰকাৰৰ মঞ্জুৰী পাবলৈ ৰাইজৰ তেতিয়া বৰ আগ্ৰহী।

এদিনাখন মঞ্জুৰী আহিল। মাহিলি ৩০ (ত্ৰিশ টকা)। স্কুলৰ ছাত্ৰ-শিক্ষক আৰু ৰাইজৰ উৎসাহৰ অন্ত নাই। স্বৰ্গীয় বসন্ত কুমাৰ সিংহ, স্বৰ্গীয় হৰেন্দ্ৰ চন্দ্ৰ দাস, স্বৰ্গীয় চৈয়দ আলি সৰকাৰ (জোদ্দাৰ) স্বৰ্গীয় মুন্সী চেফাতুল হক, ভৱেন্দ্ৰ নাৰায়ণ সৰকাৰ, ফজলুৰ ৰহমান, কাজিয়া নম দাস আদি স্কুলৰ বিশিষ্ট ব্যক্তিসকল ছাত্ৰ আৰু শিক্ষকসকলৰ লগত আনন্দোৎসৱ কৰিবলৈ ওলালহি। স্কুলৰ ছাত্ৰসকলক মিঠাই খুৱাব লাগে। কিন্তু ইমান মিঠাইতো বজাৰত নাছিল। বজাৰখন আজিৰ দৰে ইমান ডাঙৰ নাছিল।

গতিকে সিদ্ধান্ত কৰা হ'ল, ছাত্ৰসকলৰ মাজত মুড়ি বিতৰণ কৰি এই আনন্দ উৎসৱ পালন কৰা হ'ব। আমি সকলোৱে মুড়ি খাই চাপৰ হাইস্কুলৰ মাহিলি ৩০ টকা চৰকাৰী সাহায্য পোৱা বাবে আনন্দ উৎসৱ কৰিলো।

স্বৰ্গীয় বসন্ত কুমাৰ সিংহ আছিল বাগ্মী, কণ্ঠ আছিল উদাত্ত, নেতৃত্ব আছিল দৃঢ়, সাহসী আৰু বলিষ্ঠ। স্বৰ্গীয় বসন্ত কুমাৰ সিংহৰ সাহসৰ গৰ্জন সঁচাকৈ সিংহৰ দৰেই আছিল। স্বৰ্গীয় হৰেন্দ্ৰ চন্দ্ৰ দাসক সকলোৱে শ্ৰদ্ধাৰে ডিম্বু বাবু মাতিছিল। সৰু কালত আছিল পাকৈত ফুটবল খেলুৱৈ, যৌৱনত কৰ্মবীৰ, প্ৰৌঢ়কালত আছিল বিচক্ষণ ৰাজনীতিজ্ঞ। সমাজৰ সেৱাত নিজক সম্পূৰ্ণভাৱে আত্মনিয়োগ কৰিছিল। স্কুলৰ কাৰণে প্ৰাণ দি শ্ৰম কৰিছিল। মৌঃ চৈয়দ আলী সৰকাৰ আছিল জোদ্দাৰ। জোদ্দাৰী দাপট আছিল যদিও তেখেত আছিল অতি অমায়িক, বিনয়ী আৰু শিষ্টাচাৰী। শিক্ষানুৰাগী আৰু বিদ্যুৎসাহী। মুন্সি চেফাতুল হক এগৰাকী জনদৰদী নেতা। সামন্ততান্ত্ৰিক ব্যৱস্থাত অৱস্থান কৰিও তেখেত

সামন্ততন্ত্রৰ পৰা আছিল দূৰত। বিভিন্ন মতবিৰোধৰ মীমাংসা কৰি ঐক্য আনয়ন কৰিব পৰা আছিল তেখেতৰ বিচক্ষণ বুদ্ধি আৰু কৌশল। বুদ্ধিমত্তাসম্পন্ন এই গৰাকী নেতা আছিল সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ। স্বৰ্গীয় ভৱেন্দ্ৰ নাৰায়ণ সৰকাৰক শ্ৰদ্ধাৰে সকলোৱে 'ভবিন সৰকাৰ' বুলি মাতিছিল। দুখীয়াৰ ঘৰত জন্মগ্ৰহণ কৰি, অতি সাধাৰণ অৱস্থাৰ পৰা নিজৰ পৰিশ্ৰম, অধ্যাৱসায় আৰু প্ৰতিভাৰ গুণে সেই সময়ত চাপৰত থকা অন্যান্য বিত্তশালী ব্যৱসায়ীসকলৰ সমকক্ষ হ'ব পাৰিছিল। সততা, নিষ্ঠা আৰু ঐকান্তিকতাৰ ওপৰত নিৰ্ভৰ কৰি নিজক প্ৰতিষ্ঠা কৰিব পাৰিছিল। তেখেত আছিল এজন উদাৰ আৰু দয়ালু প্ৰকৃতিৰ লোক। স্কুলৰ কাৰণে যি কৰিব লাগে তাকেই কৰিবলৈ উন্মুখ হৈ আছিল। শ্ৰীকাজিয়া নমদাস মৎস ব্যৱসায়ী। কিন্তু শিক্ষাৰ কাৰণে ব্যৱসায়ী স্বাৰ্থকো তুচ্ছ জ্ঞান কৰিছিল। লিখা-পঢ়াত উল্লেখযোগ্য নহ'লেও এইগৰাকী ব্যক্তি কিন্তু বিদ্বান। শিক্ষা বিস্তাৰৰ কাৰণে তেখেত অসীম আগ্ৰসী। স্কুল পতাৰ ক্ষেত্ৰত আছিল এগৰাকী নেতা। সত্যপুৰৰ স্বৰ্গীয় ৰূপচান্দ দাস, স্বৰ্গীয়ে উপেন্দ্ৰ নাৰায়ণ দাস, শিক্ষাৰ ক্ষেত্ৰত অগ্ৰণীসকলৰ আছিল অন্যতম। পাৰিবাৰিক আৰু বৈষয়িক কাম-কাজৰ পৰা আহৰি সময় উলিয়াই স্কুল স্থাপনৰ কাৰ্যত বহুতো অৰিহণা যোগাইছিল। বাৰুণীতাৰাৰ স্বৰ্গীয় বিয়াল ৰায়পুজাৰী আছিল তেনে এক বিশিষ্ট ব্যক্তি। ধৰ্ম আলোচনাত, পূজা সবাহত যোগদান কৰি তেখেতে ৰায়ৰ পৰা ৰায়পুজাৰী হৈছিল। স্কুলৰ বাবে আগ্ৰহৰ অন্ত নাছিল। সত্যপুৰৰ শ্ৰীকেদাৰ নাথ দাস এগৰাকী প্ৰাথমিক শিক্ষক আছিল। পাকৈত অভিনেতা, সুদক্ষ শিক্ষক স্কুলৰ কথা অতি উৎসাহী আৰু আগ্ৰহী। বয়স বহুত বাঢ়িলেও আজিও কোনে কি পঢ়িছে, কোন স্কুল কিমান আগবাঢ়িছে তাৰ খবৰ লৈ থাকে।

এনেকুৱা বহুতো ব্যক্তিৰ দান আৰু অৱদানত চাপৰ স্কুলৰ ভেটি স্থাপন হৈছিল। ১১ বছৰৰ পিছত এই স্কুলে অৰ্ধশতাব্দী অতিক্ৰম কৰিব। অৰ্ধ শতাব্দীৰ ইতিহাসৰ পাতত এই সকল ব্যক্তিৰ কথা জিলিকি থাকিব। তেখেতসকলক আমি পাহৰা নাই, আমি নাপাহৰো।

তেখেতসকলৰ আদৰ্শই নিশ্চয় কলেজ পতাৰ ক্ষেত্ৰত উদ্যোক্তাসকলক উদগনি দিব আৰু বাট দেখুৱাব।

**টকাৰ গছ ঃ**

কলেজৰ নামত ৫১,৩২৫.১০ একাবন্ন হাজাৰ তিনিশ পচিশ টকা দহ পইচা বেংকত জমা থোৱা হৈছে। জমা থোৱা হৈছে দহ বছৰৰ কাৰণে। দহ বছৰ মূৰত এইখিনি টকা বাঢ়ি বাঢ়ি ১লাখ ২৫হাজাৰ হ'বগৈ। গছ পুলি এডাল ৰুলে, ক'ব নোৱাৰাকৈ যেনেকৈ বাঢ়ে, জমাথোৱা এই টকাখিনিও তেনেকৈ বাঢ়িব। প্ৰতি মিনিটত ডেৰ পইচাকৈ বাঢ়িব। এক মিনিট সময় কিমান? কিন্তু দিনে নিশাই প্ৰত্যেক মিনিটত ডেৰ পইচাকৈ বাঢ়িলে, দহ বছৰৰ মূৰত টকাৰ গছজোপা এক লাখ পচিশ হেজাৰ টকাৰ জোপোহা গছ এডাল হ'বগৈ। তাৰ সিন্ধ ছাঁত আমাৰ কলেজখন ডাঙৰ দীঘল হ'ব।

ৰাতি আমি যেতিয়া শুই থাকো, তেতিয়াও কিন্তু কলেজৰ টকাৰ এই গছজোপা প্ৰতি মিনিটত ডেৰ পইচাকৈ বাঢ়ি থাকে। ঘড়ীৰ কটা ডালে টিক্ টিক্ কৰি যেনেকৈ সময়ক আগুৱাই লৈ গৈ থাকে, তেনেকৈ টিক্ টিক্ কৈ টকাৰ গছ জোপাই প্ৰতি মিনিটত ডেৰ পইচাকৈ কলেজৰ অগ্ৰগতি সম্পাদন কৰি গৈ থাকে- নিৰবচ্ছিন্ন, নিৰলসভাৱে।

## অতীতৰ পাত মেলি.......

### (ৰায়ঝাৰা হাইস্কুলৰ বুৰঞ্জীৰ পাত এখিলা)

ৰায়ঝাৰা হাইস্কুলখন আজি এখন জাকত জিলিকা স্কুল। যি সকলৰ দান, অৱদানত এই স্কুলখন হ'ল, সেই সকলৰ কথা আমি চিৰদিন স্মৰণ কৰি থাকিম। সেই ব্যক্তি সকলৰ কথা স্মৰণ কৰিবলৈ যাওঁতে মনত পৰে ঁমাজেন্দ্ৰ নাৰায়ন ৰায়ৰ কথা। বহলপুৰৰ স্বৰ্গীয় মাজেন্দ্ৰ নাৰায়ণ ৰায়ক শ্ৰদ্ধা কৰি সকলোৱে মাজেন বাবু বুলি মাতিছিল।

যিসকল বিদ্যুৎসাহী লোকে শিক্ষা প্ৰতিষ্ঠান পতাৰ ক্ষেত্ৰত আগবাঢ়ি আহিছিল, সেই সকলক তেখেতেই নেতৃত্ব দিছিল। তেখেতৰ অমায়িক, ধীৰ, গম্ভীৰ, আৰু সৌজন্যপূৰ্ণ আচৰণত সকলোৱে মুগ্ধ হৈছিল। বহলপুৰ নাথপাৰাৰ ঁশ্ৰীকান্ত নাথ আৰু ঁৰমাকান্ত নাথ সেই সময়ত বিদ্যুৎসাহী আৰু বিচক্ষণ ব্যক্তি সকলৰ ভিতৰত আগৰণুৱা আছিল। তেখেত সকলৰ মনোবল দৃঢ়তা আৰু আত্ম-প্ৰত্যয়ে শিক্ষাৰ ক্ষেত্ৰলৈ আগবঢ়াই নিছিল। চৈবাৰীৰ ঁসুশীল কুমাৰ সৰকাৰ আৰু নিদানীৰ ঁকালীমোহন ৰায় আছিল বিজ্ঞ আৰু যুৱজনোচিত উদ্দ্যোগী। ঁসুশীল কুমাৰ সৰকাৰ দেখাত প্ৰবীন কিন্তু কাৰ্য্যত আছিল নবীনৰ দৰে। ঁকালিমোহন ৰায় প্ৰাথমিক স্কুলৰ এগৰাকী শিক্ষক আছিল। সুদক্ষ্য শিক্ষক হিচাপে খ্যাতি আছিল। শিক্ষক হিচাপে সকলোৱে তেখেতক গভীৰ শ্ৰদ্ধা কৰিছিল, ধন নাছিল কিন্তু মন আছিল। ৰায়ঝোৰা স্কুল স্থাপন কালত পাচশ (৫০০) টকা স্কুললৈ দান আগবঢ়োৱা বৰ সহজ কথা নাছিল। তেখেতৰ হাতত টকা নাছিল কিন্তু দান দিবলৈ মন আছিল। সেয়ে মাটি বিক্ৰী কৰিও ৫০০টকা ৰায়ঝোৰা স্কুললৈ আগবঢ়াইছিল। প্ৰাথমিক স্কুলৰ এজন শিক্ষকৰ আবেগেৰে দিয়া এই দানৰ কথা সুঁৱৰিলে ঁকালীমোহন ৰায়ৰ ব্যক্তিত্বৰ প্ৰতি শ্ৰদ্ধাত শিৰ নত হৈ আহে। এনে কিমান ব্যক্তিৰ দান আৰু উৎসাহ জাকত জিলিকা ৰায়ঝাৰা স্কুলখনৰ আধাৰ হৈ আছে। যিসকলে স্কুলখনৰ ভেটি পাতিছিল, কাঠ, বাঁহ সংগ্ৰহ কৰিছিল, নানা ভাৱে শ্ৰম কৰিছিল, সেই বিদ্যোৎসাহী ব্যক্তিসকলৰ ভিতৰত দুগৰাকী বৰ্তমানো আছে। তাৰ ভিতৰত এগৰাকী বহলপুৰৰ শ্ৰীঘনশ্যাম সিংহ আৰু আন গৰাকী খুটাপাৰাৰ শ্ৰীসুখধন ৰায়।

ৰায়ঝৰাৰ বাহিৰেও বইটামাৰী ডিহিৰ বহুতো বিশিষ্ট ব্যক্তিয়ে ৰায়ঝৰা স্কুললৈ দান বৰঙনি দিছিল। সকলোৰে সন্মতি লৈ ১৯৪০ চনৰ ১২ ফেব্ৰুৱাৰীত শ্ৰীপ্যাৰী মোহন সিংহক ৰেজিষ্টাৰত প্ৰথম নাম ভৰ্ত্তি কৰি স্কুল আৰম্ভ কৰা হৈছিল।

উদ্দ্যোগী সকলৰ ভিতৰত নবীন কৰ্ম্মী শ্ৰীঘনশ্যাম সিংহ আছিল অগ্ৰণী। আজিও বয়সে সেই উদ্যমৰ তেজ কমাব পৰা নাই। যুবকৰ দৰে উদ্যমশীল, কৰ্ম্মযোগী। শ্ৰীসুখধন ৰায়ৰ কণ্ঠস্বৰত যি দৃঢ়তা, সেই বাগ্মীতা আজিও ক্ষীণ হোৱা নাই। সমাজৰ সেৱাত আত্মনিয়োগ কৰা এই গৰাকী আগশাৰীৰ কৰ্ম্মী আৰু নেতা।

এই সকলোৱে আছিল ৰায়ঝাৰা হাইস্কুলৰ ভেটি স্থাপন কঁৰোতা। তেখেতসকলৰ আদৰ্শই যেন কলেজখনক দৃঢ়পদক্ষেপত আগুৱাই লৈ যায়।

**ক্ষমা প্ৰাৰ্থনা ঃ**

এই সংখ্যাত প্ৰতিষ্ঠাতা পৃষ্ঠপোষক আৰু দাতা সকলৰ নাম সংক্ষিপ্তভাবে দিয়া হ'ল। অহা সংখ্যাত পূৰ্ণভাবে দিয়া হ'ব। মাহিলী দাত্ৰা সকলৰ নামো অহা সংখ্যাত বিশদভাৱে দিয়া হ'ব।

**ৰাইজলৈ গোহাৰি ঃ**

কলেজৰ পুঁজি শক্তিশালী কৰাৰ ওপৰত কলেজৰ ভবিষ্যত নিৰ্ভৰ কৰিছে। সহৃদয় ৰাইজলৈ বিনীত নিবেদন- যিয়ে যি পাৰে, সাধ্যমতে দান বৰঙনি আগবঢ়াই কলেজৰ পুঁজি শক্তিশালী কৰে যেন। চাপৰত থকা ইউনাইটেড্ কমাৰ্ছিয়েল বেঙ্কত কলেজৰ নামত টকা জমা দি কলেজ কৰ্ত্তৃপক্ষৰ পৰা দান বৰঙনি দিয়া ৰছিদ লব পাৰে অথবা কলেজ কৰ্ত্তৃপক্ষৰ হাতত পোনে পোনে দান বৰঙনি প্ৰদান কৰিব পাৰে।
অকুণ্ঠভাৱে দান কৰক। ইতি—

বিনীত-

ৰত্নপীঠ কলেজৰ হৈ
শ্ৰী ভদ্ৰেশ্বৰ দাস
উপসভাপতি

**প্ৰতিশ্ৰুতি দিয়া দাতাসকললৈ ঃ**

অনুগ্ৰহ কৰি প্ৰতিশ্ৰুত দান খিনি সোনকালে কলেজ পুঁজিত জমা দিয়ে যেন। কলেজলৈ দান বুলি যি সহৃদয় প্ৰতিশ্ৰুতি দিছে তাৰবাবে কলেজ কৰ্ত্তৃপক্ষ কৃতজ্ঞ।

বিনীত—

শ্ৰী ভদ্ৰেশ্বৰ দাস
উপসভাপতি

**লাগিলে, ভদ্ৰ মহিলা হ'ম ঃ**

কোন বছৰ, মাহ বা দিনত এই কথা হৈছিল, সেই কথা মনত নপৰিলেও, সেইদিনা আবেলি হোৱা কথাটো কিন্তু সম্পূৰ্ণ মনত আছে। আবেলি প্ৰায় দু বজাত আমি চম্পাৱতীৰ

ঘাটৰ নাৱত উঠিলোঁ। হাইস্কুলৰ কাৰণে দান সংগ্ৰহ কৰিবলৈ ওলাইছিলোঁ। নাৱঁত উঠাৰ পিছত লক্ষ্য কৰিলো আকাশৰ বায়ুকোণত ক'লা ডাৱৰ অকণমান। তাঁলৈ ভ্ৰূক্ষেপ নকৰি আমি নাওঁ মেলি দিলোঁ। কিন্তু অলপ পিছতেই আকাশখন ক'লা ডাৱৰে ঢাকি পেলালে, বিজুলীৰ ঢেৰেকনিৰে শিল বৰষুণ আহিল। গন্তব্যস্থান পাবলৈ তেতিয়াও বহুত দূৰ। লৰালৰিকৈ নাৱঁৰ পৰা নামি নদীৰ পাৰৰ এঘৰত সোমালোঁ।

গৃহস্থই আমাক আদৰি নিলে, আথেবেথে বহিব দিলে। বাহিৰত তেতিয়া ধাৰাসাৰে শিল বৰষুণ আৰু বতাহ। দান সংগ্ৰহৰ লক্ষ্য অইন ঠাইত থাকিলেও, গৃহস্থৰ লগত স্কুলৰ কথা পাতিবলৈ আৰম্ভ কৰিলোঁ। আৰু যথাসাধ্য দান আগবঢ়াবলৈ অনুৰোধ জনালোঁ। আমাৰ আগমনত উৎসাহ দীপ্ত গৃহস্থই তেওঁৰ পৰা দান বিচৰাত কৃতজ্ঞতা প্ৰকাশ কৰি ক'লে- 'আপনাৰা ভদ্ৰ মহিলাগুলা আইছেন, স্কুলেৰ কাৰণে। মুই কি দিয়া সন্মান কৰিম?' এই বুলি ভিতৰলৈ গৈ ২৫ পছিশ টকা আনি দিলে। তেতিয়াৰ পছিশ টকা কিন্তু আজিৰ ৫০০ টকাতকৈও অধিক। আমাক 'ভদ্ৰমহিলা বুলি সম্বোধন কৰাত আমাৰ ভিতৰত দুজন মানে পেটৰ নাড়ি ভুৰি চিগা হাঁহি ৰাখিব নোৱাৰি বাহিৰলৈ ওলাই গৈ অব্যক্ত হাঁহিটো বাহিৰত প্ৰকাশ কৰিলে। আমি কেইজনমানে শিষ্টাচাৰ ৰক্ষা কৰি ঘৰতেই বহি থাকিলোঁ। বাহিৰত বৰষুণ নাই। গৃহস্থক শলাগ জনাই আমি নাঁৱত উঠিলোঁ। বেলি ডুবিবলৈ আৰু বেছি পৰ নাই ; গতিকে উভতি অহা ঠিক কৰিলোঁ।

নাৱঁত 'ভদ্ৰমহিলাৰ' প্ৰসঙ্গ আৰম্ভ হ'ল। আমাৰ ভিতৰত দুজনমান হাঁহি হাঁহি অস্থিৰ। 'আমি স্কুলৰ বাবে দান বিচাৰি আহোঁতে ভদ্ৰ মহিলা হ'ব লগা হ'ল।' এই বুলি এজনে সহাস্যে উক্তি কৰিলে। আন এজনে ক'লে- 'গৃহস্থই আমাক শ্ৰদ্ধা আৰু সন্মানজনক ভাষাৰে সম্বোধন কৰিবলৈ আমাৰ লগত কোনো ভদ্ৰমহিলা নেথাকিলেও ভদ্ৰমহিলা সন্মানজনক সুললিত শব্দ বুলি আমাক সম্বোধন কৰিছিল।'

আমাৰ মাজত বয়স্ক এজনে কৈ উঠিল— 'ধেৎ বাফুৰে, স্কুলেৰ দান বৰগুণিৰ কাৰণে যদি ভদ্ৰমহিলা হ'ব লাগে, হইম্। তাতে কি? তুমাক স্কুলেৰ কাৰণে টাকা লাগে। টাকা পাইলেই হইল্। ভদ্ৰ মহিলা হইতে আপত্তি কিসেৰ তে?'

হাঁহি আৰু আনন্দৰ উচ্ছাসত কেতিয়া চম্পাৱতীৰ ঘাটত নাওঁ আহি পালে, ক'বই নোৱাৰিলোঁ।

পুৰণা কৰ্ম্মী এজন

**প্ৰতিষ্ঠাতা পৃষ্ঠপোষক আৰু দাতাসকলৰ নাম ঃ**

**পৃষ্ঠপোষক ঃ**

সৰ্বশ্ৰী হৰিপদ তালুকদাৰ, ৰীতা তালুকদাৰ, ভদ্ৰেশ্বৰ দাস বীৰেন্দ্ৰ নাৰায়ণ দাস, কৈলাস চন্দ্ৰ সৰকাৰ, হেমন্ত কুমাৰ বৰুৱা, পুনমচাঁদ নাহাটা, পূৰ্ণানন্দ ৰায়, ৰত্নেশ্বৰ শূৰ, জ্ঞানেন্দ্ৰদেৱ নাথ, প্ৰশান্ত কুমাৰ বৰুৱা, ডালিম কুমাৰ মেধি, প্ৰফুল্ল চন্দ্ৰ দাস, নীৰদেন্দু

ৰায়, শৰৎ চন্দ্ৰ সিং, অতুল চন্দ্ৰ ৰায়, জ্ঞানেন্দ দাস, প্ৰসন্ন কুমাৰ দাস, তিসিমুদ্দিন আহমেদ, আষাৰু মহাজন, বাজাজ ইণ্ডাষ্ট্ৰিজ, ব্ৰাহ্মীন শ্ব এণ্ড প্লাইউড মিলছ, সুশীল দাস, চাপৰ প্ৰাইমাৰী মাৰ্কেটিং কোঁ অপাৰেটিভ ছ'চাইটি লিঃ, ইন্দ্ৰভূষণ কংসবণিক, পৰনেশ্বৰ দাস, মনিৰুজ্জামান, ননী গোপাল দে, মায়াবুদ্দিন আহমেদ, ভদ্ৰেশ্বৰ বৰ্মন, জাহানুদ্দিন আহমেদ।

স্মৃতিৰ অৰ্থে—

স্বৰ্গীয় বঙ্কিম চন্দ্ৰ শূৰ, স্বৰ্গীয় নৰেন্দ্ৰ চন্দ্ৰ শীল, স্বৰ্গীয় আনন্দ মোহন দাস, স্বৰ্গীয় গণেশমল কচ্চৰ, স্বৰ্গীয় হৰেন্দ্ৰ চন্দ্ৰ দাস, স্বৰ্গীয় মাখন তালুকদাৰ, চৈয়দ আলি সৰকাৰ জোদ্দাৰ, মুন্সী সেফাতল হক, স্বৰ্গীয় তিনকড়ি চৰণ কলিতা, স্বৰ্গীয় ভদ্ৰেশ্বৰ সিং, স্বৰ্গীয় উমেশ চন্দ্ৰ ৰায়।

দাতা ঃ

সৰ্বশ্ৰী মোঃ ইৰ্জাহানুদ্দিন,স অমূল্য শূৰ, লছমন চৌধুৰী, নীলকণ্ঠ অধিকাৰী, কৰেন্দ্ৰ নাৰায়ণ অধিকাৰী, মহেশ চন্দ্ৰ ৰায়, পুলিন বিহাৰী নাগ, ৰাধিকা মোহন পাল, মোঃ ফজলৰ ৰহমান, ডম্বৰুধৰ ৰায়, শ্ৰীমতী শেফালি ৰায়, জয়নাথ সিংহ, যোগেশ চন্দ্ৰ তালুকদাৰ, মোঃ মাজম আলি, মোঃ মহৰ আলি খাঁ, বাসুভূষণ দাস, ভৱানী বস্ত্ৰালয়, যোগেশ্বৰ ৰায়, শ্যামল শূৰ, ঘনশ্যাম সিং, কনক ৰায়, সুৰুজ্জামাল, নৰেশ চন্দ্ৰ ৰায়, আব্দুল মজিদ সৰকাৰ, তৰ্থলোচন ৰায়, চন্দ্ৰ মোহন পাল, সুশীল নাগ, এফাজুদ্দিন আহমদ, পীযুষ ৰায়, মেনেজাৰ ইউকো বেংক, সোমবাৰু নাথ, হাজী নেতিবৰ ৰহমান, ওলেশ্বৰ নাথ, নীলেশ্বৰ সিংহ, মতিলাল সিংহ, জিতেন্দ্ৰ নাৰায়ণ ৰায়, আজিজুল হক, জয়নুদ্দিন আহমদ, নুৰমহম্মদ, শান্তিৰঞ্জন দে, ছুলেমান সৰকাৰ।

স্মৃতিৰ অৰ্থে— স্বৰ্গীয় কিশোৰী মোহন সিংহ, স্বৰ্গীয় শ্ৰীকান্ত ৰায়, স্বৰ্গীয় কালীমোহন ৰায়।

# অপূৰ্ব সিংহ গ্ৰন্থাগাৰ ভৱনৰ দ্বাৰোদঘাটন

## অপূৰ্ব সিংহ ট্ৰাষ্টৰ সম্পাদক শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰীৰ প্ৰতিবেদন

অপূৰ্ব সিংহ ট্ৰাষ্ট, অপূৰ্ব পথ, জু-ৰোড, গুৱাহাটী-৭৮১ ০০৩

১০ ফেব্ৰুৱাৰী, ১৯৯৪,

অপূৰ্ব সিংহ ট্ৰাষ্ট গঠন কৰা হৈছিল-১৯৮৪ চনৰ ২১ নবেম্বৰৰ দিনা। সেই দিনাই ৰত্নপীঠ কলেজৰ লাইব্ৰেৰীৰ বাবে কিতাপ আৰু ধন সংগ্ৰহৰ আঁচনি এখনো গ্ৰহণ কৰা হৈছিল। তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভ কৰিবলৈ ৰত্নপীঠ কলেজৰ এটা লাইব্ৰেৰীৰ বৰ প্ৰয়োজন হৈছিল। কলেজত লাইব্ৰেৰী বুলিবলৈ একো নাছিল। সেই প্ৰয়োজন পূৰ্ণ কৰিবলৈ নকৈ গঠিত অপূৰ্ব সিংহ ট্ৰাষ্ট আগবাঢ়ি আহিছিল। তাৰ বাবে এখন আঁচনি গ্ৰহণ কৰা হৈছিল। সেই আঁচনি মতে অলপ দিনৰ ভিতৰতে অপূৰ্বৰ বন্ধু-বান্ধৱ আৰু বহুতো সদাশয় ব্যক্তিৰ পৰা কলেজৰ লাইব্ৰেৰীৰ কাৰণে প্ৰয়োজনীয় নিৰ্দিষ্ট সংখ্যক কিতাপ আৰু আলমীৰা সংগ্ৰহ কৰা হৈছিল। ৰত্নপীঠ কলেজৰ স্বীকৃতি লাভ কৰাৰ ক্ষেত্ৰত অপূৰ্ব সিংহ ট্ৰাষ্টৰ এইটো এটা বিশেষ অৱদান।

আৰম্ভণিত লাইব্ৰেৰীৰ বাবে লোৱা আঁচনিখন কেৱল কিতাপ আৰু আলমীৰা সংগ্ৰহ কাৰ্যত নিবদ্ধ কৰা হৈছিল। অপূৰ্বৰ বন্ধু-বান্ধৱ আৰু সদাশয় ব্যক্তিসকলৰ পৰা আশাতীত সঁহাৰি লাভ কৰাৰ পিছত পুঁজি সংগ্ৰহ কৰাতো মনোনিবেশ কৰা হৈছিল। সেই পুঁজি বেঙ্কত আচুতীয়াকৈ জমা থোৱা হৈছিল। জমা থোৱা পুঁজিৰ পৰা উপাৰ্জিত হোৱা ধনেৰে লাইব্ৰেৰীলৈ অধিক পৰিমানে অনুদান দিয়াৰ সিদ্ধান্ত কৰা হৈছিল। ৫ (পাঁচ) বছৰৰ ভিতৰত এই পুঁজি বাঢ়ি প্ৰায় ৫০,০০০.০০ টকা হয়গৈ। তাৰ পিছত কলেজৰ লাইব্ৰেৰী গৃহ সাজি দিবলৈ স্থিৰ কৰা হয়। অৱশেষত সেই আঁচনিৰো পৰিবৰ্তন সাধন কৰা হয় আৰু লাইব্ৰেৰীৰ আচবাব, আভ্যন্তৰীণ সাজ-সজ্জা, Audio visual ব্যৱস্থা, Casette আৰু কিতাপ-পত্ৰ সমন্বিতে আধুনিক গ্ৰন্থাগাৰ এটি নিৰ্মাণ কৰি কলেজক দান দিবলৈ সিদ্ধান্ত লোৱা হয়। প্ৰথমে গ্ৰন্থাগাৰ গৃহৰ আগডোখৰ সম্পূৰ্ণ কৰাৰ কথা আছিল। কিন্তু কাঠ, শিল, বালি আদি বস্তুবোৰ সংগৃহীত হোৱাৰ পিছত গোটেই গ্ৰন্থাগাৰ গৃহটো একেবাৰেই নিৰ্মাণ কৰি দিয়াৰ সিদ্ধান্ত লোৱা হয়। নিৰ্মাণ কাৰ্য সমাপ্ত হোৱাৰ পিছত আজি অপূৰ্ব কুমাৰ সিংহৰ দশম মৃত্যু তিথিত গ্ৰন্থাগাৰৰ কেন্দ্ৰ কেৱল ভৱনটো ছাত্ৰ, শিক্ষক, গৱেষণাকাৰী আৰু পাঠকসকলৰ উদ্দেশ্যে উৎসৰ্গীকৃত কৰি ৰত্নপীঠ কলেজক অৰ্পণ কৰা হ'ল। গ্ৰন্থাগাৰৰ কিতাপ-পত্ৰ আৰু আন আন সামগ্ৰীৰ দান কাৰ্য অপূৰ্ব কুমাৰ

সিংহৰ অহা একাদশ মৃত্যু তিথিত সম্পন্ন কৰা হ'ব। ইতঃমধ্যে অহা পাঠ্য বছৰৰ পৰা অৰ্থাৎ ১ ছেপ্তেম্বৰৰ পৰা গ্ৰন্থাগাৰৰ সম্পূৰ্ণ নিয়মানুযায়ী পূৰ্ণ কাৰ্যকৰণ আৰম্ভ কৰা হ'ব।

**পূৰ্বকথা ঃ**

১৯৮৪ চনৰ ১৮ আগষ্টৰ দিনা আবেলি ৪ বজাত হেদায়েৎপুৰত থকা কংগ্ৰেছ ভৱনত অপূৰ্ব কুমাৰ সিংহৰ স্মৃতি ৰক্ষাৰ্থে এখনি সভা আহ্বান কৰা হৈছিল। সেই সভাত শ্ৰীবলীন কুলি, নুৰ হুছেইন, শ্ৰীসুধাংশু দে, শ্ৰীপঙ্কজ বৰা, শ্ৰীহীৰু খাউণ্ড আৰু শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰীক আহ্বায়ক পাতি বহল ভিত্তিত আৰু এখন সভা পাতিবলৈ স্থিৰ কৰা হয়। সেই মতে সেই সভা ৮ ছেপ্তেম্বৰৰ দিনা ভাগৱতী প্ৰসাদ বৰুৱা ভৱনত পতা হয়। সেই সভাত শ্ৰীনৱকান্ত বৰুৱাদেৱক সভাপতি, শ্ৰীমানবেন্দ্ৰ শৰ্মাদেৱক কাৰ্যকৰী সভাপতি, শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰীক সম্পাদক, শ্ৰীপ্ৰশান্ত দাস সহকাৰী সম্পাদক আৰু শ্ৰীনিৰ্মল কুমাৰ জৈনক কোষাধ্যক্ষ নিৰ্বাচিত কৰি ২৬ গৰাকী সদস্যৰে অপূৰ্ব কুমাৰ সিংহ মেমোৰিয়েল কমিটি গঠন কৰা হয়। সেই কমিটিয়ে ২১/১১/৮৫ তাৰিখে অপূৰ্ব সিংহ মেমোৰিয়েল ট্ৰাষ্ট গঠন কৰে।

ট্ৰাষ্ট গঠন কৰাৰ দিনাই ১১,৬২৬ টকা সংগ্ৰহ কৰা হয়। সেই টকাৰে এটি আচুতীয়া পুঁজি কৰি বেঙ্কত জমা থোৱা হয়। তাৰ পিছত ১৩,৪০০ টকা সংগ্ৰহ কৰি সেই টকাও বেঙ্কত আচুতীয়াকৈ জমা থোৱা হয়। এনেকৈ বেঙ্কত ২৫,০০০ টকা আচুতীয়াকৈ জমা থোৱা হয়। সেই টকা বেঙ্কত বৰ্দ্ধিত হৈ ৫০,০০০ টকা হয়গৈ।

ট্ৰাষ্ট গঠন কৰাৰ দিনা ১১,৬২৬ টকাৰ উপৰিও ১৪,০০০ টকাৰ নতুন কিতাপ আৰু ১৮০০ টকাৰ তিনিটা আলমীৰা সংগ্ৰহ কৰা হয়। এই সকলোখিনি সামৰি ললে, সেই দিনা ধন আৰু বস্তুমূল্য সমন্বিতে সংগৃহীত মুঠ ২৭,৪২৬ টকাৰে ৰত্নপীঠ কলেজ লাইব্ৰেৰীৰ ভেটি ৰচনা কৰা হয়। পিছত ১০ (দহ) টা আলমীৰা সংগ্ৰহ কৰা হৈছিল।

অপূৰ্ব সিংহৰ প্ৰথম মৃত্যু বাৰ্ষিকীত অৰ্থাৎ ১০/২/৮৫ তাৰিখে দীঘলী পুখুৰীপাৰত থকা কংগ্ৰেছ ভৱনত শ্ৰীনৃপেন্দ্ৰ ডেকাৰ পৰিচালনাত থিতাকে অঁকা চিত্ৰাঙ্কণ প্ৰতিযোগিতা আৰু কামৰূপ একাডেমীত তৰ্ক প্ৰতিযোগিতাৰ পতা হয়। প্ৰতিযোগিতা ব্যয় ভাৰ বহন কৰিবলৈ ১০,০০০ টকাৰ স্থায়ী পুঁজি বেঙ্কত জমা দি কামৰূপ একাডেমীক প্ৰতি বছৰে তৰ্ক প্ৰতিযোগিতা পাতি থাকিবলৈ দায়িত্ব অৰ্পণ কৰা হয়। শ্ৰীপি শইকীয়া, শ্ৰীৰঞ্জুল বৰুৱা, শ্ৰীৰাধামোহন খাকলিয়া, শ্ৰীঠাকুৰীয়া, শ্ৰীপঙ্কজ বৰা, শ্ৰীহৰিদাস সাহা, শ্ৰীহীৰু খাউণ্ড, শ্ৰীকে চি জৈন আৰু শ্ৰীগোপাল বৰুৱাই আগবঢ়োৱা সহায় আৰু বৰঙণিৰ দ্বাৰা দহ হেজাৰ টকাৰ এই স্থায়ী পুঁজি নিৰ্মাণ কৰা হয়। প্ৰতিযোগিতাত বিজয়ীসকলৰ বাবে দুটা চলন্ত ট্ৰফী সংগ্ৰহ কৰা হয়। এটা দান কৰে শ্ৰীনন্দ বৰাই আৰু আনটো দান কৰে শ্ৰীচক্ৰধৰ দাসে।

**ধন সংগ্ৰহ ঃ**

শ্ৰীনৰেশ চন্দ্ৰ গুপ্ত, শ্ৰীৰমেশ চন্দ্ৰ শৰ্মা, শ্ৰীনিৰ্মল কুমাৰ জৈন, ডিজাইন কন্‌ছ'ৰ্টিয়াম, ইবকো, শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰী আৰু শ্ৰীমতী ৰাধা সিংহৰ পৰা পোৱা বৰঙণিৰে আঁচনিৰ মূল পুঁজি গঠিত হয়। শ্ৰীমৃণাল কান্তি বসু (চাপৰ বাগিচা), মঃ ইয়াকুব আলি, শ্ৰীবলিন কুলি, মেমোৰিয়েল কমিটীৰ সদস্য আৰু ট্ৰাষ্টীসকলে পুঁজি সংগ্ৰহ কৰাত আগভাগ লৈছিল। সীমিত পৰিসৰত দাতাসকলৰ নাম প্ৰতিবেদনত উল্লেখ কৰিব নোৱাৰাৰ বাবে আমাক ক্ষমা কৰে যেন। গ্ৰন্থাগাৰৰ সংগঠনটো মূলতঃ ৰাইজৰ দান-বৰঙণিৰে নিৰ্মাণ কৰা হৈছে।

গ্ৰন্থাগাৰৰ নিৰ্মাণ কাৰ্য চলি থকা অৱস্থাত শ্ৰীমতী ৰাধা সিংহ কাৰ্যোপলক্ষে বোম্বাইৰ পৰা গুৱাহাটীলৈ আহিছিল আৰু মুখ্যমন্ত্ৰীৰ লগত সাক্ষাৎ কৰি পঞ্চাশ হেজাৰ টকাৰ এটি অনুদান সংগ্ৰহ কৰিছিল। ট্ৰাষ্ট পঞ্জীয়নভূক্ত কৰা সম্পৰ্কে আলোচনা কৰিবলৈ ১৫/১২/২০০৫ তাৰিখে শ্ৰীপঙ্কজ বৰাদেৱৰ সভাপতিত্বত অপূৰ্ব সিংহ মেমোৰিয়েল ট্ৰাষ্টৰ এখন সভা বহে। সেই সভাত গ্ৰন্থাগাৰ ভৱনৰ কাম-কাজৰ অগ্ৰগতিৰ বিষয়ে আলোচনা কৰা হয়। অপূৰ্ব সিংহৰ দশম মৃত্যু তিথিত অৰ্থাৎ ১০/২/৯৪ তাৰিখে গ্ৰন্থাগাৰৰ দ্বাৰোদঘাটন কৰিবলৈ হ'লে, আধৰুৱা নিৰ্মাণ কাৰ্য সম্পূৰ্ণ কৰাৰ বাবে অতি কমেও ৫০,০০০ টকাৰ প্ৰয়োজন হ'ব বুলি নিৰ্ণয় কৰা হয়। সেই টকা সংগ্ৰহ কৰিবলৈ শ্ৰীবলীন কুলি এম-পি আৰু শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰীৰ ওপৰত দায়িত্ব অৰ্পণ কৰা হয়। সংগ্ৰহ অভিযানত সহায়-সহযোগ কৰিবলৈ আন আন ট্ৰাষ্টীসকলক অনুৰোধ জনোৱা হয়। মন্ত্ৰী শ্ৰীবিজিত শইকীয়া, মন্ত্ৰী শ্ৰীশৰৎ বৰকটকী, মন্ত্ৰী শ্ৰীগোমেশ্বৰ পেগু, শ্ৰীমোহনৰঙ্গম এম-পি (নতুন দিল্লী), শ্ৰীপ্ৰবীন ডেকা, এম-পি, শ্ৰীমতী নিভা কোঁৱৰ, শ্ৰীবলীন কুলি, এম-পি আৰু শ্ৰীচুবা এছোছিয়েটে (নতুন দিল্লী) আগবঢ়োৱা বৰঙণি আৰু সহায়-সহযোগিতাৰে এই পঞ্চাশ হেজাৰ টকা সংগ্ৰহ কৰা হয়। সেই টকা নিৰ্মাণ কাৰ্যত ব্যয় কৰাৰ পিছতো নিৰ্মাণ কাৰ্যৰ সৰ্বশেষ পৰ্যায়ত আৰু কিছু পৰিমানে ধনৰ প্ৰয়োজন হয়। উদ্যোক্তাসকলে সেই ধনখিনি সংগ্ৰহ কৰি নিৰ্মাণ কাৰ্য সু-সম্পন্ন কৰে।

নিৰ্মাণ কাৰ্য আৰম্ভ হওঁতেই শ্ৰীভাগচাঁদ ভূৰা (কোকৰাঝাৰ), গুৱাহাটী স্কাইলেৰৰ স্বত্বাধিকাৰী ডাঃ সমীৰ টৌডী, গুৱাহাটী কথাছবি ঘৰৰ স্বত্বাধিকাৰী শ্ৰীফণী শৰ্মাই বৰঙণি আগবঢ়াই নিৰ্মাণ কাৰ্য সূচনা কৰাই দিছিল। প্ৰাক্তন এম-পি শ্ৰীঅমৃত লাল বসুমতাৰী কাঠৰ যোগান ধৰিছিল।

শ্ৰীমতী ৰাধা সিংহই শ্ৰীঅবিনাশ বিশ্বাল, ভানুমালা, শ্ৰীভি জি পাৰিখ, শ্ৰীইন্দে সিং, শ্ৰীৱাই ই ৰফিক, শ্ৰীসুনীল পেটেল প্ৰমুখ্যে বোম্বাই নগৰত থকা বিশিষ্ট ব্যক্তিসকলৰ পৰা ধন সংগ্ৰহ কৰি আমালৈ পঠাইছিল। আমি সকলোটিৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

**কিতাপ সংগ্ৰহ ঃ**

এই প্ৰতিবেদনৰ সঙ্গতি ৰক্ষা কৰিবলৈ আগৰ প্ৰতিবেদনৰ কিছুমান কথা ইয়াত পুনৰুল্লেখ কৰিব লগা হ'ল। ট্ৰাষ্ট গঠনৰ দিনা উদ্বোধনী সভাত আৰু তাৰ পিছত সময়ে সময়ে পতা সভা-সমিতিত কিতাপ সংগ্ৰহ কৰা হৈছিল। শ্ৰীমতী ৰাধা সিংহ এনছাইক্লোপীডিয়া ৩০খন দান কৰিছিল। গুৱাহাটীৰ ব্যৱসায়ী শ্ৰীগঙ্গা কলিতাই অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত কিতাপসমূহ দান আগবঢ়াইছিল। আসাম ট্ৰিবিউনৰ তেতিয়াৰ সম্পাদক শ্ৰীসতীশ কাকতি ২৫খন, অসম প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীপ্ৰমোদ শৰ্মাই ১০০ খন, শ্ৰীপ্ৰমোদ কাকতিয়ে ১৩৬ খন, গুৱাহাটীৰ বিখ্যাত কিতাপৰ দোকান কিতাপঘৰে ২০০খন, গুৱাহাটী হেদায়েৎপুৰ নুৰ হুছেইন, আব্দুল খান আৰু গোলাপ খানে ইছলাম ধৰ্মৰ বহুত কিতাপ দান কৰিছিল। শ্ৰীৰিপুঞ্জয় বৰা, শ্ৰীনিৰদেন্দু ৰায়, শ্ৰীভদ্ৰেশ্বৰ দাস, শ্ৰীবীৰেন্দ্ৰ ডেকা, শ্ৰীখগেন বৰ্মণ, শ্ৰীজগদীশ ব্ৰহ্ম, শ্ৰীধ্ৰুৱ নাৰায়ণ বৰুৱা প্ৰত্যেকেই বহুত কিতাপ দান কৰিছিল। শ্ৰীচিদানন্দ দাসে এখন মূল্যবান গ্ৰন্থ দান কৰিছিল। শ্ৰীবীৰেন্দ্ৰ নাৰায়ণ চৌধুৰী, শ্ৰীমতী বৃন্দাবতী চৌধুৰীয়ে ধৰ্ম সম্পৰ্কীয় কিতাপ দান কৰিছে। শ্ৰীবৰুণ সিংহই কিতাপ কিনিবলৈ মূল্য দান কৰিছে। এখন দুখনকৈ কিতাপ দান দিয়া বহুত দাতা আছে। পৰিসৰ সীমিত হেতু সকলোৰে নাম প্ৰকাশ কৰা সম্ভৱ হোৱা নাই।

**আলমীৰা সংগ্ৰহ ঃ**

ট্ৰাষ্ট গঠন আৰু আঁচনি উদ্বোধনৰ দিনাই শ্ৰীকমল কুমাৰ মেধি আৰু শ্ৰীমুৰলীধৰ ৰায়ে যুটীয়াভাবে তিনিটা আলমীৰা দান কৰিছিল। তাৰ পিছত শ্ৰীমৃণাল কান্তি পাল (কোকৰাঝাৰ), শ্ৰীপূৰ্ণানন্দ ৰায়, শ্ৰীভদ্ৰেশ্বৰ দাস, শ্ৰীঅৰুণ কুমাৰ সিংহ, শ্ৰীকৈলাশ চন্দ্ৰ সৰকাৰৰ স্মৃতিত শ্ৰীবিশ্বজিৎ সৰকাৰ আৰু শ্ৰীনিৰদেন্দু ৰায়ৰ পৰা মুঠ দহটা আলমীৰা সংগ্ৰহ কৰা হৈছিল। শ্ৰীবৈকুণ্ঠ দাসে ষ্টীলৰ আলমীৰা দান কৰিছিল।

**কাঠ-বালি-শিল-চিমেণ্ট সংগ্ৰহ**

কাঠ-বালি-শিল-চিমেণ্ট আদি সংগ্ৰহ কৰোতে শ্ৰীমৃণাল কান্তি পাল (কোকৰাঝাৰ) প্ৰমুখ্যে কেইবাগৰাকী বিশিষ্ট ব্যক্তিৰ পৰা নানা ধৰণে সহায়-সহযোগ পোৱা হৈছিল। কিছুমান ক্ষেত্ৰত শ্ৰমদান আৰু কিছুমান ক্ষেত্ৰত ৰেহাই দান লাভ কৰা হৈছিল।

**চিলিং নিৰ্মাণ ঃ**

গ্ৰন্থাগাৰ ভৱনৰ চিলিংখন Phenol bonded bambo boardৰ দ্বাৰা নিৰ্মাণ কৰা হৈছে। অতি উচ্চ তাপ আৰু চাপ প্ৰয়োগ কৰি Phenol formal dehydle ৰ দ্বাৰা অত্যাধুনিক প্ৰক্ৰিয়াৰে বাহৰ ধাৰা ব্যৱহাৰ কৰি নিৰ্মাণ কৰা পোকে ঘূণে নষ্ট কৰিব নোৱাৰা এই চিলিংখন এখন অতি উচ্চ মানৰ চিলিং। চিলিঙত ব্যৱহাৰ কৰা বোৰ্ডৰ ব্যয় ভাৰ বহন কৰিছে গুৱাহাটী নগৰৰ বিদ্যুৎসাহী, শুভানুধ্যায়ী কেইবাগৰাকী বিশিষ্ট

ব্যক্তিয়ে। গুৱাহাটী কোৰ্টৰ এডভোকেট সুৰেন শৰ্মা, শ্ৰীগণে গুপ্তা, শ্ৰীস্বপ্নীল বৰুৱা, শ্ৰীগোপাল আগৰৱালা, শ্ৰীহেমাঙ্গ শৰ্মা, শ্ৰীসুৰীন্দৰ আগৰৱালা, শ্ৰীবিনোদ শৰ্মা, শ্ৰীকুমুদ বৰুৱা, শ্ৰীবিনোদ আগৰাৱলা আৰু শ্ৰীদ্বিজেন ভট্টাচাৰ্যৰ দান-বৰঙণি আৰু সহায়-সহযোগেৰে চিলিংখন নিৰ্মাণ কৰোৱাবাবে তেওঁলোক আমাৰ প্ৰশংসাৰ পাত্ৰ। আমি তেওঁলোকক আমাৰ আন্তৰিক শলাগ জনাওঁ।

**মজিয়া পকীকৰণ আৰু বেৰ লিপন ঃ**

গ্ৰন্থাগাৰ ভৱনৰ মজিয়া পকা কৰিবলৈ আৰু বেৰ লিপিবলৈ যিমান চিমেন্ট দৰকাৰ হৈছিল, সেই সকলোখিনি চিমেণ্টৰ দাম গুৱাহাটীৰ শ্ৰীউমা দাসৰ নেতৃত্বত সংগ্ৰহ কৰা হৈছিল। শ্ৰীজগদীশ মহন্ত, শ্ৰীপ্ৰসন্ন মহন্ত, শ্ৰীশিৱনাথ বৰা, শ্ৰীঘনকান্ত ৰাজকোঁৱৰ, শ্ৰীগগন শৰ্মা, শ্ৰীধীৰেন শালৈ, শ্ৰীনৃপেন তালুকদাৰ, শ্ৰীপ্ৰণৱজ্যোতি দত্ত, শ্ৰীহেমন্ত কুমাৰ দাস, শ্ৰীগীতিকা ৰঞ্জন দত্ত, শ্ৰীদিলীপ কুমাৰ দাস আৰু শ্ৰীনৰেন দাসৰ সহায়-সহযোগিতাত সংগ্ৰহ কাৰ্য সম্পন্ন কৰি মজিয়া পকা কৰা আৰু বেৰ লিপন কাৰ্য সুসম্পন্ন কৰা হৈছে। তাৰ বাবে আমি তেওঁলোকক আন্তৰিক ধন্যবাদ জনাওঁ।

**প্ৰবেশ দ্বাৰ ঃ**

গ্ৰন্থাগাৰ ভৱনৰ প্ৰবেশ দ্বাৰত যিখন দুৱাৰ আজি মুকলি কৰা হ'ল, সেই দুৱাৰখন Phenol bonded bambo board ব্যৱহাৰ কৰি নিৰ্মাণ কৰা হৈছে। সেই দুৱাৰখন সঙ্গীত শিল্পী শ্ৰীঋতুপৰ্ণ শৰ্মাই দান দিছে।

**উদ্যোক্তাসকলৰ বিষয়ে এষাৰ ঃ**

গ্ৰন্থাগাৰ ভৱনৰ নিৰ্মাণৰ গুৰু দায়িত্ব ৰত্নপীঠ কলেজৰ অধ্যক্ষ আৰু অপূৰ্ব সিংহ স্মাৰক সমিতিৰ সভাপতি শ্ৰীতৰণী কান্ত ৰায় আৰু সমিতিৰ সম্পাদক শ্ৰীসমিৎ ৰায়ে মুখ্যতঃ বহন কৰিব লগা হৈছে। এই খিনিতে আমি সমিতিৰ সভাপতি, সম্পাদক, সদস্যসকল আৰু ৰাইজক তেওঁলোকৰ অফুৰন্ত সহায়-সহযোগৰ বাবে ধন্যবাদ জ্ঞাপন কৰোঁ। শ্ৰীঅৰবিন্দ ৰায়ে নিৰ্মাণ কাৰ্যত কাৰিকৰী দিশত জোখ-মাপ আদি তত্ত্বাৱধান কৰিছে। গুৱাহাটীৰ ডিজাইন কনছৰ্টিয়ামৰ স্থাপত্য শিল্পী আৰু গুৱাহাটীৰ ইঞ্জিনীয়াৰিং কন্‌ছালটেঞ্চি ব্যুৰোৰ ইঞ্জিনীয়াৰসকল বিভিন্ন সময়ত কাৰিকৰী পৰামৰ্শ আৰু নিৰ্দেশনা আগবঢ়াই আহিছে। কোকৰাঝাৰ মহকুমা পৰিষদৰ ইঞ্জিনীয়াৰ শ্ৰীসুবোধ কুমাৰ দেৰ পৰা ইঞ্জিনীয়াৰিং বিষয়ক পৰামৰ্শ নোপোৱা হ'লে, নিৰ্মাণ কাৰ্য নিয়াৰিকৈ সম্পন্ন কৰা সম্ভৱ নহ'লহেতেঁন। শিল-বালি সংগ্ৰহ আৰু যোগাযোগ ৰক্ষা কৰাত শ্ৰীমলয় নাৰায়ণ বসুৱে বহুত সহায় আৰু সহযোগ আগবঢ়াইছে। শ্ৰীপৃথ্বীশ কান্তি সিংহ আৰু শ্ৰীপৰিমল কান্তি সিংহই সংগঠন সম্পৰ্কীয় পৰামৰ্শ দি বহুত সহায় কৰিছে। চম্পাৱতী শিল্প-কলা গোষ্ঠীৰ শ্ৰীমতী নিতু সিংহ সঙ্গীত নৃত্য-নাট্যৰ গুৰি ধৰি অনুষ্ঠানত নতুন উদ্যম সৃষ্টি কৰিছে।

**শ্ৰমিকসকলৰ বিষয়ে ঃ**

ৰত্নপীঠ কলেজৰ চতুৰ্থ শ্ৰেণীৰ কৰ্মী শ্ৰীসতীশ নাথ, শ্ৰীযোগেন নাথ আৰু শ্ৰীহৰকুমাৰ ৰায়ে অহৰহ ইটো-সিটো বয়-বস্তুৰ যো-জা কৰি নিৰ্মাণ কাৰ্যত বিশেষ সহায় আগবঢ়াইছে। নিৰ্মাণ শ্ৰমিক ৰাজমিস্ত্ৰী বেহেদ আলি, ৰাজমিস্ত্ৰী ছামছুল হক আৰু কাঠমিস্ত্ৰী শ্ৰীকালাচাঁদ সৰকাৰে নিৰ্মাণ কাৰ্যত আন্তৰিকতা আৰু নিষ্ঠাৰে কাৰ্য সম্পাদন কৰি গ্ৰন্থাগাৰ ভৱন নিৰ্মাণ কাৰ্যত উল্লেখনীয় বৰঙণি আগবঢ়াইছে। তেওঁলোকৰ এই বৰঙণিৰ কথা গ্ৰন্থাগাৰ ভৱনৰ ইতিবৃত্তত স্বীকৃত হৈ থাকিব।

(বেহেদ আলিৰ লগত সহযোগী শ্ৰমিক আছিল-মহৰ আলি, চফিয়ৰ সেখ, মতিউৰ ৰহমান, জয়নাল সেখ, নুৰ হুছেইন, জীৱন নাথ, গুদা সেখ, লাইলী বেওৱা আৰু নিমাতী বেগম। শ্ৰীকালাচাঁদ মিস্ত্ৰীৰ লগত সহযোগী শ্ৰমিক আছিল-শ্ৰীটহলু সৰকাৰ, শ্ৰীবাবলু সৰকাৰ, সুকুমাৰ মণ্ডল, জ্যোৎস্না ৰায়, শ্ৰীকৃষ্ণ মণ্ডল আৰু বাণ্ঠু সৰকাৰ।)

**গ্ৰন্থাগাৰৰ কৰ্মক্ষেত্ৰ ঃ**

অপূৰ্ব সিংহ গ্ৰন্থাগাৰ ৰাইজৰ অফুৰন্ত সহায়-সহযোগত গঢ় লৈ উঠিছে। অপূৰ্ব সিংহ ট্ৰাষ্টে আশা পোষণ কৰে যে কলেজৰ তত্বাৱধানত ই কলেজৰ গ্ৰন্থাগাৰ হৈও গ্ৰন্থানুধ্যায়ী পাঠক ৰাইজৰ সেৱা কৰিব পাৰিব। তাৰ বাবে নিছিদ্ৰ পৰিচালনা ব্যৱস্থা কৰিব লাগিব। ৰত্নপীঠ কলেজৰ কৰ্তৃপক্ষৰ সৈতে অপূৰ্ব সিংহ ট্ৰাষ্টৰ এখন চুক্তি পত্ৰ সম্পাদন কৰা হ'ল। ট্ৰাষ্টে বছৰি এটা অনুদান দি থাকিব। ছাত্ৰ-ছাত্ৰীসকলে যাতে কিতাপবোৰ যথাযথ ব্যৱহাৰ কৰি থাকে তাৰ বাবে উদ্গনি দিবলৈ গ্ৰন্থাগাৰত থকা কিতাপবোৰ অধ্যয়ন কৰাৰ ভিত্তিত বিবিধ প্ৰতিযোগিতাৰ আয়োজন কৰা হ'ব। ওচৰ-চুবুৰীয়া অঞ্চলত সৎ শিক্ষা, সৎ আদৰ্শ, নৈতিক মূল্যবোধ, কৰ্ম সংস্কৃতি, স্ব-নিয়োজিত আঁচনি উৎপাদন আৰু স্বজনশীল মনোবৃত্তি গঠন আদি আদৰ্শমূলক কাৰ্য-ব্যৱস্থা গ্ৰহণ কৰা হ'ব।

**গ্ৰন্থাগাৰ সম্পৰ্কে সতৰ্কতা ঃ**

উদ্যম আৰম্ভ হওঁতে যি উৎসাহ-উদ্দীপনা পৰিলক্ষিত হয়, উদ্যমটো ঠন ধৰি উঠাৰ আগেয়ে বহুতো ক্ষেত্ৰত সেইবোৰ মৰহি যোৱা দেখা যায়। যাতে তেনে পৰিস্থিতিৰ সন্মুখীন হ'ব নালাগে, তাৰবাবে অপূৰ্ব সিংহ ট্ৰাষ্টে দৃঢ় পদক্ষেপত সতৰ্কতাৰে এটাৰ পিছত এটা সমস্যা সমাধান কৰি আহিব লগা হৈছে। তাৰ বাবে গ্ৰন্থাগাৰৰ কাম-কাজ কিছু পৰিমানে বিলম্বিত হৈছে। ট্ৰাষ্টে সংশ্লিষ্ট সকলোৰে ওচৰত তাৰ বাবে ক্ষমা বিচাৰিছে।

**নতুন নামাকৰণ ঃ**

২১/১১/৮৪ তাৰিখে অপূৰ্ব কুমাৰ সিংহ মেমোৰিয়েল ট্ৰাষ্ট নাম দি ট্ৰাষ্টটো গঠন কৰা হৈছিল। কিন্তু উপ-পঞ্জীয়কৰ দ্বাৰা পঞ্জীয়নভুক্ত নোহোৱা বাবে দাতাসকলক আয়কৰৰ পৰা ৰেহাই দিয়াৰ ব্যৱস্থা কৰিব পৰা হোৱা নাছিল। ইতিমধ্যে ট্ৰাষ্টী শ্ৰীমানবেন্দ্ৰ শৰ্মা আততায়ীৰ হাতত প্ৰাণ হেৰুৱায় আৰু এগৰাকী ট্ৰাষ্টী শ্ৰীৰিপুঞ্জয় বৰা দীৰ্ঘদিন

বিদেশত অধ্যয়নত থাকিব লগা হোৱাত পদত্যাগ কৰে। এনে অৱস্থাত পঞ্জীয়নভুক্ত কৰিবলৈ ট্ৰাষ্টটো নতুনকৈ গঠন কৰা হয়। নতুনকৈ গঠন কৰা ট্ৰাষ্টটো অপূৰ্ব সিংহ ট্ৰাষ্ট নামেৰে উপ-পঞ্জীয়কৰ দ্বাৰা পঞ্জীয়নভুক্ত কৰা হয়। পঞ্জীয়ন নম্বৰ ৩৬৬৯/৯৩। দাতাসকলৰ বাবে আয়কৰৰ পৰা ৰেহাই বিচাৰি দাখিল কৰা আবেদন পত্ৰখন আয়কৰ কমিছনাৰৰ ওচৰত বিবেচনাধীন হৈ আছে।

**ৰত্নপীঠ কলেজ সম্পৰ্কে এষাৰ ঃ**

সামৰণিৰ আগেয়ে যিখন কলেজক গ্ৰন্থাগাৰ ভৱনটো অৰ্পণ কৰা হ'ল, সেই ৰত্নপীঠ কলেজৰ কেইটামান বৈশিষ্ট্য কথা উল্লেখ নকৰিলে প্ৰতিবেদনখন অসম্পূৰ্ণ হৈ ৰ'ব। কম খৰচত বেছি কাম কৰিব পৰা আন্তৰিকতাপূৰ্ণ আৰু ঐকান্তিক কৌশল এটি এই কলেজৰ বৈশিষ্ট্য। কলেজৰ সঙ্গীত গাঁওতে ছাত্ৰসকলে নজনাক জানিবলৈ আগবাঢ়ি যাওঁ বুলি গাই কলেজৰ লক্ষ্য স্পষ্ট কৰি দাঙি ধৰে। কলেজৰ নীতি বাক্যত আছে-নিজক নিজে জীৱনত প্ৰতিষ্ঠা কৰাৰ এটি প্ৰতিশ্ৰুতি। কলেজৰ পতাকা আৰু প্ৰতীক চিহ্নত আছে-প্ৰাচীন ভাৰতৰ সংযমৰ আদৰ্শ। কলেজ প্ৰাঙ্গণত আছে উৎপাদন, সৃজন আৰু কৰ্মশক্তিৰ প্ৰেৰণাৰ এটি পৰিৱেশ। এইবোৰে যি কোনো দৰ্শকৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ নেথাকে। এনে পৰিৱেশত গ্ৰন্থাগাৰ ভৱন নিৰ্মাণ কাৰ্যত ৰত্নপীঠ কলেজৰ নিৰ্মাণ কৌশল নিষ্ঠা আৰু সেৱাধৰ্মিতাৰ প্ৰতিফলন হোৱা স্বাভাৱিক। আমি তাৰ বাবে গৌৰৱবোধ কৰিছোঁ।

সদৌ শেষত অপূৰ্ব সিংহ গ্ৰন্থাগাৰ ভৱন নিৰ্মাণ সুসম্পন্ন হোৱাৰ বাবে দান দিয়া দাতাসকল, সময়ে সময়ে পৰামৰ্শ আগবঢ়োৱা পৰামৰ্শ দাতাসকল, স্থাপত্য শিল্পী, ইঞ্জিনীয়াৰ, মিস্ত্ৰী, শ্ৰমিক সকলোকে তেওঁলোকৰ অৱদানৰ বাবে শলাগ জনাওঁ।

ৰত্নপীঠ কলেজৰ অধ্যাপকসকলে আৰু ছাত্ৰ-ছাত্ৰীসকলে প্ৰত্যক্ষ বা পৰোক্ষভাৱে বহুতো সহায়-সহযোগ আগবঢ়াইছে। সকলোটিলৈ অপূৰ্ব সিংহ ট্ৰাষ্টৰ পক্ষৰ পৰা ধন্যবাদ জ্ঞাপন কৰা হ'ল।

ৰাইজৰ অফুৰন্ত সহায়-সহযোগৰ বাবে ৰাইজলৈ ট্ৰাষ্টৰ হৈ আন্তৰিক কৃতজ্ঞতা নিবেদন কৰিছোঁ। ইতি-

১০ ফেব্ৰুৱাৰী, ১৯৯৪ ধীৰেন্দ্ৰ দেৱ অধিকাৰী
বহলপুৰ, চাপৰ সম্পাদক

# অপূৰ্ব কুমাৰ সিংহ মেম'ৰিয়েল ট্ৰাষ্ট

## প্ৰধান সম্পাদকৰ ভাষণ

শ্ৰদ্ধাভাজন সভাপতি ডাঙৰীয়া
সমবেত সমজুৱাসকল,

অপূৰ্ব কুমাৰ সিংহ মেম'ৰিয়েল ট্ৰাষ্টৰ উদ্যোগত ৰত্নপীঠ কলেজত যি পুথি ভঁৰাল আঁচনি উদ্বোধন কাৰ্য অনুষ্ঠিত হৈছে, সেই আঁচনিৰ এটি ক্ষুদ্ৰ পটভূমি আছে। আঁচনিৰ বিৱৰণ এটি দাঙি ধৰাৰ আগয়ে সেই পটভূমি সম্পৰ্কে দু-আষাৰমান কথা উল্লেখ কৰিব খুজিছোঁ।

আলজীয়াৰ্ছ, বাৰ্লিন আৰু মস্কো ভ্ৰমণ কৰি আহি অপূৰ্ব কুমাৰ সিংহই প্ৰতিবাৰেই এটি কথা আমাৰ লগত ৰবকৈ আলোচনা কৰিছিল। সেইবোৰ দেশত যুৱ আন্দোলন কেনেকৈ গঢ়ি উঠিছে আৰু আমাৰ দেশত আমি কি কৰিব লাগিব— তাৰ আলোচনা আমাৰ মাজত সঘনে হৈ আছিল। শাৰীৰিক, মানসিক, বৌদ্ধিক আৰু আধ্যাত্মিক দিশত উৎকৰ্ষতা সাধন কৰিবলৈ যিবোৰ কাম আমি হাতত ল'ব পাৰোঁ, তাৰ ভিতৰত পুথি ভঁৰাল স্থাপন আৰু যুৱকসকলক অধ্যয়নমুখী কৰাৰ কথা আমাৰ লগত সদায় আলোচনা কৰিছিল।

সেইবোৰ কাম তেওঁ সমাপ্ত কৰিব নোৱাৰিলে। আমি তাৰ ভিতৰত কিছুমান আৰম্ভ কৰিব বিচাৰিছো। বিজুলিৰ চিকমিকনিৰ দৰে জ্বলি উঠি হঠাৎ মাৰ যোৱা অপৰ্ব কুমাৰ সিংহৰ জীৱনৰ দুটি এটি কথা ইয়াত উল্লেখ কৰিলে বোধ কৰো অপ্ৰাসংগিক নহ'ব।

১৯৭৩ চনত তেওঁ জাৰ্মান ডেম'ক্ৰেটিক ৰিপাব্লিকলৈ গৈছিল। ২৮ জুলাইৰ পৰা আগষ্ট লৈ বাৰ্লিনত বহা দশম বিশ্ব যুৱ উৎসৱত যোগদান কৰিছিল। আৰু বিশেষ, ভূমিকা লৈছিল।

১৯৭৪ চনত আলজীয়াৰ্ছলৈ গৈছিল। তাত ৬ জুলাইৰ পৰা ১২ জুলাইলৈ অনুষ্ঠিত হোৱা তৃতীয় বিশ্বৰ যুৱ সন্মিলনত ভাৰতৰ হৈ প্ৰতিনিধিত্ব কৰিছিল।

১৯৭৫ চনত অপূৰ্ব মস্কোলৈ গৈছিল। ৭ নৱেম্বৰৰ দিনা ছোভিয়েট জাতীয় সংহতি দিৱসত যোগদান কৰিবলৈ ভাৰতৰ সঁজাতি দল এটাক নিমন্ত্ৰণ জনোৱা হৈছিল। ভাৰত-ছোভিয়েট সাংস্কৃতিক সমিতিৰ চাৰিজন প্ৰধান সম্পাদকক লৈ সেই সজাতি দল গঠিত হৈছিল। অপূৰ্ব আছিল সেই দলৰ অন্যতম সদস্য।

আন্তৰ্জাতিক সন্মিলনত অংশগ্ৰহণ কৰি অপূৰ্বই ভাৰতৰ বাবে যশস্যা অৰ্জন কৰিব পাৰিছিল। জাতীয় কৰ্মক্ষেত্ৰত দেশাত্মবোধ সত্য, অহিংসা আৰু গভীৰ একনিষ্ঠাৰ আদৰ্শ দাঙি ধৰাত দক্ষতা দেখুৱাইছিল। য'লৈ অপূৰ্ব গৈছিল, তাতেই সৌহাৰ্দ গঢ়ি তুলিছিল। প্ৰতি অঞ্চল, গাঁও বা প্ৰতিজন মানুহৰ সুখ দুখৰ লগত তেওঁ নিজকে জড়িত কৰিছিল। আমাৰ প্ৰত্যেকৰে লগত তেওঁৰ প্ৰথম সম্পৰ্ক আছিল ব্যক্তিগত পিছত অন্য। এই গুণৰ বলত

তেওঁ তেওঁৰ বিৰোধীসকলকো আপোন কৰি ল'ব পাৰিছিল।

শালকোচাত বহিব লগা এখন সভাত যোগদান কৰিবলৈ ফেব্ৰুৱাৰী মাহৰ ১০ তাৰিখে তেওঁ গুৱাহাটীৰ পৰা ৰাওনা হৈছিল। কিন্তু সভাত যোগদান কৰা নহ'ল। তাৰ আগেয়ে সেই দিনাই আবেলি ৩ বজাত ৪০ মিনিটত এক মটৰ দুৰ্ঘটনাত আমাৰ পৰা চিৰ বিদায় লৈ তেওঁ গুচি গ'ল।

তাৰ আগদিনৰ কথা। ডিজাইন কনছ'ৰ্টিয়ামৰ অফিচত শ্ৰীঅম্বিকাচৰণ চৌধুৰী, তেওঁ আৰু মই আলোচনা কৰিছিলো— চিলাৰায়ৰ প্ৰতিমূৰ্তি উন্মোচন সভাৰ প্ৰতিনিধিসকলৰ বাবে বেজ তৈয়াৰ কৰাৰ কথা। শ্ৰীচৌধুৰীয়ে চিলাৰায়ৰ ছবি থকা বেজৰ নমুনা এটা দি গ'ল। অপূৰ্বই বেজটো তৈয়াৰ কৰি দিবলৈ গাত ল'লে। কিন্তু বেজ তৈয়াৰ কৰা নহ'ল। তেজেৰে লুতুৰি পুতুৰি হৈ বেজৰ নমুনাটো তেওঁৰ ওপৰৰ পকেটতেই থাকিল— কেঁচা তেজেৰে যেন বীৰ চিলাৰায়ৰ চৰণ ধুৱালে।

অপূৰ্ব আমাৰ মাজৰ পৰা গ'ল। কিন্তু তেওঁৰ কাম-কাজ, কথা-বতৰাৰ ভিতৰেদি গঢ়ি উঠা আমাৰ লগত তেওঁৰ সম্পৰ্কটো গভীৰ হৈ ৰ'ল। সেই সম্পৰ্কটো যাতে চিৰদিন উজ্জ্বল হৈ থাকোঁতাৰ বাবে আমি অপূৰ্ব কুমাৰ সিংহ মেম'ৰিয়েল ট্ৰাষ্ট এটি গঠন কৰিছোঁ। তেওঁ আমাৰ মাজত থাকোঁতে আমি যিবোৰ কথা আলোচনা কৰিছিলো, সেইবোৰকেই ৰূপ দিবলৈ ক্ষুদ্ৰ হ'লেও কিছুমান আঁচনি গ্ৰহণ কৰা হৈছে।

যুৱকসকলক অধ্যয়নমুখী কৰিবলৈ পুথি ভঁৰালৰ কথা আছিল অন্যতম। সেয়ে অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টে তেওঁ বহল কৰ্মক্ষেত্ৰসমূহৰ এটি ক্ষেত্ৰ ৰত্নপীঠ কলেজত এই পুথি ভঁৰাল আঁচনি উদ্বোধন কৰিবলৈ হাতত লৈছে।

ট্ৰাষ্টে ৫,০০০ পাঁচ হাজাৰ টকাৰ এটি পুঁজি আচুতীয়াকৈ বেংকত জমা থবলৈ ৰত্নপীঠ কলেজক দিব। ৰত্নপীঠ কলেজৰ আঁচনি পৰিচালনা সমিতিয়ে ২৫০০ টকাৰ বৰঙণি আগবঢ়াব পাৰিলে, ট্ৰাষ্টে সমদান অৰ্থাৎ ২৫০০, টকা আৰু এটি বিশেষ দান ১,৬২৬ টকা আগবঢ়াব। মুঠ ১১,৬২৬ টকা বেংকত আচুতীয়াকৈ ৫ বছৰৰ বাবে স্থায়ী জমা ৰখা হ'ব। এই ৫০০০ টকাৰে সৈতে ২৫০০০ টকাৰ মূল সদায় বেংকত আচুতীয়াকৈ স্থায়ী জমা হৈ থাকিব। এই জমা টকাৰ পৰা বৰ্তমান চলি থকা বছৰি ২,৭৫০ টকা সুদ পোৱা যাব। আৰ্জিত এই সুদৰ টকাৰে কিনা কিতাপৰ দ্বাৰা অপূৰ্ব কুমাৰ সিংহ মেম'ৰিয়েল ট্ৰাষ্ট পুথি ভঁৰাল বছৰি নিত্য পৰিবৰ্ধিত হৈ থাকিব।

আঁচনি উদ্বোধন হোৱাৰ ৫ বছৰৰ ভিতৰত কিতাপ কিনিবলৈ আঁচনিৰ পৰা কোনো উপাৰ্জন নহ'ব। সেই কাৰণে এই ৫ বছৰলৈ অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টে তলত উল্লেখ কৰা সদাশয় ব্যক্তিসকলৰ পৰা দান সংগ্ৰহ কৰি প্ৰায় ১৫,৮০০ টকাৰ কিতাপ আৰু তিনিটা আলমীৰা অনুদান হিচাপে আগবঢ়াইছে।

| | সামগ্ৰী | দাতা | মূল্য |
|---|---|---|---|
| ১) | এনছাইক্ল'পীডিয়া ব্ৰিটানিকা ৩০ খণ্ড | শ্ৰীমতী ৰাধা সিংহ আৰু শ্ৰীজয়ন্ত কুমাৰ সিংহ | ৯০০০.০০ |
| ২) | অসম প্ৰকাশন পৰিষদৰ সমগ্ৰ প্ৰকাশিত | শ্ৰীগঙ্গা কলিতা | ৫০০০.০০ |
| ৩) | আলমীৰা ৩টা | শ্ৰীমুৰলী ৰায় আৰু শ্ৰীকমল মেধি | ১৮০০.০০ |
| | কিতাপ, আলমীৰা বাবদ | | ১৫,৮০০.০০ |
| | আঁচনিৰ মূল জমা | | ১১,৬২৬.০০ |
| | মুঠ | | ২৭,৪২৬.০০ |

শ্ৰীনৰেশ চন্দ্ৰ গুপ্ত, শ্ৰীৰমেশ চন্দ্ৰ শৰ্মা, শ্ৰীনিৰ্মল কুমাৰ জৈন, ডিজাইন কনছ'র্টিয়াম, ইবকো লিঃ শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰী আৰু শ্ৰীমতী ৰাধা সিংহৰ পৰা পোৱা বৰঙনিৰে আঁচনিৰ মূল গঠিত হৈছে।

আঁচনি উদ্বোধনৰ দিনা ৰত্নপীঠ কলেজলৈ পুথি ভঁৰালৰ বাবদ মুঠ ২৭,৪২৬ টকাৰ অনুদান আগবঢ়োৱা হৈছে। পুথিভঁৰাল আঁচনি সফল হওক- এয়ে আমাৰ কামনা।

ধীৰেন্দ্ৰ দেৱ অধিকাৰী
প্ৰধান সম্পাদক

২১ নৱেম্বৰ, ১৯৮৪ চন
ৰত্নপীঠ কলেজ, চাপৰ

## ৰত্নপীঠ মহাবিদ্যালয় পুথি ভঁৰাললৈ গ্ৰন্থদান কৰাৰ আবেদন

প্ৰিয়...

ৰত্নপীঠ মহাবিদ্যালয় পুথিভঁৰাল সংগঠন কৰিবলৈ এটি শক্তিশালী আঁচনি গ্ৰহণ কৰা হৈছে। যোৱা ১১ নৱেম্বৰ তাৰিখত অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টে পুথি ভঁৰালৰ কাৰণে ১১,৬০০ টকাৰ এটি স্থায়ী পুঁজি বেংকত জমা দিছে। অহা ২১ ফেব্ৰুৱাৰী তাৰিখত ২১,৪০০ টকাৰ আৰু এটি স্থায়ী পুঁজি বেংকত জমা দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। দুয়োটা পুঁজি একত্ৰিত কৰিলে ৩৩,০০০ টকাৰ এটি স্থায়ী পুঁজি বেংকত জমা হৈ ৰ'ব। এই স্থায়ী পুঁজি দহ বছৰত বৰ্ধিত হৈ ১২,০০০ টকাৰ সুদ পোৱা হ'ব। আৰু এই সুদৰ টকাৰে ১২,০০০ টকা মূল্যৰ দেশ-বিদেশৰ গ্ৰন্থ সম্ভাৰ পুথি ভঁৰালৰ বাবে সংগ্ৰহ কৰিব পৰা হ'ব। আৰু কালত ৰত্নপীঠ মহাবিদ্যালয় পুথি ভঁৰাল এটি উন্নত, সমৃদ্ধ পুথি ভঁৰালত পৰিণত হ'ব গৈ।

এয়া দহ বছৰ পিছৰ কথা। সম্প্ৰতি কিন্তু পুথি ভঁৰালৰ সমস্যা অইনভাৱে আমাৰ ওচৰত আহি উপস্থিত হৈছে। ৰত্নপীঠ মহাবিদ্যালয়ে গুৱাহাটী বিশ্ববিদ্যালয়স্পৰা অস্থায়ী স্বীকৃতি লাভ কৰিছে। স্থায়ী স্বীকৃতি লাভ কৰিবলৈ হ'লে, মহাবিদ্যালয়ৰ পুথি ভঁৰালটো এই বছৰতেই অপেক্ষাকৃতভাৱে সমৃদ্ধ হ'ব লাগিব আৰু তাৰ বাবে অহা মাৰ্চ মাহৰ ভিতৰত আৰু ১,৫০০ খন গ্ৰন্থ সংগ্ৰহ কৰিব লাগিব। সেই কাৰণেই আমি সংগ্ৰহ অভিযান চলাব লগা হৈছে।

ইতিমধ্যে অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টৰ উদ্যোক্তাসকল গুৱাহাটীৰ ৰিহাবাৰীৰ বিখ্যাত ব্যৱসায়ী শ্ৰীগঙ্গা কলিতা, গুৱাহাটী হেদায়েৎপুৰৰ অসম ইছলামী সাহিত্য প্ৰকাশন সমিতি, উদ্যোগী যুৱক সমাজ সেৱী মঃ নুৰ হুছেইন, ব্যৱসায়ী মঃ আব্দুল খান, মঃ ৰাজাখান, মঃ মুসাখান, মঃ আছলাম খান, মঃ বাৰেক খান, গুৱাহাটী পানবজাৰৰ প্ৰসিদ্ধ গ্ৰন্থ বিপণী 'কিতাপ ঘৰ' আৰু স্থানীয় বহুতো বিদ্যোৎসাহী ব্যক্তিয়ে মহাবিদ্যালয়ৰ পুথি ভঁৰাললৈ গ্ৰন্থ দান আগবঢ়াই পুথি ভঁৰালটোক সমৃদ্ধ কৰি তুলিছে।

সদাশয় দাতাসকলক আমি ধন্যবাদ জনাইছো। এতিয়া, আপোনাৰ ওচৰত এটি বিশেষ, ব্যক্তিগত অনুৰোধ এই যে আপুনি অনুগ্ৰহ কৰি যি পাৰে দুই-এখন বা ততোধিক গ্ৰন্থ দান কৰি ৰত্নপীঠ মহাবিদ্যালয়ৰ পুথিভঁৰাল সমৃদ্ধ কৰি তোলে যেন। মহাবিদ্যালয়ৰ উপযোগী হ'লে নতুন পুৰণি যিকোনো গ্ৰন্থ দান কৰিব পাৰি। ইতি—

বিনীত

ডালিম কুমাৰ মেধি, ছেক্ৰেটাৰী

হৰকান্ত গগৈ, অধ্যক্ষ
ৰত্নপীঠ কলেজত

পুথিভঁৰালৰ ভিত্তি-শীলা স্থাপন।
প্ৰধান সম্পাদক
শ্ৰী ধীৰেন্দ্ৰ দেৱ অধিকাৰীৰ প্ৰতিবেদন।
অপূৰ্বকুমাৰ সিংহ ট্ৰাষ্ট, গোপীনাথ নগৰ,
গুৱাহাটী-৭৮১০১৬
৩০, অক্টোবৰ, ১৯৯০

সভাপতি ডাঙৰীয়া
বিশিষ্ট অতিথিগণ,
আৰু ৰাইজ,

আজিৰ পৰা ছ বছৰ আগেয়ে অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টৰ দ্বাৰা পুথিভঁৰাল আঁচনি এখন ৰত্নপীঠ কলেজত উদ্বোধন কৰা হৈছিল। আজি আমি সেই আঁচনি মতে পুথিভঁৰালৰ গৃহ নিৰ্মাণৰ বাবে ভিত্তি-শীলা স্থাপন কৰিবলৈ ওলাইছোঁ। সেই উপলক্ষে বিশিষ্ট অতিথি সকল সমন্বিতে অভ্যাগত সকলক আৰু ৰাইজক আদৰণি জনাওঁ।

ইতিমধ্যে আঁচনিখনক কিছুপৰিমানে সংশোধন আৰু পৰিবৰ্দ্ধন কৰা হৈছে। আৰম্ভ কৰা আঁচনিখন বছৰি ২,৭৫০, টকা আয় হ'ব পৰা এখন আঁচনি আছিল। সেই আঁচনিখন সংশোধন কৰি ২৫,০০০ টকা দীৰ্ঘম্যাদী হিচাপত বেঙ্কত জমা থোৱা হৈছিল। সেই টকা বাঢ়ি ৪৩,১৩৭.৭০ পইচা হৈছিল গৈ। তাৰ লগত গুৱাহাটী ৰিহাবাৰীৰ বিশিষ্ট ব্যৱসায়ী শ্ৰীগংগা কলিতাৰ পত্নী শ্ৰীমতী শান্তিপ্ৰিয়া কলিতাই দান দিয়া ১, ৮৬২.৩০ পইচা যোগ দি বেংকত জমা থোৱাত এতিয়া ৪৫,০০০ টকা হ'ল গৈ। এই পুঁজি এতিয়া দীৰ্ঘম্যাদী হিচাপত চাপৰত থকা ইউকো বেংকত আছে।

১৯৮৪ চনৰ চয় নৱেম্বৰ তাৰিখে আঁচনিখন ৰত্নপীঠ কলেজত উদ্বোধন কৰা হৈছিল। তেতিয়া ট্ৰাষ্টে মাথোঁ ১১,৬২৬ টকাহে সংগ্ৰহ কৰিছিল। শ্ৰীনৰেশ চন্দ্ৰ পেগু, শ্ৰীনিৰ্মল কুমাৰ জৈন, শ্ৰীৰমেশ চন্দ্ৰ শৰ্মা, ডিজাইন কনছৰ্টিয়াম, ইৰকো লিমিটেড শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰী, শ্ৰীমতী ৰাধা সিংহ, শ্ৰীমৃণাল কান্তি বসু আৰু মঃ ইয়াকুব আলীয়ে আঁচনিৰ বাবে পুঁজি সংগ্ৰহ কৰোতে উল্লেখযোগ্য অৰিহণা যোগাইছিল।

সংগৃহীত পুঁজি বহলপুৰত থকা প্ৰাগজ্যোতিষ বেংকত জমা থৈ ম্যাদী আমানত ৰছিদখন ট্ৰাষ্টৰ সভাপতি শ্ৰীনৱকান্ত বৰুৱা ডাঙৰীয়াই ট্ৰাষ্টৰ স্থানীয় কমিটিৰ সভাপতি শ্ৰী হৰকান্ত গগৈ দেৱৰ হাতত অৰ্পণ কৰি আনুষ্ঠানিকভাৱে আঁচনিখনৰ শুভাৰম্ভ কৰিছিল। লগে লগে শ্ৰী কমল কুমাৰ মেধি আৰু শ্ৰীমুৰলীধৰ ৰায়ে যুটীয়াভাৱে তিনিটা আলমীৰা, গুৱাহাটী ৰিহাবাৰীৰ শ্ৰীগঙ্গা কলিতাই অসম প্ৰকাশন পৰিষদৰ প্ৰকাশিত সমূহ কিতাপ আৰু শ্ৰীমতী ৰাধা সিংহই এনছাইক্ল'পীডিয়া ব্ৰিটানিকা ৩০ খণ্ড দান আগবঢ়াইছিল। বেঙ্কত জমা থোৱা সংগৃহীত ধন, আলমীৰা আৰু কিতাপৰ মূল্য ধৰিলে, উদ্বোধনৰ দিনা ২৭,৬২৬ টকাৰে পুথিভঁৰাল আঁচনিৰ শুভাৰম্ভ হৈছিল।

উদ্বোধনী সভাত আৰু তাৰ পিছত বিভিন্ন সময়ত সভা-সমিতি পাতি কিতাপ সংগ্ৰহ কৰা হৈছিল। বহুত দাতাই এখন দুখন হিচাপে বহুত কিতাপ দান কৰিছিল। পুথি ভঁৰালৰ দাতাসকলৰ তালিকাত তেওঁলোকৰ নাম আছে। কিন্তু স্থান সীমিত হোৱা কাৰণে ইয়াত তেওঁলোকৰ নাম প্ৰকাশ কৰিব নোৱাৰি আমি দুখিত।

যিসকলে একোটি স্তুপ হিচাপে কিতাপ দান কৰিছে, সেইসকলৰ ভিতৰত কেইজনমানৰ নাম ইয়াত উল্লেখ কৰিব খুজিছো। আসাম ট্ৰিবিউনৰ প্ৰাক্তন সম্পাদক শ্ৰীসতীশ চন্দ্ৰ কাকতি ডাঙৰীয়াই পঁচিশখনৰ অধিক অতি মূল্যবান গ্ৰন্থ দান কৰিছে। গুৱাহাটী গুৱাহাটী পানবজাৰৰ অসম প্ৰকাশন প্ৰাইভেট লিমিটেডৰ স্বত্বাধিকাৰী শ্ৰীপ্ৰমোদ শৰ্মাই ১০০খন পুৰণি ইংৰাজী গ্ৰন্থ, বিখ্যাত কিতাপৰ দোকান কিতাপ ঘৰ ২০০খন কিতাপ, গুৱাহাটী হেদায়েৎপুৰৰ মঃ নুৰ হুছেইন, আব্দুল খান আৰু গোলাপ খানে কোৰাণ হাদিছ আদি ইছলাম ধৰ্মৰ মূল্যবান গ্ৰন্থ দান কৰিছে। এই দৰে ইছলাম ধৰ্ম আৰু খ্ৰীষ্টান ধৰ্মৰ বহুত কিতাপ সংগৃহীত হৈছে। বেদ, উপনিষদ, গীতা, ভাগৱত পুৰাণ সংগ্ৰহ কৰিব পৰা হৈছে।

ইয়াৰ উপৰিও শ্ৰীৰিপুঞ্জয় বৰুৱা, শ্ৰীনীৰদেন্দু ৰায়, শ্ৰীভদ্ৰেশ্বৰ দাস শ্ৰীবীৰেন্দ্ৰ ডেকা, শ্ৰীখগেন্দ্ৰ বৰ্মন আৰু শ্ৰীজগদীশ ব্ৰহ্মাৰ পৰা স্তুপ আকাৰত কিতাপ দান সংগৃহীত কৰা হৈছে। এতিয়ালৈকে আঢ়ৈ হাজাৰৰ অধিক কিতাপ সংগৃহীত হৈছে।

আঁচনি উদ্বোধনৰ সময়ত তিনিটা আলমীৰা সংগ্ৰহ কৰা হৈছিল। তাৰ পিছত আৰু দহটা আলমীৰা সংগ্ৰহ কৰা হৈছে। তাৰ ভিতৰত এটা ষ্টিলৰ আলমীৰাও আছে। শ্ৰীকমল মেধি আৰু উপেন পালৰ পৰা দুটাকৈ আৰু পূৰ্ণানন্দ ৰায়, শ্ৰীঅৰুণ কুমাৰ সিংহ, শ্ৰীভদ্ৰেশ্বৰ দাস, শ্ৰীকৈলাস সৰকাৰ, শ্ৰীমুৰুলীধৰ ৰায়, আৰু নীৰদেন্দু ৰায়ৰ পৰা একোটাকৈ কাঠৰ আলমীৰা পোৱা হৈছে। ষ্টীলৰ আলমীৰাটো পোৱা হৈছে— শ্ৰীবৈকুণ্ঠ দাসৰ পৰা।

কিন্তু সংগঠন কৰিব নোৱাৰা কাৰণে পুথি ভঁৰাল ব্যৱহাৰ কৰিব পৰাকৈ ব্যৱস্থা কৰিব পৰা নাই। পুথি ভঁৰালৰ নিয়ম মতে কিতাপৰ তালিকা প্ৰস্তুতকৰণ আৰু কিতাপৰ বিভাগকৰণৰ ব্যৱস্থা হাতত ল'ব পৰা নাই। লাইব্ৰেৰিয়ান নাই, ঠাইৰ অভাৱ, সাজ-সঁজুলি আচবাব আদিৰ অভাৱ। কলেজৰ উপাধ্যক্ষ শ্ৰীতৰণী কান্ত ৰায় পুথি ভঁৰালৰ মাথোঁ তত্বাৱধানত আছে।

সেই কাৰণে গৃহনিৰ্মাণৰ প্ৰয়োজনীয়তা বাৰুকৈ অনুভৱ কৰা হৈছে। পুথিভঁৰাল ঘৰৰ আগফালৰ অংশটো প্ৰথমে নিৰ্মাণ কৰা হ'ব। এই অংশটোৰ দীঘলে ৫৪ ফুট আৰু বহলে ২৪ ফুট। ইয়াত থাকিব 'অডিঅ' ভিছুৱেল' আৰু সভা-সমিতি পতা কক্ষ, টি ভি, ভি ছি আৰ আৰু কেছেট ৰখা কক্ষ, পাঠকসকলৰ বস্তুবাহানি ৰখা ঠাই, কিতাপ আদান-প্ৰদান কক্ষ, কিতাপৰ তালিকা ৰখা ব্যৱস্থা, বাতৰি কাকত আৰু বিবিধ আলোচনী ৰখা ঠাই আৰু পঢ়াৰ মেজ। অপৰ.. অংশটোৰ দীঘ ৫০ আৰু বহল ২৪ ফুট। গৃহ নিৰ্মাণৰ লগে লগে পুথি ভঁৰালৰ ব্যৱহাৰিক কাৰ্যকলাপ আৰম্ভ কৰা হ'ব।

গুৱাহাটী পান বজাৰৰ 'ডিজাইন কনছৰ্টিয়াম' আৰু শিলপুখুৰীৰ শ্ৰীসুধাংশু দেৰ ইঞ্জিনিয়াৰিং কনছালটেন্সি ব্যুৰো— এই দুয়োটা অনুষ্ঠানে পুথি ভঁৰালৰ গৃহ নিৰ্মাণ সম্পৰ্কত পৰিকল্পনা, নক্সা, প্ৰাক্কলন আদি যাৱতীয় প্ৰস্তুতিত গুৰি ধৰিছে।

অপূৰ্বৰ স্মৃতি বিজড়িত পুথি ভঁৰালৰ গৃহ নিৰ্মাণৰ বাবে তেওঁৰ বন্ধু আৰু সদাশয় ব্যক্তিসকলে ইটা, বালি, শিল আৰু ছিমেণ্ট দান দিবলৈ আগবাঢ়ি আহিছে। যথা সময়ত তেওঁলোকৰ দান স্বীকৃতি জনোৱা হ'ব।

পুথি ভঁৰাল আঁচনিৰ গুৰিতে যে অপূৰ্বৰ এটা বিশেষ প্ৰেৰণা আছিল, সেই কথা আঁচনিখন উদ্বোধন কৰাৰ সময়ত উল্লেখ কৰা হৈছিল। আজি ঘৰৰ ভিটি স্থাপন উপলক্ষে আকৌ অকণমান উল্লেখ কৰাৰ প্ৰয়োজন বোধ কৰিছোঁ। দশম বিশ্ব যুৱ উৎসৱত যোগদান কৰিবলৈ অপূৰ্ব বাৰ্লিনলৈ গৈছিল। তাত জাৰ্মান যুৱ শক্তিৰ কৰ্মোদ্যম লক্ষ্য কৰিছিল। আলজীয়াৰ্ছত 'তৃতীয় বিশ্ব'ৰ যুৱ সন্মিলনত অপূৰ্ব ভাৰতৰ প্ৰতিনিধিত্ব কৰিছিল। তাত 'তৃতীয় বিশ্বৰ যুৱকসকলৰ প্ৰগতিশীল নেতৃত্ব প্ৰতিষ্ঠাৰ প্ৰয়াসত বিশেষ ভূমিকা লৈছিল।

মস্কোত ৰুছিয়াৰ জাতীয় সংহতি দিৱসত যোগদান কৰিছিল। তাত সমাজতান্ত্ৰিক শক্তিৰ বিকাশ সাধনত যুৱকৰ ভূমিকা সম্পৰ্কে প্ৰত্যয় লাভ কৰিছিল। এইবোৰ বিষয়ে বহল ব্যাখ্যা কৰি আৰু বিদেশৰ পৰা অনা ফিল্ম আদি দেখুৱাই আমাক যি ধৰণে উদ্বুদ্ধ কৰিছিল, সেই কথা আমি পাহৰিব নোৱাৰো। তেওঁ যুৱকসকলৰ বাবে দুটা কথাত গুৰুত্ব আৰোপ কৰিছিল— এটা কামৰ প্ৰতি ধাউতি— Will to work more, আনটো জ্ঞান অৰ্জনৰ বাবে আগ্ৰহ Will to know more, শেহৰ কথাটিৰ বাবে সেইবোৰ দেশত থকা পুথি ভঁৰালৰ কথা আমাক বৰকৈ কৈছিল। এই পুথি ভঁৰালৰ গুৰিতে আছে অপূৰ্বৰ পৰা লাভ কৰা প্ৰেৰণা।

ৰত্নপীঠ কলেজত উদ্বোধন কৰা পুথি ভঁৰাল আঁচনিৰ বাহিৰেও অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টে গুৱাহাটীত কামৰূপ একাডেমীত আন এটি আঁচনি প্ৰৱৰ্তন কৰিছে। সেই আঁচনি সম্পৰ্কে ইয়াত কেৱল উল্লেখ কৰিব বিচৰা হৈছে। বছৰেকীয়া তৰ্ক প্ৰতিযোগিতাৰ আয়োজন কৰি ১৯৮৪ চনত কামৰূপ একাডেমীত প্ৰথম আৰু দ্বিতীয় হোৱা দল দুটাক দুটা চলন্ত ট্ৰফী দিয়া হয়। তাৰ ভিতৰত প্ৰথম হোৱা দলটোলৈ আগবঢ়োৱা চলন্ত ট্ৰফীটো গুৱাহাটী জু ৰোডৰ শ্ৰীচক্ৰধৰ দাসদেৱে দান আগবঢ়াইছে।

সেই আঁচনি মতে, তৰ্ক প্ৰতিযোগিতা পৰিচালনা কৰিবলৈ দহ হাজাৰ টকাৰ এটা স্থায়ী পুঁজি আচুতীয়াকৈ কামৰূপ একাডেমীৰ অধ্যক্ষৰ তত্বাৱধানত বেংকত জমা থোৱা হৈছে।

ৰত্নপীঠ কলেজত পুথি ভঁৰালৰ আঁচনিখন সম্পাদন কৰাৰ পিছত আৰু কেইখনমান আঁচনি অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টৰ বিবেচনাধীন হৈ আছে। ৰাইজৰ সহযোগত সেইবোৰ আঁচনি যথা সময়ত এই কাৰ্যত আমালৈ সহায়-সহযোগ আগবঢ়াইছে। সেই সকললৈ আমাৰ আন্তৰিক ধন্যবাদ জনাওঁ।

এই কেইআষাৰ কথাৰে অতিথি অভ্যাগতক সমন্বিতে ৰাইজৰ সহায়-সহযোগ কামনা কৰি এই প্ৰতিবেদন সামৰিলো। ইতি—

ধীৰেন্দ্ৰ দেৱ অধিকাৰী
প্ৰধান সম্পাদক
অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্ট
গোপীনাথ নগৰ, গুৱাহাটী-৭৮১০১৬

**পৰিশিষ্ট ঃ**

**Estimate for the proposed Apurba Sinha Memorial Library Building of Ratnapith College at Chapar (Area: 225.64 sgm)**

**Specifications:**

1. R.C.C column footings over brick soling at depth not less than 1m.
2. 23 omn thick brick plinth wall over R.C.C. tie beam at 150 mm below G.L.
3. 115 mm thick brick wall in cement mortar (1:4) and cement plaster on both face of the wall.
4. Timber windows with sal wood and Gamari wood shutters including 3 mm thick glass fixed with timber beadings.
5. R.C.C. lintal 150 X 113 size in 1:2:4 concrete and R.C.C. chajjas over the windows.
6. Centre hung timber ventilators with sal wood chowkath and Gamari wood shutters including 3 mm thick glass fixed to the shutter frames with 12 mm X 12 mm beading.
7. Gamari wood panelled doors with sal wood chopwkantsh fixed to the brick wall with M.S. hold fast.
8. C.G.I. sheet roofing over sal wood purlin which are supported on suitable sal wood roof trusses as per design.
9. A.C. Ceiling of 4 mm thick fixed to the 5 mm X 5 mm sal wood ceiling joist supported on timber truss by means sof 25 mm X 6mm M.S. suspenders.
10. I.P.S. flooring 12 mm thick over flat brick soling and 65 mm thick P.C.C.
11. Suitable cement paints on external wall surfaces and lime was on internal wall surfaces and white synthetic chamel paints on timber surfaces.

**ESTIMATE:**

Area of the building 224 sqm.
Cost of civil works considering Rs. 1,755.00 per sqm.
of floor area -
Rs. 3.94.243.20

Ald. Rs. 44/m for anitermite treatment
Rs. 9.884.15
--------------------------------

Rs. 4.04.127.35
The rates are for 1989-90 as recommended by APWD
A-dd. 10% for price escalation to bring it to present market rate
Rs. 40,412.75
Total for civil works ----------------------------------

Rs. 4,44,540.10
Add. 23% of civil works for sanitary and water supply works.
Rs. 1,02,244.20
Add. 10% of civil works electrification

Rs. 44,454.00

Total Rs. 5,91,238.30
Say Rs. 5,91,000.00

Total estimated cost Rupees Five Lakhs ninety one thousand only

**Sd/ P.Das**
For DESIGN CONSORTIUM

# Inauguration Apurba Sinha Granthagar Bhawan

A vote of thanks by **Shri Tarnai Kanta Roy,**
Principal, Ratnapith College
Apurba Sinha Trust, Apurba Path, Zoo Road, Guwahati-781 003

Friends,

On behalf of Apurba Sinha Trust, Ratnapith College and the people of the neighbourhood, it is our proud privilege to propose a vote of thanks to you for joining us on the occasion of the inauguration of Apurba Sinha Granthagar Bhawan. We apologize to you for not being able to make your stay comfortable here. We have our limitations. We hope you would excuse us for all our lapses and short coming. Further we hope that you would permit us to take this opportunity to say a few words about Apurba Sinha Granthagar and Ratnapith College.

Apurba Sinha Granthagar originated from an humble effort to collect books and almirahs for a library for Ratnapith College. The College needed a library when it applied to the Gauhati University for its affiliation. A library was one of the preconditions for grant of affiliation. At that time Apurba Sinha Trust was also constituted in memory of Apurba Kumar Sinha, a promising youth leader who died in a road accident in that year. Shri Sinha made his mark in various national and international fields of activities social, political, economic and cultural. He was also closely associated with the College since its very inception. The Apurba Sinha Trust came forward to fulfil the condition. The Trust collected books and almirahs and set up a library. The College was granted affiliation to the University. It was indeed a positive contribution of the Trust to Ratnapith College at the time of need.

**Collection of Fund**

Thereafter the Trust started collecting funds in aid of the library. The funds so collected were deposited gainfully to earn more interests. When the deposits matured, they were found to be a sum of

কিলোমিটাৰতকৈ অধিক পৰিধি থকা বিদ্যাবনখনক গৰু-ছাগলী সোমাব নোৱাৰাকৈ তাঁৰৰ বেৰা দি দিছে। কলেজৰ বাৰীখনক সজাবৰ বাবে অজস্ৰ গছ পুলিৰ যোগান ধৰিছে। বিশেষকৈ সামাজিক বনানিকৰণ বিভাগৰ (C.C.F, Social Foresty) শ্ৰীদুৰ্গা প্ৰসাদ নেওগ আৰু Conservator of Forest (W.A.C) শ্ৰীহেমেন চাংকাকতি দেৱে যোৱা ১০ মে তাৰিখে সেউজী সপ্তাহ উপলক্ষে অনুষ্ঠিত ৰাজহুৱা সভাত অংশ গ্ৰহণ আৰু বৃক্ষৰোপণত যোগদান কৰি কলেজখনক স্নেহ ধন্য কৰিছে। অসমৰ কৃষি বিভাগেও বহুত গছপুলি ৰুই সহায় কৰিছে। অধিকাংশ পুলি ফলবান বৃক্ষৰ। বিভাগীয় বিষয়া সকলেও বিভিন্ন ধৰণৰ গছপুলি ৰুই গৈছে। চাপৰ-শালকোঁছা উন্নয়ন খণ্ড আৰু জলসিঞ্চন বিভাগৰ জল-নিষ্কাষণ ব্যৱস্থাৰ কাৰণে ৰত্নপীঠ কলেজ তেওঁলোকৰ ওচৰত ঋণী। তাৰ বাহিৰেও চাপৰ-শালকোছা উন্নয়ন খণ্ডৰ বিশেষ অবদান আছে। চম্পাৱতী কৃষি পাম নিগমৰ অবদান উল্লেখযোগ্য। অসম ৰাজ্যিক বিদ্যুৎ পৰিষদে কলেজত বৈদ্যুতিকৰণ বিশেষ সহায় আগবঢ়াইছে। পৰিষদৰ ওচৰত ৰত্নপীঠ কলেজ কৃতজ্ঞ হৈ থাকিব। কলেজৰ নিৰ্মাণ কাৰ্য সম্পূৰ্ণ নহলেও কলেজৰ প্ৰাঙ্গণ আলোকিত কৰা আলোকময় পৰিষদৰেই কৃতিত্ব। ৰত্নপীঠ কলেজৰ আৰম্ভণিৰে পৰা বঙ্গাইগাঁও কলেজৰ অধ্যক্ষ শ্ৰীসুভাষ চন্দ্ৰ চক্ৰৱৰ্তীয়ে সকলো সময়তে সকলো প্ৰকাৰৰ সহায়-সহযোগ আৰু পৰামৰ্শ দি আহিছে। ৰত্নপীঠ কলেজ তেখেতৰ ওচৰত বিশেষভাবে ঋণী।

বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানে কলেজ খনৰ উন্নয়ন মূলক কাৰ্যত শ্ৰমদান দি সহায় কৰি আহিছে। ভকতগাঁও বীণাপাণি লাইব্ৰেৰীৰ নাম এই ক্ষেত্ৰত বিশেষভাবে উল্লেখযোগ্য। এই অনুষ্ঠানটিৰ কৰ্মীসকলে ৭ দিন শ্ৰম দান দি ৰাস্তা-ঘাট, বাট পথ নিৰ্মাণৰ অশেষ অৰিহণা যোগাইছে।

বন বিভাগৰ সহযোগত প্ৰৱৰ্তন কৰা কেইটিমান আঁচনিৰ কথা ইয়াত উল্লেখ কৰা হ'ল। তাৰে এটি হ'ল-'মেঘাৰণ্য'। কলেজৰ ঘৰ দুৱাৰ ধুমুহাই যাতে ক্ষতি কৰিব নোৱাৰে তাৰ বাবে কলেজৰ বায়ু কোণত বিশেষ এবিধ বৃক্ষ সমষ্টিক 'মেঘাৰণ্য' আখ্যা দিয়া হৈছে। বায়ুকোণৰ পৰা অহা ধুমুহাক এই অৰণ্যই আঁৰ দি ৰাখিব। কাৰ্যালয়ৰ উত্তৰত থকা আম, মধুৰী-আম, লেটেকু, পণিয়ল আদি ফলবান বৃক্ষৰ বননি খন 'উত্তৰ বননি'। কাৰ্যালয়ৰ পূবত 'পূৰ্বোদ্যান'। ফুল আৰু সুশোভন গছেৰে ভৰি উঠিব ধৰা পুৰ্বোদ্যানক পুষ্পোদ্যানো বুলিব পাৰি। কাৰ্যালয়ৰ সন্মুখতে দুখন গোলাপ ফুলৰ বাগিচা। নাম দিয়া হৈছে Rose Garden। বিভিন্ন জাতি আৰু ৰঙৰ গোলাপে এই বাগিচাখন জাতিষ্কাৰ কৰি ৰাখিব। কাৰ্যালয়ৰ অদূৰত মুকলি মঞ্চ। কলেজৰ সভা-সমিতি, নাট-ভাওনা আদি অনুষ্ঠিত কৰিবলৈ এই মঞ্চৰ চাৰিওফালে এনেদৰে গছ ৰোপণ কৰা হৈছে, সেই গছৰ ঠাল আৰু পাত বোৰেই ওপৰত ৰভাৰ দৰে সজ্জিত হৈ ৰ'ব। ঘন পাতৰ তলত সভা সমিতি বা নাট ভাওনা ছায়া শীতল পৰিবেশত অনুষ্ঠিত হ'ব পাৰিব। দৰ্শক সকলৰ বহা ঠাইৰ কাৰণেও অনুৰূপ ভাবে

গছ পুলি ৰোৱা হৈছে। সেইবোৰ ডাঙৰ হ'লে গছৰ ঠাল আৰু পাতবোৰে ৰ'ভাৰ কাম কৰিব। ঘন পত্ৰ গুচ্ছৰ শীতল ছায়াখিনিক ছায়া-ছত্ৰ আখ্যা দিয়া হৈছে। সভা সমিতি বা কোনো অনুষ্ঠানৰ আয়োজন কৰিব লগা হ'লে, বেলেগ ৰ'ভা সাজিব নালাগিব। মুকলি মঞ্চৰ দক্ষিণ-পশ্চিম কোণত মঞ্চকানন পতা হৈছে। এই কাননেই মধ্যাহ্ন আৰু অপৰাহ্ন সূৰ্যৰ উত্তাপক আৰ দি ৰাখিব। অলপ পশ্চিমলৈ আগবাঢ়ি গলেই 'বকুলবন'। ল'ৰা ছোৱালীৰ খেল-ধেমালিৰ কাৰণে আচুতীয়াকৈ ৰখা ঠাই ডোখৰক বকুল বনে ছাঁ দি থাকিব। বকুল বনৰ কাষতেই আম্ৰকুঞ্জ। আম্ৰকুঞ্জৰ প্ৰধান বৃক্ষ আম। আন আন ফলবান বৃক্ষও আছে। আম্ৰকুঞ্জই অধ্যক্ষ আৰু অধ্যাপক সকলৰ থকা ঠাই। তেওঁলোকৰ আবাস গৃহ ধুমুহাৰ পৰা ৰক্ষা কৰিবৰ বাবে উত্তৰ আৰু পশ্চিমে আৱৰি আছে তিতাচঁপা, বনচোম, শিশু, সোণাৰু আদি বৃক্ষৰাজিৰ এটি আবেষ্টনী। আম্ৰকুঞ্জৰ দক্ষিণত নাৰিকলনি। এশ জোপামান নাৰিকল ৰুব পৰা ঠাই। ৰোপণ কাৰ্য চলি আছে। অভিৰক্ষী দুজনৰ গৃহত আৰু অধ্যক্ষৰ বাস ভৱনৰ তামোল পানৰ বাৰীৰ নাম সুফলা। ভকতগাঁৱৰ বীণাপাণি লাইব্ৰেৰীয়ে এই বাৰীখন সজোৱাৰ দায়িত্ব গ্ৰহণ কৰিছে। নাথপাৰা ইয়ংক্লাবে অভিৰক্ষী এজনৰ শ্যামলা নামৰ বাৰীখন সজোৱাৰ দায়িত্ব গ্ৰহণ কৰিছে। নাথপাৰা ইয়ংক্লাবে অভিৰক্ষীৰ সুজলা বাৰীখন সজোৱা দায়িত্ব লৈছে আৰু নাৰিকলনিৰ দায়িত্ব লৈছে বাৰুণীতাৰা গাঁৱৰ কিষাণ ক্লাবে।

কলেজৰ বিভিন্ন গছ-গছনিৰে সুশোভিত হৈ উঠিব ধৰা বাৰীখন সজাবলৈ ৰাইজৰ অৱদানৰ সীমা নাই। কি বন মহোৎসৱ, কি সেউজী সপ্তাহ, কি অন্য উৎসৱ উপলক্ষে অথবা বিনা উপলক্ষেও ৰাইজে নিজে নিজে আহি গছ-গছনিবোৰ ৰুই আছে। গছ ৰোৱাৰ বিৱৰণ কলেজত আছে কিন্তু এই প্ৰতিবেদনত প্ৰকাশ কৰিবলৈ ঠাইৰ নাটনি। গছ ৰোপণ কৰোঁতাসকলৰ নাম যথাসম্ভৱ প্ৰতিডাল গছপুলিত আঁৰি দিয়া হৈছে। গছপুলিবোৰ ডাঙৰ হলে নামবিলাক নিয়াৰিকৈ ৰাখিব পৰা হ'ব।

ইয়াত উল্লেখ কৰিব পাৰি যে কলেজৰ আহ্বানত নেতাজী ক্লাব, কাজিপাৰা ইয়ং ক্লাব, শঙ্কৰ সংঘ, নিদানী ক্লাব, তৰুণ সংঘ, মৌৰাটাৰী ক্লাব আৰু নিদানী, ভকতগাঁও, বহলপুৰ নাথপাৰা আৰু তটপাৰা মহিলা সমিতিয়ে সঁহাৰি জনাইছে। ইয়াত বিভিন্ন দানৰ ভিতৰত ভূমিদানৰ কথাটো উল্লেখ কৰা হ'ল। অন্যান্য দানৰ কথা পৰিশিষ্টত দিয়া হৈছে। শ্ৰেণীবদ্ধ বিভিন্ন দাতা সকলৰ নামো পৰিশিষ্টত দিয়া হৈছে।

কলেজৰ আভ্যন্তৰীণ বাটপথ পৰিকল্পনা অনুযায়ী সজা হৈছে। আভ্যন্তৰীণ পথ সমূহৰ লগত আঁচনিমতে জাতীয়পথ আৰু গড়কাপ্তানী পথৰ লগত সংযোগ স্থাপন কৰিবলৈ পথ নিৰ্মাণৰ কাৰণে শ্ৰীফুলসিং নাথ, শ্ৰীমানিক নাথ, শ্ৰীযোগেন্দ্ৰ নাথ, মাইবুদ্দিন আহম্মদ, শ্ৰীহলিৰাম ৰায় আৰু শ্ৰীমতী বাসন্তী বালা নাথে কলেজক ভূমিদান কৰিছে।

ৰত্নপীঠ কলেজৰ পুথিভঁৰালৰ কাৰণে অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টে এটি আঁচনি হাতত লৈছে। সেই আঁচনি মতে আৰম্ভণিতে প্ৰস্তাৱ আছিল যে, ট্ৰাষ্টে ৫০০০, টকাৰ এটি স্থায়ী

পুঁজি আঁচুতীয়াকৈ বেঙ্কত জমা থ'ব। আঁচনি পৰিচালনাৰ বাবে গঠিত স্থানীয় কমিটিয়ে ২৫০০ টকা দিব পাৰিলে ট্ৰাষ্টে সম পৰিমাণৰ অৰ্থাৎ ২৫০০ টকাৰ আৰু এটি দান আগবঢ়াব। লগতে ১৬০০ টকাৰ আৰু এটি বিশেষ দান দিব। এনে অৱস্থাত স্থানীয় পৰিচালনা কমিটিয়ে ২,৫০০ টকাৰ দান সংগ্ৰহ কৰি দিয়াত ট্ৰাষ্টে মুঠ ৯,১০০ টকা দান দিয়ে। স্থানীয় কমিটিৰ দ্বাৰা সংগৃহীত ২,৫০০ টকাৰ সৈতে লগ লগাই ১১,৬০০ টকা ১৯৮৪ চনৰ ২১ নৱেম্বৰ দিনা আচুতীয়াকৈ স্থায়ী পুঁজি বেঙ্কত জমা দিয়া হয়।

সেইদিনাই তদুপলক্ষে অনুষ্ঠিত ৰাজহুৱা সভাত বেঙ্কৰ টকা জমা দিয়াৰ চাৰ্টিফিকেটখন স্থানীয় কমিটিৰ সভাপতি কলেজৰ অধ্যক্ষ শ্ৰীহৰকান্ত গগৈ দেৱৰ হাতত অৰ্পণ কৰা হয়। সেই সভাতেই শ্ৰীজয়ন্ত কুমাৰ সিংহ আৰু শ্ৰীমতী ৰাধা সিংহৰ পৰা সংগ্ৰহ কৰা ৯,০০০ টকাৰ মূল্যৰ এনচাইক্লোপিডীয়া ব্ৰিটেনিকাৰ ৩০ খণ্ড আৰু গুৱাহাটীৰ লব্ধ প্ৰতিষ্ঠ ব্যৱসায়ী শ্ৰীগঙ্গা কলিতাৰ পৰা সংগ্ৰহ কৰা ২,৩২৭.৫০ পইচা মূল্যৰ প্ৰকাশন পৰিষদৰ প্ৰকাশিত সমগ্ৰ কিতাপ, শ্ৰীমুৰলীধৰ ৰায় আৰু শ্ৰীকমল কুমাৰ মেধিৰ পৰা পোৱা ১,৮০০ টকাৰ মূল্যৰ তিনিটা কিতাপৰ আলমীৰা দান দি ট্ৰাষ্টে কলেজৰ পুথিভঁৰালৰ এটি শক্তিশালী ভেটি স্থাপন কৰে। জমা দিয়া টকা, কিতাপ আৰু আলমীৰাৰ মূল্য একেলগে ধৰিলে পুথিভঁৰালৰ কাৰণে ট্ৰাষ্টৰ পৰা সেইদিনাই ২৪,৭২৭.৫০ টকা পোৱা হৈছিল। তাৰ পিছত আঁচনিখন পৰিবৰ্দ্ধন কৰি যোৱা ২১ মাৰ্চত ট্ৰাষ্টে ১৩,৪০০.০০ টকা (তেৰ হাজাৰ চাৰিশ) আৰু এটি আচুতীয়া পুঁজি দান কৰে। আগৰ পুঁজিৰ লগ একত্ৰিত কৰিলে ট্ৰাষ্টে স্থায়ীভাবে জমা দিয়া পুঁজিৰ পৰিমাণ ২৫,০০০ টকা হয়। অহা নবেম্বৰ মাহৰ ২১ তাৰিখত বহিব লগা সভাত ট্ৰাষ্টে আৰু ৮,৭০০ টকাৰ এটি স্থায়ী পুঁজি দান দিয়াৰ কথা আছে। তেতিয়া তিনিওটা স্থায়ী পুঁজি লগ লগালে ৩৩,৭০০ টকাৰ এটি স্থায়ী পুঁজি হ'ব। এই স্থায়ী পুঁজি বাঢ়ি বাঢ়ি দহ বছৰত ১,০০,০০০ টকা হ'বগৈ। তাৰ পৰা বছৰি ১২,০০০ (বাৰ হেজাৰ) কা সুদ পোৱা যাব। মূলপুঁজি লৰচৰ নকৰাকৈ কেৱল অৰ্জিত সুদৰ দ্বাৰা বছৰি ১২০০ টকাৰ কিতাপ পুথিভঁৰালৰ বাবে কিনিব পৰা হ'ব। সম্প্ৰতি পুথিভঁৰালৰ কাৰণে ট্ৰাষ্টে মুঠ ১১টা আলমীৰা আৰু ২,২৫৭ খন কিতাপ বিদ্যুৎসাহী ব্যক্তিসকলৰ পৰা সংগ্ৰহ কৰি পুথিভঁৰাললৈ আগবঢ়াইছে।

কলেজ নিৰ্মাণ কাৰ্যত ভালেখিনি আগবঢ়া হৈছে যদিও কলেজখনক এটা স্থিতিলৈ আনিবৰ বাবে এতিয়াও বহুবাট বুলিবলৈ বাকী আছে। বিশ্ববিদ্যালয়ৰ স্বীকৃতি পোৱাৰ পিছতো কলেজৰ বাবে মাহিলী অনুদান বৰ্দ্ধিত কৰা অথবা চৰকাৰৰ পৰা পৰিপূৰক মঞ্জুৰী লাভ কৰা আৰু শেষত বিশ্ববিদ্যালয় অনুদান আয়োগৰ মঞ্জুৰী পাবলৈ স্বীকৃতি লাভ কৰা এতিয়াও বাকী আছে। তাৰ বাবে কলেজত কৰিবলগীয়া কামো বহুত আছে। কলেজত এতিয়া ইংৰাজী, অসমীয়া, অৰ্থনীতি, বুৰঞ্জী আৰু ৰাজনীতি বিজ্ঞানৰ হে অধ্যাপনা হয়। ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে অধ্যয়নৰ সুবিধা অতি সীমিত হৈ আছে। অধ্যয়নৰ পৰিসৰ

বঢ়াবলৈ হ'লে আৰু কেইটামান বিষয় খুলিব লাগিব। তদুপৰি বিজ্ঞান বিভাগ খোলাৰ প্ৰয়োজনো কোনেও নুই কৰিব নোৱাৰে।

প্ৰতিবেদন সমাপ্ত কৰাৰ আগেয়ে কলেজৰ প্ৰাক্তন সম্পাদক অক্লান্ত কৰ্মী কৈলাশ চন্দ্ৰ চৰকাৰৰ কথা সুঁৱৰিব খুজিছোঁ। তেওঁৰ অকাল বিয়োগত কলেজে এজন নিষ্ঠাবান উদ্যোগী কৰ্মী হেৰুৱালে। ক্ৰমবৰ্দ্ধমান এই শিক্ষানুষ্ঠানটিৰ দৃঢ় ভেটিটোৱে শ্ৰীকৈলাশ চন্দ্ৰ সৰকাৰে সম্পাদক হিচাপে কৰা কাম কাজৰ অমৰ স্বীকৃতি হৈ ৰ'ব।

সামৰণিত ৰত্নপীঠ কলেজৰ যোৱা সাত বছৰ কামকাজৰ সংক্ষিপ্ত বিৱৰণী ৰাইজৰ আগত দাঙি ধৰা হ'ল। ৰাইজে যেন মৰম-স্নেহ কৰি কলেজৰ কাৰ্যক্ষেত্ৰৰ পৰিসৰ বিস্তাৰ কৰে এয়েই নিবেদন।

ডালিক কুমাৰ মেধি
সম্পাদক

## পৰিশিষ্ট

১। প্ৰথম বছৰত ভৰ্তি হোৱা ছাত্ৰ-ছাত্ৰীৰ নাম
২। ৰত্নপীঠ কলেজৰ পৰা বিএ পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীৰ নাম
৩। দাতাসকলৰ নাম-
(ক) প্ৰতিষ্ঠাতা পৃষ্ঠপোষক
(খ) প্ৰতিষ্ঠাতা দাতা
(গ) ভূমি দান
(ঘ) টিনপাত দান
(ঙ) আলমাৰি দান
(চ) ছিলিং ফেন দান
(ছ) মহিলা দাতা (এতিয়া নাই)

## প্ৰতিষ্ঠাতা দাঁতা

(যিসকলে ৫০০ টকা দান আগবঢ়ায়)

১। ইজাহান উদ্দিন
২। অমূল্য শূৰ
৩। নছমন চৌধুৰী
৪। কৰেন্দ্ৰ নাৰায়ণ অধিকাৰী
৫। মহেশ চন্দ্ৰ ৰায়
৬। ৰাধিকা মোহন ৰায়
৭। নৰেশ চন্দ্ৰ শীল
৮। পুলিন বিহাৰী নাগ
৯। শ্যামল তালুকদাৰ
১০। মাজম আলী
১১। মোহন আলী
১২। মোহৰ আলী

১৩। যোগেশ্বৰ ৰায়
১৪। শ্যামল শূৰ
১৫।চন্দ্রমোহন পাল
১৬। ঘনশ্যাম সিংহ
১৭। হাজীনেতাবীৰ ৰহমান
১৮। এইচ পি আগৰৱালা
১৯।এচ কে ঘোষ এণ্ড ব্রাদার্ছ
২০। কার্তিক সাহু
২১।সুনীল কুমাৰ দাস
২২। বলাই শূৰ
২৩।লক্ষেশ্বৰ ৰায়
২৪। জ্ঞানেন্দ্র দাস
২৫।অৰুণ কুমাৰ সিংহ
২৬। নীলেশ্বৰ সিংহ
২৭।সুনীল দাস

**টিন পাত দাতা**

১। মুৰলীধৰ ৰায় -৪ বাণ্ডিল
২। ৰেকিবুদ্দিন আহমেদ- ২
৩।ৰবীন্দ্র নাথ সিংহ - ১
৪। উদয় দাস - ১
৫।প্রফুল্ল দাস - ১
৬। বৌমাৰী শ্মশান - ১
৭। যোগেশ্বৰ ৰায় - ১
৮। নীলকণ্ঠ অধিকাৰী - ১
৯। পৰিমল ৰায় - ১
১০। ৰত্নেশ্বৰ শূৰ - ১
১১।পালিয়া জৈন - ১
১২। ৰাধা সিংহ - ১
১৩।চাপৰ টালি ফে ক্টৰী - ১
১৪। শ্যামল তালুকদাৰ - ১
১৫।জয়নাল বেগৰী - ১
১৬। বিষ্ণু সিংহ - ১
১৭।সুনমচান্দ নাহাট্টা - ১ বান
১৮। মৃণালকান্তি বসু - ২ বান
১৯।ৰাম প্রসাদ দাস - ২ বান

**ভূমিদান**

শ্রীফুল সিংহ নাথ
শ্রীমানিক নাথ
শ্রীযোগেন নাথ
হলিৰাম ৰায়
মাইবুদ্দিন সেখ
বাসন্তী নাথ

**আলমীৰা দাতা**

বৈকুণ্ঠ দাস পক্ষে স্বৰ্গীয় আনন্দ মোহন দাস।

**মাহিলী দাতা**

ঃ ব্যক্তিঃ

তলত দিয়া বিশিষ্ট সজ্জন সকলৰ নাম মাহিলী দাত হিচাপে পঞ্জীয়নভুক্ত কৰা হৈছে। তেখেতসকলৰ এই মাহিলী দানৰ দ্বাৰা কলেজৰ বিত্তীয় ভেটি শক্তিশালী কৰিবলৈ যত্ন কৰা হৈছিল-

সৰ্বশ্ৰী ৰত্নেশ্বৰ শূৰ, জ্ঞানেন্দ্ৰ দেৱ নাথ, ৰতনলাল, হনুমান ষ্টোৰ, লচমন চৌধুৰী, ছামছুল হক, হংসৰাজ বোখৰা, ফলজুদ্দিন বাসুভূষণ দাস, অমূল্য শূৰ, বলাই শূৰ, ভবানী বস্ত্ৰালয়, সুৰেন্দ্ৰ বস্ত্ৰালয়, নিৰ্মল কুমাৰ ঘোষ, শেঠীয়া ব্ৰাদ্ৰাৰ্ছ, পুনমচাঁদ নাহাট্টা, যতীন্দ্ৰ পাল, সুখীমোহন ৰায়, পুলিন বিহৰী নাগ, মাল্লা চাইকেল ষ্টোৰ, সত্যবান বনিক, হবিবৰ ৰহমান, উপেন্দ্ৰশীল, ক্ষিতীশ চন্দ্ৰ পোদ্দাৰ, প্ৰভাত পোদ্দাৰ, অমৰ মজুমদাৰ, হবিবৰ ৰহমান, মোহন দাস, গোলাপুদ্দিন, নুৰজামাল নজৰুল ইছলাম, ৰমেশ শৰ্মা, নিৰঞ্জন দে, জীৱন পোদ্দাৰ, শীতল বিশ্বাস, সুভাষ চন্দ্ৰ তালুকদাৰ, ছওৱাল খান, বদিয়াজ্জামাল, অনিল মালাকৰ, বক্সিৰাম।

অনুষ্ঠান প্ৰতিষ্ঠান ঃ

তলত দিয়া অনুষ্ঠান প্ৰতিষ্ঠানত কাম কৰা অধ্যাপক, শিক্ষক, বিষয়া আৰু আন আন কৰ্মী সকলে মাহিলী দান আগবঢ়াইছে তেখেতসকলৰ ওচৰত কলেজ কৰ্তৃপক্ষই কৃতজ্ঞতা প্ৰকাশ কৰিছে।

চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়, চাপৰ ছোৱালী উচ্চ ইংৰাজী বিদ্যালয়, চাপৰ ছোৱালী মধ্য ইংৰাজী বিদ্যালয়, ৰায়ঝাৰা উচ্চ ইংৰাজী বিদ্যালয়, চাপৰ কেন্দ্ৰ প্ৰাইমাৰী বিদ্যালয় শিক্ষক সন্থা, বহলপুৰ কেন্দ্ৰ প্ৰাইমেৰী শিক্ষক সন্থা, চাপৰ ফ্ৰেণ্ডছ চিনেমা, চাপৰ চাৰ্কোল অফিচ, ইউনাইটেড কৰ্মাছিয়েল বেঙ্ক, ষ্টেট ট্ৰান্সপোৰ্ট অফিচ, ব্লক ডেভেলাপমেণ্ট অফিচ, পৰিয়াল আৰু শিশু কল্যাণ যোজনা, ই এণ্ড ডি অফিচ, ইলেকট্ৰিছিটি অফিছ, পুলিচ আউট পোষ্ট।

## APPENDIX

## REPORT OF THE CHAIRMAN OF THE CONSTRUCTION COMMITTEE AND ACCOUNT OF RECEIPT AND EX-PENSES FROM 1.5.1984 TO 31.7.1985.

On the occasion of the Sevent Foundation Day of Ratnapith College, we propose to place before the General Meeting of the College, the Accounts of receipt and expenditure on the construction work from 1.5.84 to 31.7.85 covered by three reports.

The Accounts of receipt and expenditure on the construction work from 1.5.84 to 31.7.85 covered by three reports.

First report along with the accounts for the period from 1.5.84 to 31.6.84 was discussed and approved by the Governing Body in its fifteenth meeting held on 10.9.84 by its resolution No. 3 and 4. The

second report for the period from 1.9.84 to 30.4.85 was discussed and approved in the seventeenth meeting of the Governing Body held on 8.5.85 by the resolution No. 1 (a) and (b). The third report was discussed and approved by the Governing Body in its twenty second meeting on 17.8.85 by its resolution No. 2.

The total amount spent by the construction committee may be classified as (a) expenditure on the construction works and (b) expenditure on items other than construction works as follows:

Period Expenditure on construction worksExpenditure on items other than construction

First -1.5.84 to 31.8.84 Rs. 46,418.80
Rs. 1,255.43 Second1.9.84 to 30.4.85 Rs.
45,170.90 Rs. 15,222.80
Third 1.5.85 to 31.7.85 Rs. 66,012.45
Rs. 7,485.34

Rs. 1,57,602.15 Rs. 23,963.57

Thus out of total expenditure of Rs. 1,81,565.72 the sum of Rs. 1,57,602.15 only has been spent on construction works which however include all expenses on the construction of roads. Plantation of trees, fencing of premises, construction of open air theatre, wall to acknowledge, donation and construction. Flag Base, sinking of Tube wells, Three culverts on the approach roads, construction of canteen, four toilets, two safety tanks, sanitary fillings and electrification.

With the expenditure of Rs. 1,57,602.15 the college has now a built up area of 7,101 sft as mentioned below which however include-

1. Administrative building - 2452 sft.
2. One class room building - 1600 sft.
3. NREP Building - 1600 sft.
4. Smote and workshop - 567 sft.
5. Chowkider House (i) - 504 sft.
6. Chowkider House (ii) - 378 sft.

Total - 7,101sft

Deducting the cost of construction like roads open air theatre fencing etc. and the area of the NREP Building and adding the cost of

construction of incomplete works, we may have an idea of cost of construction of the built up area which mayf came to Rs. 23/- per Sft. (approximately).

Ending bills: The following bills are yet to be paid-

| | |
|---|---|
| 1. Izzamuddin | Rs. 1,000.00 |
| 2. Shyamal Sur | Rs. 1,651.50 |
| 3. A/c Timber | Rs. 4,125.00 |
| 4. Electricity Bill | Rs. 325.00 |
| 5. Hemanta Barua A/c sand | Rs. 1,500.00 |
| **Total** | **Rs. 9,121.50** |

Stock:

There is an stock of 200 Cft. sawn timber collected for principal's quarters and 82 Cft. plank collected for construction of desk and benches etc. The value of timber came to Rs. 12,500.00 (approximately) only. There are some other minor items of materisl in stock.

Tarani Kanta Roy
Vice Principal
17.8.85

Samit Roy
Chairman
Construction Committee
17.8.85

# নৱম প্ৰতিষ্ঠা দিৱস

(১ ছেপ্তেম্বৰ, ১৯৮৭)

(অসমৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত ডাঙৰীয়াৰ দ্বাৰা ১৫ ছেপ্তেম্বৰ, ১৯৮৭, আবেলি ২ বজাত উদ্বোধন)

সম্পাদকৰ প্ৰতিবেদন

শ্ৰদ্ধেয় ৰাইজ,

চাপৰ-শালকোছা-বহলপুৰ-বইটামাৰীৰ বিস্তৃত অঞ্চলৰ ৰাইজে উচ্চ শিক্ষাৰ কাৰণে বহুদিনৰ পৰা সপোন দেখি আহিছিল। সেই সপোন বৰ্তমান ৰত্নপীঠ কলেজত বাস্তৱ ৰূপ ধাৰণ কৰিছে। এই অনুষ্ঠানটিৰ জন্ম হয় ১৯৭৮ চনৰ ১ চেপ্তেম্বৰৰ দিনা। ৰাইজৰ অশেষ চেষ্টা আৰু ঐকান্তিক সহযোগৰ ফলত ১৯৭৯ চনত বিশ্ববিদ্যালয়ৰ অনুমতি লাভ কৰি ১৯৮৩-৮৪ চনত স্নাতক মহলালৈকে স্বীকৃতি প্ৰাপ্ত হয় আৰু ১৯৮৬ চনত কলেজখনে ঘাটি মঞ্জুৰী লাভ কৰিবলৈ সক্ষম হয়।

চালুকীয়া অৱস্থাত থকাৰ কাৰণে ৰত্নপীঠ কলেজৰ প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ প্ৰতিষ্ঠা দিৱস মাথো আনুষ্ঠানিকভাবে পালন কৰা হৈছিল। প্ৰথম বাৰৰ বাবে ২২ চেপ্তেম্বৰ ১৯৮৫ দিনা ৰাজহুৱাভাবে সপ্তম প্ৰতিষ্ঠা দিৱস পালন কৰা হৈছিল। অসমৰ শিক্ষাধিকাৰ ড° শৈলজানন্দ ভৰালী, এম-এছ্-ছি, পি-এইচ-ডি মহোদয়ে সপ্তম প্ৰতিষ্ঠা দিৱস উদ্‌যাপন কৰে।

গভৰ্নিং ব'ডি নথকাৰ কাৰণে অষ্টম প্ৰতিষ্টা দিৱস উৎসৱও ৰাজহুৱাভাবে আয়োজন কৰিব পৰা নহ'ল। তাৰ বাবে আমি ৰাইজৰ ওচৰত ক্ষমা বিচাৰিছোঁ। সন্তোষৰ কথা যে অসম চৰকাৰে শ্ৰীশৰৎ চন্দ্ৰ সিংহক সভাপতি, শ্ৰীডালিম কুমাৰ মেধিক ছেক্ৰেটাৰী, অধ্যক্ষ শ্ৰীহৰকান্ত গগৈক জয়েন্ট ছেক্ৰেটাৰী, শ্ৰীভদ্ৰেশ্বৰ দাস, মৌঃ মজিবৰ ৰহমান আৰু শ্ৰীমতী কমলা দাস সদস্য হিচাপে মনোনীত কৰি গভৰ্নিং ব'ডি গঠন কৰে। গভৰ্নিং বডিলৈ গুৱাহাটী বিশ্ববিদ্যালয়ে চাপৰ হাই মাদ্ৰাছাৰ অধীক্ষক মৌঃ আব্দুল খালেক আৰু শ্ৰীঅতুল চন্দ্ৰ ৰায়ক সদস্য মনোনীত কৰে। কলেজৰ শিক্ষকসকলে শ্ৰীমতী শিখা শুৰ আৰু শ্ৰীপ্ৰভাস দাসক শিক্ষক প্ৰতিনিধি নিৰ্বাচিত কৰে। এই সদস্যসকলক লৈ গঠিত গভৰ্নিং বডিয়ে অধ্যাপক শ্ৰীজগদীশ চন্দ্ৰ ব্ৰহ্ম আৰু লোকসভাৰ প্ৰাক্তন সদস্য মৌঃ আহমেদ হুছেইনক সদস্য অভিবৰণ কৰে। দাতাসকলক প্ৰতিনিধিত্ব কৰিবলৈ দাতা শ্ৰীপুৰ্ণানন্দ ৰায়ক অভিবৰণ

কৰা হয়। এই ত্ৰয়োদশ সদস্য বিশিষ্ট গভৰ্ণিং বডিৰ গঠন ৫/৪/৮৭ তাৰিখে সম্পূৰ্ণ হয়। নৱগঠিত গভৰ্ণিং বডি, ৰাইজ আৰু উদ্যোগীসকলৰ আন্তৰিক আৰু অকৃত্ৰিম প্ৰচেষ্টাৰ ফলত ৰত্নপীঠ কলেজৰ ন ন আঁচনিৰ অগ্ৰগতি লাভ কৰি আহিছে।

**শৈক্ষিক অৱস্থিতিঃ** স্নাতক শ্ৰেণীৰ বাহিৰে ওপৰঞ্চি ভাবে উচ্চতৰ মাধ্যমিক শ্ৰেণী খোলা হৈছে আৰু তাত ইংৰাজী, অসমীয়া, ৰাজনীতি বিজ্ঞান, অৰ্থনীতি, বুৰঞ্জী আৰু গণিত বিষয়ত পাঠ্যদানৰ ব্যৱস্থা কৰা হৈছে। ইংৰাজী, অসমীয়া আৰু ৰাজনীতি বিজ্ঞান বিষয়ত অনাৰ্ছৰ শ্ৰেণী খোলা হৈছে। কলেজত ন গৰাকী শিক্ষক নিযুক্তি দিয়া হৈছে। তাৰ ভিতৰত গণিত বিষয়ত এগৰাকীক খণ্ড-সময়ৰ বাবে আৰু আন এগৰাকীক মঞ্জুৰীবিহীন পদত নিযুক্তি দিয়ে। সন্তোষৰ কথা যে এই বছৰ কলেজৰ উপাধ্যক্ষ শ্ৰীতৰণী কান্ত ৰায়ে অসমীয়াত এম ফিল ডিগ্ৰী লাভ কৰিছে।

**নিৰ্মাণ কাৰ্যঃ** ৰত্নপীঠ মহাবিদ্যালয়ৰ নিৰ্মাণ কাৰ্য নিয়াৰীকৈ সম্পাদন কৰিবলৈ এটি নিৰ্মাণ কমিটী গঠন কৰা হৈছে। শ্ৰীপূৰ্ণানন্দ ৰায় তাৰ সভাপতি শ্ৰী সমিত ৰায় তাৰ সম্পাদক। শ্ৰীতৰণী কান্ত ৰায়, শ্ৰীঅৰবিন্দ ৰায়, মোঃ মজিবৰ ৰহমান, শ্ৰীঅৰূপকংস বণিক, এচ ডি ও জলসিঞ্চন বিভাগ, চাপৰ, এই বিশিষ্ট ব্যক্তি সকল নিৰ্মাণ কমিটীৰ সদস্য। এই কালছোৱাত অধ্যক্ষৰ আবাস গৃহ নিৰ্মাণ কৰা হয়। নিৰ্মাণ কাৰ্য সমাপ্ত হোৱাৰ পূৰ্বে ধুমুহাত বিধ্বস্ত হোৱা অধ্যক্ষৰ বাসভৱন পুনঃ নিৰ্মাণ কৰা হয়। দক্ষিণ প্ৰান্তত অভিৰক্ষীৰ গৃহ নিৰ্মাণ কাৰ্য সমাপন কৰা হয়। এই গৃহ সম্প্ৰতি ছাত্ৰৰ জিৰণিৰ বাবে অস্থায়ীভাবে ব্যৱহৃত হৈ থাকিব।

কলেজৰ প্ৰধান গৃহৰ উত্তৰাংশত আৰু দক্ষিনাংশত দুটি খণ্ড গৃহ ইতিমধ্যে নিৰ্মাণ হৈছে। এই দুটি খণ্ড গৃহ লগ-লগাই কলেজৰ প্ৰধান গৃহটি সম্পূৰ্ণ কৰিবলৈ মাজত ৩৫৫.৬৮ বৰ্গ মিটাৰৰ এটি খণ্ড গৃহ নিৰ্মাণ কৰিবলৈ হাতত লোৱা হৈছে। এই খণ্ড গৃহটি নিৰ্মিত হলে কলেজৰ প্ৰধান গৃহৰ নিৰ্মাণ কাৰ্য সম্পূৰ্ণ কৰা হ'ব। সম্প্ৰতি ইয়াৰ ভেটিৰ নিৰ্মাণ প্ৰায় সম্পূৰ্ণ।

বিদ্যুৎ যোগানৰ বাবে কলেজ প্ৰাঙ্গণত ১৩ ডাল খুঁটা পোতা হৈছে। অভিৰক্ষীৰ গৃহ, কলেজ গৃহ আৰু অধ্যক্ষৰ বাসভৱনত বিজুলীৰ যোগাযোগ হৈ গৈছে। কলেজৰ আভ্যন্তৰীণ পথত শিক্ষক দিৱস ৫ চেপ্তেম্বৰৰ দিনা বিজুলী চাকিয়ে প্ৰথম পোহৰ দিছে। এই সম্পৰ্কে ছাব-ডিভিজনেল অফিচাৰ শ্ৰীৰথীন কুমাৰ চৌধুৰী আৰু লাইনমেন (গ্ৰেড ২) শ্ৰীকালীচৰণ সিঙৰ বিবিধ পৰামৰ্শৰ বাবে ৰত্নপীঠ কলেজে তেখেতসকলৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছে।

কলেজৰ নৱম প্ৰতিষ্ঠা দিৱস উদযাপন কৰিবলৈ মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত ডাঙৰীয়া কলেজত আগমন উপলক্ষে ফকৰুদ্দিন আলি আহমেদ পথৰ নিৰ্মাণ কাৰ্য দ্ৰুতভাবে সমাপ্তি হয়। এই সম্পৰ্কত ছাব-ডিভিজনেল অফিছাৰ শ্ৰীবিনোদ বিহাৰী নাথক তেখেতৰ

কাৰিকৰী পৰামৰ্শৰ বাবে ৰত্নপীঠ কলেজে ধন্যবাদ জনায়।

চাপৰ শালকোছা ডেভেলপমেণ্ট ব্লকে মৎস পালনৰ বাবে এটি জলাধাৰ নিৰ্মাণ আঁচনি হাতত লোৱাত ৰত্নপীঠ মহাবিদ্যালয়ে ব্লকৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰে।

কলেজৰ বেলেগ বেলেগ আঁচনি সম্পূৰ্ণ কৰিবলৈ মাটিৰ প্ৰয়োজন হোৱাত কলেজে ৭ বিঘা মাটি কিনি ল'ব লগা হৈছে।

**ৰোপণ কমিটিঃ** প্ৰতি বছৰে ৰত্নপীঠ কলেজে বৃক্ষ ৰোপণ কাৰ্য গভীৰ নিষ্ঠা আৰু শ্ৰদ্ধাৰে পালন কৰি আহিছে। বৃক্ষ ৰোপণৰ দ্বাৰা কম মাটি থকা মানুহে কেনেকৈ অধিক উৎপাদন আৰু জীৱিকাৰ পথ উলিয়াব পাৰে তাক কাৰ্যক্ষেত্ৰত প্ৰয়োগ কৰি দেখুৱাবলৈ যত্ন কৰা হৈছে। কলেজৰ গতানুগতিক শিক্ষাদানৰ বাহিৰেও অশিক্ষিত দৰিদ্ৰ সাধাৰণ খেতিয়ক ঐজনে কলেজ প্ৰাঙ্গণত সোমাইয়ে স্বোপাৰ্জনৰ বাবে প্ৰশস্ত পথ বিচাৰি পাব পৰাৰ ব্যৱস্থা কৰা হৈছে। ইয়াৰ দ্বাৰা দুখীয়া খেতিয়কক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছে।

প্ৰতি বছৰে কলেজৰ বিদ্যাবনত গছ পুলি ৰোৱা, গছ পুলিবোৰৰ আপডাল কৰা, বিজ্ঞান সম্মত ৰক্ষণাবেক্ষণ কৰা, প্ৰকৃতিৰ লগত ৰজিতা খুৱাই কলেজৰ শ্ৰীবৃদ্ধি সাধন, প্ৰতি জোপা গছ-ৰোপণ, প্ৰতিটি নিৰ্মাণ কাৰ্য কলেজৰ দীৰ্ঘম্যাদী মূল নিৰ্মাণ আঁচনিৰ লগত মিল খুৱাই কৰি অহা হৈছে।

বৃক্ষৰোপণ সুপৰিচালনাৰ বাবে শ্ৰীমৃণাল কান্তি বসুক সভাপতি, শ্ৰীতাৰিণী কান্ত ৰায়ক সম্পাদক আৰু শ্ৰীমতী কমলা দাস, জয়নাল বেপাৰী, নিৰেদিন্দু ৰায়, জুবান আলী আৰু টিসিমুদ্দিন আহমেদক সদস্য ৰূপে লৈ এটি ৰোপণ কমিটি গঠন কৰা হৈছে। কিমান নিষ্ঠা, ঐকান্তিকতা আৰু উদ্যোগেৰে এই কাৰ্য সম্পাদিত হৈ আছে, কলেজ প্ৰাঙ্গণত জিলিকি উঠা বিদ্যাবনখনেই তাৰ স্বীকৃতি বহন কৰি আছে। ৰোপণ সমিতিৰ সভাপতি শ্ৰীমৃণাল কান্তি বসুদেৱে বিদ্যাবনক মানস কন্যাৰ সমজ্ঞানে পালন কৰি থকা হেতু গভৰ্ণিং বডিয়ে তেখেতক প্ৰস্তাৱ যোগে তেখেতৰ সেৱাৰ বাবে স্বীকৃতি জ্ঞাপন কৰিছে।

**চৰকাৰী সাহায্য আৰু ঘাটি মঞ্জুৰী ঃ**

অসম চৰকাৰে ১৯৭৯ চনত ১০,০০০ টকা, ১৯৮৩ চনত ২০,০০০ টকা, ১৯৮৬ চনত ৫০,০০০ টকা কলেজৰ ঘৰ-দুৱাৰ সাজিবলৈ সাহায্য মঞ্জুৰী দিয়ে। ইয়াৰ বাহিৰেও পিছপৰা শ্ৰেণীৰ কল্যাণ বিভাগেও ১৯৮৫ চনত ৫০,০০০ টকা ঘৰ সাজিব্যল আৰু ৭,০০০ টকা পুথিভঁৰালৰ কিতাপ কিনিবলৈ সাহাৰ্য মঞ্জুৰ কৰে। ১/২/৮৬ তাৰিখৰ পৰা কলেজখন ঘাটি মঞ্জুৰী প্ৰাপ্ত হয়। তাৰ বাবে ৰাইজ আৰু কলেজ উদ্যোক্তাসকলে চৰকাৰক ধন্যবাদ জনায়। সামাজিক বনানিকৰণ বিভাগে কলেজ বিদ্যাবনৰ চাৰিওফালে বেৰা দিছিল, সেই বেৰখনৰ এতিয়া মেৰামতি কৰাৰ প্ৰয়োজন হোৱাত চৰকাৰে মেৰামতৰ বাবেও মঞ্জুৰী প্ৰদান কৰিছে। তদুপৰি People's Nursery আঁচনিৰ অধীনত কলেজত এটি পুলি

কেন্দ্র দিয়াৰ প্ৰতিশ্ৰুতি পোৱা হৈছে।

**সম্পন্ন কৰিব লগা কামবোৰ ঃ**

কলেজৰ প্ৰধান গৃহ নিৰ্মাণ সম্পূৰ্ণ কৰিবলৈ ৪,১৫,০০০ টকাৰ এটি আঁচনি আৰু প্ৰাক্কলন প্ৰস্তুত কৰা হৈছে। অধ্যাপক যুগ্ম গৃহ নিৰ্মাণ আঁচনিৰ অন্তৰ্ভুক্ত এটি গৃহ নিৰ্মাণৰ বাবে ২,১৫,০০০ টকাৰ আঁচনি আৰু প্ৰাক্কলন প্ৰস্তুত কৰা হৈছে। এইবোৰ আঁচনি আৰু নক্সা লাইব্ৰেৰীত ৰখা হৈছে। তদুপৰি ছাত্ৰসকলৰ বাবে এটি জিৰণি গৃহ আৰু ছাত্ৰীসকলৰ কাৰণে আন এটি জিৰণি গৃহ নিৰ্মাণ অতীব প্ৰয়োজন হৈ উঠিছে। লাইব্ৰেৰী গৃহ নিৰ্মাণ কৰিবলৈ অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টৰ পক্ষে প্ৰধান সম্পাদক শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰীয়ে দায়ীত্ব গ্ৰহণৰ প্ৰতিশ্ৰুতি প্ৰদান কৰিছে। মৎস পালনৰ বাবে জলাধাৰ নিৰ্মাণৰ দায়িত্ব চাপৰ শালকোচা উন্নয়ন খণ্ডই গ্ৰহণ কৰিছে। এশ জোপা East Coastal variety নাৰিকলৰ পুলি আহি আছে। এশ জোপা নাৰিকল ৰোপণ কৰাৰ পিছত বিদ্যাবনৰ নাৰিকলনি খন জাকত জিলিকা হৈ উঠিব। তামোল-পাণৰ বাৰী, নাৰকলনি আৰু আন আন ফল-ফুলৰ বাগিচাখন আদৰ্শ ভিত্তিত গঢ় দিবলৈ পৰ্যাপ্ত জলসিঞ্চনৰ ব্যৱস্থা থাকিব লাগিব। তাৰ বাবে এটি অগভীৰ নলীনাদ সমন্বিত জলসিঞ্চনৰ বাবে ব্যৱস্থা প্ৰতিষ্ঠিত কৰিব লাগিব। কলেজৰ আভ্যন্তৰীণ পথ ব্যৱস্থা পৰিবৰ্দ্ধিত আৰু উন্নত কৰিব লাগিব। গছ-গছনিত সাৰ দিয়া, পোক মৰাৰ বাবে কীট নাশক দ্ৰব্য প্ৰয়োগ কৰা, অপ্ৰয়োজনীয় বনজঙ্গল কাটি কুটি বাগিচা খন পৰিচ্ছন্ন আৰু দেখনিয়াৰ কৰি ৰখা অৱশ্যকীয় কৰ্তব্য। কলেজ প্ৰাঙ্গণত অধিক বিজুলি পোহৰ ব্যৱস্থাৰ প্ৰয়োজন।

**University Grant Commission:**

কলেজখন প্ৰতিষ্ঠা কৰিবৰ কাৰণে প্ৰথম প্ৰয়োজন আছিল বিশ্ববিদ্যালয়ৰ অনুমতি। দ্বিতীয়, বিশ্ববিদ্যালয়ৰ স্বীকৃতি। তৃতীয়, চৰকাৰৰ পৰা ঘাটি মঞ্জুৰী। সেইবোৰ দেওনা পাৰ হৈ আহি ৰত্নপীঠ কলেজৰ আজি University Grant Commissionৰ দুৱাৰ দলিত। Commission ৰ মঞ্জুৰী পাবলৈ এতিয়াও তালিকাভুক্ত হোৱা নাই। তালিকাভুক্ত কৰিব লাগিব। তাৰ বাবে ছাত্ৰ-ছাত্ৰী শিক্ষক, শিক্ষয়িত্ৰী, কলেজ, গৃহাদি, আচবাব পত্ৰাদি পুথিভঁৰাল আদি আনুসঙ্গীক অনুষ্ঠান মানদণ্ডানুযায়ী হ'ব লাগিব। তেতিয়াহে বিশ্ববিদ্যালয় মঞ্জুৰী আয়োগ (U.G.C.)ৰ মঞ্জুৰী পোৱাৰ যোগ্যতা অৰ্জন কৰিব পাৰিব।

চৰকাৰৰ পৰা ঘাটি মঞ্জুৰী পোৱাৰ পিছত ৰাইজে ভাবিব পাৰে যে, কলেজৰ বাবে কৰিব লগা ৰাইজৰ কামৰ অন্ত পৰিল, এনে ভবা ভুল, এতিয়াও বহুতো কাম বাকী আছে। কলেজৰ পৰিবৰ্দ্ধন খৰতকীয়া কৰিবলৈ বহুত কাম কৰিব লগা আছে। University Grant Commission ৰ মঞ্জুৰীৰ বাবে তালিকাভুক্ত হোৱাৰ পিছত ৰাইজে অলপ সকাহ পাব পাৰে। আমাৰ সমাজৰ প্ৰচলিত প্ৰথা মতে কন্যা ষোড়শী হ'লেই মাক-বাপেকৰ দায়িত্বৰ অন্ত নপৰে, বিয়া নিদিয়ালৈকে মাক-বাপেকে সেই দায়িত্বৰ পৰা সকাহ নাপায়।

**আচবাব পত্ৰাদি ঃ**

এই কালছোৱাত ৩০ যোৰ ডেস্ক বেঞ্চ ৬ খন অধ্যাপনা মঞ্চ, ৪ খন টেবিল আৰু ৪খন চেয়াৰ নিৰ্মাণ কৰা হৈছে, পুৰণি আচবাব-পত্ৰাদি মেৰামত কৰা হৈছে।

**স্বীকৃতি ঃ**

কলেজ প্ৰাঙ্গণৰ Layout, কলেজ গৃহ নিৰ্মাণৰ আঁচনি প্ৰস্তুত, প্ৰাক্কলন প্ৰস্তুত আদি কাৰিকৰী বিষয়ত কোকৰাঝাৰ মহকুমা পৰিষদৰ ইঞ্জিনীয়াৰ শ্ৰীসুবোধ কুমাৰ দেক কাৰিকৰী পৰামৰ্শৰ বাবে আৰু শ্ৰীঅৰবিন্দ ৰায়ক এই বিষয়ত আগবঢ়োৱা সহায়ৰ বাবে ৰত্নপীঠ কলেজে শলাগ লয়।

জনস্বাস্থ্য বিভাগে কলেজত এটি Mark II নলীনাদ দি প্ৰভূত উপকাৰ সাধন কৰিছে, জনস্বাস্থ্য বিভাগলৈ কলেজে কৃতজ্ঞতা প্ৰকাশ কৰিছে।

গুৱাহাটীৰ উদ্যোগপতি শ্ৰীপ্ৰেমচাঁদ গোৱেঙ্কাই এটা Type writer দান কৰিছে। ইয়াৰ আগেয়ে তেখেতে ২০০ নাৰিকলৰ পুলি দান কৰিছিল।

অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টে সংগ্ৰহ কৰা আলমীৰা দানৰ বিবৰণএটি সপ্তম প্ৰতিষ্ঠা দিবসৰ সম্পাদকীয় প্ৰতিবেদনত থাকিব লাগিছিল। কিন্তু সপ্তম প্ৰতিষ্ঠা দিবসৰ পিছতেই ট্ৰাষ্টে আয়োজন কৰিব লগা সভাত ট্ৰাষ্টৰ পক্ষৰ পৰা এনে এটি বিবৰণ দাঙি ধৰাৰ কথা আছিল। সেই সভা নোহোৱাত আজি নৱম প্ৰতিষ্ঠা দিবসৰ বিবৰণীত আলমীৰা দানৰ বিবৰণ এটি দাঙি ধৰা হ'ল। লাইব্ৰেৰীৰ কাৰণে ১৩ টা আলমীৰা সংগৃহীত হৈছে। তাৰ ভিতৰত ৩টা আলমীৰা দান কৰিছে যুটীয়াভাৱে শ্ৰীকমল মেধি আৰু শ্ৰীমুৰলীধৰ ৰায়ে। ২টা আলমীৰা দান কৰিছে স্বৰ্গীয় উপেন্দ্ৰ নাথ পালৰ স্মৃতিত তেখেতৰ পুত্ৰ শ্ৰীমৃণাল কান্তি পালে। এটা ৰত্নপীঠ কলেজে নিৰ্মাণ কৰিছে। অৱশিষ্ট ৫টা আলমীৰা শ্ৰীপূৰ্ণনন্দ ৰায়, শ্ৰীভদ্ৰেশ্বৰ দাস, শ্ৰীঅৰুণ কুমাৰ সিংহ, শ্ৰীনিৰদেন্দু ৰায় আৰু গভৰ্ণিং বডিৰ চেক্ৰেটাৰী স্বৰ্গীয় কৈলাশ চন্দ্ৰ সৰকাৰৰ স্মৃতিত তেখেতৰ পৰিজন বৰ্গই দান কৰিছে। ইয়াৰ বাহিৰেও এই আধুনিক ষ্টীল আলমীৰা দান কৰিছে কোকৰাঝাৰৰ উদ্যোগপতি শ্ৰীমালচান্দ লালানীয়ে স্বৰ্গীয় হাজাৰীমাল লালানীৰ স্মৃতিত। দুটা আলমীৰা দান কৰিছে স্বৰ্গীয় ৰত্নেশ্বৰ শূৰ দেৱে আৰু এটা আলমীৰা দান কৰিছে স্বৰ্গীয় মনোমোহন সিং দেৱে।

**ক্ষুদ্ৰ ক্ৰীড়া ক্ষেত্ৰ (Mini Stadium) ঃ**

অসম চৰকাৰৰ যুৱ-কল্যাণ আৰু ক্ৰীড়া বিভাগে খেল-ধেমালিৰ সা-সুবিধা অসমৰ বিভিন্ন অঞ্চললৈ, বিশেষকৈ গাঁও অঞ্চললৈ সম্প্ৰসাৰণ কৰিবলৈ আঁচনি গ্ৰহণ কৰিছে। সেই আঁচনিৰ অন্তৰ্ভূক্ত এটি ক্ষুদ্ৰ ক্ৰীড়া ক্ষেত্ৰ (Mini Stadium) ৰত্নপীঠ কলেজৰ ক্ৰীড়া ভূমিত পাতিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হৈছে। ইতিমধ্যে এই বছৰৰ বাবে ২,০০,০০০ টকা মঞ্জুৰ কৰিছে। তাৰ ভিতৰত ১,০০,০০০ টকা কাম আৰম্ভ কৰিবলৈ আগবঢ়োৱা হৈছে। তাৰ বাবে জিলা পৰ্যায়ত ধুবুৰীত উপায়ুক্তক সভাপতি পাতি এটি কমিটি গঠন কৰা

হৈছে। সেই কমিটিলৈ কলেজৰ পক্ষৰ পৰা শ্ৰীডালিম কুমাৰ মেধি, শ্ৰীতিসিমুদ্দিন আহমেদ আৰু শ্ৰীনীলকণ্ঠ অধিকাৰীক গভৰ্নিং ব'ডিয়ে মনোনীত কৰি কৰ্তৃপক্ষক অনুৰোধ কৰিছে যাতে তেওঁলোকক সদস্য অন্তৰ্ভুক্ত কৰি লয়।

ৰত্নপীঠ কলেজে যুৱ-কল্যাণ আৰু ক্ৰীড়া বিভাগক ইয়াৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰে। এই ক্ৰীড়া ক্ষেত্ৰই খেল-ধেমালিৰ ক্ষেত্ৰত উটি অহা যুৱক-যুৱতীসকলৰ কাৰণে প্ৰেৰণাৰ উৎস হ'ব। Mini Stadium টোৱে এই অঞ্চলত এটি অভিলেখ স্থাপন কৰিব।

ৰত্নপীঠ কলেজৰ এটি সুকীয়া বৈশিষ্ট্যৰ কথা উল্লেখ নকৰিলে, এই প্ৰতিবেদন অসম্পূৰ্ণ হৈ ৰ'ব। কলেজৰ শ্ৰেণীত অধ্যাপক, অধ্যাপিকাসকলে যি পাঠদান কৰে বা ছাত্ৰ-ছাত্ৰীসকলে যি অধ্যয়ন কৰে, সি গতানুগতিক। এই গতানুগতিক ধাৰাৰ বহিৰ্ভূত শিক্ষাদানৰ আন এটি বাস্তৱ পদ্ধতি অৱলম্বন কৰা হৈছে। বৰ্তমান শিক্ষা পদ্ধতিয়ে শিক্ষায়তনৰ পৰা ওলাই অহা যুৱক-যুৱতীসকলৰ অন্তৰ্নিহিত সৃষ্টি ধৰ্মী শক্তিৰ বিকাশ সাধন কৰিব পৰাকৈ, নিজ নিজ প্ৰতিভা আৰু বুদ্ধিমত্তাৰে উৎপাদনত অৰিহণা যোগাব পৰাকৈ বা আত্মনিৰ্ভৰশীল হ'ব পৰাকৈ শিক্ষা-দীক্ষা দিব পৰা নাই। আমাৰ সমাজ ধাৰা কৃষিৰ ওপৰত নিৰ্ভৰশীল। সেই কৃষিক আমি আধুনিক, বাণিজ্যিক আৰু ব্যৱসায় ভিত্তিক কৰি গঢ় দিব পৰা নাই। অতি দুখৰ কথা যে শিক্ষায়তনৰ পৰা ওলাই অহা যুৱক-যৱতীসকলে শ্ৰম বিমুখ আৰু পৰনিৰ্ভৰশীল হৈ নিবনুৱাৰ সংখ্যা বঢ়াই আহিছে।

এনে দুখ লগা পৰিস্থিতিত এই কলেজত বিভিন্ন আঁচনি গ্ৰহণ কৰি তাৰ প্ৰতিবিধান কৰিবলৈ যত্ন কৰা হৈছে। ছাত্ৰ-ছাত্ৰীসকলৰ বাহিৰেও নিবনুৱা, শিক্ষিত বা অশিক্ষিত ডেকা গাভৰুসকলক কৰ্মমুখী কৰিবলৈ যত্ন কৰা হ'ব। অলপ মাটিত নাৰিকলৰ খেতি, ৰবৰৰ খেতি, তামোল-পাণৰ বাৰী লগতে মাটি কঁঠাল আদি ফল-মূল বা আন খেতি ব্যৱসায়িক আৰু বাণিজ্যিক ভেটিত গঠন কৰাৰ আৰ্হি স্থাপন কৰি দেখুৱা হয়। মৎসপালন, গো-পালন, দুগ্ধ উৎপাদন উদ্যোগিক ভিত্তিত আৰ্হি স্থাপন কৰিব লাগিব। উপদেশ বা নিৰ্দেশ নহয়-বাস্তৱ ক্ষেত্ৰত প্ৰয়োগ আৰু ফলপ্ৰাপ্তিৰ ভেটিত দুখীয়া খেতিয়ক, অলপ মাটিথকা খেতিয়ক, শিক্ষিতই হওঁক বা অশিক্ষিতই হওঁক যুৱক-যুৱতীসকলৰ কাৰণে 'দেখি শিক্ষা' পদ্ধতি আঁচনিবোৰ ৰচিত আৰু প্ৰয়োগ কৰিব পৰাকৈ কৰিব লাগিব।

সেউজী সপ্তাহ আৰু বনমহোৎসৱ এই কলেজৰ বাবে গতানুগতিক বা কেৱল আনুষ্ঠানিক উৎসৱ নহয়। বৃক্ষৰোপণ ৰত্নপীঠ কলেজৰ প্ৰকৃত বাস্তৱমুখী কাৰ্য আঁচনি। বিভিন্ন সময়ত ৰোপণ কৰা বৃক্ষৰাজি লাহে লাহে বাঢ়ি আহিছে। অলপ দিনৰ ভিতৰত প্ৰায় তিনি হেজাৰ মূল্যবান বৃক্ষ, সুশোভন বৃক্ষ, ফল-মূল, ফল-ফুলেৰে জাতিষ্কাৰ হৈ উঠিব। বিভিন্ন ফুলৰ উপবন College Florican এটি গঢ়ি তোলাৰ আঁচনিও লোৱা হৈছে। এইবোৰ বাস্তৱত ৰূপায়িত হ'লে, আমাৰ গাঁৱৰ জীৱন ধাৰাত এটি নতুন দিশ মুকলি হ'ব।

কলেজৰ আন এটি বৈশিষ্ট্য হ'ল-ৰাইজৰ সহায়। ৰাইজৰ কলেজ-ৰাইজে সাজিছে।

ৰাইজৰ দান বৰঙণিৰে। চৰকাৰৰ সাহাৰ্যই সেই দান বৰঙণিৰ বাবে নতুন প্ৰেৰণা সৃষ্টি কৰিছে।

নৱম প্ৰতিষ্ঠা দিৱস উপলক্ষে যিসকলৰ সহায় সহানুভূতি আৰু দান অনুদানেৰে ৰত্নপীঠ কলেজ অগ্ৰগতিৰ পথত খোজ দিছে, সেই সকল সদাশয় ব্যক্তি, অনুষ্ঠান, প্ৰতিষ্ঠান, চৰকাৰ আৰু চৰকাৰৰ বিভিন্ন সহযোগী বিভাগলৈ আমি আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। ইতি-

বহলপুৰ, চাপৰ — ডালিম কুমাৰ মেধি
১৫ ছেপ্তেম্বৰ, ১৯৮৭ — ছেক্ৰেটাৰী, গভৰ্ণিং বডি

## Fourteen Years of Ratnapith College
## (Its growth, Development and needs)

A Report
(As adopted in the 9th meeting of the Special Body held on the 16th August, 1992)
by Tarani Kanta Roy, Principal

### Chapter One
(The period of Infancy: 1978-84)

Ratnapith College was started on the first September in 1978. It remained in its infancy till 1984. because immediately after its commencement, Assam was in turmoil. The State was shaken by the Students' Movement for Expulsion of Foreign Nationals. The administration was nearly paralysed. Development work was virtually stopped. Ever since its beginning the college had to function in the office house of Kazipara village Panchayat for long six years without any efforts whatsoever for its growth and development owing to the political situation in the state.

The idea of starting the College was however, toyed by some senior citizens of Chapar and Bahalpur long ago. Then, it was only an idea. At that time it was really difficult to start a College in a place like Bahalpur or Chapar. Some fund was, however collected. But the amount was not enough. Some time passed without any serious efforts. Later a team of enthusiastic young men came forward to take the initiative. And, the College came into being.

At its inception the College was called Chapar Bahalpur College. After one year the name was changed to Ratnapith College to

signify a wider concept and some emotional values. Ratnapith was the name of one of four divisions of the ancient kingdom of Kamrupa. The site of the College is within ancient Ratnapith which had a glorious past and rich heritage. The College has been renamed after it to associate itself with its past glory.

**Chapter Two:**

(The period of growth and Development 1984-92)

The College shifted to its new site at Bahalpur on the 16th August, 1984. Since then there have been rapid development and growth of the College. The site was a barren field. At the time of shifting, the present 'Administrative Building was only half built. Only one room was near completion, the rest was in the process of being constructed. The classes were held in the Lean-to shed on bamboo structure with C.I. sheets on the roof and 'Chatai' and 'Kashia grass' on the walls. It was then all improvised arrangement.

Whatever we have now in view in the College Complex, viz, buildings, roads, avenues, squares, open air theatre, massive plantation of trees luxuriant in growth, orchard of betelunts Coconuts and mangoes, a meen sarovar etc. are all achievements of the efforts of the last eight years. During this period we have been able to complete the following task in utilitaian form, useful rather than decorative.

**A. Buildings:**

**1. Administrative Building:**

A four-room Building with a covered space of 2,100 sq. ft. was completed to house the office, the library, the Teachers' Common Room and a Class Room, the last one being later shifted to the main building.

**2. Main (Tuition) Building:**

A 224 ft. long building with a covered space of 700 sq. ft. having five standard rooms has been completed also in utilitarian form. The northern most room is called 'Uttara' constructed and donated by Chapar-Salkocha CD Block, next to it is the room called 'Vanaja' constructed on the patronage of the Forest Department, third 'a hall', donated by Chapar T.E. The fourth one is called 'Sangrihita' constructed out of the donation collected from the people. The fifth and last one is called 'Kalyani', constructed with the grant of Backward Classes Corporation. Finishing touches are still needed to the construction, besides the completion of some works which are yet to be completed.

**3. Adhyaksha Bhawan :**

A spacious residence for the Principal. There is an orchard of arecanut called SUBHAGA attached to it.

**4. Abhirakshi Griha (Two)**

Two quarters for the Chowkidars have been constructed one in the north (now used an improvised Girls' Common Room) and the other in the south (allotted for Boys' Common Room, but not used). Both the quarters have orchards of arecanuts one, **Sujala** and the other **Suphala**.

**5. Aharan Griha:**

A Well built two roomed strong godown to be used as the stores of the College has been completed.

**6. Karma Griha**:

A workshop for use of carpenters and masons for their works has been completed.

**B. Internal Roads**:

There is a planned network of internal roads in the complex with avenues in the luxuriant vegetation of the trees which look like a forest. Some of the roads have been named after some great genius and personalities so that the students walking everyday on the roads may feel inspired.

1. Sir Isaac Newton-Road-Approach road to the College
2. Dr. S. Radha Krishan Road- Road to the Teachers' quarters.
3. Krishna Kanta Handique Road-Road to the Library and the proposed Science Complex.
4. F.A. Ahmed Road-Second Approach Road to the College.
5. Rupnath Brahma Road- Third Approach Road to the College.
6. The Mukli Manch Road- Road to the open Air Theatre
7. Arya Bhatta Circus-Central Place of the College Complex
8. Workshop Road-Road to workshop and Godown
9. West End Road-Road to the Science Complex.

**C. Campus Amenities:**

(a) Cycle Stand

(b) Public Conveniences

(c) Drinking Water

While Cycle stand has been completed, the modern public

convenience are near completion. Five tube wells are in operation. Three were sunk by the College, two by the Public Health Deptt.

**D. Volley Ball Court**:

A standard Volley Ball court has been prepared by laying a hard bed of bricks, stones and sand which has been covered with sand and grass.

**E. Meen Sarovar**:

A meen Sarova has been dug and donated by Chapar Salkocha CD Block.

**F. Plantation**:

(a) **Megharanya** has been planned in such a way as to protect the College buildings form the North Western. It is an anti-storm measure. First it was a plantation of rain trees. But the growth of the trees seemed to be stunted. So we selected mango saplings which seemed to be luxuriant in growth in the soil. It will be a forest of mango trees interspersed with other trees.

(b) **Mukali Manch** is and earthened platform 30ft by 18' ftat a height of 3'ft above the ground with a canopy of the branches of the trees which have been planted in a planned manner. The open air auditorium is also covered with a similar canopy above and grass as carpet below on the ground. Meetings, debates, discussions functions etc. are held in the cool breeze and under the shade of the trees in the grandeur of a sylvan glade.

(c) **Bakul Van**: An open square surrounded by Bakul trees to be used for games.

(d) **Arya Bhatta square**: An open oblong space where on every working day the College flag is hoisted. It is surrounded by Deobar-Pendulum. The land is also utilized for raising seasonal crops.

(e) **Krishi Bhumi**: North and South: Two squares or plots, fenced by hedges-bamboo and ingo-dulcis in front of the main tuition building, one lying on the north or, and the other on the south of the passage to the Tuition Building. These two squares of plots are also for raising seasonal crops focussing on the importance of the agrarian economy.

More details on plantation are available in a booklet published on July 2, 1986. There are more than 200 Tita Sopa trees, luxuriant in growth besides a number of valuable trees and fruit trees.

**G. Results 1981 to 1991**:

During the last 11 years from 1981 to 1991, 588 students took examination from Ratnapith College. 302 passed the B.A. Examination, 11 being with majors. In 1981 the College was not authorized to present student to take examination. So 14 students of the College appeared in the examination under the patronage of Bongaigaon College. The College was authorized to send candidate to sit for the Degree Examination in 1982. The students with major course only in Political Science and Economic appeared first in 1990.

## Chapter Three

(Work in Progress)

**A. The Library**

**A.K. Sinha Memorial Trust** has undertaken to donate a library to the College. It started as far back as in 1985, collecting books and almirahs. It collected 14 almirahs and about 500 books. The library was housed in one room of the Administrative Building. The Trust has now started construction of the library Building with a specious plinth area of 2,880 sq. ft.

The Trust proposed to provide the library with modem library equipment and facilities, audio visual aids for imparting knowledge. The library is expected to be maintained in modem method as far as possible.

**B. The Science Section**:

The Bongaigaon Refinery and Petrochemicals has sanctioned as assistance of Rs. 1.5 lakh for the construction of the Physics and Chemistry Laboratory. The plan, estimate and blue prints have already been finalized. A Development Committee has also been constituted with a representative of BRPL on the Committee to look after the construction work.

The financial assistance of the BRPL towards the construction of the laboratory has been considered to be the very foundation of the science section of the college which is a need for providing the wider opportunity to the youth aspiring for higher education in agriculture, medicine and engineering according to their genius.

Shri J.M.B. Baruah, Chairman and Managing Director of BRPL visited the College with a team of officers..

## Chapter Four

(New Proposals for Developments- Immediate needs of the College)

Besides what have been achieved during the short span of last 8 years, the needs of the College are rapidly growing. The more its grows, the more it needs. For the present the following may be summarized as the immediate needs.

**A. Teachers' Amenities**:

(a) **The Residential Quarters**: The College has only one residence for the Principal. There is a proposal for construction on nine residence for teachers. An orchard to be attached to each residence. The plans, estimates and blue prints are ready. The sites lie on the north of Dr. S. Radha Krishan Road. But the work could not be taken up for paucity of resources.

**(b) The Teachers' Common Room**: There is only a room to be used as the Teachers' Common Room. The room is without any furnishings. Other facilities such as reference books, News papers, Magazines and other reading materials available to the teachers are yet to be provided.

**B. Students' Amenities**:

**(a) Girls' Common Room:** Only an improvised arrangement has been made in one of the **Abhirakshi Grihas** (Chowkidars' Quarters). The Girls' Common room with modern furnishings including reading materials, indoor games and other facilities is an urgent need. The plan, estimate and blue print are ready. The site for the Common Room in between the Administrative Building and A.K. Sinha Library is ready. We need some resources to start the work.

**(b) Students' Union Hall**: With the growing number of students the Union Hall has become an imperative need of the College. We have a proposal for construction of a good Union Hall with modern furnishings which could be used for holding meetings, debates, discussions, besides being used for indoor games.

**C. Science Section**:

In view of the lack of facilities for the Youth of the locality to face the Challenge of life in the competitive fields, the college has felt it necessary to start the Science Section. It is, however, not an easy task. Therefore, we propose to start it with the financial assistance of BRPL, but, however, with cautions steps, slowly and steadily. A serious effort towards the fulfillment of the objective is necessary.

**D. Commerce Stream, Major in History, Assamese & English**:

The College is also in need of the Commerce stream, and introduction of the major course in English, Assamese and History.

**E. Sanction of posts**:

The sanction of two posts (teaching) already allotted, one in Political Science and the other in Economics are pending before Government. The cause of the College has suffered owing to the non-sanction of the allotted posts.

Besides, the vast landscape, Orchards and massive plantation of trees are to be maintained properly in interest of the objective of the College. We need three more Grade IV employees besides what has been sanctioned earlier.

**F. Incomplete works**:

Major works to be completed are ceilings floors, leaves boards, some works in portico and the finishing.

**G. Class Room Equipments**:

More desks, benches, tables, chairs, black boards etc.

## Chapter Five

**The College Song:**

The College song gives us a visionary ethos of Ratnapith College. The students of the College to be called 'Ratnians' gives pledge to prove themselves to be an asset than a liability to the people. The Ratnians deem the academic education they receive to be a debt to the nation. This debt is to be repaid by the creative survive to the people rather than by the remunerative one which is more a liability than an asset as we find it today in our social structure.

The song in Assamese may be translated into English as in the following paragraphs:

We light lamp. We illuminate all around. We march forward to know the unknown. Our journey leads us to infinity. In course of it we bring, glory to India and we bring light out of darkness. We are conscious that there are hazards on the life's path to infinity. But we are sure we shall overcome them. With that determination, we light the lamp. And, we move to infinity.

**The College Flag**:

The flag of the sky blue colour with a symbol of the flash of lighting within a white circle in the middle imaginatively takes us to the Cosmos. The earth moves in the Soar System. The Solar System itself moves in the Galaxy. The Galaxy moves to the infinity. Thus, we too, move to the infinity to know the unknown in the eternity.

The flash of the lighting represented in the flag is inclined to the flag stand at an angle at which the axis of rotation of the earth is inclined to the vertical of the place of its revolution.

The flag provokes us into thinking on time, space and Cosmos to get an eternal bliss.

**The College Motto:**

The Motto is 'Vidyai Pratistha' in Assamese 'learning brings achievements' in English. When we learn, we develop our genius, we sharpen our ability, we broaden our outlook. We increase our intelligence. We acquire power of understanding. We can overcome difficulties. We can display acumen. We know how to be self reliant and self-employed. This is the objective of the college.

## Chapter Six

The work culture is to be rooted in the mind of the students. It is not in words alone, but also in deed, demonstrated through the multifarious activities of the College, mainly through a number of small, but meaningful projects yielding income. The areca-nut orchards cocoa-nuts grooves, mango plantation fishery tank, plantation of commercial trees, long term projects of planting trees of timber value etc. are in the process of being developed in the complex, besides other types of small schemes of raising money crops in a planned manner, for instance-chilli, lemon, pulses, black pepper, seasonal crops as commercial units etc. The great challenge to the students is to 'learn to create'.

## Chapter Seven

Ratnapith College is an institution not only for those who are admitted into it, but also for those who pay a visit to it. When the projects, schemes, and plans are fully in action, it is expected that it may serve as a book which can be read from a distance. We are to learn the way of living i the sylvan culture, use of creepers for domestic purpose, beautification of our homes, putting permanent fencing with minimum cost, saving bamboos which are costlier now, growing commercial trees without using much of the valuable land growing money yielding creepers also by sparing land and a number of very small things having tremendous power.■■

# অসমৰ মুখ্যমন্ত্ৰী
# মাননীয় শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত ডাঙৰীয়ালৈ
# অভিনন্দন

মাননীয় মুখ্যমন্ত্ৰী ডাঙৰীয়া,

নৱম প্ৰতিষ্ঠা দিৱস উপলক্ষে ৰত্নপীঠ কলেজত আপোনাক আদৰণি জনাবলৈ পাই আমি নথৈ আনন্দিত হৈছোঁ। আপোনাক আমাৰ হিয়াভৰা অভিনন্দন যাচিছোঁ। ৰত্নপীঠ কলেজ এতিয়াও চালুকীয়া অৱস্থাত। আপোনাক যথাযোগ্য আদৰণি জনাবলৈ আমাৰ সাহস নাই। তথাপি আমাৰ আদৰণিত যি আন্তৰিকতা আৰু শ্ৰদ্ধা আছে, তাকেই গ্ৰহণ কৰি আমাক কৃতাৰ্থ কৰে যেন।

আপুনি ছাত্ৰনেতা হিচাপে অসমৰ যুগান্তকাৰী জন-আন্দোলনৰ নেতৃত্ব লৈ যি অক্ষয় কীৰ্তি অৰ্জন কৰিছে, তাৰ বাবে আপোনালৈ আমাৰ আৰু ৰাইজৰ শ্ৰদ্ধা নিবেদন কৰিছোঁ। এজন প্ৰতিভাৱান ছাত্ৰই নিজৰ অকৃত্ৰিম দেশ সেৱা গুণে কেনেকৈ ৰাজ্যৰ মুখ্যমন্ত্ৰীৰ পদ অলঙ্কৃত কৰিব পাৰে, অথবা দেশৰ সংকত কালত কেনেকৈ নেতৃত্ব দিব পাৰে, সেই কথাত আপুনি যুৱ-ছাত্ৰসকলৰ কাৰণে এটি উজ্জ্বল আদৰ্শ আৰু প্ৰেৰণাৰ অফুৰন্ত উৎস।

অসমৰ সমস্যাৰ অন্ত নাই। সীমান্তত থকা ৰাজ্যখনত ৰাজনৈতিক আৰু ভৌগলিক কাৰণত নিতৌ নতুন সমস্যাৰ উদ্ভৱ হৈ আছে। বিভিন্ন জনগোষ্ঠীৰ মিলনত লুইত পাৰত যি সংস্কৃতি গঢ় লৈ উঠিছে, আপোনাৰ নেতৃত্বত পৰস্পৰৰ ভিতৰত প্ৰেম-প্ৰীতি আৰু সৌহাদ্যত সেই সংস্কৃতি শক্তিশালী হৈ উঠক। অসমৰ ঐক্য সংহতি গঢ়ি উঠক। আপুনি এটি যুগ সন্ধিক্ষণত অসমৰ দায়িত্ব গ্ৰহণ কৰিছে। আপোনাৰ যুৱসুলভ বলিষ্ঠ নেতৃত্বই আমাৰ ৰাজ্যখনক প্ৰগতিৰ পথত আগুৱাই লৈ যাওঁক-এয়ে আমাৰ কামনা।

সদৌ শেষত আপোনালৈ আমাৰ আৰু এই অঞ্চলৰ ৰাইজৰ শুভেচ্ছা জনাই সুদীৰ্ঘ জীৱন কামনা কৰোঁ। ইতি-

বিনীত

পূৰ্ণানন্দ ৰায়, সভাপতি
অভ্যৰ্থনা সমিতি, ৰত্নপীঠ কলেজ
১৫ ছেপ্তেম্বৰ, ১৯৮৭

## মাননীয় গোলোক ৰাজবংশীদেৱ, শিক্ষামন্ত্ৰী, অসম

মাননীয় শিক্ষামন্ত্ৰী ডাঙৰীয়া আৰু ৰাইজ,

আজি আপোনালোকক আদৰণি জনাবলৈ পাই আমি নথৈ আনন্দিত হৈছোঁ। অসমৰ শিক্ষামন্ত্ৰী ডাঙৰীয়াই ৰত্নপীঠ কলেজ অভিদৰ্শন কৰিবলৈ সন্মতি জ্ঞাপন কৰাৰ কাৰণে আমি তেখেতক আন্তৰিক শলাগ জনাওঁ আৰু কলেজৰ ছাত্ৰ-ছাত্ৰী-শিক্ষক সমন্বিতে এই অঞ্চলৰ ৰাইজৰ হৈ তেখেতক আমাৰ শ্ৰদ্ধাপূৰ্ণ আদৰণি আৰু আন্তৰিক সম্ভাষণ জনাওঁ।

আমি গৌৰৱেৰে সুঁৱৰিছোঁ যে ৰত্নপীঠ কলেজৰ আমি পাতনি মেলিছিলোঁ কাজিপাৰা গাঁও পঞ্চায়তৰ কাৰ্যালয়। তাৰ পৰা কলেজখনক নিজা মাটিলৈ স্থানান্তৰ কৰি অনা আজি ন বছৰ পূৰ হ'ল। এই ন বছৰত ৰাইজৰ অফুৰন্ত সহায় সহযোগ আৰু উদ্যোক্তাসকলৰ একনিষ্ঠ প্ৰচেষ্টাত কলেজখন ন ৰূপত গঢ় লৈ উঠিছে। কলেজৰ আভ্যন্তৰীণ আলি পদূলি নিৰ্মাণ, বৃক্ষৰোপণ বামাৰলী বা ধুমহাৰ পৰা ঘৰ-দুৱাৰবোৰ ৰক্ষা কৰিবলৈ মেঘাৰণ্য স্থাপন, পশ্চিম প্ৰান্তত তিতাচপাৰ ক্ষুদ্ৰ বননি, কলেজৰ সভা-সমিতি পাতিবলৈ, নৃত্য-গীত, নাটক আদি সাংস্কৃতিক অনুষ্ঠান পাতিবলৈ মঞ্চকানন, বকুল বন, খেতিৰ পথাৰ, ফলৰ বাগিচা-আম্ৰকুঞ্জ, মাছৰ পুখুৰী আদি পৰিকল্পনা ৰূপায়ণ কৰি গাঁৱৰ পৰিৱেশত কলেজৰ পাঠগৃহ আৰু আন আন ঘৰ দুৱাৰবোৰ নিৰ্মাণ কৰা হৈছে। বঙ্গাইগাঁও ৰিফাইনেৰী আৰু পেট্ৰকেমিকেলচৰ অনুদানত বিজ্ঞান ভৱন নিৰ্মাণ হৈ আছে। অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টে গ্ৰন্থগাৰ ভৱন নিৰ্মাণ প্ৰায় সমাপ্ত কৰিছে। অহা ১০ ফেব্ৰুৱাৰী দিনা গ্ৰন্থাগাৰ ভৱন কলেজৰ হাতত সম্প্ৰদান কৰা কথা। আজি অসমৰ শিক্ষামন্ত্ৰী ডাঙৰীয়াই কন্যা ভৱনৰ আধাৰ শিলা স্থাপন কৰিলে। এই ভৱন নিৰ্মাণৰ যাৱতীয় ব্যৱস্থা কৰা হৈছে। এই ছেগতে চাপৰ চাহ বাগিচা, অসম বন বিভাগ, Backward Classes Corporation চাপৰ-শালকোচা উন্নয়ন খণ্ডৰ সহায় বা অনুদানত কলেজৰ পাঠদানৰ একো একোটি কোঠা নিৰ্মাণ কৰা হৈছে। তাৰ ভিতৰত এটা কোঠালি ৰাইজৰ দান বৰঙণিৰ দ্বাৰা নিৰ্মাণ কৰা হৈছে। এইবোৰ প্ৰতিষ্ঠান, বিভাগ আৰু ৰাইজলৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

চালুকীয়া অৱস্থাত কলেজখন কাজিপাৰা গাঁও পঞ্চায়ত কাৰ্যকাল ছ-বছৰ কাল অতিবাহিত কৰিব লগা হৈছিল। ১৯৭৮ চনৰ ১ ছেপ্তেম্বৰত প্ৰতিষ্ঠিত হোৱা কলেজখন ১৯৮৪ চনৰ ১৫ আগষ্টলৈ তাতেই পাঠদান কৰা হৈছিল। ১৬ আগষ্টৰ দিনা কলেজখনক স্থানান্তৰ কৰি নিজা মাটিলৈ অনা হৈছিল। তেতিয়া ৮০ ফুট দীঘল আৰু ২০ ফুট বহলৰ বৰ্তমানৰ প্ৰশাসনীয় কাৰ্যালয় গৃহৰ বাহিৰে একো নাছিল। কলেজৰ কাৰণে নিৰ্দ্ধাৰিত মাটি ডৰা আছিল এখন গো-চৰণীয়া পথাৰ।

এই কালছোৱাত ৰাইজে কলেজলৈ অভূতপূৰ্ব সাহাৰ্য আগবঢ়াইছিল। চাপৰ বহলপুৰ অঞ্চলৰ শিক্ষকসকলে তেওঁলোকৰ নিজৰ তাকৰীয়া দৰমহাৰ এটি অংশ মাহেকীয়া দান

দিছিল। ব্যৱসায়ীসকলেও মাহেকীয়া দান-বৰঙণি আগবঢ়াইছিল। সেই সময়ত ৰাইজে বাঁহ, মৰা তামোলৰ গছ আদি ইটো-সিটো বহুতো বয়-বস্তু দি কলেজলৈ সহায় আগবঢ়াইছিল। বয়-বস্তু দিয়াৰ উপৰিও ৰাইজে শ্ৰমদান কৰিছিল। বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান, যুৱক সংঘ, মহিলা সমিতিয়ে বিভিন্ন প্ৰকাৰে সহায়-সহযোগ আগবঢ়াইছিল। বহুতো সদাশয় ব্যক্তিয়ে ব্যক্তিগতভাৱে সাহাৰ্য আগবঢ়াইছিল। কলেজৰ পৰিকল্পনাত ৰূপ দিবলৈ মাটি দান দিছিল। গছ-গছনি ৰোৱা বা নানা ধৰণৰ কাৰ্য উপলক্ষে গছ-গছনি ৰুই দিছিল। এইবোৰ কাৰ্যৰ দ্বাৰা প্ৰকৃতপক্ষে বাস্তৱ সাহাৰ্যতকৈ কলেজৰ প্ৰতি থকা ৰাইজৰ আৱেগিক সম্পৰ্ক থকাটো বেছিকৈ প্ৰকাশ পাইছে।

কলেজখন আৰম্ভ হওঁতে প্ৰথমে দৰমহা নোলোৱাকৈ পিছত মাহে এশ টকা দৰমহা লৈ, তাৰ পিছত মাহে দুশ টকা দৰমহাৰে কলেজখন সু প্ৰতিষ্ঠিত নোহোৱালৈকে অধ্যাপনা কৰা সেইসকল শিক্ষক আৰু কৰ্মচাৰীসকলক এই ছেগতে শলাগ জনোৱা হ'ল।

কলেজখন স্বীকৃতি পাবলৈ লাইব্ৰেৰী এটা আৱশ্যকীয় আছিল। অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টে সেই লাইব্ৰেৰীৰ দায়িত্ব গ্ৰহণ কৰি আলমীৰা, কিতাপ পত্ৰ সংগ্ৰহ কৰি লাইব্ৰেৰী সম্পৰ্কে কলেজৰ যি অভাৱ আছিল সেইটো পূৰণ কৰি দিছিল। তাৰ পিছত ট্ৰাষ্টে আধুনিক পূৰ্ণাঙ্গ লাইব্ৰেৰী এটা কলেজক সম্প্ৰদান কৰাৰ সিদ্ধান্ত কৰি ২৫০০ বৰ্গফুটৰ গ্ৰন্থাগাৰ ভৱনটোৰ নিৰ্মাণ কাৰ্য প্ৰায় সমাপ্ত কৰিছে।

ৰত্নপীঠ কলেজৰ কেইবাটাও বৈশিষ্ট্যপূৰ্ণ দিশ আছে। তাৰ ভিতৰত এটা হৈছে যিসকল ছাত্ৰ কলেজৰ পৰা স্নাতক হৈ ওলাই যায় সেইসকলৰ জীৱনত নিজক সুপ্ৰতিষ্ঠিত কৰিবলৈ নিজৰ ওপৰত আস্থাশীল মনোবল সৃষ্টিৰ বাবে লোৱা প্ৰচেষ্টা। বিদ্যা অৰ্জন কেৱল চাকৰিৰ বাবেই নহয় বিদ্যা অৰ্জনে যুৱকৰ মনত আত্মবিশ্বাসৰ উপলব্ধি আনি দিব পাৰে। বিদ্যাই মানুহক মানুহ কৰে, গুণী জ্ঞানী কৰে, আত্ম নিৰ্ভৰশীল হোৱাৰ মানসিক শক্তিত শক্তিমন্ত কৰে। স্নাতকসকল দেশৰ সম্পদ। সমাজৰ বোজা নহয়-অধ্যয়নৰত ছাত্ৰসকলক এই কথাটো উপলব্ধি কৰাবলৈ চেষ্টা কৰা হয়।

ৰত্নপীঠ কলেজৰ প্ৰতীকটোও এটা বৈশিষ্ট্য। ই মাত্ৰ বিজুলীৰ চিকমিক চিহ্ন নহয়, ই এটা শক্তিৰ প্ৰতীক, আকাশৰ মেঘ, বৰষুণ আৰু বিদ্যুতে পৃথিৱীৰ বুকুত ন ন সৃষ্টিৰ পাতনি মেলে। মানুহৰ জীৱনত ইন্দ্ৰিয় দমন কৰিব লাগে, দুৰ্বলক দয়া কৰিব লাগে, দুখীয়াক দান কৰিব লাগে-এই দাৰ্শনিক তত্ত্ব প্ৰতীকটোত নিহিত আছে।

বিদ্যাই প্ৰতিষ্ঠা-এই নীতিবাক্যটোও অতি সংক্ষিপ্তভাৱে কলেজৰ উদ্দেশ্য ব্যক্ত কৰিছে।

বিদ্যুৎসাহী ৰাইজ চিন্তাশীল আৰু গুণী জ্ঞানী ব্যক্তিসকলৰ সহযোগ আশা কৰি আমি ছাত্ৰ-ছাত্ৰীসকলক এটা নতুন দিশত গঢ় দিবৰ কাৰণে যত্ন কৰিছোঁ। আমাৰ ধনবল কম, কিন্তু মনোবল যথেষ্ট। আমি এই নতুনত দিশলৈ আগবাঢ়ি আহিছোঁ।

সমাজত যি নৈতিক সংকতে দেখা দিছে তাৰ পৰিপ্ৰেক্ষিতত আমাৰ দেশৰ ভৱিষ্যৎ উঠি অহা যুৱক-যুৱতীসকলক এইদৰে গঢ় দিয়াৰ প্ৰয়োজন হৈ পৰিছে। সমাজত সৎচিন্তা, সৎভাৱনা আৰু সামাজিক ন্যায় প্ৰতিষ্ঠা কৰিব নোৱাৰিলে আমাৰ ভৱিষ্যত অন্ধকাৰ।

এই কাৰ্যত আপোনাসকলৰ পৰা সহৃদয়-সহযোগ কামনা কৰিলোঁ। বিনীত—

৩ ডিচেম্বৰ, ১৯৯৩ তৰণীকান্ত ৰায়, অধ্যক্ষ, ৰত্নপীঠ কলেজ

**মাননীয় শিক্ষামন্ত্ৰী ডাঙৰীয়া,**

গাঁৱৰ অনাবিল এটি পৰিৱেশত গঢ়ি উঠা আমাৰ ৰত্নপীঠ কলেজলৈ আপোনাক আদৰিবলৈ পাই আমি গৌৰৱ বোধ কৰিছোঁ। ৰত্নপীঠ কলেজৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক-অভিভাৱক আৰু ৰাইজৰ হৈ আমি আমাৰ হিয়াভৰা ওলগ যাচিছোঁ।

আমাৰ কলেজখন স্থাপিত হোৱা আজি পোন্ধৰ বছৰ হ'ল। ৰাজ্য চৰকাৰৰ মঞ্জুৰী স্বীকৃতি লাভ কৰা দহ বছৰ হ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অন্তৰ্ভূক্তি স্বীকৃতি লাভ কৰাও দহ বছৰ পূৰ্ণ হ'ল। এতিয়া ইউনিভাৰ্ছিটি গ্ৰাণ্ট কমিছনাৰ মঞ্জুৰী স্বীকৃতি লাভ কৰাৰ বাবে যো-জা চলি আছে। আমাৰ কলেজখন এতিয়াও চালুকীয়া অৱস্থাত। আমি অনুভৱ কৰিছোঁ যে ইয়াত শিক্ষা অন্ত কৰি ইয়াৰ পৰা ওলাই যোৱাৰ পিছত আমি এন্ধাৰত খেপিয়াই ফুৰিব লাগিব। সেয়া হ'ব— আমাৰ কাৰণে অতি দুৰ্ভাগ্যৰ কথা।

আমাৰ শিক্ষা ব্যৱস্থাৰ পৰিৱৰ্তনৰ কথা সকলোৱে কৈ আহিছে। আমিও সেইটো অনুভৱ নকৰা নহয়। আমাৰ শিক্ষা ব্যৱস্থাই আমাক নিজকে নিজে প্ৰতিষ্ঠা কৰাৰ বাবে শিক্ষা দিয়া নাই। আমাক আনৰ অনুগ্ৰহ প্ৰাৰ্থী হোৱাৰ শিক্ষা দিছে। আমাৰ অনুগ্ৰহ প্ৰাৰ্থী হোৱা আৰু ভিক্ষাৰী হোৱা একেই কথা। এইদৰে অনুগ্ৰহ প্ৰাৰ্থী হৈ গোটেই দেশখনকেই আমি ভিক্ষাৰীৰ দেশত পৰিণত কৰিবলৈ ওলাইছোঁহক। সেয়ে ব্যক্তিগত অনুগ্ৰহ বিতৰণ বৰ্জন কৰি ৰাজহুৱা নীতি অনুসৰি যাক যিটো দিয়ে, তাক সেইটো দিয়া নীতি হোৱা উচিত। আমি অনুগ্ৰহ নিবিচাৰোঁ। আমি পুতৌৰ পাত্ৰ হ'ব নিবিচাৰোঁ। আমি যোগ্যতা অৰ্জন কৰিব বিচাৰোঁ।

কলেজ সঙ্গীতত আমি গাঁও— 'আমি বন্তি জ্বলাও'। সেয়ে আশাৰ বন্তি জ্বলাব খুজিছোঁ। আমি প্ৰকৃত মানুহ হ'ব বিচাৰিছোঁ আমি নৈতিক অধঃপতন ৰোধ কৰিব বিচাৰিছোঁ। আমাক বাট দেখুৱাব কোনে?

আপুনি গুণী, জ্ঞানী, বিজ্ঞজন। আপুনি সকলো কথাই জানে। আমাৰ দেশত তথা ৰাজ্যত এটি ৰাইজমুখী সুস্থ অৰ্থনীতি আৰু সত্যনিষ্ঠা শক্তিশালী শিক্ষানীতি প্ৰৱৰ্তিত হ'ব লাগে। তেহে তেনে নীতিৰ সৃষ্টিশীল পৰিৱেশত আমি নিজে ডাঙৰ হ'ব পাৰিম আৰু নিজকে নিজে প্ৰতিষ্ঠিত কৰিব পাৰিম। তেতিয়াহে নতুন পোহৰত দেশ উজ্বলি উঠিব।

আপোনালৈ আমাৰ মৰম, চেনেহ আৰু শ্ৰদ্ধা যাচিছোঁ।

বিনীত—

ৰত্নপীঠ কলেজৰ ছাত্ৰ একতা সভাৰ হৈ

শ্ৰীজ্যোতিৰ্ময় ৰায়, (সাধাৰণ সম্পাদক)
শ্ৰীসুভাষ ৰায়, (সহঃ সাধাৰণ সম্পাদক)
শ্ৰীআবুল কালাম আজাদ, (বহিঃ খেল বিভাগ)
শ্ৰীদীপক সিংহ, (আন্ত খেল বিভাগ)
শ্ৰীদিগন্ত সৰকাৰ, (আলোচনা বিভাগ)
শ্ৰীদিজলীপ ৰায়, (সমাজ সেৱা বিভাগঃ
শ্ৰীমতী তুলতুল বৰুৱা, (সাংস্কৃতিক বিভাগ)
শ্ৰীমতী ভানু দেৱী, (ছাত্ৰী জিৰণি কোঠালি)
শ্ৰীনিৰ্মল কুমাৰ বৰ্মণ, (ছাত্ৰ জিৰণি কোঠালি)

২ ডিচেম্বৰ, ১৯৯৩

আমাৰ দেশৰ, জাতিৰ ভৱিষ্যৎ তৰুণসকল। তেওঁলোকক আমাৰ দেশ আৰু জাতিৰ ভৱিষ্যতৰ বাবে গঢ় দি তুলিব লাগিব। তেওঁলোকে দায়িত্ব লৈ দায়িত্ব পালন কৰিব পাৰিলে আমাৰ দেশৰ ভৱিষ্যৎ উজ্জ্বল হ'ব। তাৰ বাবে তৰুণসকলক নৈতিক বলত বলীয়ান, চাৰিত্ৰিক শক্তিত শক্তিমান, বৌদ্ধিক বিকাশত দীপ্তিমান কৰি গঢ় দিব লাগিব। নৈতিক শক্তি শ্ৰেষ্ঠ শক্তি। মহাত্মা গান্ধীয়ে ভাৰতৰ স্বাধীনতা যুঁজত নৈতিক শক্তিৰে নিৰস্ত্ৰভাৱে তদনীন্তন পৃথিৱীত সামৰিক শক্তিত শ্ৰেষ্ঠ বৃটিছৰাজ শক্তিক সেও মনাই ভাৰতবৰ্ষৰ স্বাধীনতা লাভ কৰিছিল। মহাত্মা গান্ধী ভাৰতবৰ্ষৰ আদৰ্শ। মহাত্মা গান্ধীৰ পথেই ভাৰতবৰ্ষৰ পথ। সেই পথেদি চলিলে আমি শোষিত-বঞ্চিত, অগণিত জনগণৰ অৰ্থনৈতিক মুক্তি সাধন কৰিব পাৰিম।

—শৰৎ চন্দ্ৰ সিংহ

# নৱম প্ৰতিষ্ঠা দিৱস

(১ ছেপ্তেম্বৰ, ১৯৮৭)

(অসমৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত ডাঙৰীয়াৰ দ্বাৰা ১৫ ছেপ্তেম্বৰ, ১৯৮৭, আবেলি ২ বজাত উদ্বোধন)

সম্পাদকৰ প্ৰতিবেদন

শ্ৰদ্ধেয় ৰাইজ,

চাপৰ-শালকোছা-বহলপুৰ-বইটামাৰীৰ বিস্তৃত অঞ্চলৰ ৰাইজে উচ্চ শিক্ষাৰ কাৰণে বহুদিনৰ পৰা সপোন দেখি আহিছিল। সেই সপোন বৰ্তমান ৰত্নপীঠ কলেজত বাস্তৱ ৰূপ ধাৰণ কৰিছে। এই অনুষ্ঠানটিৰ জন্ম হয় ১৯৭৮ চনৰ ১ ছেপ্তেম্বৰৰ দিনা। ৰাইজৰ অশেষ চেষ্টা আৰু ঐকান্তিক সহযোগৰ ফলত ১৯৭৯ চনত বিশ্ববিদ্যালয়ৰ অনুমতি লাভ কৰি ১৯৮৩-৮৪ চনত স্নাতক মহলালৈকে স্বীকৃতি প্ৰাপ্ত হয় আৰু ১৯৮৬ চনত কলেজখনে ঘাটি মঞ্জুৰী লাভ কৰিবলৈ সক্ষম হয়।

চালুকীয়া অৱস্থাত থকাৰ কাৰণে ৰত্নপীঠ কলেজৰ প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ প্ৰতিষ্ঠা দিৱস মাথো আনুষ্ঠানিকভাৱে পালন কৰা হৈছিল। প্ৰথম বাৰৰ বাবে ২২ ছেপ্তেম্বৰ ১৯৮৫ দিনা ৰাজহুৱাভাৱে সপ্তম প্ৰতিষ্ঠা দিৱস পালন কৰা হৈছিল। অসমৰ শিক্ষাধিকাৰ ড° শৈলজানন্দ ভঁৰালী, এম-এছ্-ছি, পি-এইচ-ডি মহোদয়ে সপ্তম প্ৰতিষ্ঠা দিৱস উদ্‌যাপন কৰে।

গভৰ্ণিং ব'ডি নথকাৰ কাৰণে অষ্টম প্ৰতিষ্ঠা দিৱস উৎসৱও ৰাজহুৱাভাৱে আয়োজন কৰিব পৰা নহ'ল। তাৰ বাবে আমি ৰাইজৰ ওচৰত ক্ষমা বিচাৰিছোঁ। সন্তোষৰ কথা যে অসম চৰকাৰে শ্ৰীশৰৎ চন্দ্ৰ সিংহক সভাপতি, শ্ৰীডালিম কুমাৰ মেধিক ছেক্ৰেটাৰী, অধ্যক্ষ শ্ৰীহৰকান্ত গগৈক জয়েণ্ট ছেক্ৰেটাৰী, শ্ৰীভদ্ৰেশ্বৰ দাস, মৌঃ মজিবৰ ৰহমান আৰু শ্ৰীমতী কমলা দাস সদস্য হিচাপে মনোনীত কৰি গভৰ্ণিং ব'ডি গঠন কৰে। গভৰ্ণিং বডিলৈ গুৱাহাটী বিশ্ববিদ্যালয়ে চাপৰ হাই মাদ্ৰাছাৰ অধীক্ষক মৌঃ আব্দুল খালেক আৰু শ্ৰীঅতুল চন্দ্ৰ ৰায়ক সদস্য মনোনীত কৰে। কলেজৰ শিক্ষকসকলে শ্ৰীমতী শিখা শূৰ আৰু শ্ৰীপ্ৰভাস দাসক শিক্ষক প্ৰতিনিধি নিৰ্বাচিত কৰে। এই সদস্যসকলক লৈ গঠিত গভৰ্ণিং বডিয়ে অধ্যাপক শ্ৰীজগদীশ চন্দ্ৰ ব্ৰহ্ম আৰু লোকসভাৰ প্ৰাক্তন সদস্য মৌঃ আহমেদ হুছেইনক সদস্য অভিবৰণ কৰে। দাতাসকলক প্ৰতিনিধিত্ব কৰিবলৈ দাতা শ্ৰীপুৰ্ণানন্দ ৰায়ক অভিবৰণ

কৰা হয়। এই ত্ৰয়োদশ সদস্য বিশিষ্ট গভৰ্ণিং বডিৰ গঠন ৫/৪/৮৭ তাৰিখে সম্পূৰ্ণ হয়। নৱগঠিত গভৰ্ণিং বডি, ৰাইজ আৰু উদ্যোগীসকলৰ আন্তৰিক আৰু অকৃত্ৰিম প্ৰচেষ্টাৰ ফলত ৰত্নপীঠ কলেজৰ ন ন আঁচনিৰ অগ্ৰগতি লাভ কৰি আহিছে।

**শৈক্ষিক অৱস্থিতি ঃ** স্নাতক শ্ৰেণীৰ বাহিৰে ওপৰঞ্চিভাৱে উচ্চতৰ মাধ্যমিক শ্ৰেণী খোলা হৈছে আৰু তাত ইংৰাজী, অসমীয়া, ৰাজনীতি বিজ্ঞান, অৰ্থনীতি, বুৰঞ্জী আৰু গণিত বিষয়ত পাঠ্যদানৰ ব্যৱস্থা কৰা হৈছে। ইংৰাজী, অসমীয়া আৰু ৰাজনীতি বিজ্ঞান বিষয়ত অনাৰ্ছৰ শ্ৰেণী খোলা হৈছে। কলেজত ন-গৰাকী শিক্ষক নিযুক্তি দিয়া হৈছে। তাৰ ভিতৰত গণিত বিষয়ত এগৰাকীক খণ্ড-সময়ৰ বাবে আৰু আন এগৰাকীক মঞ্জুৰীবিহীন পদত নিযুক্তি দিয়ে। সন্তোষৰ কথা যে এই বছৰ কলেজৰ উপাধ্যক্ষ শ্ৰীতৰণী কান্ত ৰায়ে অসমীয়াত এম ফিল ডিগ্ৰী লাভ কৰিছে।

**নিৰ্মাণ কাৰ্য ঃ** ৰত্নপীঠ মহাবিদ্যালয়ৰ নিৰ্মাণ কাৰ্য নিয়াৰীকৈ সম্পাদন কৰিবলৈ এটি নিৰ্মাণ কমিটী গঠন কৰা হৈছে। শ্ৰীপূৰ্ণানন্দ ৰায় তাৰ সভাপতি শ্ৰী সমিত ৰায় তাৰ সম্পাদক। শ্ৰীতৰণী কান্ত ৰায়, শ্ৰীঅৰবিন্দ ৰায়, মোঃ মজিবৰ ৰহমান, শ্ৰীঅকণকংস বণিক, এচ ডি ও জলসিঞ্চন বিভাগ, চাপৰ, এই বিশিষ্ট ব্যক্তিসকল নিৰ্মাণ কমিটীৰ সদস্য। এই কালছোৱাত অধ্যক্ষৰ আবাস গৃহ নিৰ্মাণ কৰা হয়। নিৰ্মাণ কাৰ্য সমাপ্ত হোৱাৰ পূৰ্বে ধুমুহাত বিধ্বস্ত হোৱা অধ্যক্ষৰ বাসভৱন পুনঃ নিৰ্মাণ কৰা হয়। দক্ষিণ প্ৰান্তত অভিৰক্ষীৰ গৃহ নিৰ্মাণ কাৰ্য সমাপন কৰা হয়। এই গৃহ সম্প্ৰতি ছাত্ৰৰ জিৰণিৰ বাবে অস্থায়ীভাৱে ব্যৱহৃত হৈ থাকিব।

কলেজৰ প্ৰধান গৃহৰ উত্তৰাংশত আৰু দক্ষিণাংশত দুটি খণ্ড গৃহ ইতিমধ্যে নিৰ্মাণ হৈছে। এই দুটি খণ্ড গৃহ লগ-লগাই কলেজৰ প্ৰধান গৃহটি সম্পূৰ্ণ কৰিবলৈ মাজত ৩৫৫.৬৮ বৰ্গ মিটাৰৰ এটি খণ্ড গৃহ নিৰ্মাণ কৰিবলৈ হাতত লোৱা হৈছে। এই খণ্ড গৃহটি নিৰ্মিত হ'লে কলেজৰ প্ৰধান গৃহৰ নিৰ্মাণ কাৰ্য সম্পূৰ্ণ কৰা হ'ব। সম্প্ৰতি ইয়াৰ ভেটিৰ নিৰ্মাণ প্ৰায় সম্পূৰ্ণ।

বিদ্যুৎ যোগানৰ বাবে কলেজ প্ৰাঙ্গণত ১৩ ডাল খুটা পোতা হৈছে। অভিৰক্ষীৰ গৃহ, কলেজ গৃহ আৰু অধ্যক্ষৰ বাসভৱনত বিজুলীৰ যোগাযোগ হৈ গৈছে। কলেজৰ আভ্যন্তৰীণ পথত শিক্ষক দিবস ৫ ছেপ্তেম্বৰৰ দিনা বিজুলী চাকিয়ে প্ৰথম পোহৰ দিছে। এই সম্পৰ্কে ছাব-ডিভিজনেল অফিচাৰ শ্ৰীৰথীন কুমাৰ চৌধুৰী আৰু লাইনম্যেন (গ্ৰেড ২) শ্ৰীকালীচৰণ সিংহৰ বিবিধ পৰামৰ্শৰ বাবে ৰত্নপীঠ কলেজ তেখেতসকলৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছে।

কলেজৰ নৱম প্ৰতিষ্ঠা দিবস উদযাপন কৰিবলৈ মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত ডাঙৰীয়া কলেজত আগমন উপলক্ষে ফকৰুদ্দিন আলি আহমেদ পথৰ নিৰ্মাণ কাৰ্য দ্ৰুতভাৱে সমাপ্তি হয়। এই সম্পৰ্কত ছাব-ডিভিজনেল অফিচাৰ শ্ৰীবিনোদ বিহাৰী নাথক তেখেতৰ কাৰিকৰী পৰামৰ্শৰ বাবে ৰত্নপীঠ কলেজে ধন্যবাদ জনায়।

চাপৰ শালকোছা ডেভেলপমেণ্ট ব্লকে মৎস পালনৰ বাবে এটি জলাধাৰ নিৰ্মাণ আঁচনি হাতত লোৱাত ৰত্নপীঠ মহাবিদ্যালয়ে ব্লকৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰে।

কলেজৰ বেলেগ বেলেগ আঁচনি সম্পূৰ্ণ কৰিবলৈ মাটিৰ প্ৰয়োজন হোৱাত কলেজে ৭ বিঘা মাটি কিনি ল'ব লগা হৈছে।

**ৰোপণ কমিটিঃ** প্ৰতি বছৰে ৰত্নপীঠ কলেজে বৃক্ষ ৰোপণ কাৰ্য গভীৰ নিষ্ঠা আৰু শ্ৰদ্ধাৰে পালন কৰি আহিছে। বৃক্ষ ৰোপণৰ দ্বাৰা কম মাটি থকা মানুহে কেনেকৈ অধিক উৎপাদন আৰু জীৱিকাৰ পথ উলিয়াব পাৰে তাক কাৰ্যক্ষেত্ৰত প্ৰয়োগ কৰি দেখুৱাবলৈ যত্ন কৰা হৈছে। কলেজৰ গতানুগতিক শিক্ষাদানৰ বাহিৰেও অশিক্ষিত দৰিদ্ৰ সাধাৰণ খেতিয়ক এজনে কলেজ প্ৰাঙ্গণত সোমায়েই স্বউপাৰ্জনৰ বাবে প্ৰশস্ত পথ বিচাৰি পাব পৰাৰ ব্যৱস্থা কৰা হৈছে। ইয়াৰ দ্বাৰা দুখীয়া খেতিয়কক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছে।

প্ৰতি বছৰে কলেজৰ বিদ্যাবনত গছ পুলি ৰোৱা, গছ পুলিবোৰৰ আপডাল কৰা, বিজ্ঞান সম্মত ৰক্ষণাবেক্ষন কৰা, প্ৰকৃতিৰ লগত ৰজিতা খুৱাই কলেজৰ শ্ৰীবৃদ্ধি সাধন, প্ৰতি জোপা গছ-ৰোপণ, প্ৰতিটো নিৰ্মাণ কাৰ্য কলেজৰ দীৰ্ঘম্যাদী মূল নিৰ্মাণ আঁচনিৰ লগত মিল খুৱাই কৰি অহা হৈছে।

বৃক্ষৰোপণ সুপৰিচালনাৰ বাবে শ্ৰীমৃণাল কান্তি বসুক সভাপতি, শ্ৰীতাৰিণী কান্ত ৰায়ক সম্পাদক আৰু শ্ৰীমতী কমলা দাস, জয়নাল বেপাৰী, নিৰেদিন্দু ৰায়, জুৱান আলী আৰু টিসিমুদ্দিন আহমেদক সদস্য ৰূপে লৈ এটি ৰোপণ কমিটি গঠন কৰা হৈছে। কিমান নিষ্ঠা, ঐকান্তিকতা আৰু উদ্যোগেৰে এই কাৰ্য সম্পাদিত হৈ আছে, কলেজ প্ৰাঙ্গণত জিলিকি উঠা বিদ্যাবনখনেই তাৰ স্বীকৃতি বহন কৰি আছে। ৰোপণ সমিতিৰ সভাপতি শ্ৰীমৃণাল কান্তি বসুদেৱে বিদ্যাবনক মানস কন্যাৰ সমজ্ঞানে পালন কৰি থকা হেতু গভৰ্নিং বডিয়ে তেখেতক প্ৰস্তাৱ যোগে তেখেতৰ সেৱাৰ বাবে স্বীকৃতি জ্ঞাপন কৰিছে।

**চৰকাৰী সাহায্য আৰু ঘাটি মঞ্জুৰী ঃ** অসম চৰকাৰে ১৯৭৯ চনত ১০,০০০ টকা, ১৯৮৩ চনত ২০,০০০ টকা, ১৯৮৬ চনত ৫০,০০০ টকা কলেজৰ ঘৰ-দুৱাৰ সাঁজিবলৈ সাহাৰ্য মঞ্জুৰী দিয়ে। ইয়াৰ বাহিৰেও পিছপৰা শ্ৰেণীৰ কল্যাণ বিভাগেও ১৯৮৫ চনত ৫০,০০০ টকা ঘৰ সাজিবলৈ আৰু ৭,০০০ টকা পুথিভঁৰালৰ কিতাপ কিনিবলৈ সাহাৰ্য মঞ্জুৰ কৰে। ১/২/৮৬ তাৰিখৰ পৰা কলেজখন ঘাটি মঞ্জুৰী প্ৰাপ্ত হয়। তাৰ বাবে ৰাইজ আৰু কলেজ উদ্যোক্তাসকলে চৰকাৰক ধন্যবাদ জনায়। সামাজিক বনানিকৰণ বিভাগে কলেজ বিদ্যাবনৰ চাৰিওফালে বেৰ দিছিল, সেই বেৰখনৰ এতিয়া মেৰামতি কৰাৰ প্ৰয়োজন হোৱাত চৰকাৰে মেৰামতিৰ বাবেও মঞ্জুৰী প্ৰদান কৰিছে। তদুপৰি People's Nursery আঁচনিৰ অধীনত কলেজত এটি পুলি কেন্দ্ৰ দিয়াৰ প্ৰতিশ্ৰুতি পোৱা হৈছে।

**সম্পন্ন কৰিব লগা কামবোৰ ঃ** কলেজৰ প্ৰধান গৃহ নিৰ্মাণ সম্পূৰ্ণ কৰিবলৈ ৪,১৫,০০০ টকাৰ এটি আঁচনি আৰু প্ৰাক্কলন প্ৰস্তুত কৰা হৈছে। অধ্যাপক যুগ্ম গৃহ

নির্মাণ আঁচনিৰ অন্তৰ্ভূক্ত এটি গৃহ নিৰ্মাণৰ বাবে ২,১৫,০০০ টকাৰ আঁচনি আৰু প্ৰাক্‌কলন প্ৰস্তুত কৰা হৈছে। এইবোৰ আঁচনি আৰু নক্সা লাইব্ৰেৰীত ৰখা হৈছে। তদুপৰি ছাত্ৰসকলৰ বাবে এটি জিৰণি গৃহ আৰু ছাত্ৰীসকলৰ কাৰণে আন এটি জিৰণি গৃহ নিৰ্মাণ অতীব প্ৰয়োজন হৈ উঠিছে। লাইব্ৰেৰী গৃহ নিৰ্মাণ কৰিবলৈ অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টৰ পক্ষে প্ৰধান সম্পাদক শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰীয়ে স্বায়ীত্ব গ্ৰহণৰ প্ৰতিশ্ৰুতি প্ৰদান কৰিছে। মৎস পালনৰ বাবে জলাধাৰ নিৰ্মাণৰ দায়িত্ব চাপৰ শালকোচা উন্নয়ন খণ্ডই গ্ৰহণ কৰিছে। এশ জোপা East Coastal variety নাৰিকলৰ পুলি আহি আছে। এশ জোপা নাৰিকল ৰোপণ কৰাৰ পিছত বিদ্যাবনৰ নাৰিকল বাগিচাখন জাকত-জিলিকা হৈ উঠিব। তামোল-পাণৰ বাৰী, নাৰিকল বাগিচা আৰু আন আন ফল-ফুলৰ বাগিচাখন আদৰ্শ ভিত্তিত গঢ় দিবলৈ পৰ্যাপ্ত জলসিঞ্চনৰ ব্যৱস্থা থাকিব লাগিব। তাৰ বাবে এটি অগভীৰ নলীনাথ সমন্বিত জলসিঞ্চনৰ বাবে ব্যৱস্থা প্ৰতিষ্ঠিত কৰিব লাগিব। কলেজৰ আভ্যন্তৰীণ পথ ব্যৱস্থা পৰিবৰ্দ্ধিত আৰু উন্নত কৰিব লাগিব। গছ-গছনিত সাৰ দিয়া, পোক মৰাৰ বাবে কীট নাশক দ্ৰব্য প্ৰয়োগ কৰা, অপ্ৰয়োজনীয় বনজঙ্গল কাটি কুটি বাগিচাখন পৰিচ্ছন্ন আৰু দেখনিয়াৰ কৰি ৰখা অৱশ্য কৰ্তব্য। কলেজ প্ৰাঙ্গণত অধিক বিজুলি পোহৰ ব্যৱস্থাৰ প্ৰয়োজন।

**University Grant Commission:**

কলেজখন প্ৰতিষ্ঠা কৰিবৰ কাৰণে প্ৰথম প্ৰয়োজন আছিল বিশ্ববিদ্যালয়ৰ অনুমতি। দ্বিতীয়, বিশ্ববিদ্যালয়ৰ স্বীকৃতি। তৃতীয়, চৰকাৰৰ পৰা ঘাটি মঞ্জুৰী। সেইবোৰ দেওনা পাৰ হৈ আহি ৰত্নপীঠ কলেজৰ আজি University Grant Commissionৰ দুৱাৰ দলিত। Commission ৰ মঞ্জুৰী পাবলৈ এতিয়াও তালিকাভূক্ত হোৱা নাই। তালিকাভূক্ত কৰিব লাগিব। তাৰ বাবে ছাত্ৰ-ছাত্ৰী শিক্ষক, শিক্ষয়িত্ৰী, কলেজ, গৃহাদি, আচবাব পত্ৰাদি পুথিভঁৰালাদি আনুসঙ্গীক অনুষ্ঠান মানদণ্ডানুযায়ী হ'ব লাগিব। তেতিয়াহে বিশ্ববিদ্যালয় মঞ্জুৰী আয়োগ (U.G.C.)ৰ মঞ্জুৰী পোৱাৰ যোগ্যতা অৰ্জন কৰিব পাৰিব।

চৰকাৰৰ পৰা ঘাটি মঞ্জুৰী পোৱাৰ পিছত ৰাইজে ভাবিব পাৰে যে, কলেজৰ বাবে কৰিব লগা ৰাইজৰ কামৰ অন্ত পৰিল, এনে ভবা ভুল, এতিয়াও বহুতো কাম বাকী আছে। কলেজৰ পৰিবৰ্দ্ধন খৰতকীয়া কৰিবলৈ বহুত কাম কৰিব লগা আছে। University Grant Commission ৰ মঞ্জুৰীৰ বাবে তালিকাভূক্ত হোৱাৰ পিছত ৰাইজ অলপ সকাহ পাব পাৰে। আমাৰ সমাজৰ প্ৰচলিত প্ৰথা মতে কন্যা যোড়শী হ'লেই মাক-বাপেকৰ দায়িত্বৰ অন্ত নপৰে, বিয়া নিদিয়ালৈকে মাক-বাপেকে সেই দায়িত্বৰ পৰা সকাহ নেপায়।

**আচবাব পত্ৰাদি:** এই কালছোৱাত ৩০ যোৰ ডেস্ক বেঞ্চ ৬ খন অধ্যাপনা মঞ্চ, ৪ খন টেবিল আৰু ৪খন চেয়াৰ নিৰ্মাণ কৰা হৈছে, পুৰণি আচবাব-পত্ৰাদি মেৰামতি কৰা হৈছে।

**স্বীকৃতি :** কলেজ প্ৰাঙ্গণৰ Layout, কলেজ গৃহ নিৰ্মাণৰ আঁচনি প্ৰস্তুত, প্ৰাক্‌কালন প্ৰস্তুত আদি কাৰিকৰী বিষয়ত কোকৰাঝাৰ মহকুমা পৰিষদৰ ইঞ্জিনীয়াৰ শ্ৰীসুবোধ কুমাৰ দেক কাৰিকৰী পৰামৰ্শৰ বাবে আৰু শ্ৰীঅৰবিন্দ ৰায়ক এই বিষয়ত আগবঢ়োৱা সহায়ৰ বাবে ৰত্নপীঠ কলেজে শলাগ লয়।

জনস্বাস্থ্য বিভাগে কলেজত এটি Mark II নলীনাদ দি প্ৰভৃত উপকাৰ সাধন কৰিছে, জনস্বাস্থ্য বিভাগলৈ কলেজে কৃতজ্ঞতা প্ৰকাশ কৰিছে।

গুৱাহাটীৰ উদ্যোগপতি শ্ৰীপ্ৰেমচাঁদ গোৱেঙ্কাই এটা Type writer দান কৰিছে। ইয়াৰ আগেয়ে তেখেতে ২০০ নাৰিকলৰ পুলি দান কৰিছিল।

অপূৰ্ব কুমাৰ সিংহ ট্ৰাষ্টে সংগ্ৰহ কৰা আলমীৰা দানৰ বিৱৰণএটি সপ্তম প্ৰতিষ্ঠা দিৱসৰ সম্পাদকীয় প্ৰতিবেদনত থাকিব লাগিছিল। কিন্তু সপ্তম প্ৰতিষ্ঠা দিৱসৰ পিছতেই ট্ৰাষ্টে আয়োজন কৰিব লগা সভাত ট্ৰাষ্টৰ পক্ষৰ পৰা এনে এটি বিৱৰণ দাঙি ধৰাৰ কথা আছিল। সেই সভা নোহোৱাত আজি নৱম প্ৰতিষ্ঠা দিৱসৰ বিৱৰণীত আলমীৰা দানৰ বিৱৰণ এটি দাঙি ধৰা হ'ল। লাইব্ৰেৰীৰ কাৰণে ১৩ টা আলমীৰা সংগৃহীত হৈছে। তাৰ ভিতৰত ৩টা আলমীৰা দান কৰিছে যুটীয়াভাৱে শ্ৰীকমল মেধি আৰু শ্ৰীমুৰলীধৰ ৰায়ে। ২টা আলমীৰা দান কৰিছে স্বৰ্গীয় উপেন্দ্ৰ নাথ পালৰ স্মৃতিত তেখেতৰ পুত্ৰ শ্ৰীমৃণাল কান্তি পালে। এটা ৰত্নপীঠ কলেজে নিৰ্মাণ কৰিছে। অৱশিষ্ট ৫টা আলমীৰা শ্ৰীপূৰ্ণনন্দ ৰায়, শ্ৰীভদ্ৰেশ্বৰ দাস, শ্ৰীঅৰুণ কুমাৰ সিংহ, শ্ৰীনিৰদেন্দু ৰায় আৰু গভৰ্নিং বডিৰ চেক্ৰেটাৰী স্বৰ্গীয় কৈলাশ চন্দ্ৰ সৰকাৰৰ স্মৃতিত তেখেতৰ পৰিজন বৰ্গই দান কৰিছে। ইয়াৰ বাহিৰেও এই আধুনিক ষ্টীল আলমীৰা দান কৰিছে কোকৰাঝাৰৰ উদ্যোগপতি শ্ৰীমালচান্দ লালানীয়ে স্বৰ্গীয় হাজাৰীমাল লালানীৰ স্মৃতিত। দুটা আলমীৰা দান কৰিছে স্বৰ্গীয় ৰত্নেশ্বৰ শূৰ দেৱে আৰু এটা আলমীৰা দান কৰিছে স্বৰ্গীয় মনোমোহন সিং দেৱে।

**ক্ষুদ্ৰ ক্ৰীড়া ক্ষেত্ৰ (Mini Stadium) :**

অসম চৰকাৰৰ যুৱ-কল্যাণ আৰু ক্ৰীড়া বিভাগে খেল-ধেমালিৰ সা-সুবিধা অসমৰ বিভিন্ন অঞ্চললৈ, বিশেষকৈ গাঁও অঞ্চললৈ সম্প্ৰসাৰণ কৰিবলৈ আঁচনি গ্ৰহণ কৰিছে। সেই আঁচনিৰ অন্তৰ্ভুক্ত এটি ক্ষুদ্ৰ ক্ৰীড়া ক্ষেত্ৰ (Mini Stadium) ৰত্নপীঠ কলেজৰ ক্ৰীড়া ভূমিত পাতিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হৈছে। ইতিমধ্যে এই বছৰৰ বাবে ২,০০,০০০ টকা মঞ্জুৰ কৰিছে। তাৰ ভিতৰত ১,০০,০০০ টকা কাম আৰম্ভ কৰিবলৈ আগবঢ়োৱা হৈছে। তাৰ বাবে জিলা পৰ্যায়ত ধুবুৰীত উপায়ুক্তক সভাপতি পাতি এটি কমিটি গঠন কৰা হৈছে। সেই কমিটিলৈ কলেজৰ পক্ষৰ পৰা শ্ৰীডালিম কুমাৰ মেধি, শ্ৰীতিসিমুদ্দিন আহমেদ আৰু শ্ৰীনীলকণ্ঠ অধিকাৰীক গভৰ্নিং ব'ডিয়ে মনোনীত কৰি কৰ্তৃপক্ষক অনুৰোধ কৰিছে যাতে তেওঁলোকক সদস্য অন্তৰ্ভুক্ত কৰি লয়।

ৰত্নপীঠ কলেজে যুৱ-কল্যাণ আৰু ক্ৰীড়া বিভাগক ইয়াৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰে। এই ক্ৰীড়া ক্ষেত্ৰই খেল-ধেমালিৰ ক্ষেত্ৰত উঠি অহা যুৱক-যুৱতীসকলৰ কাৰণে প্ৰেৰণাৰ উৎস হ'ব। Mini Stadium টোৱে এই অঞ্চলত এটি অভিলেখ স্থাপন কৰিব।

ৰত্নপীঠ কলেজৰ এটি সুকীয়া বৈশিষ্ট্যৰ কথা উল্লেখ নকৰিলে, এই প্ৰতিবেদন অসম্পূৰ্ণ হৈ ৰ'ব। কলেজৰ শ্ৰেণীত অধ্যাপক, অধ্যাপিকাসকলে যি পাঠদান কৰে বা ছাত্ৰ-ছাত্ৰীসকলে যি অধ্যয়ন কৰে, সি গতানুগতিক। এই গতানুগতিক ধাৰাৰ বহিৰ্ভূত শিক্ষা দানৰ আন এটি বাস্তৱ পদ্ধতি অৱলম্বন কৰা হৈছে। বৰ্তমান শিক্ষা পদ্ধতিয়ে শিক্ষায়তনৰ পৰা ওলাই অহা যুৱক-যুৱতীসকলৰ অন্তৰ্নিহিত সৃষ্টিধৰ্মী শক্তিৰ বিকাশ সাধন কৰিব পৰাকৈ, নিজ নিজ প্ৰতিভা আৰু বুদ্ধিমত্তাৰে উৎপাদনত অৰিহণা যোগাব পৰাকৈ বা আত্মনিৰ্ভৰশীল হ'ব পৰাকৈ শিক্ষা-দীক্ষা দিব পৰা নাই। আমাৰ সমাজ ধাৰা কৃষিৰ ওপৰত নিৰ্ভৰশীল। সেই কৃষিক আমি আধুনিক, বাণিজ্যিক আৰু ব্যৱসায় ভিত্তিক কৰি গঢ় দিব পৰা নাই। অতি দুখৰ কথা যে শিক্ষায়তনৰ পৰা ওলাই অহা যুৱক-যৱতীসকলে শ্ৰম বিমুখ আৰু পৰনিৰ্ভৰশীল হৈ নিবনুৱাৰ সংখ্যা বঢ়াই আহিছে।

এনে দুখ লগা পৰিস্থিতিত এই কলেজত বিভিন্ন আঁচনি গ্ৰহণ কৰি তাৰ প্ৰতিবিধান কৰিবলৈ যত্ন কৰা হৈছে। ছাত্ৰ-ছাত্ৰীসকলৰ বাহিৰেও নিবনুৱা, শিক্ষিত বা অশিক্ষিত ডেকা গাভৰুসকলক কৰ্মমুখী কৰিবলৈ যত্ন কৰা হ'ব। অলপ মাটিত নাৰিকলৰ খেতি, ৰবৰৰ খেতি, তামোল-পাণৰ বাৰী লগতে মাটি কঁঠাল আদি ফল-মূল বা আন খেতি ব্যৱসায়িক আৰু বাণিজ্যিক ভেটিত গঠন কৰাৰ আৰ্হি স্থাপন কৰি দেখুৱা হ'ব। মৎসপালন, গো-পালন, দুগ্ধ উৎপাদন উদ্যোগিক ভিত্তিত আৰ্হি স্থাপন কৰিব লাগিব। উপদেশ বা নিৰ্দেশ নহয়-বাস্তৱ ক্ষেত্ৰত প্ৰয়োগ আৰু ফলপ্ৰাপ্তিৰ ভেটিত দুখীয়া খেতিয়ক, অলপ মাটি থকা খেতিয়ক, শিক্ষিতই হওঁক বা অশিক্ষিতই হওঁক যুৱক-যুৱতীসকলৰ কাৰণে 'দেখি শিক্ষা' পদ্ধতি আঁচনিবোৰ ৰচিত আৰু প্ৰয়োগ কৰিব পৰাকৈ কৰিব লাগিব।

সেউজী সপ্তাহ আৰু বনমহোৎসৱ এই কলেজৰ বাবে গতানুগতিক বা কেৱল আনুষ্ঠানিক উৎসৱ নহয়। বৃক্ষৰোপণ ৰত্নপীঠ কলেজৰ প্ৰকৃত বাস্তৱমুখী কাৰ্য আঁচনি। বিভিন্ন সময়ত ৰোপণ কৰা বৃক্ষৰাজ্ঞি লাহে লাহে বাঢ়ি আহিছে। অলপ দিনৰ ভিতৰত প্ৰায় তিনি হেজাৰ মূল্যবান বৃক্ষ, সুশোভন বৃক্ষ, ফল-মূল, ফল-ফুলেৰে জাতিষ্কাৰ হৈ উঠিব। বিভিন্ন ফুলৰ উপবন College Florican এটি গঢ়ি তোলাৰ আঁচনিও লোৱা হৈছে। এইবোৰ বাস্তৱত ৰূপায়িত হ'লে, আমাৰ গাঁওৰ জীৱন ধাৰাত এটি নতুন দিশ মুকলি হ'ব।

কলেজৰ আন এটি বৈশিষ্ট্য হ'ল-ৰাইজৰ সহায়। ৰাইজৰ কলেজ- ৰাইজে সাজিছে। ৰাইজৰ দান বৰঙণিৰে। চৰকাৰৰ সাহায্যই সেই দান বৰঙণিৰ বাবে নতুন প্ৰেৰণা সৃষ্টি কৰিছে।

নৱম প্ৰতিষ্ঠা দিৱস উপলক্ষে যিসকলৰ সহায় সহানুভূতি আৰু দান অনুদানেৰে ৰত্নপীঠ কলেজ অগ্ৰগতিৰ পথত খোজ দিছে, সেই সকল সদাশয় ব্যক্তি, অনুষ্ঠান, প্ৰতিষ্ঠান,

চৰকাৰ আৰু চৰকাৰৰ বিভিন্ন সহযোগী বিভাগলৈ আমি আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। ইতি-

বহলপুৰ, চাপৰ — ডালিম কুমাৰ মেধি
১৫ ছেপ্তেম্বৰ, ১৯৮৭ — ছেক্ৰেটাৰী, গভৰ্ণিং বডি

## Fourteen Years of Ratnapith College

(Its growth, Development and needs)

A Report

(As adopted in the 9th meeting of the Special Body held on the 16th August, 1992)

by Tarani Kanta Roy, Principal

### Chapter One

(The period of Infancy: 1978-84)

Ratnapith College was started on the first September in 1978. It remained in its infancy till 1984. because immediately after its commencement, Assam was in turmoil. The State was shaken by the Students' Movement for Expulsion of Foreign Nationals. The administration was nearly paralysed. Development work was virtually stopped. Ever since its beginning the college had to function in the office house of Kazipara village Panchayat for long six years without any efforts whatsoever for its growth and development owing to the political situation in the state.

The idea of starting the College was however, toyed by some senior citizens of Chapar and Bahalpur long ago. Then, it was only an idea. At that time it was really difficult to start a College in a place like Bahalpur or Chapar. Some fund was, however collected. But the amount was not enough. Some time passed without any serious efforts. Later a team of enthusiastic young men came forward to take the initiative. And, the College came into being.

At its inception the College was called Chapar Bahalpur College. After one year the name was changed to Ratnapith College to signify a wider concept and some emotional values. Ratnapith was the name of one of four divisions of the ancient kingdom of Kamrupa. The site of the College is within ancient Ratnapith which had a glorious past and rich heritage. The College has been renamed after it to associate itself with its past glory.

## Chapter Two

(The period of growth and Development 1984-92)

The College shifted to its new site at Bahalpur on the 16th August, 1984. Since then there have been rapid development and growth of the College. The site was a barren field. At the time of shifting, the present Administrative Building was only half built. Only one room was near completion, the rest was in the process of being constructed. The classes were held in the Lean-to shed on bamboo structure with C.I. sheets on the roof and 'Chatai' and 'Kashia grass' on the walls. It was then all improvised arrangement.

Whatever we have now in view in the College Complex, viz, buildings, roads, avenues, squares, open air theatre, massive plantation of trees luxuriant in growth, orchard of betelunts Coconuts and mangoes, a meen sarovar etc. are all achievements of the efforts of the last eight years. During this period we have been able to complete the following task in utilitaian form, useful rather than decorative.

**A. Buildings:**

**1. Administrative Building:**

A four-room Building with a covered space of 2,100 sq. ft. was completed to house the office, the library, the Teachers' Common Room and a Class Room, the last one being later shifted to the main building.

**2. Main (Tuition) Building:**

A 224 ft. long building with a covered space of 700 sq. ft. having five standard rooms has been completed also in utilitarian form. The northern most room is called 'Uttara' constructed and donated by Chapar-Salkocha CD Block, next to it is the room called 'Vanaja' constructed on the patronage of the Forest Department, third 'a hall', donated by Chapar T.E. The fourth one is called 'Sangrihita' constructed out of the donation collected from the people. The fifth and last one is called 'Kalyani', constructed with the grant of Backward Classes Corporation. Finishing touches are still needed to the construction, besides the completion of some works which are yet to be completed.

**3. Adhyaksha Bhawan:**

A spacious residence for the Principal. There is an orchard of arecanut called SUBHAGA attached to it.

**4. Abhirakshi Griha (Two):**

Two quarters for the Chowkidars have been constructed one in the north (now used an improvised Girls' Common Room) and the

other in the south (allotted for Boys' Common Room, but not used). Both the quarters have orchards of arecanuts one, **Sujala** and the other **Suphala**.

**5. Aharan Griha:**

A Well built two roomed strong godown to be used as the stores of the College has been completed.

**6. Karma Griha**:

A workshop for use of carpenters and masons for their works has been completed.

**B. Internal Roads**:

There is a planned network of internal roads in the complex with avenues in the luxuriant vegetation of the trees which look like a forest. Some of the roads have been named after some great genius and personalities so that the students walking everyday on the roads may feel inspired.

1. Sir Isaac Newton-Road-Approach road to the College
2. Dr. S. Radha Krishan Road- Road to the Teachers' quarters.
3. Krishna Kanta Handique Road-Road to the Library and the proposed Science Complex.
4. F.A. Ahmed Road-Second Approach Road to the College.
5. Rupnath Brahma Road- Third Approach Road to the College.
6. The Mukli Manch Road- Road to the open Air Theatre
7. Arya Bhatta Circus-Central Place of the College Complex
8. Workshop Road-Road to workshop and Godown
9. West End Road-Road to the Science Complex.

**C. Campus Amenities:**

(a) Cycle Stand

(b) Public Conveniences

(c) Drinking Water

While Cycle stand has been completed, the modern public convenience are near completion. Five tube wells are in operation. Three were sunk by the College, two by the Public Health Deptt.

**D. Volley Ball Court**:

A standard Volley Ball court has been prepared by laying a hard bed of bricks, stones and sand which has been covered with sand and grass.

**E. Meen Sarovar**:

A meen Sarova has been dug and donated by Chapar Salkocha CD Block.

**F. Plantation**:

**(a) Megharanya:** Megharanya has been planned in such a way as to protect the College buildings form the North Western. It is an anti-storm measure. First it was a plantation of rain trees. But the growth of the trees seemed to be stunted. So we selected mango saplings which seemed to be luxuriant in growth in the soil. It will be a forest of mango trees interspersed with other trees.

**(b) Mukali Manch:** Mukali Manch is and earthened platform 30ft by 18' ftat a height of 3 ft above the ground with a canopy of the branches of the trees which have been planted in a planned manner. The open air auditorium is also covered with a similar canopy above and grass as carpet below on the ground. Meetings, debates, discussions functions etc. are held in the cool breeze and under the shade of the trees in the grandeur of a sylvan glade.

(c) **Bakul Van**: An open square surrounded by Bakul trees to be used for games.

(d) **Arya Bhatta square**: An open oblong space where on every working day the College flag is hoisted. It is surrounded by Deobar-Pendulum. The land is also utilized for raising seasonal crops.

(e) **Krishi Bhumi**: North and South: Two squares or plots, fenced by hedges-bamboo and ingo-dulcis in front of the main tuition building, one lying on the north or, and the other on the south of the passage to the Tuition Building. These two squares of plots are also for raising seasonal crops focussing on the importance of the agrarian economy.

More details on plantation are available in a booklet published on July 2, 1986. There are more than 200 Tita Sopa trees, luxuriant in growth besides a number of valuable trees and fruit trees.

**G. Results 1981 to 1991**:

During the last 11 years from 1981 to 1991, 588 students took examination from Ratnapith College. 302 passed the B.A. Examination, 11 being with majors. In 1981 the College was not authorized to present student to take examination. So 14 students of the College appeared in the examination under the patronage of Bongaigaon College. The College was authorized to send candidate to sit for the De-

gree Examination in 1982. The students with major course only in Political Science and Economic appeared first in 1990.

## Chapter Three

(Work in Progress)

**A. The Library:**

**A.K. Sinha Memorial Trust** has undertaken to donate a library to the College. It started as far back as in 1985, collecting books and almirahs. It collected 14 almirahs and about 500 books. The library was housed in one room of the Administrative Building. The Trust has now started construction of the library Building with a specious plinth area of 2,880 sq. ft.

The Trust proposed to provide the library with modern library equipment and facilities, audio visual aids for imparting knowledge. The library is expected to be maintained in modern method as far as possible.

**B. The Science Section:**

The Bongaigaon Refinery and Petrochemicals has sanctioned as assistance of Rs. 1.5 lakh for the construction of the Physics and Chemistry Laboratory. The plan, estimate and blue prints have already been finalized. A Development Committee has also been constituted with a representative of BRPL on the Committee to look after the construction work.

The financial assistance of the BRPL towards the construction of the laboratory has been considered to be the very foundation of the science section of the college which is a need for providing the wider opportunity to the youth aspiring for higher education in agriculture, medicine and engineering according to their genius.

Shri J.M.B. Baruah, Chairman and Managing Director of BRPL visited the College with a team of officers.

## Chapter Four

(New Proposals for Developments- Immediate needs of the College)

Besides what have been achieved during the short span of last 8 years, the needs of the College are rapidly growing. The more its grows, the more it needs. For the present the following may be summarized as the immediate needs.

**A. Teachers' Amenities:**

(a) **The Residential Quarters**: The College has only one residence for the Principal. There is a proposal for construction on nine

residence for teachers. An orchard to be attached to each residence. The plans, estimates and blue prints are ready. The sites lie on the north of Dr. S. Radha Krishan Road. But the work could not be taken up for paucity of resources.

**(b) The Teachers' Common Room**: There is only a room to be used as the Teachers' Common Room. The room is without any furnishings. Other facilities such as reference books, News papers, Magazines and other reading materials available to the teachers are yet to be provided.

**B. Students' Amenities**:

**(a) Girls' Common Room:** Only an improvised arrangement has been made in one of the **Abhirakshi Grihas** (Chowkidars' Quarters). The Girls' Common room with modern furnishings including reading materials, indoor games and other facilities is an urgent need. The plan, estimate and blue print are ready. The site for the Common Room in between the Administrative Building and A.K. Sinha Library is ready. We need some resources to start the work.

**(b) Students' Union Hall**: With the growing number of students the Union Hall has become an imperative need of the College. We have a proposal for construction of a good Union Hall with modern furnishings which could be used for holding meetings, debates, discussions, besides being used for indoor games.

**C. Science Section**:

In view of the lack of facilities for the Youth of the locality to face the Challenge of life in the competitive fields, the college has felt it necessary to start the Science Section. It is, however, not an easy task. Therefore, we propose to start it with the financial assistance of BRPL, but, however, with cautions steps, slowly and steadily. A serious effort towards the fulfillment of the objective is necessary.

**D. Commerce Stream, Major in History, Assamese & English**:

The College is also in need of the Commerce stream, and introduction of the major course in English, Assamese and History.

**E. Sanction of posts**:

The sanction of two posts (teaching) already allotted, one in Political Science and the other in Economics are pending before Government. The cause of the College has suffered owing to the non-sanction of the allotted posts.

Besides, the vast landscape, Orchards and massive plantation of trees are to be maintained properly in interest of the objective of the College. We need three more Grade IV employees besides what has been sanctioned earlier.

**F. Incomplete works**:

Major works to be completed are ceilings floors, leaves boards, some works in portico and the finishing.

**G. Class Room Equipments**:

More desks, benches, tables, chairs, black boards etc.

## Chapter Five

**The College Song:**

The College song gives us a visionary ethos of Ratnapith College. The students of the College to be called 'Ratnians' gives pledge to prove themselves to be an asset than a liability to the people. The Ratnians deem the academic education they receive to be a debt to the nation. This debt is to be repaid by the creative survive to the people rather than by the remunerative one which is more a liability than an asset as we find it today in our social structure.

The song in Assamese may be translated into English as in the following paragraphs:

We light lamp. We illuminate all around. We march forward to know the unknown. Our journey leads us to infinity. In course of it we bring, glory to India and we bring light out of darkness. We are conscious that there are hazards on the life's path to infinity. But we are sure we shall overcome them. With that determination, we light the lamp. And, we move to infinity.

**The College Flag**:

The flag of the sky blue colour with a symbol of the flash of lighting within a white circle in the middle imaginatively takes us to the Cosmos. The earth moves in the Soar System. The Solar System itself moves in the Galaxy. The Galaxy moves to the infinity. Thus, we too, move to the infinity to know the unknown in the eternity.

The flash of the lighting represented in the flag is inclined to the flag stand at an angle at which the axis of rotation of the earth is inclined to the vertical of the place of its revolution.

The flag provokes us into thinking on time, space and Cosmos to get an eternal bliss.

**The College Motto:**

The Motto is 'Vidyai Pratistha' in Assamese 'learning brings achievements' in English. When we learn, we develop our genius, we sharpen our ability, we broaden our outlook. We increase our intelligence. We acquire power of understanding. We can overcome difficulties. We can display acumen. We know how to be self reliant and self-employed. This is the objective of the college.

## Chapter Six

The work culture is to be rooted in the mind of the students. It is not in words alone, but also in deed, demonstrated through the multifarious activities of the College, mainly through a number of small, but meaningful projects yielding income. The areca-nut orchards cocoa-nuts grooves, mango plantation fishery tank, plantation of commercial trees, long term projects of planting trees of timber value etc. are in the process of being developed in the complex, besides other types of small schemes of raising money crops in a planned manner, for instance-chilli, lemon, pulses, black pepper, seasonal crops as commercial units etc. The great challenge to the students is to 'learn to create'.

## Chapter Seven

Ratnapith College is an institution not only for those who are admitted into it, but also for those who pay a visit to it. When the projects, schemes, and plans are fully in action, it is expected that it may serve as a book which can be read from a distance. We are to learn the way of living i the sylvan culture, use of creepers for domestic purpose, beautification of our homes, putting permanent fencing with minimum cost, saving bamboos which are costlier now, growing commercial trees without using much of the valuable land growing money yielding creepers also by sparing land and a number of very small things having tremendous power. ■■

# Meen Sarovar at Ratnapith College

## Commission of the Project

**Agenda**

Items

1. Opening Song- College Song Ami Banti Jalaon

2. The President is requested to take the Chair.

3. An Address of Welcome by Shri Dalim Kr. Medhi, Secretary, Ratnapith College.

**Invocation**

4. (I) 7 Girls will present 7 pots of water collected from 7 fisheries, one by each, respectively to the President of the D.R.D.A. and 6 other distinguished guests to pour water into the Sarovar.

(ii) To release 7 Magur fish from East, 7 Koi fish from the North and 7 Singi fish from the South-all by 21 guests, one by each.

(iii) Kriya Pratistha-Song-'Sat Sagarar Pani'.

5. The VIP to commission the project

6. The Project Director's speech.

7. Speech from one of the gentlemen present

8. Presidential speech.

9. Song-Closing invocation.

10. Vote of thanks.

11. National Anthem.

## মীন সৰোবৰ অভ্যুপকৰণ উপলক্ষে

১৯৮৮ চনৰ ২১ জুলাই আবেলি ৪ বজাত সৰোবৰ পাৰত পতা ৰাজহুৱা সভাৰ

**কাৰ্যবিৱৰণী**

ৰত্নপীঠ কলেজ, বহলপুৰ, চাপৰ-৭৮৩ ৩৭১

ধুবুৰী জিলা গ্ৰাম্য অধিকৰণৰ অধ্যক্ষ আৰু উপায়ুক্ত শ্ৰীসুৰেশ চন্দ্ৰ পাণ্ডা, আই এ এচ আৰু অন্যান্য বিষয়াসকলৰ সৈতে অসমৰ ৰাজ্যমন্ত্ৰী মাননীয় শ্ৰীঅনিৰুদ্ধ সিংহ

চৌধুৰী ডাঙৰীয়া সভাস্থলী আহি পোৱাৰ লগে লগেই ১৯৮৮ চনৰ ২১ জুলাই আবেলি ৪ বজাত ৰত্নপীঠ কলেজৰ মীন সৰোবৰৰ অভ্যুপকৰণ সভাৰ আৰম্ভণি ঘোষণা কৰা হয়। কলেজ সংগীত— 'আমি বন্তি জ্বলাও' আৰম্ভণী গীতেৰে সভাৰ কাম আৰম্ভ কৰা হয়। আৰম্ভণি গীতটি সমবেত কণ্ঠত গাইছিল।

আৰম্ভণি গীতৰ অন্তত মজিবৰ ৰহমান চাহাবৰ প্ৰস্তাৱ আৰু শ্ৰীঅৰুণ কুমাৰ সিংহৰ সমৰ্থন ক্ৰমে প্ৰাক্তন মন্ত্ৰী আৰু বৰ্তমানে অধিবক্তা শ্ৰীৰবীন চৌধুৰী ডাঙৰীয়াই সভাপতিৰ আসন গ্ৰহণ কৰে। অতিথি, অভ্যাগত আৰু ৰাইজক সম্ভাষণ জনাই ৰত্নপীঠ কলেজৰ ছেক্ৰেটাৰী শ্ৰীডালিক কুমাৰ মেধি দেৱে আদৰণি ভাষণ পাঠ কৰে। শ্ৰীমতী জোৰ্জিনা বেগম, শ্ৰীমতী নাজমা বেগম আৰু শ্ৰীমতী জ্যোৎস্নায়ে মন্ত্ৰীবৰ, সভাপতি আৰু অধিকৰণৰ অধ্যক্ষক অঙ্গবস্ত্ৰ প্ৰদান কৰি সমাদৃত কৰে। তাৰ পিছত সপ্ত সৰোবৰৰ পানী মীন সৰোবৰৰ পানীৰ লগত উপমিলন সংঘটন কৰা অনুষ্ঠান আৰম্ভ হয়।

উৰুপদ, দলনি, তামৰাঙা, ধীৰ, দীপ্লাই, ডাক্ৰা আৰু সৰোবৰ-এই সাতোটি বিলৰ পানী সংগ্ৰহ কৰি পৃথক পৃথকভাৱে সাতোটি কলহত ভৰাই প্ৰৱেশ দ্বাৰত স্থাপনা কৰি ৰখা হৈছিল। কলহ সাতোটিৰ কাষত থিয় হৈ আছিল-সাতকন্যা। পাটানি পিন্ধি শ্ৰীমতী ইন্দিৰা সিংহ, মেখেলা পিন্ধি শ্ৰীমতী আৰজুমা বেগম, দোখনা পিন্ধি শ্ৰীমতী দীপা ৰাৰী, শাৰী পিন্ধি শ্ৰীমতী সবিতা অধিকাৰী, গাৰো কন্যাৰ বসন পিন্ধি শ্ৰীমতী জেলেনি সাংমা, আদিবাসী কন্যাৰ বসন পিন্ধি শ্ৰীমতী সুমিত্ৰা সেওবাসী আৰু নেপালী কন্যাৰ বসন পিন্ধি শ্ৰীমতী চন্দ্ৰময়ী শৰ্মা।

ক্ৰিয়াক্ৰম ঘোষণাৰ লগে লগে সাত কন্যাই এটি এটিকৈ সাতোটি কলহ কঁকালত লৈ দক্ষিণাবৰ্ত্ম অতিক্ৰম কৰি মঞ্চলৈ আগবাঢ়ি গৈ আছিল। তেওঁলোকৰ প্ৰতিবিম্ব সৰোবৰৰ নীলাভ পানীত ফুটি উঠিছিল। এটি মনোৰম দৃশ্যপটৰ সৃষ্টি হৈছিল। মীন সেতুৰ ওপৰত সভা মঞ্চ পতা হৈছিল। মন্ত্ৰী প্ৰৱৰ, অভিকৰণৰ অধ্যক্ষ আৰু সভাপতি ডাঙৰীয়া সভা মঞ্চত আনুষ্ঠানিক আসনত অধিষ্ঠিত আছিল। লগত আছিল আন আন বিশিষ্ট ব্যক্তিসকল। সাত কন্যাই এটি এটিকৈ পানীৰ কলহ বিশিষ্ট ব্যক্তিসকলৰ হাতত অৰ্পণ কৰিছিল। প্ৰথমে শ্ৰীমতী আৰজুমা বেগমে 'ধীৰ'ৰ পানীৰ কলহ মাননীয় মন্ত্ৰী শ্ৰীঅনিৰুদ্ধ সিংহ চৌধুৰী ডাঙৰীয়াৰ হাতত অৰ্পণ কৰিছিল। তেখেতে কলহৰ পৰা পানী সৰোবৰত ঢালি দিয়ে। ইয়াৰ পিছত ক্ৰমে শ্ৰীমতী দীপা ৰাৰীয়ে 'দলনি'ৰ পানীৰ কলহ সভাৰ সভাপতি শ্ৰীৰবীন চৌধুৰী ডাঙৰীয়াৰ হাতত, শ্ৰীমতী সবিতা অধিকাৰীয়ে 'তামৰাঙা'ৰ পানীৰ কলহ অভিকৰণৰ অধ্যক্ষ শ্ৰীসুৰেশ চন্দ্ৰ পাণ্ডা, আই এ এচৰ হাতত, শ্ৰীমতী জেলিনা সাংমাই 'উৰুপদ'ৰ পানীৰ কলহ বৰিষ্ঠ উন্নয়ন খণ্ড বিষয়া ইন্তাজ-উল-মনিৰ চাহাবৰ হাতত, শ্ৰীমতী ইন্দিৰা সিংহই 'ডাক্ৰা'ৰ পানীৰ কলহ কণিষ্ঠ উন্নয়ন খণ্ড বিষয়া আব্দুল কাদেৰ চাহাবৰ হাতত, শ্ৰীমতী সুমিত্ৰা সেওবাসীয়ে 'দীপ্লাই'ৰ পানীৰ

কলহ কনিষ্ঠ অভিযন্তা শ্ৰীকীৰ্তি চন্দ্ৰ নেওগ দেৱৰ হাতত আৰু শ্ৰীমতী চন্দ্ৰময়ী শৰ্মাই 'সাৰেশ্বৰ'ৰ পানীৰ কলহ মীন বিষয়া শ্ৰীউত্তম চন্দ্ৰ ৰায় দেৱৰ হাতত অৰ্পণ কৰে। তেখেত সকলে যথাক্ৰমে কলহৰ পানী মীন সৰোবৰৰ পানীৰ লগত সাৰোবৰৰ পানীৰ উপমিলন সংঘটন কৰা হয়। ইয়াৰ পিছত সাত কন্যাই শূন্য কলহবোৰ কঁকালত লৈ দক্ষিনাবৰ্ত্ম দি উভতি প্ৰৱেশদ্বাৰৰ পুৰ্বস্থানতকলহবোৰ পুনঃসংস্থাপনা কৰে।

ইয়াৰ পিছত সৰোবৰত মৎস্য উন্মোমোচন কাৰ্য আৰম্ভ কৰা হয়। প্ৰথমে পূব পাৰৰ পৰা শ্ৰীমৃণাল কান্তি বসু, মৌঃ মজিবৰ ৰহমান, শ্ৰীপূৰ্ণানন্দ ৰায়, মৌঃ জামালুদ্দিন আহম্মদ, শ্ৰীঅতুল চন্দ্ৰ ৰায়, মৌঃ আব্দুল খালেক আৰু শ্ৰীশিশান সাংমাই এজন এজনকৈ বিশেষ পাত্ৰৰ দ্বাৰা সৰোবৰত মৎস্য উন্মোমোচন কৰে।

দক্ষিণ পাৰৰ পৰা শ্ৰীচিদানন্দ দাস, শ্ৰীনীলকণ্ঠ অধিকাৰী, শ্ৰীশশীমোহন ৰায়, শ্ৰীহেমন্ত কুমাৰ বৰুৱা, মঃ জাছিমুদ্দিন সৰকাৰ, মৌঃ ৰেকিবুদ্দিন আহম্মদ আৰু শ্ৰীউদয় চন্দ্ৰ দাসে এজন এজনকৈ অনুৰূপভাৱে সৰোবৰত মৎস উদ্বিমোচনন কৰে।

উত্তৰ পাৰৰ পৰা শ্ৰীমতা কিৰণময়ী সিংহ, শ্ৰীমতী ভাৰতী সিংহ, শ্ৰীমতী বৃন্দাবতী ৰায় চৌধুৰী, মৌঃ ময়েজুদ্দিন আহম্মদ, শ্ৰীপ্ৰফুল্ল চন্দ্ৰ দাস, শ্ৰীমতী চন্দ্ৰ প্ৰভা মেধি আৰু শ্ৰীজীতেন্দ্ৰ ৰায়ে এজন এজনকৈ যথাযথভাৱে সৰোবৰত মৎস উন্মোমোচন কৰে।

ইয়াৰ পিছত সৰোবৰ অভ্যুপকৰণ কাৰ্য ঘোষণা কৰা হয়। বিলাসীপাৰাৰ ময়নামতী শিল্পী বৃন্দই উত্তৰ পাৰৰ প্ৰস্তাৱিত জলকুঁৱৰী জলসিঞ্চন কেন্দ্ৰত আভ্যুপকৰণ সঙ্গীত-'সাত সাগৰৰ পানী, সিঁচি সিঁচি আনি'- নৃত্যগীত আৰম্ভ কৰি নাচি নাচি পূৰ্ববৰ্ত্ম অতিক্ৰম কৰি দক্ষিণপাৰৰ প্ৰস্তাৱিত অপসৰা অতিথি গৃহৰ স্থানত নৃত্যগীত সমাপ্ত কৰে।

ৰামধেনুৰ সাত ৰঙৰ অঙ্গাবৰণ পৰিধান কৰি ময়নামতীৰ সাত কন্যাই ডাঁৱৰৰ সাত কন্যাৰ ভূমিকাত যি নৃত্য প্ৰদৰ্শন কৰিছিল, সেই নৃত্যৰ লয়লাসত আৰু গীতৰ ছন্দত মীন সৰোবৰ অপৰূপভাৱে ছন্দায়িত হৈ উঠিছিল। নৃত্য প্ৰতিবিম্বিত হৈছিল-সৰোবৰৰ ঈষৎ নীল পানীত। দৃশ্য আছিল অতি অনুপম।

অভ্যুপকৰণ গীতৰ অন্তত মন্ত্ৰীবৰ মাননীয় শ্ৰীঅনিৰুদ্ধ সিংহ চৌধুৰী ডাঙৰীয়াক অভ্যুকৰণ ভাষণ দিবলৈ অনুৰোধ জনোৱা হয়। ভাষণ দিওঁতে ৰত্নপীঠ কলেজৰ নামাকৰণত সন্তোশ প্ৰকাশ কৰি মন্ত্ৰী প্ৰৱৰ শ্ৰীসিংহ চৌধুৰী ডাঙৰীয়াই পুৰণি কামৰূপ-ৰাজ্যৰ গৌৰৱোজ্জ্বৰ ইতিহাসৰ এটি সংক্ষিপ্ত বৰ্ণনা দিয়ে। কামৰূপ ৰাজ্যৰ বিভাগ-ৰত্নপীঠ, কামপীঠ, সৌমাৰপীঠ আৰু সুবৰ্ণপীঠৰ ভিতৰত অবিভক্ত গোৱালপাৰা জিলাৰ এই অঞ্চল আছিল-ৰত্নপীঠৰ অন্তৰ্ভূক্ত। ইতিহাসৰ অতীতৰ গৌৰৱস্মৃতি বিজড়িত এই নামৰ কলেজৰ ছাত্ৰ-ছাত্ৰীসকলে জীৱনৰ জয় যাত্ৰাত আগবাঢ়ি যাবলৈ নিশ্চয় নতুন প্ৰেৰণা লাভ কৰিব। আৰ্থিক প্ৰতিষ্ঠা আৰু মনোবিকাশমূলক আঁচনি সমূহৰ কথা

উল্লেখ কৰি মীন সৰোবৰৰ অন্তর্নিহিত উদ্দেশ্য সফল হ'লে, উঠি অহা যুৱক-যুৱতীসকলৰ বাবে এটি নতুন দিশ উন্মেষিত হ'ব বুলি অভিমত প্ৰকাশ কৰে। শেষত উদ্যোক্তাসকলৰ শলাগ লৈ মাননীয় শ্ৰীসিংহ চৌধুৰী ডাঙৰীয়াই মীন সৰোবৰৰ অভ্যুকৰণ কৰা হ'ল বুলি ঘোষণা কৰে।

অভিকৰণৰ পক্ষৰ পৰা অধ্যক্ষ শ্ৰীসুৰেশ চন্দ্ৰ পাণ্ডা, আই এ এচ মহোদয়ে যথাসময়ত মীন সৰোবৰৰ আঁচনি ৰূপায়ন কৰিব পৰা হোৱা বাবে সন্তোষ প্ৰকাশ কৰে। এই সম্পৰ্কে কণিষ্ঠ অভিযন্তা শ্ৰীকীৰ্তি চন্দ্ৰ নেওগ আৰু মীন বিষয়া শ্ৰীউত্তম চন্দ্ৰ ৰায়ৰ শলাগ লয়। এই চেগতে যেতিয়াই সম্ভৱ হয়, ৰত্নপীঠ কলেজৰ বাবে নতুনকৈ পৰৱৰ্তী আঁচনি মঞ্জুৰ কৰাৰ আশ্বাস দিয়ে।

উপস্থিত সমজুৱাৰ পক্ষৰ পৰা মৌঃ মজিবৰ ৰহমানে মীন সৰোবৰৰ মঞ্জুৰী, খনন আৰু বিবিধ প্ৰকাৰৰ উৎসাহ প্ৰদান কৰাৰ কাৰণে অভিকৰণৰ অধ্যক্ষ শ্ৰীসুৰেশ চন্দ্ৰ পাণ্ডা, আই এ এচ মহোদয়ক ধন্যবাদ জ্ঞাপন কৰে আৰু সৰোবৰৰ আঁচনি এটি সফল আঁচনি হ'ব বুলি অভিমত প্ৰকাশ কৰে।

সভাপতিৰ অভিভাষণ প্ৰসঙ্গত সভাপতি শ্ৰীৰবীন চৌধুৰী ডাঙৰীয়াই মীন পালন এক উদ্যোগ শিল্পত ৰূপায়িত কৰাৰ যি আঁচনি তাৰ ভূয়সী প্ৰশংসা কৰে। আৰু মীন পালন সম্পৰ্কে কলেজত পঠন-পাঠনৰ অন্তৰ্ভূক্ত কৰি ল'বলৈ পৰামৰ্শ আগবঢ়ায়।

সভাপতিৰ অভিভাষণৰ অন্তত সৰোবৰ অভ্যুকৰণ অনুষ্ঠানৰ সমাপ্তি সংকেত দি ময়নামতী শিল্পী বৃন্দই 'ভৰি থাকা-ভৰি থাকা, ভৰি থাকা সৰোবৰ'-নৃত্য গীতিকাৰে ডাঁৱৰৰ ৰাণীৰ আশীৰ্বাদ কামনা কৰি সৰোবৰৰ অভ্যুকৰণ উৎসৱৰ সমাপ্তি সূচনা কৰে।

ইয়াৰ পিছত ৰত্নপীঠ কলেজৰ ছেক্ৰেটাৰী শ্ৰীডালিম কুমাৰ মেধি দেৱে সকলোকে শলাগ জনায়। ৰাষ্ট্ৰীয় সঙ্গীতৰ অন্তত সভাৰ সামৰণি ঘোষণা কৰা হয়।

**তৰণী কান্ত ৰায়**
উপাধ্যক্ষ, ৰত্নপীঠ কলেজ

**পৰিশিষ্ট (ক)**

(১) অভ্যুকৰণ গীত (২) সমাপ্তি সঙ্গীত-জয়গীতি

**পৰিশিষ্ট (খ)**

অভ্যুকৰণ উৎসৱত অংশ গ্ৰহণকাৰী বিলাসীপাৰা ময়নামতী শিল্পীসকল

**সৰোবৰ সঙ্গীত**

*[1]'সাত সাগৰৰ পানী/সিচি সিচি আনি*
*আকাশতে পাতে মেলা/ ডাঁৱৰেৰে ৰাণী।*
*[2]সাত কন্যা ঢালে পানী/ধৰণীতে পৰে,*
*সাগৰ সিচা পানীৰে /সৰোবৰ ভৰে।*

*শূন্য হলে পূর্ণ কৰে/মেঘৰে কুৱঁৰী,*
*সাগৰৰে পানী আনি/আকাশেদি উৰি।*
*চিকমিক হাঁহি হাঁহি/কিনো কথা কয়?*
*ৰিক্ত পৃথ্বী সিক্ত কৰি/কৰে জলময়।*
*মীনকুলে কেলি কৰে/ৰত্ন সৰোবৰ,*
*ঢউ তুলি ঢউ খেলি/জয় জয় কৰে।*

২১।৩।৮৮

***সমাপ্তি গীত-জয় গীতি***

*ভৰি থকা, ভৰি থাকা*
*ভৰি থাকা সৰোবৰ-*
*ফলে ফুলে শোভে পাৰ,*
*জলে শোভে মীনবৰ।*
*মীনকুল বৃদ্ধি হ'ব- সাগৰৰ নাই শেষ,*
*মেঘমালা কৰি ধাৰা-*
*আনে নৱ পৰিৱেশ।*
*বৃষ্টি হ'ব, সৃষ্টি হ'ব,*
*মীন ক্ষেত্ৰ মীনময়-*
*সুখ হ'ব, শান্তি হ'ব,*
*জয় হ'ব-হ'ব জয়।*

The queen of the cloud lifts water from the seven-seds[1] and displays in the sky. There upon seven damsels[2] pour this water on the earth. In due course the tank is filled up with water which is lifted from the seas. When the tank starts emtying, the queen again gets water flown to the tank from the seas. Now, what does the queen want to express, when she smiles? Her pleasant smiles are manifested in the flash of lightening. She, of course, pour water on the earth that is in great need and make it full. In course of the nature, fishes play in water in the tank, make ripples and say 'glory to all.'

---

Note 1: In the western thought the seven seas comprise the Arbic Ocean, the Antaractic Ocean, the North Pacific Ocean, the south Pacific Ocean, the North Atlantic Ocean, the South Atlantic Ocean and the Indian Ocean. In the Indian thought the seven seas

comprise ইক্ষুসাগৰ, লৱনসাগৰ, সুৰা সাগৰ, দধি সাগৰ, দুগ্ধ সাগৰ, ঘৃত সাগৰ আৰু জলসাগৰ।

Note 2: The rains can be classified mainly into three types, namely (1) conventional rain (2) Orographic rain and (3) Cyclonic rain. Adding four more types as subsidiary classification namely (i) Hail Storm (2) Storm (3) Sleet-rain mixed with snow and (4) drizzle-light rain, we may get seven types of rains which have been depicted as seven damsels of the cloud.

## আদৰণি ভাষণ

মীন সৰোবৰ অভ্যুপকৰণ

(ধুবুৰী জিলা গ্ৰাম্য অভিকৰণৰ দ্বাৰা প্ৰতিষ্ঠিত)

সভাপতি মহোদয়, মন্ত্ৰী মহোদয়, ধুবুৰী জিলা গ্ৰাম্য অভিকৰণৰ অধ্যক্ষ, সঞ্চালক, চাপৰ শালকোচা উন্নয়ন খণ্ডৰ বিষয়াসকল, মাননীয় অতিথিসকল আৰু ৰাইজ,

ৰত্নপীঠ কলেজত খনন কৰা মীন সৰোবৰৰ শুভাৰম্ভ আৰু অভ্যুপকৰণ উৎসৱ উপলক্ষে আজি মীন সৰোবৰৰ পাৰত সজ্জন আৰু অভ্যাগতসকলক অভ্যৰ্থনা জনাবলৈ পাই আমি ধন্য হৈছোঁ। অৱশ্যে এই অভ্যৰ্থনা জনোৱাৰ ভাৰ আছিল-ধুবুৰী জিলা গ্ৰাম্য অভিকৰণৰ। কিন্তু অভিকৰণৰ অধ্যক্ষৰ আদেশ অনুক্ৰমে আমিয়েই এই কাৰ্য সম্পাদন কৰিব লগা হৈছে। তাৰ বাবে আমি অভিকৰণৰ অধ্যক্ষ, সঞ্চালক, সদস্য আৰু কাৰ্যালয়ৰ কৰ্মকৰ্তা সকলোটিকেই আমাৰ আন্তৰিক ধন্যবাদ জনাওঁ। এই ছেগতে সৰোবৰ খননৰ বাবে মঞ্জুৰী প্ৰদান, খনন আৰু বিভিন প্ৰকাৰে ৰত্নপীঠ কলেজ লৈ সহায়-সহযোগ আগবঢ়োৱা বাবে ধুবুৰী জিলা গ্ৰাম্য অভিকৰণক শলাগ জনাওঁ।

২) অভ্যুকৰণ উৎসৱ উপলক্ষে আদৰণি জনাবলৈ গৈ ৰত্নপীঠ কলেজৰ কথাকেই দু-আষাৰমান ক'ব লাগিব। বিশ্ববিদ্যালয়ে নিৰূপণ কৰি দিয়া পঠন-পাঠনৰ বাহিৰেও কলেজত ৰূপায়িত হৈ থকা মনোবিকাশ মূলক আঁচনি সমূহ, যেনে-বৃক্ষাশ্ৰিত জীৱৰ বাবে গছ-ৰোৱা, তামোল-পানৰ বাৰী সজোৱা, কৃষি উদ্যোগ ৰূপে নাৰিকলৰ খেতি কৰা, বাণিজ্যিক উদ্দেশ্যে আম-কঁঠাল ৰোপণ কৰা, সুশোভন প্ৰকৃতিৰ মাজত গছ-লতাৰে আলি পদূলিৰ শোভাবৰ্দ্ধন কৰা, ফল-মূলৰ দ্বাৰা বাসগৃহ পৰিশোভিত কৰা আদি আঁচনি সম্পৰ্কে নকৈ কোৱাৰ প্ৰয়োজন নাই। কিয়নো অন্যান্য বহুতো কাৰ্য উপলক্ষে এইবোৰ কথা আমি ঘনাই উল্লেখ কৰি আহিছোঁ।

৩) এইবাৰ এটা বিশেষ উপলব্ধিৰ কথাহে ইয়াত উল্লেখ কৰিব খুজিছোঁ। আপাততঃ অপ্ৰাসঙ্গিক যেন লাগিলেও, নিতান্ত প্ৰাসঙ্গিক হ'ব। ভাবিয়েই কথাটোৰ

অৱতাৰণা কৰিব খুজিছোঁ। আমি বহুতে নেজানোঁ যে ৰত্নপীঠ কলেজৰ পৰা উত্তীৰ্ণ হৈ ওলাই যোৱা প্ৰতিজন বি এ পাছ স্নাতকৰ বাবে চৰকাৰে বৰ্তমান মূল্যমানত ৬০,০০০ ষাঠি হেজাৰ টকা ব্যয় কৰে। এক প্ৰকাৰে ক'ব পাৰি যে বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ ডেওনা পাৰ হওঁতে প্ৰতিজন বি পাছ স্নাতকে 'চৰকাৰৰ টকা' বুলি জনাজাত— 'ৰাইজৰ সমূহীয়া ধন ৰাজকোষৰ' পৰা ষাঠি হাজাৰ টকা খৰচ কৰে। সমূহীয়া ৰাজকোষৰ পৰা এই ব্যয় প্ৰতিজন বি এ পাছ স্নাতকৰ বাবে এটা নৈতিক ঋণ বুলি গণ্য কৰিব পাৰি।

৪) আমি জানিও বহুতে নাজানোঁ যে এই ৰাজকোষ গঠন কৰা হয়— খেতি পথাৰত কাম কৰা খেতিয়ক, কল-কাৰখানা বা উদ্যোগত বা অন্যভাৱে কাম কৰা শ্ৰমিক বা কায়িক শ্ৰমৰ দ্বাৰা উৎপাদন কৰা উৎপাদনকাৰীৰ পৰা প্ৰত্যক্ষ বা পৰোক্ষভাৱে সংগ্ৰহ কৰা ধনৰ দ্বাৰা। প্ৰকৃততে কৃষক, শ্ৰমিক বা কায়িক শ্ৰমৰ দ্বাৰা অৰ্জন কৰা ধনৰ পৰাই ৰাজকোষৰ এই ধন। সেই কাৰণে বি এ পাছ স্নাতক জন প্ৰকৃততে ঋণত আবদ্ধ হৈ পৰে-খেতিয়ক, শ্ৰমিক বা কায়িক শ্ৰমৰ দ্বাৰা উৎপাদন কৰা উৎপাদনকাৰীৰ ওচৰত। ব্যৱহাৰিক অৰ্থত তেওঁ ঋণী নহ'লেও, নৈতিক বা তাৎপৰ্যগত অৰ্থত কিন্তু তেওঁ প্ৰকৃততে ঋণী। তাত সন্দেহৰ কোনো অৱকাশ নাই।

৫) শ্ৰমৰ দ্বাৰা সৃষ্টি কৰা ৰাজকোষৰ ঋণ শ্ৰমৰ দ্বাৰা উৎপাদন কৰিহে নৈতিক বা তাৎপৰ্যগতভাৱে পৰিশোধ কৰিব পাৰি। প্ৰতিজন বি এ পাছ স্নাতকে শ্ৰম লভ্য উৎপাদনত আত্ম নিয়োগ কৰি সামাজিক এই ঋণৰ পৰা নৈতিক অব্যাহতি পাব পাৰে। কিন্তু আচৰিত কথা যে সমাজৰ ঋণ পৰিশোধৰ দূৰৰ কথা-আমি সকলোৱে শ্ৰম বিমুখ অলসতাৰে কৃষক শ্ৰমিকৰ উপাৰ্জনৰ ওপৰত বহি খোৱাৰ মনোবৃত্তিৰহে দাস হৈ পৰোঁ। শোষণ নীতি 'ভৰ' কৰা আমাৰ সমাজৰ বিশেষকৈ উঠি অহা যুৱক-যুৱতীসকলৰ এনে মনোবৃত্তি আৰু মানসিকতাৰ পৰিৱৰ্তন সাধিবলৈ কলেজত পঠন-পাঠানৰ বাহিৰে মনোনিবেশ আৰু মানসিক চেতনা উদ্ৰেক কৰিবলৈ এনে আঁচনিবোৰৰ এটি এটিকৈ ৰূপায়িত কৰিবলৈ যত্ন কৰা হৈছে।

৬) এই আঁচনিসমূহৰ ভিতৰত মীন সৰোবৰৰ অন্যতম এক অনন্য আঁচনি। এজন বি এ পাছ স্নাতকে এই সৰোবৰৰ আৰ্হি লৈ শিক্ষাগত বিদ্যা, বুদ্ধি, জ্ঞান, বৈজ্ঞানিক কৌশল আৰু পদ্ধতি প্ৰয়োগ কৰি অনায়সে বছৰি ৫০,০০০ (পঞ্চাশ হেজাৰ) টকা উপাৰ্জন কৰিব পাৰে। আঁচনিৰ পৰিসৰ আৰু উৎপাদন বৃদ্ধি কৰি ইয়াকেই বৃহৎ উদ্যোগত পৰিণত কৰিব পাৰে। তাকে কৰিব পাৰিলে, ৰাইজৰ ৰাজকোষৰ অথবা কৃষক শ্ৰমিকৰ ওচৰত হোৱা নৈতিক ঋণ পৰিশোধ কৰা হয়। নিষ্ঠা আৰু সততা থকা আদৰ্শ প্ৰাণ আৰু জীৱন যুদ্ধৰ সংগ্ৰামী যুৱক এজনে এই কাৰ্য অতি অনায়সে সম্পাদন কৰিব পাৰে। কিন্তু অলস, পুৰুষত্বহীন যুৱক এজনে নোৱাৰে।

৭) এনে এটি মীন সৰোবৰৰ শুভাৰম্ভ আৰু অভ্যুকৰণৰ উৎস উপলক্ষে সজ্জন আৰু সমবেত অভ্যাগত সকলক মীন সৰোবৰলৈ আদৰণি জনোৱাৰ লগে লগে কলেজৰ মনোবিকাশমূলক এই আঁচনি সমূহলৈ আদৰণি জনাওঁ।

৮) মীন সৰোবৰ ধুবুৰী জিলা গ্ৰাম্য অভিকৰণৰ এটি বিশেষ আঁচনি। ৩০/১০/৮৭ তাৰিখে বহা অভিকৰণৰ সভাত ৰত্নপীঠ কলেজত মীন সৰোবৰ এটি খনন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হয়। সেই মতে ৮০ মিটাৰ দীঘল আৰু ৪০ মিটাৰ বহল সৰোবৰৰ খনন কাৰ্য ১/৩/৮৮ তাৰিখে আৰম্ভ কৰি ১২/৫/৮৮ তাৰিখে সমাপ্ত কৰা হয়। দিন আৰু শ্ৰমিকৰ সংযোজিত হিচাপত এই সৰোবৰ সম্পূৰ্ণ কৰোঁতে ৪, ১২০ 'শ্ৰমিক দিন' বা 'ম্যান ডেছ' লাগিছে। ৭৫,০০০ টকা ব্যয় কৰি খনন আৰু আনুসঙ্গিক কাৰ্য সম্পাদন কৰা হৈছে। ১.৭৫ মিটাৰ গভীৰতালৈহে খনন কাৰ্য কৰা হৈছে। তলৰ পৰা পানী ওলোৱালৈকে খনন কৰা হোৱা নাই। আঁচনি মতে বাৰিষাৰ পানীৰেই সৰোবৰ ভৰিব লাগে। সৰোবৰত বাৰিষাত ২ মিটাৰ গভীৰ আৰু খৰকালি .২৫ মিটাৰ গভীৰ পানী থাকিব পাৰে। কিন্তু সিঞ্চন ব্যৱস্থাৰ দ্বাৰা খৰকালিতো ১ মিটাৰ গভীৰ পানী ৰাখিব লাগিব। চতুৰ্থ বছৰত সিঞ্চন ব্যৱস্থা নোহোৱাকৈ খৰকালি ১.২৫ মিটাৰ পানী থাকিব। অৱশ্যে পানীৰ পৰিশোষণ হ্ৰাস কৰিবলৈ ব্যৱস্থা লৈ থাকিব লাগিব।

৯) পশ্চিম পাৰ সংলগ্ন কৰি এটি ক্ষুদ্ৰ ত্ৰিকোণ জলক্ষেত্ৰ খনন কৰা হৈছে। এই দুই জলভাগক সংযোগ কৰা যি জল অংশ থাকিব, তাৰ ওপৰত এখন মীন সেতু নিৰ্মাণ কৰা হৈছে। সৰোবৰৰ চাৰিওফালে তিনি মিটাৰ বহল পথ নিৰ্মাণ কৰা হৈছে। ত্ৰিকোণ সৰোবৰৰ পথৰ প্ৰস্থ অৱশ্যে কিঞ্চিৎ কম। পথৰ কাষে কাষে অৰ্থাৎ সৰোবৰৰ পাৰে পাৰে ২৮ জোপা আকাশমুখী দেৱদাৰু ৰোপণ কৰা হৈছে। সৰোবৰৰ ভিতৰ ফালৰ পাৰত সেউজীয়া তৃণাচ্ছদান দিয়া হৈছে। দেখাত সেউজীয়াকৈ মনোৰম হোৱাৰ উপৰিও তৃণাচ্ছাদনে পাৰৰ মাটি সংৰক্ষণ কৰি ৰাখিছে। সৰোবৰৰ বাহিৰ ফালওে অনুৰূপ তৃণাচ্ছাদন দি মাটি সংৰক্ষণ কৰা হৈছে।

১০) খনন কাৰ্য প্ৰায় সমাপ্ত হ'ব লগা হৈছে, এনেতে সৰোবৰৰ মাজত পুৰণি নাদৰ চিন ওলায়। এই চিনটো উত্তৰ পাৰৰ মধ্যবিন্দুৰ পৰা ৪ মিটাৰ ভিতৰত-সৰোবৰত অৱস্থিত। কিঞ্চিৎ খনন কৰাৰ পাছত সেই নাদত 'কালীয়া দমন কৃষ্ণ'ৰ ধাতব মূৰ্তি এটা পোৱা যায়। উল্লেখযোগ্য যে মূৰ্তিটো ওলোৱাৰ আগেয়ে কলেজৰ অভিৰক্ষী শ্ৰীযোগেন নাথে মূৰ্তি সম্পৰ্কে সপোন এটি দেখে। ৰাজহুৱা কমিটি গঠন কৰি সেই কমিটিৰ হাতত মূৰ্তিটো অৰ্পণ কৰে।

১১) মূৰ্তিটো সম্পৰ্কে নিৰ্ভৰযোগ্য কোনো তথ্য এতিয়াও উলিয়াব পৰা হোৱা নাই। কিন্তু প্ৰচলিত কিম্বদন্তী আৰু সপ্তদশ শতিকা বা তাৰ আগৰ আউল লগা জন-

জীৱনৰ ভিত্তিত এটা কথা অনুমান কৰিব পাৰি। মূৰ্তিটো বহুত পুৰণি বুলি অনুমান হয়। ৰত্নপীঠ কলেজ থকা ঠাইডোখৰৰ নাম বামুণী টিলা। সম্ভৱতঃ এসময়ত এজন বামুণে ইয়াত বাস কৰিছিল। দুই তিনিশ বছৰ আগৰ কথা। তেতিয়া আক্ৰমণকাৰী ফৌজৰ উৎপাতত জন-জীৱন বৰঁকৈ বিপৰ্যস্ত হৈ পৰিছিল। এই ডোখৰ ঠাই ফৌজ অহা যোৱা বাটত পৰিছিল বুলি অনুমান কৰিব পাৰি। অভয়াপুৰীৰ 'ৰাম অহা যোৱা কৰিছিল বুলি অনুমান কৰিব পাৰি। ফৌজৰ অত্যাচাৰৰ পৰা হাত সাৰিবলৈ গাঁৱৰ মানুহে গাঁও ভুঁই এৰি পলাই যাব লাগিছিল। তেনে অৱস্থাত মূৰ্তিটো 'বিপদ' কালত নাদত বিসৰ্জন দিয়া বা তেনে কোনো অৱস্থাৰ কাৰণে মূৰ্তিটো নাদত পৰিছিল। খনন কৰোঁতে এতিয়া ওলাই পৰিল।

১২) সৰোবৰৰ দক্ষিণ পাৰ সংলগ্ন ৬ মিটাৰ দীঘল আৰু ৪ মিটাৰ বহল 'অপ্সৰা' নামৰ এটি ক্ষুদ্ৰ অতিথি গৃহ নিৰ্মাণৰ ব্যৱস্থা কৰি ৰখা হৈছে। অনুৰূপভাৱে উত্তৰ পাৰত 'জলকুঁৱৰী' নামৰ এটা জলসিঞ্চন ব্যৱস্থা প্ৰতিষ্ঠা কৰিবলৈ হাতত লোৱা হৈছে।

১৩) সৰোবৰৰ পশ্চিমফালে ত্ৰিকোণ জলক্ষেত্ৰত হাঁহ পালনৰ ব্যৱস্থা কৰা হৈছে। হাঁহৰ ৰক্ষণাবেক্ষণ, আহাৰ বিহাৰ, কণী উৎপাদন আদিৰ বাবে বৈজ্ঞানিক ব্যৱস্থা প্ৰৱৰ্তন কৰা হ'ব। মাছৰ পৰা হাঁহক পৃথকভাৱে অথচ একেলগে পালন কৰাৰ নতুন ব্যৱস্থা বা পদ্ধতি অৱলম্বন কৰা হ'ব।

১৪) সৰোবৰত সৰু নাও এখন থাকিব। নাও চলোৱা এটি আমোদ জনক ক্ৰীড়া। এই ক্ৰীড়াই মাছৰ পৰিৱৰ্দ্ধনতো বহুতো সহায় কৰিব।

১৫) সৰোবৰত বিজ্ঞান সন্মত পদ্ধতিৰে মাছৰ খেতি কৰা হ'ব। ব্যৱসায় ভিত্তিত এই খেতি সংগঠন কৰিব লাগিব। এই খেতিক উদ্যোগ শিল্পত পৰিণত কৰিব পৰাকৈ আধুনিক বৈজ্ঞানিক পদ্ধতি প্ৰয়োগ কৰিব লাগিব।

১৬) যি গুণ বিশিষ্ট পানীত মাছ বৃদ্ধি পায়, এই সৰোবৰৰ পানী আৰু মাটি সেই গুণ বিশিষ্ট কৰি ৰাখিবলৈ বৈজ্ঞানিক ব্যৱস্থা লোৱা হয়। গুণৰ হীন-ডেঢ়ি হ'লে পানী শোধন কৰিব লাগিব। কি খাদ্য, কেনেকৈ দিলে বা কি কি আনুষঙ্গিক ব্যৱস্থা গ্ৰহণ কৰিলে মাছ বৃদ্ধি পায় তাৰ বাবে বিজ্ঞান সন্মত ব্যৱস্থা গ্ৰহণ কৰিব লাগিব। সৰোবৰৰ পানী তলত জলজ গছ-লতা, গুল্মবা শেওলা জন্মে। তাৰ ভিতৰত কিছুমানে ক্ষতি কৰে আৰু কিছুমানে উপকাৰ কৰে। ক্ষতিকাৰক শেওলাৰ পৰা সৰোবৰ ৰক্ষা কৰিব লাগিব।

১৭) মীন সৰোবৰ সম্পৰ্কে বিশেষ প্ৰশাসনীয় উদ্যোগ লোৱা কাৰণে ধুবুৰী জিলাৰ উপায়ুক্ত শ্ৰীসুৰেশ চন্দ্ৰ পাণ্ডা, আই এ এচ মহোদয়ৰ ওচৰত ৰত্নপীঠ কলেজ কৃতজ্ঞ। সৰোবৰ প্ৰতিষ্ঠাৰ কথাৰ বাহিৰেও তেখেত সময়ে সময়ে খনন কাৰ্যৰ অগ্ৰগতি বাধা বিপত্তিৰ খা-খবৰ লৈ আছিল। তাৰ বাবে এই ছেগতে আমি তেখেতক শলাগ জনাইছোঁ।

terms and conditions of the grant and not for any other purpose or any other Institution run by the said Association and in the event of any part of the said grant being found to have been used by the Association for any purpose of the said college or for any other institution run by the Association, the same shall be refunded by the Association without demur to the Commission on demand. The decision of the Commission as to the misuse of the amount of grant and as to the quantum of the amount payable by the Association shall be final and binding on the Association.

(2) The Association further covenants with the Commissioner that the Association shall furnish to the Commission the Balance Sheet of the Association every year alongwith the Annual Audit report on the Account of the said collage managed or run by the said Association. The said balance sheet and the Annual Accounts will be sent to the Commission within two weeks from the date of passing it by the Association and in any event before the closing f the Financial Year of the Association.

(3) The Association hereby agrees to indemnity and keep indemnified the Commission against any loss that the Commission any suffer on account of the improper or misuse of the grant or any part thereof made by the said Commission to the said College on an amount of non use of the said grant for the said College.

**IN WITNESS WHEREAS SECRETARY OF THE ASSOCIATION FOR AND ON BEHALF OF THE ASSOCIATION PURSUANT TO THE RESOLUTION OF THE GOVERNING BODY OF THE ASSOCIATION ADOPTED ON DECEMBER 5, 1993 HAS PUT HIS HAND AND SEAL THE DAY MONTH AND YEAR HEREIN FIRST ABOVE MENTIONED.**

This Bonds to execute on this 6th day of December, 1993 in terms of resolution No. 1 dated 5.12.93 (copy enclosed) passed by the Governing Body of Ratnapith College.

Name: Tarani Kanta Roy

Designation : Principal and Secretary, Ratnapith College

Seal

WITNESS :

Accepted for and on behalf of the University Grant Commission by
In witness of
Name:
Designation:

Extract from the minutes of the meeting of the Governing Body of Ratnapith College, held on Dec 5, 1993 at 3 P.M. in the office of Ratnpith College, Bahalpur, Chapar, Assam

Resolution No. 1
Noted with satisfaction that Ratapith College has now completed Ten Years of affiliation under Gauahti University and, to its credit, the College has acquired considerable academic achievement.

Resolved, after discussion in details, that the College should apply to the University Grant Commission for its inclusion under section 2 (f) of the University Grant Commission Act.

Resolved further that the Principal of the College and Secretary of the Governing Body be authorized to execute a Bond of INDEMNITY between the University Grant Commission and Ratnapith College required to be executed for inclusion of the College under section 2 (f) of the University Grant Commission Act and to perform all legal formalities thereof.

Sd/- S.C. Sinha
President, 5/12/93

# শ্ৰীবীৰেণ কুমাৰ গগৈ

চেয়াৰমেন আৰু মেনেজিং ডাইৰেক্টৰ
বঙ্গাইগাঁও ৰিফাইনাৰী আৰু পেট্ৰ'কেমিকেল্‌ছ লিমিটেড্ শ্ৰদ্ধাস্পদেষু,

## অভিনন্দন পত্ৰ

শ্ৰদ্ধেয় শ্ৰীগগৈ ডাঙৰীয়া,

আমাৰ গৌৰৱৰ কথা যে বঙ্গাইগাঁও ৰিফাইনাৰী আৰু পেট্ৰ'কেমিকেল্‌ছৰ দৰে ৰাষ্ট্ৰীয় বৃহৎ উদ্যোগত আপুনি অসমৰ পৰা প্ৰথম ডাইৰেক্টৰ হোৱাৰ কৃতিত্ব অৰ্জন কৰিছে আৰ এতিয়া চেয়াৰমেন আৰু মেনেজিং ডাইৰেক্টৰৰ দায়িত্ব বহন কৰি আহিচে। পিছ পৰি ৰৈ যোৱা এই ৰাজ্যখনৰ কাৰণে উঠি অহা যুৱক-যুৱতী, নতুন পুৰুষ সকলৰ বাবে আপুনি এক আদৰ্শ। আপোনাক আমি অভিনন্দন জনাওঁ।

কৰ্ম সংস্কৃতি আৰু মূল্যবোধৰ আদৰ্শত গঢ় দিবলৈ যত্ন কৰি থকা ৰত্নপীঠ কলেজ আজি আপোনাসকলৰ পদাৰ্পণত ধন্য হৈছে। কলেজৰ পাঠ দান কৰা কক্ষত ছাত্ৰ-ছাত্ৰীসকলক পাঠদান কৰা হয়। কিন্তু, পাঠদান কক্ষৰ বহিৰ্ভাগত থকা কলেজৰ বিস্তীৰ্ণ প্ৰাঙ্গণক এনেদৰে গঢ় দিবলৈ যত্ন কৰি থকা হৈছে, যাতে কলেজলৈ অহা যি কোনো লোকে তাৰ পৰা কৰ্মপ্ৰেৰণা লাভ কৰা, গছৰোৱা, প্ৰকৃতিৰ লগত মিলি প্ৰকৃতিৰ সতে বাস কৰা ভাৱৰ বিকাশ সাধন কৰা দৰে প্ৰচেষ্টা একোটি ৰত্নপীঠ কলেজৰ একোটি বৈশিষ্ট্য। 'মুকলি মঞ্চ'ত আছে-গছৰ সেউজ পাতৰ চন্দ্ৰতাপ। 'মেঘাৰণ্য'ত আছে ধুমুহা, বা-মাৰলীৰ পৰা ঘৰবোৰ ৰক্ষা কৰাৰ প্ৰাকৃতিক কৌশল। এই কলেজৰ গছৰোৱা গীতনাটিকা আৰু মীন সৰোবৰত মাছ পোহা গীতত সৃষ্টিশীল চিন্তাধাৰাক ৰূপ দিবলৈ যত্ন কৰা হৈ আছে।

মন কৰিব লগীয়া যে উনৈশ বছৰ আগেয়ে তেতিয়াৰ গাঁও পঞ্চায়ৰ সৰু ঘৰ এটিত স্থাপন কৰা কলেজখন তেৰ বছৰ আগেয়ে কলেজৰ বাবে নিৰ্দ্ধাৰিত নিজ ঠাইলৈ আনি কহুঁৱা বনেৰে বন্ধা বেৰৰ ঘৰত স্থাপিত কৰা হৈছিল। আজি সেই কলেজত, গছ-গছনিৰে সুশোভিত এই প্ৰাঙ্গণত আপোনাসকলক আদৰিবলৈ পাই আমি ধন্য হৈছোঁ। আপোনাসকলোটি লৈ আমাৰ সশ্ৰদ্ধ সম্ভাষণ জনাইছোঁ।

প্ৰথমে ফিজিক্স আৰু কেমেষ্ট্ৰী লেবৰেট'ৰী নিৰ্মাণ কৰি ৰত্নপীঠ কলেজৰ বিজ্ঞান প্ৰকল্প আৰম্ভ কৰাৰ কথা। এই দুটি লেবৰেট'ৰী নিৰ্মাণ কৰিবলৈ বঙ্গাইগাঁও ৰিফাইনাৰী

পেট্ৰ'কেমিকেল্‌ছে অনুদান আগবঢ়োৱাত সেই অনুদানেৰে এই দুটি লেবৰেট'ৰী ভৱন নিৰ্মাণ কৰা হৈছে। আপুনি আজি সেই লেবৰট'ৰী ভৱনৰ দুৱাৰ মুকলি কৰি বিজ্ঞান প্ৰকল্পৰ উদ্বোধন কৰি পিছ্ পৰি ৰোৱা অঞ্চল এটিৰ লোকসকলক ধন্য কৰিব। আপোনাক আমি আন্তৰিক অভিনন্দন জনাওঁ।

আমি আশা কৰোঁ আজি আপুনি উদ্বোধন কৰা বিজ্ঞান প্ৰকল্পটি উটি অহা যুৱক-যুৱতীসকলৰ বিজ্ঞান সাধনাৰ এটি বৃহৎ কৰ্মক্ষেত্ৰত ৰূপান্তৰিত হ'ব।

আমাৰ কলেজলৈ আহি আমাক উৎসাহিত কৰা বাবে আপোনাসৱক আকৌ ধন্যবাদ জ্ঞাপন কৰোঁ। ইতি-

বিনীত

২৬ আগষ্ট, ১৯৯৭ তৰণীকান্ত ৰায়, অধ্যক্ষ

বহলপুৰ, চাপৰ, অসম

**An address of Welcome to Shri K. Ramchandran Pillai, Director (Personnel) Bongaigaon Refinery & Petrochemicals Ltd.**

Dear Shri Pillai,

On behalf of the people of the locality of Bahalpur and Chapar, the teachers and students of the College, we heartily welcome you all to Ratnapith College which is growing into a fine institution, nurturing the cherished values to reshape our tomorrow in whatever little way we can.

May we, in all our humility present to you some of the characteristics of our College in brief. Our College flag is a white 3 stroked flash of lighting against a deep blue sky-a flash of knowledge, power and progress. The motto 'learning brings achievement' sums up the philosophy of the college. The College song expresses our aspiration to know the unknown. We are committed to the work culture to find employment for the youth more in the production of the wealth than in the seeking of jobs. The College has a rural landscape which is strictly utilitarian. Generally, this is the idea of the College which constitute our dream.

Dear shri Pillai,

We are glad to have you all in our midst today in this College. We are further delighted to learn that you have recently joined

Bongaigaon Refinery and Petrochemicals as its Director (Personnel). You have come from the gorgeously beautiful state of 'red river and blue hills'-Assam, from the great Arabean coast to the foot of the great Himalayas. We have no doubt in our mind that you are a valuable asset to the great public undertaking BRPL, you have joined. Your wide experiences gained in various private and public undertakings will surely enrich it.

We thank you very much for your kind visit to our College in its historic moment of inauguration of the Science Complex which has been built with the grant allotted by Bongaigaon Refinery and Petrochemicals Ltd. We are all thankful to the BRPL for the grant.

Yours sincerely

August 26, 1997

**Tarani Kanta Roy**
Principal

# ৰত্নপীঠ কলেজত জ্যেষ্ঠ নাগৰিক সম্বৰ্ধনা

প্ৰতিবছৰে সম্বৰ্ধনা জনোৱা আঁচনিৰ অন্তৰ্ভুক্ত-এই বছৰত চাপৰ শালকোছা উন্নয়ন খণ্ডৰ প্ৰাথমিক স্কুলৰ অৱসৰ প্ৰাপ্ত শিক্ষক শ্ৰী অলেশ্বৰ নাথ আৰু শ্ৰীবসন্ত কুমাৰ নাথ, সততাৰ প্ৰতীক আচৰৎ আলী আৰু শিল্পী দোতৰা বাদক শ্ৰী দ্বাৰিকা ৰায়ক ৰত্নপীঠ কলেজে জ্যেষ্ঠ নাগৰিক সম্বৰ্ধনা জনায়।

সম্বৰ্ধনাৰ আগেয়ে পঞ্চৱতী উদ্বোধন আদি সাতোটা অনুষ্ঠানৰ পাতনি মেলা হয়। সময় অনুসাৰে আৰু পৰিপাট্য সহকাৰে কাৰ্য পৰিচালনা, সাধাৰণ অথচ গাম্ভীৰ্যপূৰ্ণ সৌষ্ঠৱতাই সভাৰ মাধুৰ্য বঢ়াইছিল। প্ৰথম অনুষ্ঠানটি নেছনেল হাইৱে আৰু কলেজৰ ছাৰ আইজাক নিউটন ৰোডৰ সংযোগ স্থলত পঞ্চৱতী উদ্বোধন। বট, আঁহত, বেল, অশোক আৰু আমলখী সমাবৃত পঞ্চৱতী চাপৰ শালকোছা উন্নয়ন খণ্ডই সৌন্দৰ্য সমৃদ্ধ কৰি ৰাজপথত পথিক বিশ্ৰামৰ বাবে নিৰ্মাণ কৰিছে। চাপৰ-শালকোচা আঞ্চলিক পঞ্চায়তৰ সভানেত্ৰী মমতাজ বেগম আৰু উন্নয়ন খণ্ড বিষয়া তুষাৰ কান্তি দাসে সুকীয়া দুটি প্ৰক্ৰিয়া পালন কৰি উদ্বোধন কাৰ্য সমাপন কৰে।

পঞ্চৱতীৰ পৰা কলেজৰ ছাত্ৰী পাঁচগৰাকী পঞ্চকন্যাই পাঁচোটা কলহ কাষলতিত লৈ সভাৰ স্থলীৰ পৰা মুকলি মঞ্চলৈ যাত্ৰা কৰে। চাৰ আইজাক নিউটন ৰোডত ধৰণী কান্ত বৰ্মনে পত্নীৰ স্মৃতিত নিৰ্মাণ কৰা লীলাৱতী তোৰণ আৰু নিৰদেন্দু ৰায়ে মাতৃস্মৃতিত নিৰ্মাণ কৰা বৃন্দাৱতীৰ দ্বিতীয় আৰু তৃতীয় আঁচনি কলেজৰ অধ্যক্ষ ডঃ প্ৰভাস দাস আৰু দাতাৰ মাজত দানপত্ৰ আৰু গ্ৰহণ পত্ৰ বিনিময় কৰি মুকলি কৰা হয়। পঞ্চকন্যাই লীলাৱতী তোৰণ আৰু বৃন্দাৱতী পাৰ হৈ চতুৰ্থ আঁচনি কলেজৰ বাবে পানী যোগান আঁচনি প্ৰবাহিত জলধাৰালৈ যায়। আলাউদ্দিন চাহাবে দান দিয়া এই জলধাৰাৰ পৰা পঞ্চকন্যাই কলহত পানী ভৰাই পঞ্চম আঁচনি মুকলি মঞ্চলৈ যাত্ৰা কৰে। মুকলি মঞ্চৰ প্ৰৱেশ পথত পণ্ডিত প্ৰৱৰ খগেন বৰ্মনে প্ৰত্যেক কন্যাৰ কলহত পাঁচটকীয়া ৰূপৰ মুদ্ৰা একোটিকৈ দি পঞ্চকন্যাক মান্যতা প্ৰদান কৰে। পঞ্চকন্যাই পঞ্চৱতীৰ পৰা মঞ্চলৈ আঁহোতে পাঁচোটি আঁচনি আনুষ্ঠানিকভাৱে স্পৰ্শ কৰি মংগল কলহ পাঁচোটা মঞ্চত থৈ দিয়ে। ষষ্ঠ আৰু সপ্তম অনুষ্ঠানক্ৰমে জ্যেষ্ঠ নাগৰিক সম্বৰ্ধনা আৰু ফুটবল প্ৰতিযোগিতাত বিজয়ী চেম্পিয়ন দল নাথপাৰা যুৱক সংঘৰ সম্বৰ্ধনা মঞ্চত অনুষ্ঠিত হয়।

মূল সভাত সভাপতিত্ব  কৰে অধ্যক্ষ ডঃ প্ৰভাস দাসে। কাৰ্যপৰিচালনাৰ আঁত ধৰে শ্বেখ হেদায়েতুল্লাই। কলেজ সংগীতেৰে সভাৰ কাৰ্য আৰম্ভ কৰা হয়। সভাপতিয়ে মূল সভাৰ অভিভাষণ পাঠ কৰাৰ পিছত পঞ্চৰতীৰ সম্বৰ্ধনা অনুষ্ঠান আৰম্ভ কৰা হয়। অনুষ্ঠানৰ আঁত ধৰে উত্তম কুমাৰ পোদ্দাৰে। সম্বৰ্ধনা উদ্বোধন কৰে শ্ৰীমতী শিখা শূৰে। সম্বৰ্ধিত কৰিব লগা ব্যক্তি জ্যেষ্ঠ খণ্ড উন্নয়ন বিষয়া খবিৰুদ্দিন আহমেদ অনুপস্থিত থকাত আন এগৰাকী উন্নয়ন খণ্ড বিষয়া তুষাৰকান্তি দাস আৰু পঞ্চায়ত সভানেত্ৰী মমতাজ বেগমক ক্ৰমে ডঃ বৰকাতুল্লা আৰু শ্ৰীসুধীৰ ৰায়ে সম্বৰ্ধনা জনায়। শ্ৰীতুষাৰকান্তি দাসে সম্বৰ্ধনাৰ উত্তৰত কলেজৰ অগ্ৰগতিৰ প্ৰশংসা কৰে। দ্বিতীয় অনুষ্ঠান লীলাৱতী  তোৰণৰ দাতা সম্বৰ্ধনা। আঁত ধৰে সুধীৰ চন্দ্ৰ ৰায়ে, উদ্বোধন কৰে জুৰান আলীয়ে, সম্বৰ্ধনা জনায় শ্ৰীমতী কমলা দেৱীয়ে। উত্তৰত শ্ৰীধৰণীকান্ত বৰ্মনে কলেজৰ অধ্যাপক অধ্যাপিকা আৰু ছাত্ৰ-ছাত্ৰীসকলৰ ভূয়সী প্ৰশংসা কৰে। তাৰ পিছত তৃতীয় অনুষ্ঠানৰ সম্বৰ্ধনাৰ আঁত ধৰে শ্ৰীসত্য শংকৰ নাথে। উদ্বোধন কৰে শ্ৰীমতী কমলা দেৱীয়ে। সম্বৰ্ধনা জ্ঞাপন কৰে মঞ্জুলা দাসে। উত্তৰত নিৰদেন্দু ৰায়ে কলেজৰ ক্ৰমবৰ্ধমান অগ্ৰগতিত সন্তোষ প্ৰকাশ কৰে। পৰৱৰ্তী চতুৰ্থ অনুষ্ঠান জলধাৰদাতা সম্বৰ্ধনা। অনুষ্ঠানৰ আঁত ধৰে ডঃ বৰকত উল্লাই। উদ্বোধন কৰে সুধীৰ চন্দ্ৰ ৰায়ে আৰু সম্বৰ্ধনা জনায় ডঃ মিনতিকংস বণিকে। পঞ্চম অনুষ্ঠান মুকলি মঞ্চদাতা সম্বৰ্ধনা। শ্ৰীঅশ্বিনী কুমাৰ অনুপস্থিত হেতু, বৌমাৰী ভকতগাঁও ৰাইজক সম্বৰ্ধনা জনোৱা অনুষ্ঠানত আঁচ ধৰে ডঃ ধীৰেন সিংহই। উদ্বোধন কৰে শ্ৰীমতী বীণা চক্ৰৱৰ্তীয়ে। বৌমাৰী ভকতপাৰাৰ ৰাইজক সম্বৰ্ধনা জনায় শ্বাহ জাহানে। ষষ্ঠ অনুষ্ঠান জ্যেষ্ঠ নাগৰিকৰ সম্বৰ্ধনাত আঁত ধৰে শ্ৰীমতী কমলা দেৱীয়ে। উদ্বোধন কৰে ডঃ মিনতিকংস বণিকে। সম্বৰ্ধনা জনায় শ্ৰীমতী শিখা শূৰ, শ্ৰী সুধীৰ ৰায়, গুলৰৌছনআৰা বেগম আৰু মঞ্জুলা দাসে। সপ্তম অনুষ্ঠান ফুটবল চেম্পিয়ন নাথপাৰা যুৱক সংঘক সম্বৰ্ধনা জনোনা হয়। সম্বৰ্ধনা গ্ৰহণ কৰে সভাপতি বিনয় কৃষ্ণ নাথ আৰু ছেক্ৰেটাৰী হৰকুমাৰ নাথে।

ডঃ প্ৰভাস দাস<br>অধ্যক্ষ,ৰত্নপীঠ কলেজত

## প্ৰশস্তি-পত্ৰ

মহানুভৱ<br>শ্ৰীধৰণীকান্ত বৰ্মন<br>ধুবুৰী, সমীপেষু

শ্ৰদ্ধেয় শ্ৰীবৰ্মন<br>হে গণ হিতৈষী, সাহিত্যানুৰাগী, জনসেৱা ব্ৰতী

ৰত্নপীঠ কলেজ, কলেজৰ লগত ওতঃপ্ৰোত ৰাইজ আৰু শিক্ষানুৰাগী ব্যক্তিসকলৰ হৈ ৰত্নপীঠ কলেজৰ কাৰণে লীলাৱতী তোৰণ নিৰ্মাণ কৰি দিয়াৰ বাবে আপোনাক আমাৰ আন্তৰিক কৃতজ্ঞতা জনাওঁ। এসময়ত আপুনি পুলিচ বিষয়া আছিল। কৰ্তব্য পৰায়ণ বিষয়াৰূপে আপুনি খ্যাতি অৰ্জন কৰিছিল। তাৰ বাবেও আপোনাক আমি ওলগ জনাওঁ।

অৱসৰ লোৱাৰ পিছত সমাজৰ সেৱাত আপুনি আত্মনিয়োগ কৰিছে। সাহিত্য সংস্কৃতি বিষয়ক কিতাপ প্ৰকাশ আৰু প্ৰচাৰ কৰি আপুনি ইতিমধ্যে জনপ্ৰিয় হৈ উঠিছে। গোৱালপাৰা জিলাৰ অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত আপোনাৰ অৱদান বিশেষ উল্লেখনীয়। ঐতিহাসিক, পুৰাতাত্বিক, সাংস্কৃতিক কেন্দ্ৰসমূহ ৰক্ষণাবেক্ষণ আৰু উন্নয়নৰ বাবে প্ৰয়াস কৰি আহিছে। ইতিহাস প্ৰসিদ্ধ মহামায়াৰ 'নাচ ঘৰ' নবীকৰণ, নিৰ্মাণ কৰি আপুনি কীৰ্তি অৰ্জন কৰিছে। সাপটগ্ৰামৰ শাখাতি মন্দিৰও আপোনাৰ অৱদানপুষ্ট হৈ আছে।

আপোনাৰ প্ৰিয়তমা সহধৰ্মিনী শ্ৰীমতী লীলাৱতী বৰ্মনৰ অমৰ স্মৃতিত ৰত্নীপঠ কলেজৰ প্ৰৱেশ পথত লীলাৱতী তোৰণ সাজি কলেজৰ সৌন্দৰ্য বহুগুণে বৃদ্ধি কৰিছে। লীলাৱতী তোৰণ এতিয়া কেৱল আপোনাৰ পত্নীৰ স্মৃতিয়েই নহয় ই ৰত্নপীঠ কলেজৰ খ্যাতি, কৃতি, নাম, যশৰ প্ৰতীক। আপোনাৰ পত্নীৰ স্মৃতি এতিয়া কলেজৰ তোৰণ হৈ ৰত্নপীঠ কলেজৰ আত্মিক-বৈশিষ্ট্যত সমাভিনিবষ্ট হৈ পৰিল।

সেয়ে আপোনাৰ পত্নীৰ স্মৃতিত লীলাৱতী তোৰণ নিৰ্মাণ কৰি কলেজক সুশোভন কৰা বাবে আপোনাক আমি পুনঃ কৃতজ্ঞতা জনাওঁ।

আমাৰ সাদৰ সম্ভাষণ গ্ৰহণ কৰে যেন। ইতি-

বিনীত

ৰত্নপীঠ কলেজ আৰু ৰাইজৰ হৈ

৪ নৱেম্বৰ, ২০০৪ **ডঃ প্ৰভাস দাস, অধ্যক্ষ**

## প্ৰশস্তি-পত্ৰ

জনদৰদী আল্লাউদ্দিন আহমেদ

ধনীৰডাঙ্গা হাউছ, চাপৰ, সমীপেষু

বন্ধুবৰ আল্লাউদ্দিন চাহাব,

হে সৌম্য, খায়ৰাৎ শ্ৰেয়ঃ বিদ্যানুৰাগী,

এসময়ত যি পৰিয়াল জোদ্দাৰ, জমিদাৰৰ আভিজাত্যত সমুজ্জ্বল আছিল, সেই পৰিয়ালত জন্মগ্ৰহণ কৰি আজি আপুনি প্ৰজাগণৰ লগত একাত্ম হৈ পৰিছে। এয়া আপোনাৰ সাম্যবাদী চিন্তাধাৰাৰ এক মূৰ্ত প্ৰকাশ। ৰত্নপীঠ কলেজ দাতাসকলৰ অৱদানপুষ্ট হৈ জাকত

জিলিকি উঠিছে। সেই কলেজৰ নলীমুখে জল পোৱাকৈ এক জলধাৰাৰ প্ৰয়োজন হোৱাত আপোনাক নিবেদন কৰা মাত্ৰকে অবিলম্বে ৰাজি হৈ প্ৰকল্প সম্পূৰ্ণ কৰি বোৱতী পানী যোগান কাৰ্যকৰী কৰাত আমি আপোনাক ৰাইজ আৰু ৰত্নপীঠ কলেজৰ হৈ অশেষ কৃতজ্ঞতা জনাওঁ।

আপোনাৰ বদান্যতাৰ বাবে আপুনি জনপ্ৰিয় হৈ উঠিছে। পূৰ্বে জোদ্‌দাৰ-জমিদাৰৰ প্ৰতাপত যি প্ৰখৰতা আছিল, এতিয়া তাৰ ঠাই মধুৰ স্নিগ্ধতা বিৰাজমান। আপুনি সেই স্নিগ্ধতাৰ ঐতিহ্যবাহী। সেই স্নিগ্ধতাৰে আপুনি জনসাধাৰণক মোহিত কৰে। আপুনি আপোনাৰ সান্নিধ্যত মুগ্ধ হওঁ।

আপোনাৰ বিদ্যানুৰাগী মহানুভৱতাই আপোনাৰ নাম-যশ-খাতি বঢ়াইছে। ৰত্নপীঠ কলেজলৈ আগবঢ়োৱা বোৱতী জলধাৰ, আপোনাৰ হিয়া নিজৰা শিক্ষা-প্ৰেমধাৰ হৈ বৈ থাকিব। নিত্যপ্ৰয়োজনীয় জল্‌ধাৰ বৈ থাকিব, ৰত্নপীঠ কলেজত আপোনাৰ খাতি বৈ থাকিব, লোক সমাজত। আপোনাক আমি অভিনন্দন জনাওঁ। ইতি-

ৰত্নপীঠ কলেজ আৰু ৰাইজৰ হৈ

৪ নৱেম্বৰ, ২০০৪ **ডঃ প্ৰভাস দাস, অধ্যক্ষ**

## প্ৰশস্তি-পত্ৰ

**মাননীয়**

**মমতাজ বেগম**

**সভানেত্ৰী, চাপৰ শালকোছা ব্লক**

**চাপৰ, সমীপেষু**

শ্ৰদ্ধাভাজন বেগম চাহেবা,

হে জননেত্ৰী, স্ত্ৰীশক্তি স্বৰূপিনী, জনহিতৈষিণী,

আজি স্ত্ৰীশক্তি জাগৰণ যুগ। আপোনাক আমি অভিনন্দন জনাওঁ। এদিন মৌলবাদৰ শিকলি চিঙি ওলাই আহিছিল। বেনজিৰ ভুট্টো, শ্বেখ হাছিনা, খালিদা বেগম। তাৰো আগেয়ে ইতিহাসৰ যুগত মৌলবাদৰ 'লৌহকপাট' ভাঙি ভাৰতৰ শাসনৰ বাঘজৰী ধাৰণ কৰিছিল চুলতানা ৰেজিয়া। অসমত হাতত হেংদাং লৈ মুলা গাভৰুই ৰণ দিছিল। লংকাদ্বীপত ছিৰিমাভ, চন্দ্ৰিকা, ভাৰতত ইন্দিৰা, বিলাতত মাৰ্গাৰেট থ্যাচাৰ বিশ্বত আদৰ্শ নাৰীশক্তি।

স্বাধীনতা সংগ্ৰাম কালত ঝান্সীৰ ৰাণী লক্ষ্মীবাই, বিজয় লক্ষ্মী পণ্ডিত, সৰোজিনী নাইডু, চন্দ্ৰপ্ৰভা শইকীয়ানী, কনকলতা বৰাঙ্গনা, বিশ্বৰ নাৰী শ্ৰেষ্ঠা। ইতিহাস উজলোৱা সেই নাৰী শক্তিৰ উত্তৰাধিকাৰিণী— এগৰাকী আপুনি আৰু মৌলবাদপুষ্ট অজস্ৰ নাৰীগণ।

আজিও মৌলবাদৰ হেঁচাত সাধাৰণ নাৰী জাগি উঠিব পৰা নাই। কিন্তু নাজাগিলে ভাৰত ললনা, এ ভাৰত আৰ জাগিবে না'। আপুনি সেই স্ত্ৰীশক্তিক প্ৰেৰণাৰ দ্বীপ কাঠিৰে উজলাব লাগিব। কিয়নো আপুনি সেই শক্তিৰ এগৰাকী উত্তৰাধিকাৰিণী।

চাপৰ শালকোচা ব্লকত আপোনাৰ সৃজনশীল ভূমিকা প্ৰশংসনীয়। আপুনি সেই ভূমিকা পালন কৰি ৰত্নপীঠ কলেজৰ প্ৰৱেশ দ্বাৰত পঞ্চৱতী বোলা মুকলি আদৰণী চ'ৰা এটি নিৰ্মাণ নিৰ্দেশ দিয়ে। ৰাইজ আৰু ৰত্নপীঠ কলেজৰ হৈ আপোনাক আমি কৃতজ্ঞতা জনাওঁ।

পঞ্চৱতী ৰত্নপীঠ কলেজৰ এটি চিন্তাধাৰা। এটি সপোন আৰু এটি ভিজ'নৰ ক্ষুদ্ৰ ৰেখা। পঞ্চৱতীত সেই ৰেখাটি জিলিকি থকা দেখোঁ। সেই ৰেখা আঁকা এগৰাকী শিল্পী আপুনি। স্ত্ৰীশক্তিৰ এক প্ৰতিভূ।

আপোনাক আমি পুনঃ অভিনন্দন জনাওঁ। ইতি

বিনীত

ৰত্নপীঠ কলেজ আৰু ৰাইজৰ হৈ

৪ নৱেম্বৰ, ২০০৪ ডঃ প্ৰভাস দাস, অধ্যক্ষ

## প্ৰশস্তি-পত্ৰ

উদীয়মান বিষয়া শ্ৰীতুষাৰকান্তি দাস,
উন্নয়ন খণ্ড বিষয়া, চাপৰ-শালকোচা উন্নয়ন খণ্ড
আৰোঝাৰ, সমীপেষু,
প্ৰিয় কৰ্মনিষ্ঠ শ্ৰী দাস,
হে তৰুণ, উন্নয়ন খণ্ড বিষয়া, প্ৰশাসন দায়িত্ব বাহক

চৰ চাপৰি পৰ্বত, ধীৰ জলাশয়, চক্ৰশীলা অভয়াৰণ্য, বিদ্বান পণ্ডিত বাসভূমি শালকোচা, ভূম্যাধিকাৰী চাপৰ জমিদাৰৰ আদি বাসস্থান চাপৰ, গৌৰাং আৰু চম্পাৱতী নদীসমাবৃত চাপৰ শালকোচা উন্নয়ন খণ্ডৰ আপুনি এগৰাকী কৰ্মোদ্যোগী বিষয়া। বহু নৃগোষ্ঠীৰ বাসভূমিত চাহ গোষ্ঠীয়েও চাহ উদ্যোগ গঢ়ি তুলিছে।

চৰ-চাপৰিত থকা লোকসকল বানপানীৰ লগত সহাৱস্থান কৰে। বাৰিষাত অৱসৰ, খৰকালি খেতি কৰে। উচ্চভূমিৰ অধিবাসীসকলে খৰকালিত সাধাৰণতঃ অৱসৰ, বাৰিষাত খেতি কৰে। আপুনি এই বিভিন্ন জীৱনধাৰাৰ লগত একাত্ম হৈ তেওঁলোকৰ উন্নয়নৰ দায়িত্ব গ্ৰহণ কৰা বিষয়া।

সেই উন্নয়ন সংশ্লিষ্ট কাৰ্য ৰত্নপীঠ কলেজৰ পঞ্চৱতী আঁচনি। চাপৰ-শালকোচা উন্নয়ন খণ্ড তত্ত্বাৱধানত পঞ্চৱতীক নতুন ৰূপত নকৈ গঢ় দিয়া বাবে আপোনাক আমি ৰাইজৰ আৰু ৰত্নপীঠ কলেজৰ হৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰো।

এগৰাকী তৰুণ বিষয়াৰূপে আপোনাৰো নিশ্চয় এক সপোন আছে। তৰুণৰ সেই সপোনেৰে সমাজখন গঢ় দিয়াৰ দায়িত্ব আপোনাৰ ওপৰত অৰ্পিত। আপুনি সমাজত। আমি কলেজত। আপুনি তৰুণৰ সেই সোপন ৰূপায়িত কৰিবলৈ আগবাঢ়ি আহিছে। পঞ্চৱতীত আমি তাকেই প্ৰত্যক্ষ কৰিছো। আপোনাক আমি সলাগ জনাওঁ। ইতি-

**ৰাইজ আৰু ৰত্নপীঠ কলেজৰ হৈ**

৪ নৱেম্বৰ, ২০০৪ **ডঃ প্ৰভাস দাস, অধ্যক্ষ**

## প্ৰশস্তি-পত্ৰ

শ্ৰীবসন্ত কুমাৰ নাথ,
প্ৰাক্তন শিক্ষক
নাথপাৰা, বহলপুৰ

প্ৰিয়বৰ শ্ৰীনাথ,

শিক্ষকতা কৰি এগৰাকী কৃতি শিক্ষকৰূপে আপুনি খ্যাতিমন্ত। যিসকল ছাত্ৰ-ছাত্ৰীক আপুনি শিক্ষাদান কৰিছে, আপুনি কেৱল সেইসকল ছাত্ৰ-ছাত্ৰীৰেই শিক্ষক নহয়, আপুনি আমাৰো শিক্ষক। আপুনি ৰত্নপীঠ কলেজৰ নিকট প্ৰতিৱেশী। কলেজত কি কৰিব লাগে, কি কৰিব নালাগে আদি বিষয়ে আপুনি সদায় শিক্ষকৰ দৰে দায়িত্ব পালন কৰি আহিছে। ৰত্নপীঠ কলেজ গঢ় দিয়াত আপুনি এক অনন্য ভূমিকা পালন কৰি আহিছে। আপোনাক আমাৰ সশ্ৰদ্ধ সম্বৰ্ধনা জনাওঁ।

শিক্ষকতা কৰি আপুনি যি নাম-যশ অৰ্জন কৰিছে, তাৰ বাবে আমি আপোনাক অভিনন্দন জনাওঁ। আমাৰ সমাজ জীৱনত ঘটা প্ৰচণ্ড অৱক্ষয় ৰোধ কৰাৰ বাবে আপুনি যি চেষ্টা কৰি আহিছে, তাৰ বাবে আমাৰ সমাজত আপুনি প্ৰীতি ভাজন।

আমাৰ সাদৰ সম্ভাষণ গ্ৰহণ কৰক। ইতি-

বিনীত

৪ নৱেম্বৰ, ২০০৪ **ৰত্নপীঠ কলেজ আৰু ৰাইজৰ হৈ**

**ডঃ প্ৰভাস দাস, অধ্যক্ষ**

## প্ৰশস্তি-পত্ৰ

শ্ৰীদ্বাৰিকা ৰায়,
ভকতগাঁও, সমীপেষু

শ্ৰদ্ধেয় শ্ৰীৰায়,
হে দেৱ, শিল্পী, কৃষক, দোতৰাবাদক

নৱৈটা শৰৎ পাৰ হৈ আপুনি এতিয়া ভকত গাঁৱত সৰ্বশ্ৰেষ্ঠ বয়সবিজ্ঞ ব্যক্তি। আপুনি নাঙলৰ মুঠি এৰি নিদিয়া এগৰাকী কৃষক। জীৱনৰ বহুত ঘাত-প্ৰতিঘাত পাৰ হৈ আহিছে। আপুনি এগৰাকী সাধাৰণ ব্যক্তি হৈও অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী।

আপুনি এগৰাকী পাৰদৰ্শী দোতৰাবাদক। লোকমুখে যি কাহিনী লোকগাথা ৰূপে প্ৰচলিত। দোতৰাৰ সুৰত সেই কাহিনী ধ্বনিময় কৰি আপুনি সন্মোহিত কৰে অলেখ শ্ৰোতামণ্ডলীক। মৰিচমতী, মইনামতী কেৱল গীতি নহয়। আপোনাৰ দোতৰাৰ সুৰত সিহঁত মূৰ্ত্ত হয় শ্ৰোতাৰ অন্তৰত। আপুনি এগৰাকী প্ৰতিষ্ঠিত গীতিকাৰ। দোতৰাবাদকৰূপে, শিল্পীৰূপে, গীতিকাৰ ৰূপে যি স্বীকৃতি আপুনি পাব লাগিছিল, সেই স্বীকৃতি পোৱা নাই। এয়া আপোনাৰ দুৰ্ভাগ্য নহয়, দুৰ্ভাগ্য আমাৰ।

আমি আপোনাক লৈ গৌৰৱ কৰোঁ। আমিয়েই আপোনাৰ স্বীকৃতি। এই কলেজ আপোনাৰ স্বীকৃতি। ভকতগাঁও আপোনাৰ স্বীকৃতি। প্ৰচাৰ নোহোৱাৰ বাবে তাকৰ হ'লেও, আমাৰ স্বীকৃতি নগণ্য বুলি নধৰিব।

বৌমাৰী ভকতগাঁওৰ ৰাইজে ৰত্নপীঠ কলেজৰ মুকলি মঞ্চ নকৈ সজাই সুশোভন কৰি দিছে। তাৰ বাবে বৌমাৰী আৰু ভকতগাঁও ৰাইজৰ জ্যেষ্ঠ প্ৰতিনিধিৰূপে আপোনাক আমাৰ অশেষ শলাগ জনাওঁ।

বিনীত
ৰত্নপীঠ কলেজ আৰু ৰাইজৰ হৈ
ডঃ প্ৰভাস দাস, অধ্যক্ষ

৪ নৱেম্বৰ, ২০০৪

## প্ৰশস্তি পত্ৰ

আছ্বৰৎ আলি, বৌমাৰী সমীপেষু

প্ৰিয় আলি চাহাব

আচ্ছালামু আলায়কুম।

হে নীতিৱান, আদৰ্শবান, অবিদ্যায়তনিক বিদ্বান পুৰুষ,

আমাৰ সমাজখন ইমান দুৰ্নীতিগ্ৰস্ত হৈ পৰিছে যে আঙুলিৰ মূৰত লেখিব পৰা যি দুই এজন সৎ মানুহ আছে, তাৰ ভিতৰত আপুনি এজন। আপোনাৰ সৎ জীৱন-যাপনৰ কথা ইগাঁও সিগাঁও বিয়পি, কেউফালে বিয়পি পৰিছে। কিন্তু আপোনাৰ সততাৰ স্বীকৃতি নাই। অসতৰ কথা বাতৰি কাকতত ওলায়। অসতে সৎ বুলি বঁটা লয়। অসতে সৎ বুলি আগৰ শাৰীত বহে। আপোনাৰ কথা বাতৰি কাকতত নোলায়, আপুনি বঁটা নলয়, আগৰ শাৰীত বহিবলৈ আপোনাৰ আসন নাই।

ৰত্নপীঠ কলেজৰ হৈ আমি আপোনাক শ্ৰদ্ধা জনাওঁ।

আপুনি আমাৰ আদৰ্শ পুৰুষ। আপুনি পানখেতি কৰিবলৈ গৈ আপোনাৰ পানবাৰীখন যিদৰে সজাইছে, সিও এক অভিনৱ কথা। আপুনি এজন খেতিয়ক। সাধাৰণ এজন খেতিয়ক হৈ সৎভাৱে জীৱন-যাপন কৰা যি বাট আপুনি দেখুৱাইছে, সি অতুলনীয়। আপুনি অজাতশত্ৰু। আপোনালৈ আঙুলি তুলি কথা কোৱা কোনো নাই।

আপুনি অবিদ্যায়তনিক ডাঙৰ ডাক্তৰ, পশু চিকিৎসক। গাঁওখনত গৰুৰ বেমাৰ-আজাৰ আপুনিয়েই নিৰাময় কৰে। বিদ্যায়তনিক চিকিৎসকে যিটো নোৱাৰে, বিদ্যায়তনিক চিকিৎসক নহৈ আপুনি সেইটো পাৰে।

আপুনি আমাৰ শ্ৰদ্ধাৰ পাত্ৰ। আপুনি ৰাইজৰ প্ৰশংসাৰ পাত্ৰ।

আপুনি আপোনাৰ গাঁওখনৰ ওচৰ-চুবুৰীয়াৰ গাঁৱৰ শিৰোমণি।

আপুনি এগৰাকী জ্যেষ্ঠ নাগৰিক। আপুনি আমাৰ সম্বৰ্ধনা গ্ৰহণ কৰক। ইতি-

বিনীত

ৰত্নপীঠ কলেজ আৰু ৰাইজৰ হৈ

৪ নৱেম্বৰ, ২০০৪ ডঃ প্ৰভাস দাস, অধ্যক্ষ

## প্ৰশস্তি পত্ৰ

শ্ৰীঅশ্বিনী কুমাৰ ৰায়, ভকতগাঁও, সমীপেষু

শ্ৰদ্ধাস্পদ শ্ৰী ৰায়,

হে দেৱ, মুকলি মঞ্চ ৰূপকাৰ, শিল্পী সংগঠক,

এসময়ত ভকতগাঁও আৰু ৰৌমাৰী দুখন গাঁও চম্পাৱতীৰ পাৰত আছিল। ভকতগাঁও পশ্চিম পাৰত, ৰৌমাৰী পূৱ পাৰত। মাজেদি বৈ গৈছিল চম্পাৱতী। চম্পাৱতীয়ে গতি সলালে। সময় বৈ গ'ল। নদীৰ তলভূমি খেতিপথাৰ হ'ল। এতিয়া তাত সেউজীয়া পথাৰৰ পৰা খেতিয়কে সোণ বুটলে।

ভকতগাঁওত ভকত নাই। কিন্তু শংকৰ-মাধৱৰ তিথি পালন কৰা হয়। গাঁৱৰ অধিষ্ঠাত্ৰী দেৱী বিষহৰি। বসন্ত কালত দুৰ্গা আৰু ফাগুনৰ দৌলত কৃষ্ণ সমানে পুঁজিত হয়। শ্ৰীচৈতন্যদেৱৰ হৰি সংকীৰ্তন পাতিলেও শ্ৰীমন্ত শংকৰদেৱৰ নাম আগেয়ে গাব লাগে। নাট ভাওনাত আগবঢ়া। অধিবাসীসকল কৃষিজীৱী।

ৰৌমাৰী হিন্দু-মুছলমানে ইঘৰৰ লগলাগি সিঘৰত বাস কৰা এখন গাঁও। ইতিহাসে ঢুকি পোৱা কালৰ পৰা একেলগে বসবাস কৰি আছে। 'একজাতি এক প্ৰাণ ভাৰত মহান' এই ভাবাৱেগে ঐক্যবদ্ধ কৰি ৰাখিছে। শ্ৰমজীৱী, কৃষিজীৱী লোকৰ বাসভূমি।

এই দুটি গাঁওৰ শিল্পীসত্তা জাগ্ৰত কৰি ৰত্নপীঠ কলেজৰ মুকলি মঞ্চ নতুন ৰূপত সজাই দিয়াত আপুনি নেতৃত্ব দিছে। তাৰ বাবে আপোনাক আমি শলাগ জনাওঁ। দুয়োখন গাঁও শিক্ষাত আগবাঢ়ি গৈ আছে। বিদ্যোৎসাহী লোকৰ বাস। দুখন গাঁওত এখনত এগৰাকীকৈ দুগৰাকী অধ্যক্ষ আছে।

মুকলি মঞ্চক ৰূপদান কৰি গাঁও দুখনে ৰত্নপীঠ কলেজলৈ যি অৱদান আগবঢ়াইছে, তাৰবাবে আমি আপোনাৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰোঁ। দুয়োখন গাঁওলৈ আমাৰ আন্তৰিক অভিনন্দন জনাওঁ। আপোনাৰ নেতৃত্বৰ বাবে শলাগ জনাওঁ। ইতি-

বিনীত

৪ নৱেম্বৰ, ২০০৪

ৰাইজ আৰু ৰত্নপীঠ কলেজৰ হৈ

ডঃ প্ৰভাস দাস, অধ্যক্ষ

## প্ৰশস্তি পত্ৰ

ক্ৰীড়াদ্যোগী
শ্ৰীবিনয় কৃষ্ণ নাথ,
সভাপতি, নাথপাৰা যুৱক সংঘ

প্ৰিয় শ্ৰীনাথ,

হে তৰুণ খেলুৱৈ সংগঠক, ক্ৰীড়ামোদী আৰু ক্ৰীড়া আয়োজক,

ৰত্নপীঠ কলেজৰ উদ্যোগত যি আন্তঃগ্ৰাম ফুটবল প্ৰতিযোগিতা পতা হৈছিল, সেই খেল প্ৰতিযোগী দলসমূহৰ জয়-পৰাজয় নিৰ্ণয় কৰিবলৈ পতা হোৱা নাছিল। খেলত হোৱা জয় পৰাজয়ৰ দ্বাৰা গাঁৱত থকা খেলুৱৈসকলৰ সুপ্ত প্ৰতিভা জগাই তুলিবলৈ এই প্ৰতিযোগিতা পতা হৈছিল।

আমাৰ খেলুৱৈসকলৰ অন্তৰত এক নতুন উদ্যম সৃষ্টি কৰা মুখ্য উদ্দেশ্য। আনে পাৰিলে, আমিও পাৰিম।' এই মনোভাৱ সৃষ্টি কৰিব লাগিব। আমাৰ গাঁৱৰ খেলুৱৈ গাঁৱৰ পৰা জিলা, জিলাৰ পৰা ৰাজ্য, ৰাজ্যৰ পৰা জাতীয় ক্ৰীড়াক্ষেত্ৰলৈ যাব লাগিব। তাৰ পৰা আন্তৰ্জাতিক ক্ৰীড়াক্ষেত্ৰলৈ অলিম্পিকলৈ। তাৰ বাবে লাগে অভ্যাস। সেই অভ্যাসৰ বাবে এই প্ৰতিযোগিতা। নিৰলস অভ্যাস।

এইবাৰৰ প্ৰতিযোগিতাত কেৱল জয় পৰাজয়ৰ ওপৰত অধিক গুৰুত্ব দিয়াত গাঁৱৰ বহুত খেলুৱৈ বঞ্চিত হৈছে। তেওঁলোকক সুবিধা দিয়া খেলুৱৈ সংগঠনবোৰৰ কৰ্তব্য।

এই কৰ্তব্য পালনত সহায় কৰা বাবে নাথপাৰা যুৱক সংঘক বিশেষকৈ সভাপতিৰূপে আপোনাক আৰু সদস্যৰূপে আনসকলক সম্বৰ্ধনা জনাওঁ।

আপোনাসকল আমাৰ শলাগৰ পাত্ৰ। ইতি-

বিনীত

৪ নৱেম্বৰ, ২০০৪

ৰত্নপীঠ কলেজ আৰু ৰাইজৰ হৈ
ডঃ প্ৰভাস দাস, অধ্যক্ষ

## প্ৰশস্তি-পত্ৰ

**শ্ৰীনিৰদেন্দু ৰায়,**
প্ৰাক্তন অধ্যক্ষ, চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়
সমীপেষু

**শ্ৰদ্ধেয় শ্ৰীৰায়,**
**হে কবি, সাহিত্যিক, শিক্ষাবিদ,**

আপোনাৰ মাতৃৰ অমিয়া স্মৃতিত ৰত্নপীঠ কলেজৰ আন্তঃপ্ৰৱেশ পথত সুদৰ্শন **'বৃন্দাবতীদ্বাৰ'** নিৰ্মাণ কৰি আপুনি কলেজৰ মহৎ উপকাৰ সাধন কৰিছে। ৰত্নপীঠ কলেজৰ পঠন-পাঠন-অধ্যয়নৰ বাহিৰেও, বাস্তৱ জীৱনৰ উপযোগী যোজনা শিক্ষণ-প্ৰশিক্ষণ আৰু তৎ লব্ধ জ্ঞান প্ৰয়োগ ক্ষেত্ৰত বৃন্দাবতীদ্বাৰ আদৰ্শৰ প্ৰতীক হৈ ৰ'ব। আপোনাৰ মাতৃৰ মধুৰ স্মৃতি সাৰ্থক ৰূপ ল'ব। বৃন্দাবতীদ্বাৰ বিদ্যাৰ দুৱাৰ ৰূপে শিক্ষাৰ্থীৰ শিক্ষা ক্ষেত্ৰ উজ্জলাই থাকিব।

চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত আপুনি অধ্যক্ষতা কৰিছিল। সুদক্ষ অধ্যক্ষ ৰূপে আপুনি এগৰাকী কীৰ্তিমন্ত অধ্যক্ষ আছিল। আপুনি এগৰাকী অন্তৰ্দৃষ্টিবান শিক্ষাবিদ। শিক্ষাৰ ক্ষেত্ৰখন বৰ বিস্তীৰ্ণ। কিন্তু আপুনি কেৱল তাতেই আবদ্ধ থকা নাই। আপুনি এগৰাকী কবি, সাহিত্যিক। আপোনাৰ কবিতা মাটিত ওপজা। আপোনাৰ মাটিত ওপজা কবিতাই আমাক উৰ্দ্ধ আকাশলৈ লৈ যায়। আকাশৰ সীমা পাৰ কৰি আমাক অনন্ত অসীমত বিলীন কৰি দিয়ে।

আপুনি সাহিত্য-সংস্কৃতিৰ এগৰাকী গৱেষক। গণ-সংস্কৃতি অধ্যয়ন-পুষ্ট বিজ্ঞ লেখক। আপোনাৰ লেখাৰ মৌলিকতাত আৰু গুৰুত্বত আমি মুগ্ধ।
'বৃন্দাবতীদ্বাৰ' নিৰ্মাণ কৰি ৰত্নপীঠ কলেজখনক প্ৰিয়-দৰ্শন কৰা বাবে আপোনাক অশেষ শলাগ জনাওঁ। ৰাইজ আৰু কলেজৰ হৈ আপোনাক আমাৰ আন্তৰিক কৃতজ্ঞতা জনাওঁ। ইতি-

বিনীত

৪ নবেম্বৰ, ২০০৪

ৰত্নপীঠ কলেজ আৰু ৰাইজৰ হৈ
**ড° প্ৰভাস দাস, অধ্যক্ষ i/c**

## প্ৰশস্তি-পত্ৰ

শ্ৰীওলেশ্বৰ নাথ,
প্ৰাক্তন শিক্ষক
নাথপাৰা, বহলপুৰ

প্ৰিয়বৰ শ্ৰীনাথ,
হে দেৱ, শিক্ষাবিদ, বিদ্যানুধ্যায়ী,

আপুনি এগৰাকী শিক্ষক। অলেখ ছাত্ৰ-ছাত্ৰীক বিদ্যাদান কৰি আপোনাৰ জীৱন ধন্য কৰিছে। তাৰ বাবে আমি ৰাইজ আৰু ৰত্নপীঠ কলেজৰ হৈ আপোনাক সম্বৰ্ধনা জনাওঁ। অৱসৰ গ্ৰহণ কৰাৰ পিছতো আপুনি বিদ্যা-চৰ্চা এৰা নাই। আপুনি আমাৰ প্ৰশংসাৰ পাত্ৰ।

আপুনি এগৰাকী কীৰ্তিমন্ত শিক্ষক। ওৰে জীৱন শিক্ষকতা কৰি সমাজত মূল্যবোধ প্ৰতিষ্ঠাৰ বাবে যিদৰে চেষ্টা কৰি আহিছে, তাৰ বাবে আপোনাক অভিনন্দন জনাওঁ।

ৰত্নপীঠ কলেজ স্থাপন হোৱা দিনৰে পৰা আপুনি কলেজৰ লগত ওতঃপ্ৰোত হৈ আছে। কলেজ প্ৰাঙ্গণত আপুনি ৰোৱা গছ-জোপাক প্ৰতি ব'হাগ বিহুত আৰু মাঘ বিহুত ৰাতিপুৱা কলেজলৈ আহি আপুনি গা ধুৱাই যায়হি।

বিহুত নিজহাতে ৰোৱা গছ এজোপাক গা ধুৱাই আপুনি যি চিত্ত বৃত্তি প্ৰকট কৰিছে, সেয়াই ৰত্নপীঠ কলেজৰ চিন্তাধাৰা সপোন আৰু ভিজ্জ'ন। আপুনি এগৰাকী বিজ্ঞ ব্যক্তি। আমি আপোনাৰ শলাগ লওঁ।

ৰত্নপীঠ কলেজৰ আপুনি এগৰাকী শুভানুধ্যায়ী, সমাজত এগৰাকী শিক্ষক মহান, ছাত্ৰসমাজত শ্ৰদ্ধাৰ পাত্ৰ শিক্ষাগুৰু।

আপুনি আমাৰ শ্ৰদ্ধা গ্ৰহণ কৰক। ইতি—

বিনীত

৪ নবেম্বৰ, ২০০৪ ৰত্নপীঠ কলেজ আৰু ৰাইজৰ হৈ

ড° প্ৰভাস দাস, অধ্যক্ষ i/c

## প্ৰশস্তি পত্ৰ

বিশ্ববিদ্যালয় অনুদান মঞ্জুৰী আয়োগৰ অন্তৰ্ভুক্ত নাকৰ পৰিদৰ্শনকাৰী দল এটিয়ে ৰত্নপীঠ কলেজ পৰিদৰ্শন কালত বিলাসীপাৰা ডিমাতোলাৰ শ্ৰীভোলানাথ ৰায় পৰিচালিত শিল্পীসকলে যোৱা ১৩ ডিচেম্বৰত পৰিদৰ্শকাৰী দলটোক আদৰোতে আদৰণি নৃত্য আৰু বিদায় সভাত গোৱালীনি নৃত্য পৰিৱেশন কৰি ৰত্নপীঠ কলেজলৈ যি সুনাম কঢ়িয়াই আনিছে, তাৰ বাবে কলেজৰ হৈ আমি শিল্পীসকলক আমাৰ অকৃত্ৰিম কৃতজ্ঞতা জ্ঞাপন কৰোঁ।

শ্ৰীভোলানাথ ৰায়ৰ সহযোগী বিলাসীপাৰাৰ শ্ৰীকানাই দাস, লাউপাৰাৰ শ্ৰীউত্তম নাথ আৰু মোলানডুবিৰ শ্ৰীউৎপল ৰায় বিশেষ প্ৰশংসাৰ পাত্ৰ। এই পত্ৰ শিল্পীৰ সহযোগিতাৰে ৰত্নপীঠ কলেজলৈ আগবঢ়োৱা তেওঁলোকৰ অৱদানৰ সন্মান স্বীকৃতি। ইতি—

১৫ ডিচেম্বৰ, ২০০৪

ডঃ প্ৰভাস দাস,<br>অধ্যক্ষ

## শোক প্ৰস্তাৱ

মাননীয়াসু,

জোনাক কেৱল আপোনাসকলৰেই জোনাক নাছিল, তেওঁ আছিল আমাৰ সকলোৰে জোনাক, ৰাইজৰ জোনাক। এম্বাৰ প্ৰতিষ্ঠা ভূমিত ৰত্নপীঠ কলেজ স্থাপন কালত আমাক পোহৰ দি সহায় কৰিছিল তেওঁৰ সহকৰ্মীসকলক লৈ জোনাকেই। জোনাকৰ পৰা ৰত্নপীঠ কলেজে ইমান সহায়-সহানুভূতি-সহযোগ পাইছিল, তাক ভাষাৰে বৰ্ণাব নোৱাৰি।

জোনাকৰ বিয়োগত আপোনাক সান্ত্বনা দিবলৈ আমাৰ ভাষা নাই। আপোনাক সান্ত্বনাই বা কি দিম? পুত্ৰহাৰা মাতৃক কোনে সান্ত্বনা দিব পাৰে? আপোনাৰ নিজ শক্তি বলে মানসিক শক্তি উদ্ৰেক কৰি আনৰ ফালে চাই ধৈৰ্য ধাৰণ কৰা শক্তিৰ অধিকাৰিণী হওঁক এয়ে আমাৰ প্ৰাৰ্থনা।

জোনাকৰ শোকত আমি সকলো সমভাগী। জোনাকৰ অৱদানৰ কথা প্ৰেৰণ কৰি ৰত্নপীঠ কলেজৰ গভৰ্নিং বডিয়ে গ্ৰহণ কৰা শোক প্ৰস্তাৱটো সান্ত্বনাৰ এটি ক্ষুদ্ৰকণা হিচাপে আপোনালৈ পঠালোঁ। ইতি—

সংলগ্নঃ এটি শোক প্ৰস্তাব

পুত্ৰ শোকৰ সমভাগী<br>শৰৎ চন্দ্ৰ সিংহ

প্ৰতি,
শ্ৰীমতী চন্দ্ৰপ্ৰভা মেধী
আৰেয়াৰঝাৰ, চাপৰ

## শ্ৰীকমল কুমাৰ মেধিৰ মৃত্যুত শোক প্ৰস্তাৱ
## ২ ছেপ্টেম্বৰ ২০০৪, তাৰিখে অনুষ্ঠিত গভৰ্ণিং ব'ডিৰ সভাত গৃহীত

শ্ৰীকমল কুমাৰ মেধিৰ অকাল বিয়োগত ৰত্নপীঠ কলেজৰ গভৰ্ণিং ব'ডিয়ে গভীৰ শোক প্ৰকাশ কৰে আৰু শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰে। কলেজ প্ৰতিষ্ঠাৰ আদি কালছোৱাত শ্ৰীকমল কুমাৰ মেধিৰ অৱদানৰ কথা সোঁৱৰণ কৰি কলেজৰ অধ্যাপক-অধ্যাপিকা ছাত্ৰ-ছাত্ৰী সমন্বিতে উদ্যোক্তা ৰাইজ আৰু গভৰ্ণিং ব'ডিয়ে তেওঁক কলেজৰ এগৰাকী প্ৰতিষ্ঠাতা উদ্যোক্তা বুলি মান্যতা প্ৰদান কৰে।

কলেজ প্ৰতিষ্ঠা কালত যেতিয়া বিবিধ বয়-বস্তু, সা-সঁজুলিৰ প্ৰয়োজন হৈছিল, তেতিয়া আন কেইবা গৰাকী সদস্যৰ সৈতে শ্ৰীকমল কুমাৰ মেধিয়ে এইবোৰ সংগ্ৰহ কৰাত আগভাগ লৈছিল।

অপূৰ্ব সিংহ গ্ৰন্থগাৰৰ বাবে শ্ৰীমুৰলীধৰ ৰায় আৰু শ্ৰীকমল কুমাৰ মেধীয়ে কেইবাটিও আলমীৰা দান দি গ্ৰন্থাগাৰৰ আধাৰ ৰচনা কৰিছিল আৰু প্ৰাৰম্ভিক কাৰ্য ব্যৱস্থাত নিষ্ঠা, একাগ্ৰতা আৰু আনুগত্যৰে আত্মনিয়োগ কৰিছিল। ৰত্নপীঠ কলেজৰ গভৰ্ণিং ব'ডিয়ে শ্ৰীকমল কুমাৰ মেধিৰ অৱদানৰ বাবে গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰে আৰু কলেজৰ ইতিহাসত তেওঁ অৱদানৰ কথা সদায় জিলিকি থাকিব বুলি প্ৰত্যয় প্ৰকাশ কৰে।

শৰৎ চন্দ্ৰ সিংহ
সভাপতি
ৰত্নপীঠ কলেজ গভাৰ্নিং ব'ডি

এটি নিবেদন

শ্ৰদ্ধাষ্পদেষু

কবি নৱকান্ত বৰুৱাৰ অধ্যক্ষতাত অপূৰ্ব সিং ট্ৰাষ্টে ২২৫ স্কোৱাৰ মিটাৰ পৰিসৰৰ এটি নাতি বৃহৎ গ্ৰন্থাগাৰ গৃহ সাজি আৱশ্যকীয় আলমীৰা আৰু কিতাপ-পত্ৰ দান-সংগ্ৰহ কৰি কলেজখনৰ তেতিয়া মান্যতা প্ৰাপ্তিৰ বাবে যোগ্য কৰি গঢ়িবলৈ সগৃহ অপূৰ্ব সিংহ গ্ৰন্থাগাৰটো কলেজলৈ উৎসৰ্গ কৰিছিল। সেই গ্ৰন্থাগাৰটি ক্ষুদ্ৰ হ'লেও ৰত্নপীঠ কলেজ স্থাপন কালত তৎকালীন আৱশ্যকতা পূৰ্ণ কৰি কলেজখনৰ মান্যতাপ্ৰাপ্তিত সহায় কৰিছিল।

গ্ৰন্থগাৰটি এতিয়া ডাঙৰ হৈছে। SOWL আদি আধুনিক কম্পিউটাৰ সাজসজ্জিত আটকধুনীয়া হৈ গঢ় লৈ উঠিছে। আধুনিক পদ্ধতিযুক্ত কৰা হৈছে সঁচা, কিন্তু সেই অনুপাতে কিতাপৰ সংখ্যা বঢ়াব পৰা নাই।

সম্প্ৰতি 'পঞ্চ সহস্ৰ গ্ৰন্থ সংগ্ৰহ অভিযান' আৰম্ভ কৰা হৈছে। অভিযান সফল হ'লে, অপূৰ্ব সিংহ গ্ৰন্থাগাৰটি একাদশ সহস্ৰাধিক একাদশ সহস্ৰাধিক গ্ৰন্থেৰে সমৃদ্ধ হৈ উঠিব। ধুবুৰী-কোকৰাঝাৰ-বঙাইগাঁও-গোৱালপাৰা চাৰিখন জিলাৰ মিলন বিন্দুত এটি লেখত ল'ব লগীয়া অনুষ্ঠানৰ পাতনি মেলিব।

সেই অপূৰ্ব সিংহ গ্ৰন্থাগাৰলৈ এখন, দুখন যিমানখন ইচ্ছা কৰে গ্ৰন্থ দান কৰিবলৈ আপোনাৰ ওচৰত বিনীতভাৱে নিবেদন জনাইছো। ইতি-

ডাঃ প্ৰভাস দাস<br>
ভাৰপ্ৰাপ্ত অধ্যক্ষ<br>
কৈলাস চন্দ্ৰ ৰায়<br>
গ্ৰন্থাগাৰিক

ৰত্নপীঠ কলেজৰ নৱনিযুক্ত পাঁচগৰাকী অধ্যাপক আৰু অধ্যাপিকালৈ চাপৰ, বহলপুৰ আৰু নায়েকগাঁও অঞ্চলৰ শিক্ষক গোষ্ঠীৰ অভিনন্দনম।

শ্ৰীমতী ৰীণা চক্ৰৱৰ্তী, এম এ<br>
শ্ৰীগিৰিশ্চন্দ্ৰ সিংহ, এম এ<br>
শ্ৰীকন্দৰ্প বৰপূজাৰী, এম এ, এম ফিল,<br>
শ্ৰীদিলীপ কুমাৰ পাণ্ডা, এম এ .<br>
শ্ৰীঅৰুণ কংসবণিক এম এছ চি,<br>
সমীপেষু

পৰম শ্ৰদ্ধাস্পদ,

মহাবাহু ব্ৰহ্মপুত্ৰৰ চাপৰি আৰু চম্পাৱতীৰ পটভূমিত গঢ়ি উঠা চাপৰ, বহলপুৰ আৰু নায়েক গাঁৱৰ বৰ্ধিষ্ণু অঞ্চললৈ আপোনাসকলোক আমি আদৰণি জনাওঁ। ইতিহাসৰ ঘটনা প্ৰবাহত আৰু অতীতৰ বহুতো জনশ্ৰুতিত এই অঞ্চলৰ জনজীৱনৰ সুখ-দুখৰ বহুতো কাহিনী বিজড়িত হৈ আছে।

অতি আগ্ৰহ, উদ্যম আৰু উৎসাহেৰে ৰাইজে এই অনুষ্ঠানটি পাতিছে বুলি আমি গৌৰৱ কৰোহঁক। আমি প্ৰতিজনে ব্যক্তিগত আৰু গোষ্ঠীগতভাৱে এই অনুষ্ঠানটো লৈ অৰিহণা আগবঢ়াই আহিছোহঁক। আজি আপোনাসকলৰ দৰে বিদ্বান, জ্ঞানবান আৰু দক্ষতাসম্পন্ন ব্যক্তিসকলে শিক্ষক স্বৰূপে ৰত্নপীঠ কলেজত যোগদান কৰাত আমি অনুপ্ৰেৰণা লাভ কৰিছোঁ আৰু গৌৰৱ অনুভৱ কৰিছোঁ। আপোনাসকলোটিলৈ আমাৰ

আন্তৰিক অভিনন্দন। আপোনাসকলৰ অন্তৰ্ভুক্তিত এই অঞ্চলৰ শিক্ষক গোষ্ঠী আজি অধিকতৰ গৌৰৱান্বিত।

প্ৰাথমিক ক্ষেত্ৰৰ পৰা উচ্চ, উচ্চতৰ আৰু উচ্চতম ক্ষেত্ৰলৈ সৰ্বত্ৰ আজি শিক্ষাৰ সংকট দেখা দিছে। আমাৰ শিক্ষাৰ ব্যৱস্থা আৰু সমাজ জীৱনৰ সমন্বয়ৰ আঁত হেৰাই যোৱা যেন লাগিছে। এই সমন্বয়ৰ আঁত বিচাৰি উলিয়াবলৈ আমি সকলোটি একেলগে যত্নপৰ হ'ব লাগিব।

ৰত্নপীঠ কলেজত, ৰাইজৰ মানসত আৰু আমাৰ শিক্ষক গোষ্ঠীত আপোনাসকলৰ সুদক্ষ শিক্ষকতা গৌৰৱময় হওঁক— এই কামনা কৰি আমি সকলোটিয়ে আপোনাসকলক সাদৰ সম্ভাষণ জ্ঞাপন কৰিলোঁ। ইতি-

ৰত্নপীঠ কলেজ প্ৰাঙ্গণ, ১৬ ডিচেম্বৰ, ১৯৯৭

মোঃ জব্বাৰ আলি সেখ,
সম্পাদক, প্ৰাথমিক শিক্ষক গোট, চাপৰ
শ্ৰীযতীন্দ্ৰ নাৰায়ণ ৰায়
সম্পাদক, প্ৰাথমিক শিক্ষক গোট, ৰায়ঝোৰা
শ্ৰীহৰেকৃষ্ণ গোস্বামী
সম্পাদক, প্ৰাথমিক শিক্ষক গোট, নায়েৰ গাঁও
মোঃ জহিৰুল হ'ক
সম্পাদক, দক্ষিণ চাপৰ শিক্ষক গোট, ধীৰঘাট

**প্ৰকৃতিৰ এক অমূল্য সম্পদ হ'ল গছ। গছৰ অনুভূতি আছে। গছে কথা কয়। সেই কথা অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ ছাৰে বুজি পায়। ৰত্নপীঠ কলেজৰ পঞ্চবটীত তেখেতৰ হস্তাক্ষৰত গছৰ অনুভূতিৰ কথা তলত দিয়া হ'ল--**

= অশোক =

মই অশোক। মই ঔষধি। মই বহুত
ৰোগ নিৰাময় কৰোঁ। অযথা মোৰ
ডাল নেভাঙিবা। মোৰ যতন লবা।
মই তোমালোকৰ মঙ্গল সাধন কৰোঁ।
তোমালোকৰ কল্যাণ হওক

= বিল্ব =

মই বিল্ব। মই তোমালোকক সুমিঠা
ফল দিওঁ। মোৰ ফল তোমালোকৰ
স্বাস্থ্যৰ কাৰণে ভাল। অযথা মোৰ ডাল
নাকাটিবা। মই তোমালোকৰ উপকাৰী।
আপডাল কৰিবা। কুশলে থাকা।

= বট =

মই বটবৃক্ষ। ক্লান্ত পথিকক মই শীতল
ছাঁ দিওঁ। পক্ষীৰ দাঁতি খিয়খি তোমালোকৰ
হিত সাধন কৰোঁ। মোৰ অনিষ্ট নকৰিবা
ডাল নেকাটিবা। কল্যাণমস্তু।

= আহঁত =

মই আহঁত গছ। মই শীতল ছাঁ দিওঁ। এদিন মোৰেই ওপৰত বাহ তোমালোকে ৰাইজে মেল পাতিছিলা। এতিয়া বিহু নাচা। মই সংস্কৃতিৰ এক উপাদান। মোৰ হানি নকৰিবা। তোমালোকৰ মংগল হওক

= অমলখী =

মই অমলখী। মোৰ ফল খাই পানী খালে, পানী অমৃত হয়। মই ঔষধি। বেমাৰ নিবাৰক। মোৰ ফল বৰ উপকাৰী। ভাল দৰে ৰাখিলে, ফল পাবা। তোমালোক সুখ শান্তিত থাকা

# সপ্তম প্রতিষ্ঠা দিবস

## First Report by the Construction committee

1. Account of Receipts and Expenditure: (May 1 to August 31, 1984).

**Receipt -**

**Expenditure**

| | | | |
|---|---|---|---|
| Withdrawal | | | Rs. 5,625.83 |
| As per Account Sheet | | | |
| | Rs. 15,517.00 | | |
| 31.7.84 | Rs. 1,000.00 | | |
| 4.8.84 | Rs. 1,500.00 | | |
| 10.8.84 | Rs. 1,000.00 | | |
| 20.8.84 | Rs. 325.00 | | |
| 27.8.84 | Rs. 800.00 | | |
| 29.8.84 | Rs. 1,800.00 | | |
| | Rs. 5,625.00 | | |
| Cash received | | | Rs. 12,100.00 |
| 11.5.84 | N. Adhikari | Rs. 1,000.00 | |
| | N. Roy | Rs. 1,000.00 | |
| | M. Sinha | Rs. 500.00 | |
| 8.6.84 | K.C. Sarkar | Rs. 3,000.00 | |
| 5.7.84 | M. RoyRs. 2,000.00 | | |
| 15.7.84 | Radha Sinha | Rs. 1,000.00 | |
| 16.7.84 | N. Roy | Rs. 400.00 | |
| 15.8.84 | M. RoyRs. 1,000.00 | | |
| 15.8.84 | S. Sur | Rs. 700.00 | |
| 18.8.84 | B. Das | Rs. 1,500.00 | |
| | | **Rs. 12,100.00** | |

Balance Rs. 2,208.00

---

| | | Total | Rs. 17,725.83 |
|---|---|---|---|
| | | Total | Rs. 17,725.00 |

2. Consolidated cost of construction of the Administarive Building 80'X 26' as on the 31st August, 1984.

A. Cost of construction upto the plinth level
(under the supervision of Late Kailash Chandra Sarkar, Secretary)
Rs. 5,701.00

B. Cost of construction of the roof frame on the plinth (under the supervision of Shri Uttam Roy, Shri T.K. Roy and Shri Samit Roy on behalf of the construction committee
Rs. 11,200.00

| | |
|---|---|
| (i) Timber 209 Cft | Rs. 9,315.00 |
| (ii) Carpenter | Rs. 1,100.00 |
| (iii) Hardware | Rs. 575.00 |
| (iv) Bamboo | Rs. 175.00 |
| (v) Misc. | Rs. 40.00 |
| | Rs. 11,200.00 |

C. Cost of construction of structure between the roof frame and the plint
fitting roofing materials-C.I. Sheets fixing doors and windows, bamboo
walls, Cement plaster, white wash, Plint of veranda with timber frame complete without C.I. Sheets, Leantoshed, Principals residence
Rs. 15,517.80

Add. Price of 14 bundles of C.I. Sheets (received in kind)
Rs. 14,000.00

Total Rs. 46,418.80

| Date | | To whom paid | Particulars of Expenses | Voucher | Amount paid. |
|---|---|---|---|---|---|
| 1984 | | | | | Rs. P. |
| May | 17 | After Ali | Material, timber | 1 | 175.00 |
| May | 17 | Golbari Ali | do | 2 | 700.00 |
| May | 18 | Anil Roy | do | 3 | 85.00 |
| June | 1 | Niren Roy | do | 4 | 770.00 |
| June | 1 | Prabbash | do | 5 | 1,535.00 |
| July | 1 | Akhil Paul | Earthern Ring | 6 | 105.00 |
| | 2 | Nikhil Paul | Wages, Latrin | 7 | 24.00 |
| | 7 | Maijal Hoq | Material, Sand | 8 | 75.00 |
| | 8 | N. Roy | Material, Bricks | 9 | 1,000.00 |
| | 10 | Sitaram Mandal | Wages, Carpenter | 10 | 1,400.00 |
| | 10 | Samsul Hoq | Wages, masor | 11 | 640.00 |
| | 11 | Maijal Hoq | Material, sand | 12 | 200.00 |
| | 14 | Sambaru Nath | Material, timber | 13 | 390.00 |
| | 14 | Murali Nath | Material, ridges | 14 | 232.00 |
| | 14 | Pratik Nath | Material, bamboo | 15 | 265.00 |
| | 20 | Basubhusan Das | Material, hardware | 16 | 59.25 |
| | 25 | Mantu, Insaf | Carriage, Sand | 17 | 32.50 |
| | 31 | Sunil Paul | Material, Chatai | 18 | 201.00 |
| | 31 | Ibrahim | Material, Chatai | 19 | 160.00 |
| August | 1 | Hemanta Barua | Material, Cement | 20 | 702.00 |
| | 4 | Hohanlal | Material, Cement | 21 | 78.00 |
| | 4 | Samsul Hoq | Material, Cement | 22 | 78.00 |

| | | | | |
|---|---|---|---|---|
| 7 | Entertainment of Student working in lean to shed | | | |
| | Voluntary service | Wages | 23 | 52.35 |
| 7 | do | do | 24 | 23.40 |
| 8 | Asgar Ali | Carriage | 25 | 25.00 |
| 9 | Baten & others | Carriage | 26 | 26.00 |
| 10 | Palia Jain | Material, Cement | 27 | 760.00 |
| 12 | Falik Nath | Material, Bamboo | 28 | 80.00 |
| 12 | Bhamarlal | Material, bamboo | 29 | 1,014.00 |
| 13 | Asgar Ali | Carriage, bamboo | 30 | 1,014.00 |
| 23 | Shrianmud | Material, timber | 31 | 35.00 |
| 27 | Prabhas Roy | Material, timber | 32 | 1,665.00 |
| 28 | Hardware store | Matérial, C.I. Sheet | 33 | 960.00 |
| 28 | --- | Carriage, C.I. Sheet | 34 | 40.00 |
| 28 | Shamsul Hoq | Wages, mason | 35 | 150.00 |
| 28 | Sitaram Mandal | Wages, Carpenter | 36 | 600.00 |
| 28 | Labour charges for | Plastering | 37 | 760.00 |
| | **Total** | | **Rs. 15,517.80** | |

August 31, 1984

Tarani Kanta Roy)
Vice Principal

(Samit Roy)
Chairman

## Administrative Building

(as one the 31st August, 1984)

| Particulars: Measurement | 80' X 20' =1,600 Cft. |
|---|---|
| Veranda | 80' X 6' = 480 Cft. |
| | Total 2,080 Sft |

All works complete except the following:

(1) Fitting & Fixing (i) 6 doors and 8 windows
(ii) C.I. Sheets on the roof of the Veranda.
(iii) Ceiling

(2) Cementing the floor

On laying the foundation the work upto the plinth level was completed by the former Secretary late Kailash Chandra Sarkar. The expenditure of Rs. 5,701/- as submitted by Shri Sarkar was approved by the Governing Body in its tenth meeting held on 2.1.84.

Next the construction work was supervised by the construction committee with D.K. Medhi as its chairman. Shri T.K. Roy and Shri Uttam Roy were in charge of the work. They completed the timber roof frame above the plinth. They spent and submitted the account to the former Secretary Shri Sarkar. This part of expenditure is Rs. 11,200/-. The details of the account were maintained by him.

At the third stage the work is being completed by the Construction Committee with Shri Samit Roy as its Chairman. The Committee spent Rs. 15,517.80 in cash. The committee received 14 bundles of C.I. Sheets in kind, the value of which may be added to the expenditure. The value may R. 14,000/- (approx). Actually 15 bundle of C.I. Sheets were used. For one bundle Shrimati Radha Sinha paid Rs. 1,000/- as its cost. The amount was deposited in the bank and spent in cash to purchase the C.I. Sheets.

Out of the balance of Rs. 2,208/- as shown in the account, the following general expenditure of the college have been incurred:

## Other expenses (General)

| | | | |
|---|---|---|---|
| Balance | Rs. 2,208.03 | Printing | Rs. 70.00 |
| | | Stationery | Rs. 113.00 |
| | | Rubber stamp | Rs. 16.00 |
| | | Attendance Register | Rs. 84.50 |
| | | Lock | Rs. 24.00 |
| | | | Rs. 113.50 |
| | | Celebration | Rs. 351.10 |
| | | 15th Aug | Rs. 201.70 |
| | | Opening | |
| | | Ceremony | Rs. 70.40 |
| | | Gamocha | Rs. 79.00 |
| | | | Rs. 351.10 |
| | | Electricity Bill | Rs. 325.83 |
| | | Establishment | Rs. 395.00 |
| | | K. Oil | Rs. 30.00 |
| | | Screen | Rs. 65.00 |
| | | Sign Board | Rs. 300.00 |
| | | | Rs. 395.00 |
| | | Expenses | Rs. 1,225.43 |
| | | Balance | Rs. 952.60 |
| | | Total | Rs. 2,208.03 |

Actual Cash in hand in balance is Rs. 952.60. But this amount will further reduced, when the account of the entertainment is submitted.

T.K.Roy, Vice Principal

31-8-84 Samit Roy, Chairman

# The Second Report submitted by the Chairman of the Construction Committee

The Construction Committee submitted earlier its First Report on the Receipts and Expenditure on the Construction Work and its progress for the period from May 1 to August 31, 1984 which was approved by the Governing Body in its fifteenth meeting held on September 10, 1984.

Now, for convenience of accounting the next period of 8 months from September 1, 1984 to April 30, 1985 has been divided as follows:

A- September 1 to December 31, 1984

B- January 1 to March 31, 1985

C- April 1 to 30, 1985

The statements of receipt and expenditures have been prepared separately for each period for proper appreciation of the affairs of construction and its relevant problems. With that end in view the expenditure also been classified under three sub-heads:

A- Construction Expenses

B- Administrative Expenses

C- Expenses under adjustment as appear in the books of account

The expenses on various constructions in the College complex and the temporary residence of the Principal have been places under a sub-head A-Constructional Expenses, while the expense on items relating to the administrative matters of the College have been placed under another sub-head B- Administrative Expenses and such expenses as appear in the books of accounts as a result of making deposits in the bank or repaying loans or giving loans to A/c 76 have

been placed under a third sub-head C-Expenses (under adjustment). (Note: A/c 76 is an amount with the United Commercial Bank at Chapar maintained with Govt. grant-in-aid, tuition and other fees collected from students exclusively set apart for payment to the members of the teaching and non-teaching staff, the other account being the Coupon Fund maintained with all other collections exclusively for construction works.)

Similarly, receipts have also been divided into a sub-heads.

A-Receipts (Actual)

B- Receipts (under adjustment)

Denotation, collection on coupons, Govt. grant-in-aids, sale proceeds of college produce which are actual income of the college have been placed under a sub-head A-Receipt (Actual) and such receipts as appear in the books of account on account of withdrawal from the bank or borrowing have been placed under B-Receipts (under adjustments.)

Summing up the expenses for the entire period of 8 months from September 1, 1984 to April 30, 1985, the amounts spent on different sub-heads are found to be as follows:

| | |
|---|---|
| A-Constructional Expenses | Rs. 45,170.90 |
| B- Administrative Expenses | Rs. 14,222.00 |
| C- Expenses (under adjustments) | Rs. 90,845.00 |
| Total | Rs. 1,51,238.70 |

The receipts on the other hand, on two sub-heads are as follows:

| | |
|---|---|
| A- Receipt (Actual) | Rs. 74,200.00 |
| B- Receipts (under adjustment) | Rs. 76,845.00 |
| Total | Rs. 1,51,045.00 |

On the analysis of the expenditure and the quantity of materials utilized, it is found that the college spent Rs. 45,170.90 on the construction works of which the major items cost the college as follows:

| | |
|---|---|
| Carpenter | Rs. 2,970.00 |
| Mason | Rs. 2,481.00 |
| Labour | Rs. 4,459.00 |
| + | Rs. 847.75 (Tea) |
| Timber | Rs. 5,951.00 |
| Cement | Rs. 8,424.00 |
| Bricks | Rs. 6,280.00 |
| C.I. Sheets | Rs. 6,150.00 |
| Total | Rs. 37,562.75 |

The amount was spent on the following materials and mandays

Materials : Cement : 102 bags
Bricks : 14,000 nos
Timber : 130 cft.
C.I. Sheets : 5 bundles
Mandays : Carpenter : 98 mandays
Masonry : 97 mandays
Labour : 550 mandays

During the period the College borrowed Rs. 31,635.00, re-paid Rs. 14,350.00 and advanced a loan of Rs. 2,500 to A/c 76.

With these amount, mandays and materials, the Committee executed the following works

1. Completion of the incomplete works in the temporary residence of the Principal and the Administrative Building.

(Note: work is still in progress in Administrative Building)

2. Construction of a Class room building:

(a) Construction of plinth 50'X 24'X 3' with Verandah of 8'

(b) Concretization of clamps

(c) Filling up the plinth

(d) Timber structure upto the Post plate

3. Construction of two Chowkidars quarters, one to be used temporarily, for the time being as Girls Common room with facility of toilet and the other for the Boys' Common Room.

(a) Construction of Plinth 21 X 12' with Varandah of 6'

(b) Concretization of Clamps

(c) Filling up the plinth

4. Construction of Stores and Workshop- working place of Carpenters

Store : 21'X 12'

Workshop : 21'X 15'(Extended Verandah)

All works completed except plastering of walls.

5. Construction of the Open Air Theatre.

Brick work for the raised platform 27½'X 21'X 2'

6. Constructioin of walls to display the names of doners (Specified class) and of distinguished persons, organisations, institition and departments extending co-operation, held and assistance.

(Designed geographically to find the Polestar, direction of North-South, East-West and the Centre of the Nor 'Wester, the midline of the Approach Road to the College from the N.H. way exactly conciding with the direction of the North West. The walls are situated within an ellipse which may be taken as repesenting the Earths' orbit. The position of the Sun on the 3rd January has also been indicated.)

7. Concretization of the base of the stand of the College flag with two cleats to hodl the stand.

8. Extension of vrendah of the Adminstrtive Building on the north and the east side to accommodate (i) two urinals (ii) one latrine (iii) Teachers' Canteen and (iv) Students' waitin place (Work in progress)

9. Construction of and outlet on the Approach Road with hume pipes near the College:

(i) Construction of Concrete base 24'X

(ii) Construction of supporting brickwalls (work complete)

10. Concretization of the base of another hume pipe for another outlet on the Approcah Road near the N.H. way 24'X6'X6'.

11. Constructin of two 'Safety Tanks' with concrete stabs-

(i) 8'X 5'X 6'

(ii) 10'X 5'X 5'

One for the Administrative Building and the other for the Chowkidars Quarters.

12. Construction of Approach Road to the College from the National High Way.

13. Fencing of the College Flag Square.

14. Construction of enclousures for 5 trees in Panchaavati, avenue trees on the Approach Road and shade trees in the Open Air Theatre.

15. Works in Vidyavan-
(just started with a few items)

(Samit Roy)
Chairman, Construction Committee

May 7, 1985.

Coutersigned-
(D.K. Medhi)
Secretary, G.B.

(T.K. Roy)
Vice Principal

# Ratnapith College

(Statement of Receipts and Expenditure on construction & Administration)

From Sept 1 to December 31, 1984

| Receipt No. | Heads of Receipt | Amount |
|---|---|---|
| 1. | **Donation** | 3,260.00 |
| | Sishir Sinha | Rs. 660.00 |
| | Allaudddin | Rs. 250.00 |
| | Matilal Sinha | Rs. 250.00 |
| | P.K. Das | Rs. 150.00 |
| | S. Talukdar | Rs. 100.00 |
| | Bhabani Bastra | Rs. 50.00 |
| | N. Islam | Rs. 200.00 |
| | M. Bose | Rs. 1000.00 |
| | U. Roy | Rs. 100.00 |
| | A. Sinha | Rs. 100.00 |
| | P.C. Das | Rs. 150.00 |
| | G.S. Sinha | Rs. 250.00 |
| | | Rs. 3,260.00 |
| | **Coll. on Coupons by** | Rs. 6,740.00 |
| | P. Sinha | 500.00 |
| | Students | 60.00 |
| | M. Sinha | 2,800.00 |
| | A. Roy | 100.00 |
| | K. Medhi | 500.00 |
| | T. Ahmed | 150.00 |
| | T.K. Roy | 250.00 |
| | Social Welfare | 80.00 |
| | B. Das | 1000.00 |
| | P. Roy | 300.00 |
| | | 6,740.00 |

| | | |
|---|---|---|
| **3.** | **Cash Balancein** hand of late K.C. Sarkar paid by Shri H. Sarkar | 1,000.00 |
| | Receipts (Actual) Sub-Total | 11,000.00 |
| **4.** | **Loan** | 9,950.00 |
| | Arrangement by | |
| | Sri S. C. Sinha | 5000.00 |
| | Sri N.Roy | 950.00 |
| | A/c 76 | 3000.00 |
| | Shri N. Adhikari | 1,000.00 |
| **5.** | **Specified Donation for** | 4,200.00 |
| | Md. J. Bepari | 800.00 |
| | Shri B. Sinha | 1000.00 |
| | Shri M. Roy | 2,400.00 |
| **6.** | **Withdrawal from Bank** | 6,410.00 |
| **7.** | **A/c Library** | 900.00 |
| | Receipts under adjustment | |
| | sub total (B) | 21,460.00 |
| | Total (A) +(B) | 32,460.00 |
| | Previous Balance | 2,208.03 |
| | Grand Total | 34,668.03 |

*T.K. Roy, Vice Principal, 7.5.85*

## EXPENDITURE

| No. | Heads of Receipt | | Amount |
|---|---|---|---|
| 1. | Carpenter | Rs. | 870.00 |
| 2. | Mason | Rs. | 790.00 |
| 3. | Labour | Rs. | 1,368.00 |
| 4. | Midday Tea to Lab | Rs. | 270.20 |
| 5. | Tea for others | Rs. | 230.00 |
| 6. | C.I. Sheets | | ** |
| 7. | Timber | | 1,151.00 |
| 8. | Cement | | 2,397.00 |
| 9. | Bricks | | — |
| 10. | Sand | | 200.00 |

| | | |
|---|---|---|
| 11. | Gravels | ..... |
| 12. | Hardware (iron) | 280.15 |
| 13. | Lime wood oil etc. | 9.80 |
| 14. | Bamboo & chatai | 444.00 |
| 15. | Sanitary arrangements | 200.00 |
| 16. | Carriage | 441.00 |
| 17. | Conveyance | 52.00 |
| | Constructional Expenses | |
| | Subtotal (A) | 8,703.15 |
| 18. | Furniture | 850.00 |
| 19. | Electrification | 124.00 |
| 20. | Printing | --- |
| 21. | Stationery | 62.00 |
| 22. | Travelling | 942.00 |
| 23. | Social Functions | 1,541.00 |
| 24. | Outstanding dues | ══════ |
| . | | 3519.50 |
| 25. | Miscellaneous | .......... |
| 26. | Vidyavan, Management | |
| 27. | Land-Purchase & Acqu. | ........ |
| 28. | Contingency | 511.50 |
| | Administrative Expenses: | |
| | Subtotal (B) | 4,031.50 |
| | (i) Specified donation | |
| | for C.I. Sheets | 4,200.00 |
| | (ii) Deposited in the Bank | 7,100.00 |
| | (iii) Repayment of loan | |
| | Bhadreswar Das | 1,500.00 |
| | Smt. Sikha Sur | 350.00 |
| | A/C 76 | 600.00 |
| | N. Roy | 1,500.00 |
| | N. Adhikari | 1,000.00 |
| | S.C. Sinha | 900.00 |
| | | 5850.00 |
| | (iv) Loan to A/c 76 | 2,500.00 |
| | Expenses under adjustment | |
| | subtotal (C) | 19,650.00 |
| | Total (A) +(B) +(C) | 32,384.65 |
| | Closing Balance | 2,283.38 |
| | **Grand Total** | 34,668.03 |

**Samit Roy**
Chairman, C.C., 7.5.85

## (Statement of Receipts and Expenditure on construction & Administration)

From January 1 to March 31, 1985

Receipts

| No. | Heads of Receipts | | Amount |
|---|---|---|---|
| 1. | Collection on Coupons by | | 12,500.00 |
| | Shri B. Das | Rs. | 2,500.00 |
| | A. Rahman | Rs. | 10,000.00 |
| | | Rs. | 12,500.00 |
| Receipt Actual Subtotal (A) | | | 12,500.00 |
| 2. | Loan | | 13,085.00 |
| | Arrangement by | | |
| | Sri S.C. Sinha | | 12,585.00 |
| | Sri S.C. Roy | | 500.00 |
| | | | 13,085.00 |
| 3. | Withdrawal from Bank | | 12,700.00 |
| Receipts under adjustment | | | |
| | sub total (B) | | 25,785.00 |
| | Total (A) +(B) | | 38,285.00 |
| | Previous Balance | | 2,283.38 |
| | Grand Total | | Rs. 40,568.38 |

Tarani Kanta Roy
Vice Principal, 7.5.85

(Statement of Receipts and Expenditure on construction & Administration From April 1 to April 30, 1985

Receipts

| No. | Heads of Receipts | | Amount |
|---|---|---|---|
| 1. | Sale proceeds of Thatch | | 805.00 |
| 2. | Grant-in-aid from Backward Classes Development Corporation | | 50,000.00 |
| | Less Bank Com. 105.00 | | 49,895.00 |
| | | | 49,895.00 |
| | Receipts (Actual) Sub total | (A) | 50,700.00 |
| 3. | Loan | | 8,600.00 |
| | Exam Fund | Rs. | 2,800.00 |
| | A/c 76 | Rs. | 5,000.00 |
| | S.C. Sinha | Rs. | 800.00 |
| | | Rs. | 8,600.00 |
| 4. | Withdrawal from the Bank | | 21,000.00 |
| **Receipts under adjustment** | sub total (B) | | 29,600.00 |
| | Total (A) +(B) | | 80,300.00 |
| | Previous Balance | | 1,268.00 |
| | **Grand Total** | **Rs.** | **81,568.43** |

## Expenditure

| No. | Heads of Receipts | Amount |
|---|---|---|
| 1. | Carpenter | 2,025.00 |
| 2. | Mason | 415.00 |
| 3. | Labour | 941.00 |
| 4. | Midday Tea to Labour | 156.45 |
| 5. | Tea for others | 107.25 |
| 6. | C.I. Sheet | 6,150.00 |
| 7. | Timber | 900.00 |
| 8. | Cement | 1,625.00 |
| 9. | Bricks | 6,280.00 |
| 10. | Sand | 75.00 |
| 11. | Gravels | ......... |
| 12. | Hardware (iron) | 1,511.75 |
| 13. | Lime, Wood oil etc. | ---- |
| 14. | Bamboo & Chatai | 60,00 |
| 15. | Sanitary arrangement | ---- |
| 16. | Carriage | 70.00 |
| 17. | Conveyance | 29.00 |
| | Constructional Expenses subtotal (A) | 20,345.45 |
| 18. | Furniture | ---- |
| 19. | Electrification | 396.00 |
| 20. | Printing | --- |
| 21. | Stationery | 40.45 |
| 22. | Travelling | 160.20 |
| 23. | Social Functions | ---- |
| 24. | Vidya Van Management | ----- |
| 25. | Land-Purchase & Acquisition | ----- |
| 26. | Outstanding dues | ---- |
| 27. | Miscellaneous | ---- |
| 28. | Contingency | 114.00 |

